# অসম সাহিত্য সভাৰ ভাষণাৱলী

# অসম সাহিত্য-সভাৰ ভাষণাৱলী

দ্বিতীয় ভাগ

( ১৩শ অধিবেশনৰ পৰা ২৫শ অধিবেশনলৈ )

শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা
সঙ্কলিত আৰু সম্পাদিত,

তপোবন, গুৱাহাটী

শ্ৰীপৰাগধৰ চলিহা
প্ৰকাশিত, শিৱসাগৰ

পোৱাৰ ঠাই :
শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

ASAM SAHITYA SABHA BHASANAWALEE—PART II

[Presidential Addresses of the Assam Literary Conferences containing thirteen Addresses.] Edited by Shri Atul Chandra Hazarika, M.A., B.L., B.T., Vice-President of the Asam Sahitya Sabha (1957-58) and published by Shri Paragdhar Chaliha M.A., the General Secretary, Asam Sahitya Sabha, Sibsagar.

দ্বিতীয় তাঙৰণ, মে ১৯৫৭

মূল্য ৮৲ আঠ টকা মাথোন

মুদ্রক—শ্রীকালীচৰণ পাল, নবজীৱন প্রেছ, ৬৬ গ্রে ষ্ট্রীট, কলিকতা-৬

Printed by Shri Kali Charan Pal, at the Nabajiban Press, 66 Grey Street, Calcutta-6.

# নিবেদন

প্ৰথম মহাযুদ্ধৰ পিছৰ জয়োল্লাসত মানুহৰ মন শান্তিদেবীয়ে শুকুলা পাখি মেলি ভালকৈয়ে ঢাকি ধৰিলে। ইয়াৰ পৰিণতিত মানুহৰ মনৰ অবাধ গতিত সাহিত্যতো সংহতিয়ে দেখা দিলে। এইটো ঘটিল অসমতে। ১৯১৭ চনত পৃথিবীৰ আকাশ নিৰ্ম্মল। দুবছৰ তিনিবছৰৰ মূৰতে যি অসহযোগৰ ধুমুহাৰ সূচনা হব তাৰ চিন-চাবেই তেতিয়া নাই। সাহিত্যৰথী পদ্মনাথ গোহাঁইবৰুৱাদেৱৰ সভাপতিত্বত উজনীৰ ৰংপুৰত বৰ্ত্তমান অসমীয়া সাহিত্যৰ যেন প্ৰথম দীপাৱলী। তাৰপৰা আজিলৈকে দুকুৰি বছৰ পাৰ হৈ গল। অসমীয়া সাহিত্যই ক্ৰমোন্নতিত ঢাপৰ পিছত ঢাপ বগাই আহিছে। ডফলা পৰ্ব্বত বগাই ভুটান পৰ্ব্বত, তাৰ পিছত ধৱল গিৰি। আজি অসমীয়া সাহিত্যত ধৱল গিৰি আছেনে নাই,—অসম সাহিত্য-সভাৰ দুকুৰি বছৰৰ বুৰঞ্জীয়ে আমাক কব। ইয়াৰ ভিতৰত সাহিত্যৰ উথান ঠিক যেন ঢাপৰ পিছত ঢাপ। ক্ৰমে ওখলৈ যোৱা এই ঢাপ ৰাশিৰ চূড়া সদায় উজু গতিত উজাই যোৱা নাছিল। এই উজনিত নানা বিপ্লৱ আৰু বিঘিনিয়ে মূৰ দাঙিছিল। তাৰ মাজেদি সাহিত্য সেৱাৰ সুৰ মহাবাহু ব্ৰহ্মপুত্ৰৰ ঘাই সোঁতাৰ দৰে মাথোন প্ৰৱাহমান আছিল। অসম সাহিত্য সভাৰ এই দুকুৰি বছৰৰ ইতিবৃত্তত বহুতো সুখ-দুখ ধৈৰ্য্য-চঞ্চলতাৰ কথা জড়িত হৈ আছে। নানা দান, গ্ৰন্থ, বক্তৃতা আৰু গীতে এই কালছোৱাত অসমক সমৃদ্ধ কৰিলে। বহুতো কৃতবিদ্যৰ নাম পৰিচিত হ'ল আৰু বহুতো পৰিচিত পুৰুষ সাহিত্যিকৰ আসনত অধিষ্ঠিত হ'ল। কালৰ কাহিনী যেন প্ৰত্যেকজনেই ৰচনা কৰি গ'ল। অনিত্যৰ মাজত নিত্য কালৰদৰে বিৰাজ কৰিলে তেওঁবিলাকৰ ভিতৰৰ বহুতৰে শিল্প-সৃষ্টি। অসম সাহিত্য সভাই দ্বিতীয় মহাযুদ্ধলৈকে নিৰ্ব্বিবাদে নিজৰ জীৱন বন্তি জ্বলালে। স্বৰাজ আন্দোলনৰ সময়ত যি সাহিত্য সভাই স্বদেশানুৰাগৰ ৰশ্মি বিকিৰণ কৰিলে, দ্বিতীয় মহাযুদ্ধৰ সময়ত সেই ৰশ্মি যেন স্তিমিত হল। ব্যক্তি আৰু বাস্তৱৰ সংঘাতত সাহিত্য-সভাৰ বেদীত ফাঁটে দেখা দিলে। অসমীয়া যি বাবে মহাজাতিত পৰিণত, তাৰ কাৰণতো ঘুণে ধৰাৰ উপক্ৰম হ'ল। ইয়াৰ মাজতেই সাহিত্যৰ গতি কেতিয়াবা প্ৰখৰ, কেতিয়াবা ধীৰ। ইয়াৰ ঘাত-প্ৰতিঘাতৰ বুৰঞ্জী অসমীয়া মহাজাতিৰ শিৰে শিৰে সোমাই আছে। সি যি নহওক সাহিত্য সভাৰ এই জীৱন-বৃত্তান্ত এইছোৱা ভাষণাৱলীৰ ওপৰঞ্চিত শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামীদেৱে সঙ্কলন কৰা "অসম সাহিত্য সভাৰ চমু ইতিবৃত্ত"ত সন্নিবিষ্ট কৰি দিয়া হৈছে। গতিকে এই বিষয়ে আৰু বহলাই নকলেও হব।

ইতিপূৰ্ব্বে প্ৰকাশিত ভাষণাৱলী প্ৰথম ভাগৰ "নিবেদন"ত এই সম্পৰ্কে কবলগীয়া সকলো কথা জনোৱা হৈছে। ইয়াত সেইবোৰ দোহাৰিবৰ সকাম নাই। মুঠতে এই ভাগ গ্ৰন্থ প্ৰকাশ কৰি আধৰুৱা কাম এটি সম্পূৰ্ণ কৰিবলৈ সমৰ্থ হোৱাত নিজকে আমি কৃতাৰ্থ মানিছো। এই গ্ৰন্থৰ ছপা কাম যোৱা বছৰতে আৰম্ভ কৰা হৈছিল। কিন্তু নানা কাৰণত বিশেষ আগবাঢ়িব পৰা নগৈছিল। এতিয়া প্ৰধান সম্পাদকৰ বাবৰ পৰা অৱসৰ গ্ৰহণ কৰি এই কাম শেষ

কৰিবলৈ সুযোগ মিলিল। অসম সাহিত্য সভাৰ বৰ্ত্তমান কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে আমাৰ গাত আধৰুৱা কামৰ ভাৰ ন্যস্ত কৰাত আমি সকলো কেইগৰাকী সদস্যক ধন্যবাদ জনাইছো। এই গ্ৰন্থত অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী অধিবেশনলৈকে সকলো কেইজনা সভাপতিৰ অভিভাষণ সামৰি লোৱা হৈছে। ইয়াতে অসম সাহিত্য সভাৰ জীৱন বুৰঞ্জীৰ এটি দীঘলীয়া যুগৰো অন্ত পৰিছে।

এইছোৱা গ্ৰন্থ চানেকী কাকত শুধৰোৱাত আমাক সহায় কৰিছে ঔপন্যাসিক আৰু ৰস-ৰচনা লিখক শ্ৰীযুত প্ৰেমনাৰায়ণ দত্তদেৱে। সেইকাৰণে তেখেতক বিশেষভাৱে ধন্যবাদ জনোৱা হল। কিতাপখন দূৰণিত ছপা হোৱাৰ কাৰণে দত্তদেৱৰ বিশেষ যত্নতো অ'ত ত'ত ছপা ভুল হৈ যোৱাতো স্বাভাৱিক। সেইকাৰণে সহৃদয় পাঠকসকলে আমাক যেন ক্ষমা কৰে। কেনেকৈ আৰু ক'ৰপৰা এই অভিভাষণবোৰ সংগ্ৰহ কৰা হৈছিল সেই কথা পূৰ্ব্বতে আমি জনাইছিলো। এই ভাগৰ সভাপতিসকলৰ জীৱন টোকাৰ যোগান ধৰি বিশেষভাবে সহায় কৰিছে—শ্ৰীযুত নকুলচন্দ্ৰ ভূঞা, ডক্টৰ শ্ৰীযুত মহেশ্বৰ নেওগ, শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামী, অধ্যাপক শ্ৰীযুত হৰিচন্দ্ৰ ভট্টাচাৰ্য্য, মহম্মদ ৱালি বি. টি., শ্ৰীযুত হৰিনাথ শৰ্ম্মা বি. এ., শ্ৰীযুত কমলেশ্বৰ চলিহা, শ্ৰীযুত নৃপেন্দ্ৰনাথ অধিকাৰী বি. এ. (দলগোমা), শ্ৰীযুত ভবানন্দ ৰাজখোৱা আৰু শ্ৰীপ্ৰেমধৰ ৰাজখোৱা (যোৰহাট) শ্ৰীমান ভবগিৰি ৰায়চৌধুৰী বি. এ.। সকলো কেইজনলৈকে সাহিত্য সভাৰ পক্ষৰপৰা শলাগ জনোৱা হল।

অসম সাহিত্য সভাৰ গুৱাহাটী কাৰ্য্যালয় }

বিনীত
**শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা**

# সূচী-পত্ৰ

# সভাপতি বাৰজনাৰ চমু চিনাকি

## নগেন্দ্ৰনাৰায়ণ চৌধুৰী

১৮০৩ শকত নগেন্দ্ৰনাৰায়ণ চৌধুৰীদেৱে গোৱালপাৰা জিলাৰ মেচপাৰাৰ জমিদাৰৰ ঘৰত জন্মগ্ৰহণ কৰে। তেখেতৰ পিতৃৰ নাম জমিদাৰ খগেন্দ্ৰনাৰায়ণ চৌধুৰী আৰু মাতৃৰ নাম আছিল সাৰদাপ্ৰিয়া দেবী। পাঠ্যাৱস্থাতে তেওঁ নানা দেশৰ অভিজ্ঞতা আৰ্জ্জন কৰিবৰ সুযোগ পাইছিল। কলিকতা, বৈদ্যনাথ, গয়া, ধুবুৰী, গোৱালপাৰা প্ৰভৃতি ঠাইত তেওঁৰ ছাত্ৰজীৱন অতিবাহিত হয়। সেই সময়তে তেওঁৰ বহুমুখী প্ৰতিভাৰ স্ফুৰণ দেখা গৈছিল। ওঠৰ বছৰ বয়সত তেখেতৰ কোচবিহাৰত বিবাহ হয় আৰু প্ৰথমা পত্নীৰ মৃত্যুৰ পিছত তেওঁ আহোম ৰাজকুমাৰী গুৱাহাটীৰ প্ৰফুল্লবালা আইদেউক বিয়া কৰায়। এই প্ৰফুল্লবালা আইদেউ এবাৰ অসম মহিলা সমিতিৰ বছেৰেকীয়া অধিবেশনৰ সভানেত্ৰী হৈছিল আৰু তেওঁ কিছুকাল অসমৰ মহিলা আন্দোলনত বিশিষ্ট অংশ গ্ৰহণ কৰিছিল।

নগেন্দ্ৰ চৌধুৰীয়ে কিছুদিন কলিকতাৰ আৰ্ট স্কুলতো শিক্ষা লৈছিল আৰু তেওঁ বিখ্যাত ঐন্দ্ৰজালিক Thurstonৰ পৰা ইন্দ্ৰজাল বিদ্যা শিকি বিশেষ খ্যাতি লাভ কৰিছিল। কলিকতাত থকা সময়ত তেওঁ বিভিন্ন সঙ্গীত সমাজৰো বিশিষ্ট সভ্য আছিল। সঙ্গীত বিদ্যাতো তেওঁ তেতিয়াই বিশেষ ব্যুৎপত্তি লাভ কৰিছিল। তেওঁ গুৱাহাটীলৈ মাজে মাজে আহি ভালেমান উদ্যোগী ডেকাক গান-বাজনা শিক্ষা দিছিল আৰু সেইসময়ত গুৱাহাটীৰ সন্ধিয়া সম্মিলনীৰ কোনো কোনো অধিবেশনত যোগ দিছিল। নাচ, গান-বাজনা, চিত্ৰাঙ্কন, modelling, অভিনয়, কটাৰীখেল, লাঠিখেল, জিমনাষ্টিক প্ৰভৃতি বিষয়ৰো তেওঁ অনুশীলন কৰিছিল। অসমীয়া সাহিত্যৰ ক্ষেত্ৰতো বিশেষকৈ চুটি গল্প-লেখক হিচাবে নগেন্দ্ৰ চৌধুৰীৰ স্থান স্মৰণযোগ্য। তেখেতে লিখা ভালেমান চুটি গল্প পুৰণি 'আৱাহন', 'বৰদৈচিলা' আদি কাকতত সিঁচৰতি হৈ পৰি আছে। তাৰে কেতবোৰ হৈছে—লাভ, বগীতৰা, মিছা, সোপাধৰা, দুৰ্দ্দৈব, পুনৰ্জ্জন্মৰ দক্ষিণা, ওস্তাদজী, মধুমালতী, ইত্যাদি। এইবোৰ গল্পত অসমীয়া সামাজিক জীৱনৰ প্ৰতিচ্ছবি পোৱা যায়। এই গল্পবোৰ গোটাই প্ৰকাশ কৰিব পাৰিলে অসমীয়া সাহিত্যৰ এখনি উপাদেয় গল্পৰ পুথি হব বুলি আশা কৰিব পাৰি। গল্পৰ উপৰিও তেখেতে নানা তৰহৰ চিন্তাশীল প্ৰবন্ধ ৰচনা কৰিছিল। তাৰে কেতবোৰ হৈছে—বড়োজাতিৰ কথা, আহোম ভাষাৰ পুথি, মণিপুৰৰ পৌৰাণিক নৃত্য, কিৰাত, অসমৰ পুৰাতত্ত্ব আলোচনা, আমাৰ দেশ, স্ত্ৰীশিক্ষাৰ প্ৰয়োজনীয়তা, সঙ্গীত, নাট, ভাৰতীয় নৃত্য, মোৰ জীৱন স্মৃতি, চিয়াহী, প্ৰাগৈতিহাসিক চিত্ৰশিল্প, লুপ্ত অতিকায় প্ৰাণী ইত্যাদি।

অসমীয়া সাহিত্যৰ প্ৰতি তেওঁৰ প্ৰবল অনুৰাগ আছিল। সেই সময়লৈকে 'জোনাকী', 'বাঁহী', 'উষা' আদি কেবাখনো প্ৰথম শ্ৰেণীৰ আলোচনী প্ৰকাশ হৈছিল। কিন্তু সকলো ৰুচিৰ পাঠকৰ মন মুহিব পৰা বৃহৎ আৰু ছবি আদিৰে ৰমকজমক কোনো আলোচনী তেতিয়ালৈকে অসমীয়া ভাষাত প্ৰকাশ হোৱা নাছিল। এনে আলোচনী প্ৰকাশ কৰিলে সময়মতে আৱশ্যকীয় প্ৰবন্ধ-পাতি নোপোৱাৰ আশঙ্কাত আৰু অৰ্থৰ ফালৰপৰাও অধিক ক্ষতি হোৱাৰ ভয়ত এনে

কাকত উলিয়াবলৈ কোনেও সাহ কৰা নাছিল। জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীদেৱে সুবিখ্যাত সচিত্ৰ আৱাহন কাকত প্ৰতিষ্ঠা কৰি অসমীয়া সাহিত্যত এই অভাৱটো দূৰ কৰিলে। নগেন্দ্ৰ চৌধুৰী দেৱৰ পৃষ্ঠপোষকতাত আৰু ডাঃ শ্ৰীযুত দীননাথ শৰ্ম্মাদেৱৰ সম্পাদনাত ওলোৱা 'আৱাহনে' কিদৰে অসমীয়া সাহিত্যত এটা নতুন যুগৰ সূচনা কৰিলে এই বিষয়ে বহলাই কব নেলাগে।

অসম সাহিত্য সভাৰো নগেন্দ্ৰ চৌধুৰী এজন পৰম হিতৈষী আছিল। এই সভাৰ উন্নতি আৰু প্ৰসাৰৰ কাৰণে তেওঁ সদায় যত্ন কৰিছিল। কলিকতাৰ A. S. L. ক্লাবৰো তেওঁ অন্যতম গুৰিয়াল আছিল। ইং ১৯৪৭ চনৰ ১৩ নবেম্বৰত সন্ন্যাস ৰোগত আক্ৰান্ত হৈ নিজ জন্মস্থান লক্ষীপুৰত তেওঁ দেহত্যাগ কৰে।

## জ্ঞানদাভিৰাম বৰুৱা

অসমৰ যিটো সুপ্ৰসিদ্ধ সুদূৰ দ্ৰাবিড় দেশৰ লক্ষীনাৰায়ণ ব্ৰহ্মচাৰীৰ দ্বাৰা পালিত সন্তানৰ নবসৃষ্ট বংশত স্বনামধন্য হলিৰাম ঢেকিয়াল ফুকন, আনন্দৰাম ঢেকিয়াল ফুকন, বিদুষী পদ্মাৱতী দেৱী ফুকননী, দেশভক্ত তৰুণৰাম ফুকন আদিৰ জন্ম হৈছিল, সেই বংশতে সৰ্ব্বজনপ্ৰিয় জ্ঞানদাভিৰাম বৰুৱাদেৱৰো জন্ম হয়। অসমৰ ওজা-সাহিত্যিক গুণাভিৰাম বৰুৱাদেৱ জ্ঞানদাভিৰাম বৰুৱাৰ পিতৃ আৰু বিষ্ণুপ্ৰিয়া দেৱী তেখেতৰ মাতৃ আছিল। ১৮৮০ চনৰ ১৯ আগষ্টত জ্ঞানদাভিৰাম বৰুৱাই নগাঁও চহৰত জন্মগ্ৰহণ কৰে।

আজিকালি আমাৰ পক্ষে বিলাত আৰু আমেৰিকা দেশ পাকতে ঘূৰি আহিব পৰা ভাতঘৰৰ নিচিনা হৈছে। কিন্তু তাহানি যেতিয়া যোৱা-অহাৰ এনেকুৱা সুচল নাছিল, তেতিয়াই বৰুৱাদেৱ তিনি বাৰকৈ বিলাতলৈ গৈছিল—শিক্ষা-জীৱন আৰু উচ্চ মানসিক জীৱন গঢ়িবলৈ। জীৱনৰ বাল্যকালকে ধৰি এটি বুজন অংশ সেই বাবে তেওঁ চাহাব-মেমৰ মাজত কটাবলগীয়া হৈছিল। তেখেতে সেই দেশৰ ভালখিনি ললে, বেয়াখিনি এৰিলে; শিষ্টাচাৰ আৰু নিয়মানু-ৱৰ্ত্তিতাৰে জীৱন গঢ়িলে, শুদ্ধভাৱে ইংৰাজী মাত-কথা কবলৈ অভ্যস্ত হল। বেৰিষ্টাৰ জে, বৰুৱা হৈ তেওঁ ভাৰতলৈ ঘূৰি আহিল। ইচ্ছা কৰা হলে তেওঁ কলিকতাতে থাকি তাতে বেৰিষ্টাৰি কৰি প্ৰচুৰ অৰ্থ উপাৰ্জ্জন কৰিব পাৰিলেহেঁতেন। কিন্তু তাকে নকৰি তেওঁ ঘৰৰ লৰা ঘৰলৈ আহি নিজৰ জনমভূমি এই অসমতে প্ৰথমতে অসম চৰকাৰৰপৰা 'মুন্‌চিফ' কাম এটা লৈ জন-সমাজৰ মাজত 'জাবৰুৱা' হাকিম নামেৰে প্ৰখ্যাত হল। ন্যায়ৰ আসনত বহি আচামীক তেওঁ অৰ্থদণ্ড বিহিছিল, কিন্তু তেৱেঁই আকৌ কোনো আচামীয়ে কান্দি-কাটি হাতে-ভৰিয়ে ধৰিলে, সেই অৰ্থদণ্ডৰ ধন নিজৰ চোলাৰ মোনাৰপৰা পৰিশোধ কৰিছিল। তেওঁৰ হাতত গোচৰ পৰিলে ফৰিয়াদীয়ে প্ৰমাদ গণিছিল, আচামীৰ মুখলৈ পানী আহিছিল। এনেকুৱাই আছিল বৰুৱাদেৱৰ 'হাকিমী' জীৱন।

তাৰ পিছত তেখেত হল আৰ্ল ল কলেজৰ সুযোগ্য অধ্যক্ষ। তাহানি এদিন আৰ্ল ল কলেজ একে সময়তে জে বৰুৱা, দেশভক্ত তৰুণৰাম ফুকন, সত্যনাথ বৰা, ব্ৰাউন চাহাব আদি বিখ্যাত অধ্যাপকবৃন্দৰে সুশোভিত আৰু অলঙ্কৃত হৈছিল।

বৰুৱা ডাঙৰীয়া কলিকতাৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ নিচিনা এটি উচ্চ অভিজাত

বঙালী পৰিয়ালৰ লগত বিবাহ সূত্ৰেৰে আৱদ্ধ হৈছিল। ইংৰাজ আৰু বঙালী ব্ৰাহ্ম সমাজৰ মাজতো তেখেতৰ জীৱনৰ এছোৱা অতিবাহিত হৈছিল। তথাপি তেখেত চিৰকাল জাতে-পাতে হাড়ে-হিমজুৱে অসমৰ অসমীয়া জ্ঞানদাভিৰাম বৰুৱা হৈয়েই থাকিল। ‘অসম বুৰঞ্জী’ আৰু ‘অসম-বন্ধু’ৰ মহাৰথী গুণাভিৰাম বৰুৱা যাৰ সুযোগ্য পিতৃ, ‘চিকুণী দেশ’ৰ সুৰীয়া মাতৰ জন্ম দিওঁতা ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা যাৰ অগ্ৰজপ্ৰতিম পৰম বন্ধু, সেই জ্ঞানদাভিৰাম বৰুৱা ইয়াতকৈ বেলেগ কি হব পাৰে? সেই বুলি যে তেওঁ বঙালী আৰু ব্ৰাহ্ম সমাজৰ ভালখিনি গ্ৰহণ কৰি তাক অসমীয়া ঠাঁচত ঢালি লোৱা নাছিল এনে কথা ভাবিলে ভুল কৰা হব।

অসমীয়া সাহিত্যক্ষেত্ৰত বৰুৱাদেৱৰ সোণবৰণ কাপৰপৰা ওলোৱা ‘ভেনিছৰ সাউদ’, ‘বিলাতৰ চিঠি’, ‘দদাইৰ পঁজা’, আৰু ‘Folk Tales of Assam’ নামেৰে চাৰিখনি পুথি অসম জননীৰ পূজাৰ কৰণিত চাৰি পাহি সুগন্ধি পাৰিজাত। অসমীয়া ভাষাত ‘ভ্ৰমৰঙ্গ’ৰ বাহিৰে ছেক্সপীয়েৰৰ আন কোনো কিতাপ নোহোৱাৰ বাবেই বৰুৱাদেৱে ‘Merchant of Venice’ নাটকৰ কথাখিনি ‘ভেনিছৰ সাউদ’ নাম দি সাধুৰ আকাৰত লিখি উলিয়াইছিল। ‘বিলাতৰ চিঠি’ সম্পৰ্কে ডক্টৰ কাকতিদেৱে লিখিছে—“বিলাতৰ চিঠি আৰু কথা বোলা প্ৰবন্ধবোৰ বেজবৰুৱাৰ সম্পাদিত ‘বাঁহী’ত ধাৰাবাহিকৰূপে প্ৰকাশ হৈছিল। জে, বৰুৱা ডাঙৰীয়া বিলাতত আছিল আৰু তাৰপৰাই তেওঁ প্ৰবন্ধবোৰ লিখিছিল। আমি তেতিয়া ইংৰাজী স্কুলৰ তল শ্ৰেণীৰ ছাত্ৰ। এইবোৰ চিঠিত থকা কথাবোৰ তেতিয়া আৰব্য উপন্যাসৰ কথাৰ দৰে লাগিছিল। বৰ্ত্তমান পুথিত সেইবোৰ প্ৰবন্ধ বাছি উলিয়াই প্ৰকাশ কৰা হৈছে। বিষয় বস্তুৰ সঙ্কলন আৰু লিখাৰ নিখুত ৰীতিৰ বাবে এই প্ৰবন্ধবোৰ পুৰণি হলেও সজীৱ আৰু চিৰ-নতুন। আজিকালি অসমীয়া সাহিত্যত বাৰে-বঙলুৱা বাক্য-বিন্যাসেৰে ভৰপুৰ প্ৰবন্ধৰ প্ৰাদুৰ্ভাৱৰ দিনক দিনে বাঢ়িব লাগিছে। নিভাঁজ অসমীয়া গদ্যৰ চানেকি বুলি আঙুলিয়াব পৰা প্ৰবন্ধ অতি বিৰল। এনে অৱস্থাত নিখুঁত অসমীয়া জতুৱা ঠাঁচৰ নিদৰ্শন হিচাপে জে, বৰুৱা ডাঙৰীয়াৰ ৰচনাৱলীয়ে নতুন লিখাৰুসকলক বাট দেখুৱাব আৰু প্ৰবন্ধৰ ভিতৰত থকা কথাবোৰে যে সকলো শ্ৰেণীৰ পাঠককেই আনন্দ দিব সেই বিষয়ে নকলেও হব।”

আমিও কাকতিদেৱৰ কথাতেই হয়ভৰ দিছোঁ। ‘দদাইৰ পঁজা’ৰ বিষয়ে বৰুৱা ডাঙৰীয়াই নিজেই এইদৰে কৈছে—“এই কিতাপখনি “Uncle Tom's Cabin,” এই কিতাপখন মোৰ অসমীয়া ভাষাত অনুবাদ হোৱা মই শুনা নাই। সেইদেখি মোৰ অতি সামান্য বুদ্ধিৰে এই কিতাপখনিৰ অলপ আভাস মোৰ ভাষাত লিখি অসমীয়া জনা আৰু পঢ়া মানুহক দিম বুলি এই সৰু কিতাপখনি লেখিলো। এই কিতাপখনি সকলো ভাষাতে লেখা হৈছে; অসমীয়াত নাই। সেই দেখিয়েই শত দোষ থকা সত্বেও এই কিতাপখনি মোৰ ভাষাত ছপা কৰি উলিয়ালোঁ।” এইদৰে বৰুৱাদেৱৰ লিখাৰ অথবা মুখৰ কথাৰ প্ৰত্যেক শাৰী বচনতে অসমৰ প্ৰতি অনুৰাগ নিজৰি ওলায়। ‘Folk Tales of Assam’ নামেৰে ইংৰাজী পুথিত বুঢ়ী আইৰ সাধু কোইটামান ইংৰাজীলৈ ভাঙি অসমীয়া নজনা মানুহক তেখেতে অসমৰ বিষয়ে কিছু কথা জানিবলৈ সুবিধা কৰি দিছে। ‘বাঁহী’ৰ দিনৰপৰা ‘আৱাহন’, ‘ৰামধেনু’ৰ দিনলৈকে প্ৰায় সকলোবোৰ নামজ্বলা আলোচনীৰ পাত বৰুৱাদেৱৰ শুৱলা প্ৰবন্ধেৰে জাতিষ্কাৰ হৈ

উঠিছিল। 'বাঁহী'ৰ কেই সংখ্যামানত তেখেতে ধাৰাবাহিক হিচাপে দিয়া "আমাৰ দিনৰ কথা" নামৰ পুৰণি কালৰ কথাবোৰ পুহমহীয়া জুহালৰ কাযত বহি ককা-দেউতাই কোৱা সাধুকথাৰ দৰে মিঠা লাগে। তদুপৰি অসম সাহিত্য-সভা, অসম মহিলা সমিতি, অসম কৈৱৰ্ত্ত সম্মিলনী, জয়মতী উৎসৱ আদি বিবিধ অনুষ্ঠান তেখেতৰ বহুমূলীয়া অভিভাষণৰ দ্বাৰা অলঙ্কৃত হৈছিল।

অভিনয়-শিল্পী হিচাপেও বৰুৱা ডাঙৰীয়াৰ আগশাৰীত ঠাই আছিল। তেখেতক বাৰ্দ্ধক্যই পৰাস্ত কৰিব পৰা নাছিল। তেখেত আমাৰ শিশুসমাজত সত্তৰ বছৰীয়া চেমনীয়া, গুৱাহাটীৰ বিহুতলীৰ বিহুৱা ডেকা আৰু বিহুৱতী গাভৰুসকলৰ মাজত তেখেত বিহুৱা কোঁৱৰ আছিল। অসম দেশ আৰু অসমীয়া জাতি যিসকলৰ বুকুৰ মাজত গুপুত জপমালা হৈ শয়নে-সপনে লুকাই আছিল, সেইসকলৰ অন্যতম, জ্ঞানৰ পুৰোহিত আছিল জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়া।

১৯৫৫ চনৰ ২৭ জানুৱাৰী ৰাতিপুৱা গুৱাহাটীৰ নিজঘৰ "অভিৰাম"ত বৰুৱা ডাঙৰীয়াই শেষ নিশ্বাস পেলায়। সেই দিনা আছিল গণদেৱতা আৰু জ্ঞানৰ দেৱতা গণেশৰ পূজা। সেই কাৰণেই সেই পুণ্য ক্ষণেই গণনাৰায়ণৰ সেৱক জ্ঞানদাভিৰামে স্বৰ্গযাত্ৰাৰ নিমিত্তে বাছি ললে।

## আনন্দচন্দ্ৰ আগৰৱালা

অসমৰ সুপ্ৰসিদ্ধ আগৰৱালা পৰিয়ালৰ অন্যতম উজ্জ্বল ৰত্ন আছিল সুকবি আনন্দচন্দ্ৰ আগৰৱালা। এই বংশৰ আদি পুৰুষ নৱংৰাম আগৰৱালা সুদূৰ মাৰোৱাৰৰ পৰা ভাগ্য-লক্ষ্মী বিচাৰি অসমলৈ আহি এখেতে এই ৰাজ্যত ব্ৰিটিছৰ আমোলৰ আদি যুগতে হাড়ে-হিমজুৱে এটি লখিমী অসমীয়া পৰিয়ালৰ পাতনি মেলে। নৱংৰাম আগৰৱালাৰ প্ৰথমা পত্নী ৰাজখোৱা পৰিয়ালৰ জীয়াৰী আছিল। আৰু এৱেঁই হৰিবিলাস আগৰৱালা দেৱৰ মাতৃ আছিল। নৱংৰামৰ দ্বিতীয়া পত্নীৰ গৰ্ভত আনন্দচন্দ্ৰৰ পিতৃ কাশীৰামৰ জন্ম হৈছিল। আনন্দচন্দ্ৰৰ মাতৃৰ নাম আছিল ৰাধিকা। ১৭৯৫ শকৰ ভাদ মাহত (ইং ১৮৭৪ চন) দৰং জিলাৰ কলংপুৰ মৌজাৰ এখনি গাঁৱত আনন্দচন্দ্ৰৰ জন্ম হৈছিল। এই গাঁৱৰ ওচৰেদি বৈ যোৱা সৰু নৈখনিক আনন্দচন্দ্ৰই তেওঁৰ 'বলম' নামৰ কবিতাত জীৱন্ত ৰূপ দি গৈছে। কলংপুৰৰ মৌজাদাৰ কাশীৰাম আগৰৱালাৰ অৱস্থা বিশেষ টনকিয়াল নাছিল। সেইকাৰণে আনন্দচন্দ্ৰই তেওঁৰ দদায়েক হৰিবিলাস আগৰৱালাৰ যত্নতে পঢ়াশুনা কৰি ডাঙৰ-দীঘল হবলগীয়া হয়। আনন্দচন্দ্ৰই ১৮৯১ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা সুখ্যাতিৰে এণ্টেন্স মহলাত উত্তীৰ্ণ হৈ এটি কুৰিটকীয়া চৰকাৰী জলপানী লাভ কৰে আৰু সেইকালৰ আন আন ছাত্ৰৰ দৰে কলেজীয়া উচ্চ শিক্ষা লাভ কৰিবলৈ কলিকতালৈ যায়। তাত তেওঁ মেট্ৰোপলিটান কলেজ (বৰ্ত্তমান বিদ্যাসাগৰ) ত নাম লগায়। তেতিয়া বেজবৰুৱা, চন্দ্ৰকুমাৰ, হেম গোস্বামী প্ৰভৃতি জোনাকী যুগৰ কৰ্ণধাৰ-সকলো আনন্দচন্দ্ৰৰ দৰে কলেজীয়া শিক্ষা লাভ কৰিবলৈ প্ৰৱসুৱা হৈ কলিকতাত আছিল। নানান আলৈ-আহুকাল আৰু দুখ-কষ্টৰ মাজেদি আনন্দচন্দ্ৰই এফ-এ মহলাত বহিছিল যদিও তেওঁ সেই পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰিলে। সেই সময়তে দদায়েক হৰিবিলাসৰ ব্যৱসায়ৰ অৱস্থাও বেয়া হোৱাত অগত্যা তেওঁ পঢ়াৰ নামত এচলু পানী দি সিমানতে শিক্ষা জীৱনৰ অন্ত পেলাই

অসমলৈ উভতি আহিবলৈ বাধ্য হয়। অসমলৈ আহি প্ৰথমতে তেওঁ অলপ দিন শিৱসাগৰৰ বেজবৰুৱা হাইস্কুলত শিক্ষকতা কৰে। কিন্তু মন নবহাত সেই কাম এৰি দি তেওঁ ঘৰলৈ আহিল। তাত বাপেকৰ পৰামৰ্শমতে তেওঁ প্ৰথমতে পুলিচ বিভাগৰ তলখাপৰ চাকৰী এটা ললে। এই কাম আনন্দচন্দ্ৰৰ শিক্ষাৰ অনুৰূপ হোৱা নাছিল আৰু তেতিয়াৰ দিনত আই-এ লৈকে পঢ়া এজন ছাত্ৰই তাতকৈ ডাঙৰ কাম পোৱা অসম্ভৱো নাছিল। প্ৰথমতে দোধোৰ-মোধোৰ কৰিও অৱশেষত পিতৃ আদেশ শিৰোধাৰ্য্য কৰি তেওঁ এই কামত সোমোৱাত বাপেকে তেওঁক আশীৰ্ব্বাদ দি কৈছিল—"আনন্দি, মই তোক আশীৰ্ব্বাদ দিছো, তই কামত সোমা। এই কামতে তোৰ মঙ্গল হব।" দৰাচলতে সেয়ে হৈছিল। ছমাহৰ পিছতেই পুলিচ চাব ইন্সপেক্টৰৰ কামলৈ তেওঁৰ পদোন্নতি হল। তাৰ পিছত আনন্দচন্দ্ৰই নিজৰ বিচক্ষণ বুদ্ধি, কৰ্ম্মদক্ষতা আৰু কৰ্ত্তব্য-নিষ্ঠাৰ গুণত দোপত দোপে উঠাই শেষত পুলিচ চুপাৰিণ্টেণ্ডেণ্টৰ উচ্চ পদ লাভ কৰিছিল। এজন ভাৰতীয়, বিশেষকৈ এজন অসমীয়াৰ পক্ষে সেই কালত এনে পদ লাভ কৰি সুখ্যাতি অৰ্জ্জন কৰিব পৰাটো সহজসাধ্য নাছিল। পুলিচ বিভাগত উচ্চ চাকৰী লাভ কৰা আনন্দচন্দ্ৰই প্ৰথম অসমীয়া। অসমৰ বিভিন্ন জিলাত পুলিচ বিভাগত কাম কৰি আনন্দচন্দ্ৰই এজন সুদক্ষ পুলিচ কৰ্ম্মচাৰী হিচাপে সেইকালত বিশেষ সুখ্যাতি লাভ কৰিছিল আৰু ৰজাঘৰীয়া সন্মান ৰায়বাহাদুৰ উপাধি আদিও পাইছিল।

কলিকতাৰ কলেজীয়া জীৱনতে আনন্দচন্দ্ৰৰ সাহিত্যিক জীৱন আৰম্ভ হৈছিল। পুলিচ কৰ্ম্মচাৰীৰ কাঁইটীয়া কৰ্ম্মজীৱন আৰু পিছৰ অৱসৰপ্ৰাপ্ত জীৱনতো আনন্দচন্দ্ৰৰ এই সাহিত্য চৰ্চ্চা অব্যাহত আছিল। কলিকতাত থাকোঁতেই তেওঁ কেইজনমান বন্ধুৰ সহযোগত ব্ৰহ্ম সঙ্গীত নামেৰে এখনি গীতৰ পুথি উলিয়ায়। আৰু কৰুণাভিৰাম বৰুৱা সম্পাদিত প্ৰথম অসমীয়া শিশু আলোচনী 'লৰাবন্ধু' কাকতৰ এওঁ এজন প্ৰধান সহায়ক আছিল। তাৰ পিছত আনন্দচন্দ্ৰই 'জোনাকী', 'বিজুলী', 'আলোচনী' আদি কাকতত কেইবাটাও শুৱলা অসমীয়া কবিতা প্ৰকাশ কৰি সুকবি হিচাপে বিশেষ যশস্যা অৰ্জ্জন কৰে। এই কবিতাবোৰৰ ভিতৰত সৰহ ভাগেই আছিল ইংৰাজী কবিতাৰ ভাঙনি। আনন্দচন্দ্ৰৰ ভাঙনি এনে শুৱলা আৰু মনমোহা আছিল যে তেওঁ আমাৰ মাজত ভাঙনি কোঁৱৰ নামে পৰিচিত। পুৰণি আলোচনীবোৰৰ পাততে মৰহি যোৱা আনন্দচন্দ্ৰৰ প্ৰণয়ৰ পৰিণাম, যোগী, পানেশৈ, ফুলকোঁৱৰ, দেৱকন্যা মানবী বেশেৰে আদি মৌলিক আৰু অনূদিত কবিতাবোৰ যি এবাৰ পঢ়িছে সি তাৰ সোৱাদ কেতিয়াও পাহৰিব পৰা নাই। আদি-পাঠ, কোমল পাঠ নামেৰে দুখনি ক, খ মানৰ পুথি আৰু জিলিকনি নামেৰে আন এখনি কবিতাৰ পুথি মাথোন আনন্দচন্দ্ৰৰ জীৱন কালতে প্ৰকাশ হৈছিল। জিলিকনিত জীৱন-সঙ্গীত, ইচ্ছা তযু পূৰ্ণ হওক হেৰা দয়াময়, চহা আৰু পণ্ডিত, সুখৰ ঠাই প্ৰভৃতি সকলোৰে মুখে মুখে থকা কবিতাবোৰে ঠাই পাইছিল। হেমচন্দ্ৰ বৰুৱাদেৱৰ পাঠমালাৰ লগত এই জিলিকনি বহুবছৰ একেৰাহে আমাৰ পঢ়াশালিবোৰৰ ষষ্ঠ মানৰ সাহিত্য হিচাপে মঞ্জুৰী পাঠ্য হৈ চলিছিল। এই পুথি প্ৰকাশৰ স্বত্ব আনন্দচন্দ্ৰই ডিব্ৰুগড়ৰ জৰ্জ্জ স্কুলক দান কৰিছিল। তেখেতৰ ওখ খাপৰ কবিতাবোৰ 'পদুমনি' নাম দি প্ৰকাশ কৰাৰ সঙ্কল্প কৰাতে থাকিল; পদুমনিয়ে পোহৰৰ মুখ দেখা নাপালে।

আনন্দচন্দ্ৰই ওৰে জীৱনে অসমীয়া সাহিত্যানুষ্ঠানবোৰৰ লগত যোগাযোগ ৰাখি চলিছিল। জোনাকী যুগৰ বেজবৰুৱা, চন্দ্ৰকুমাৰ, হেম গোস্বামী প্ৰমুখ্যে আশাশুধীয়া সাহিত্যিক সকলৰ ভিতৰত আনন্দচন্দ্ৰৰো নাম লব পাৰি। ঘৰুৱা জীৱনত আৰু সাধাৰণ চলন-ফুৰণত আনন্দচন্দ্ৰ অমায়িক, সৰল আৰু অনাড়ম্বৰ আছিল। অসমীয়া সংস্কৃতিৰ প্ৰতি তেখেতৰ অশেষ অনুৰাগ আছিল। বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ সভাপতিত্বত ধুবুৰীত সম্পন্ন হোৱা অসম সাহিত্য সভাৰ অধিবেশনত আনন্দচন্দ্ৰই বিশেষ উল্লেখযোগ্য অংশ গ্ৰহণ কৰিছিল। সেই-সময়ত তেওঁ ধুবুৰীৰ পুলিচ চাহাব আছিল। কোনো বিষয়-বাব নোলোৱাকৈও তেওঁ ধুবুৰী অভ্যৰ্থনা সমিতিক সৰ্ব্বতোভাবে সহায় কৰিছিল আৰু সেই অধিবেশন কৃতকাৰ্য্য হোৱাৰ মূলত আনন্দচন্দ্ৰ আছিল বুলি কলেও বঢ়াই কোৱা নহয়। অসম সাহিত্য সভাৰ যোৱা জয়ন্তী অধিবেশনত ধুবুৰীৰ ৰাইজে আনন্দচন্দ্ৰৰ সেই পুণ্য স্মৃতি কৃতজ্ঞতাৰে সুঁৱৰি সভামণ্ডপৰ সিংহ দুৱাৰ "আনন্দচন্দ্ৰ তোৰণ" বুলি নামকৰণ কৰিছিল। তেজপুৰত বিহগী কবি ৰঘুনাথ চোধাৰী দেৱৰ সভাপতিত্বত বহা সাহিত্য সভাৰ অধিবেশনতো আনন্দচন্দ্ৰই অভ্যৰ্থনা সমিতিৰ সভাপতি হৈ সম্মিলনৰ কামৰ আগভাগ লৈছিল। তেজপুৰ অ, ভা, উ, সা, সভাৰ এসময়ত আনন্দচন্দ্ৰ প্ৰাণস্বৰূপ আছিল।

গোটেই জীৱনত ঘাইকৈ কবিতাৰ পুষ্পাঞ্জলিৰে আনন্দচন্দ্ৰই বাণী-বন্দনা কৰিছিল যদিও তাৰ লগে লগে সময়ে সময়ে তেওঁ গদ্য প্ৰবন্ধও ৰচনা কৰিছিল আৰু বিশেষকৈ চাকৰিৰ পৰা অৱসৰ লৈ তেওঁ বুৰঞ্জী আৰু প্ৰত্নতত্ত্বৰ ফালে বিশেষভাৱে মনোযোগ দিছিল। তাৰ ফল স্বৰূপে তেখেতৰ কাপৰ পৰা ওলোৱা কেইবাটাও ৰসাল গবেষণামূলক প্ৰবন্ধ সেই সময়ৰ আলোচনী বোৰত প্ৰকাশ হৈ ওলোৱা দেখিবলৈ পোৱা যায়। সেইবোৰৰ কিছুমান হৈছে—(১) পুৰণি কথা, অৰ্ঘ্য, ১ম বছৰ। (২) আমাৰ দেশৰ আদিবাসী মানুহ, আলোচনী, ৮ম বছৰ। (৩) বৰাহ ৰাজ্য আৰু বৰাহ মিহিৰ, আলোচনী, ৮ম বছৰ। (৪) মানসা নদী আৰু বড়ো জাতি, আৱাহন, ২য় বছৰ। (৫) 'সোনৰ অসম', প্ৰবন্ধৰ জোৰা, আৱহন, ৪ৰ্থ বছৰ। (৬) সাহিত্যিক যৎকিঞ্চিৎ, আৱাহন, ৪ৰ্থ বছৰ। (৭) অসম কোষ বা পুৰণি অসমৰ ভূ-পৰিচায়ক অভিধান, আৱাহন, ৪ৰ্থ বছৰ। (৮) পুৰণি তথ্য, আৱাহন, ৫ম বছৰ। (৯) ঐতিহাসিক যৎকিঞ্চিত, আৱাহন, ৫ম বছৰ। (১০) কামৰূপৰ তীৰ্থ বিবৰণ, আৱাহন, ৫ম বছৰ। (১১) মায়ং মৌজা, আৱাহন, ১০ম বছৰ। (১২) গোৱালপাৰা জিলা আৰু পুৰণি কামৰূপ ৰাজ্যৰ সংক্ষিপ্ত বিৱৰণ, আসাম হিতৈষী, ২য় বছৰ। (১৩) অসমত আৰ্য্য বসতি, বাঁহী, ১০ম বছৰ। (১৪) সৰস্বতী নদী, বাঁহী, ১০ম বছৰ। (১৫) পুৰণি অসম, বাঁহী, ১৪শ বছৰ। (১৬) অসমৰ পুৰাবৃত্ত, বাঁহী, ২১শ বছৰ। (১৭) ৺লম্বোদৰ বৰা, বিজুলী, ২য় বছৰ। (১৮) সঙ্গীত বিদ্যাৰ সৃষ্টি, জয়ন্তী, ১ম বছৰ। (১৯) অৰুন্ধতীৰ উপাখ্যান, জয়ন্তী, ১ম বছৰ। (২০) তন্ত্ৰশাস্ত্ৰ আৰু আমাৰ বৰ্ণমালা, জয়ন্তী, ২য় বছৰ। (২১) মায়াপুৰী, জয়ন্তী, ২য় বছৰ। (২২) সংস্কৃত মূলক অসমীয়া ঘৰুৱা শব্দ, জয়ন্তী, ২য় বছৰ। (২৩) সোম, সৌম্য আৰু সৌমাৰ, জয়ন্তী, ২য় বছৰ। (২৪) মান, উষা, ১ম বছৰ। (২৫) ব্ৰহ্মদেশত অসমীয়া, উষা, ১ম বছৰ। (২৬) সেৱাধৰ্ম্ম, মিলন।

কামৰ পৰা অৱসৰ গ্ৰহণ কৰি তেজপুৰ নগৰৰ লুইতৰ দাঁতিত থকা পৰ্ব্বতৰ টিলা এটাত মনোৰম বঙলা এটা সজাই লৈ আনন্দচন্দ্ৰই থাকিবলৈ লৈছিল। সেই নিজ ঘৰতে ১৯৩৯ চনত তেওঁ পৰলোক লৈ গমন কৰে। তেওঁৰ মৃত্যুৰ পিছত ওপৰত উল্লেখ কৰা বিবিধ প্ৰবন্ধ-পাতি আৰু সুললিত কবিতা সমূহ বিভিন্ন কাকত-পত্ৰৰ বুকুতে থান-বান হৈ পৰি ৰ'ল। সেইবোৰ সঙ্কলন কৰি প্ৰকাশ কৰিলে অসমীয়া সাহিত্যৰ জেউতি চৰিব।

## শ্ৰীৰঘুনাথ চৌধাৰী

প্ৰাচীন বাঁহজনীয়া কলিতা চৌধাৰীৰ বংশৰ ভোলানাথ চৌধাৰী বিহগী কবি ৰঘুনাথৰ পিতৃ। বাঁহজানী মৌজাৰ পৰা উঠি আহি তেখেতৰ পূৰ্ব্বপুৰুষসকলে কামৰূপ জিলাৰ পশ্চিম বংশৰ মৌজাৰ কৃষিপ্ৰধান ঠাই ( পুৰণি ) লাউপৰা গাঁৱত বসতি কৰিছিল। এই গাঁৱৰ ওচৰেদি বৰলীয়া নৈ বৈ গৈছে। আৰু সেই বৰলীয়াতে পাগ্‌লাদিয়া, লখাইতৰা, কলীয়াজল আৰু হাজোস্থিতি নদী আহি মিলি পঞ্চনদীৰ মিলন তীৰ্থ ৰচনা কৰিছে। ভোলানাথ চৌধাৰী সেই-কালত লাউপৰা গাঁৱৰ এজন শিক্ষিত মুখিয়াল লোক আছিল। ৰঘুনাথৰ মাতৃ দয়ালতা কমাৰকুছি গাঁৱৰ বিখ্যাত মজুমদাৰ বংশৰ জীয়াৰী।

১৮০১ শকৰ মাঘ মাহৰ শুক্লা চতুৰ্থী তিথিত ৰঘুনাথৰ জন্ম হয়। সেইদিনা আছিল গণেশ পূজা। পূজাৰ অন্তত চৌধাৰীৰ ঘৰৰ কুলপুৰোহিত বিজয় চক্ৰৱৰ্ত্তী দেৱে আনন্দতে ভোলানাথক কলে "তোমাৰ লৰা বংশৰ ৰঘুনাথ হব। সেয়েহে লৰাৰ আচল নাম সোমনাথ তল পৰিল আৰু তেওঁ ৰঘুনাথ নামেৰেই তেওঁ জনাজাত হল। নিচেই চালুকীয়া বয়সতে পিৰালীত পাৰি দিয়া শিলৰ চেপাত দুৰ্ঘটনাক্ৰমে ভৰি সোমাই গৈ ৰঘুনাথৰ দুয়োখন ভৰি একেবাৰে নিশকতীয়া হৈ পৰে। ফলত তেখেতে বহুত দিনলৈ থিয় হব বা খোজ কাঢ়িব নোৱাৰিছিল আৰু সেইকাৰণে চিৰদিনলৈ তেওঁৰ দেহৰ অৱয়ব ঘুণীয়া হৈ ৰল।

চাৰি বছৰ বয়সতে শিশু ৰঘুনাথ চিৰকাললৈ মাতৃস্নেহৰ পৰা বঞ্চিত হয়। নানান পাৰিবাৰিক দুৰ্য্যোগৰ কাৰণে ৰঘুনাথৰ পিতৃ ভোলানাথ চৌধাৰীৰ মানসিক বিকৃতি ঘটে। এনেবোৰ নানা কাৰণত ৰঘুনাথৰ পঢ়া আৰম্ভ কৰাত পলম হয় আৰু ব্যাঘাত জন্মে। অৱশেষত ৰঘুনাথ তেওঁৰ ককায়েক গুৱাহাটীৰ গৰ্গ চৌধাৰীৰ ঘৰলৈ উঠি আহে। এই গৰ্গ চৌধাৰী সেই সময়ত গুৱাহাটীৰ এজন প্ৰতাপী লোক আছিল। এওঁ অসমৰ বিখ্যাত সঙ্গীত কবি উমেশচন্দ্ৰ চৌধাৰীদেৱৰ পিতৃ। তেখেতৰ তত্বাৱধানতে ৰঘুনাথে নিয়মিত ভাৱে পঢ়াশুনা কৰিবলৈ আৰম্ভ কৰিলে। তেওঁ পোনতে তেতিয়াৰ চৰকাৰী ছাত্ৰবৃত্তি স্কুলত পঢ়ে আৰু তাৰপৰা সুকলমে উত্তীৰ্ণ হৈ ইংৰাজী স্কুলত নাম লগায়। তাত প্ৰায় দুবছৰ অধ্যয়ন কৰাৰ পিছত ৰঘুনাথে স্কুল এৰে। সেই সময়ৰ এজন শিক্ষকৰ কঠোৰ শাসনত ৰঘুনাথৰ কোমল শিশুমন বিদ্ৰোহী হৈ উঠে আৰু সেইকাৰণেই সিমানতে তেওঁ চিৰকাললৈ স্কুলৰ শিক্ষা বিসৰ্জ্জন দিয়ে। কিন্তু ইমানতে তেওঁৰ প্ৰকৃত শিক্ষাৰ অন্ত নপৰিল। স্কুলীয়া জীৱনতে সংস্কৃত ভাষাৰ লগত তেওঁৰ প্ৰথম পৰিচয় হৈছিল। পিচত তেওঁ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য আৰু মিথিলাৰ বিখ্যাত পণ্ডিত বালমুকুন্দ-ঝা দেৱৰ সংস্পৰ্শলৈ আহি সংস্কৃত ভাষা-সাহিত্যৰ প্ৰতি বিশেষভাৱে অনুৰাগী হয় আৰু ঘৰতে

সংস্কৃত অধ্যয়ন কৰে। অসমীয়া আৰু বঙলা ভাষাও ৰঘুনাথে বিশেষ মনোযোগেৰে অধ্যয়ন কৰিছিল। ককায়েক গৰ্গ নাজিৰৰ ঘৰলৈ সততে অহা সাহিত্যৰথী হেমচন্দ্ৰ বৰুৱা, দুলাল চৌধাৰী মথুৰা বৰুৱা আদি গুৱাহাটীৰ বিখ্যাত লোকসকলৰ সান্নিধ্য লাভ কৰিবলৈ শিশু ৰঘুনাথে সুযোগ পাইছিল আৰু সেই সকলৰ জীৱন আদৰ্শই তেওঁৰ মনত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল।

পঢ়াশুনা এৰি কেইবছৰমান থকাৰ পিচত ১৮৯৯ চনত তেখেত গুৱাহাটী বালিকা নিম্ন প্ৰাইমেৰী স্কুলৰ প্ৰধান শিক্ষক নিযুক্ত হয় আৰু তাত ১৯০৩ চনলৈকে তেখেতে কাম কৰে। পিচত সেই স্কুল উঠি যোৱাত তেখেতে ৰোমান কেথলিক মিচনেৰী বালিকা স্কুলত আৰু কেই-বছৰমান শিক্ষকতা কৰে। শেষত সেই স্কুলো প্ৰথম মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে উঠি যোৱাত তেখেতে চৰকাৰী চাকৰীৰ মোহ এৰি খেতি-বাতিতে মনোনিবেশ কৰে আৰু লগে লগে সাহিত্য সেৱাও কৰি থাকে। উল্লেখযোগ্য যে ৰঘুনাথ এজন আদৰ্শ খেতিয়কো। ধান কুঁহিয়াৰৰে পৰা আৰম্ভ কৰি শাক-পাচলিলৈকে সকলো খেতিকে বহুবছৰ ধৰি কৰি সৌ সিদিনা-লৈকে তেখেতে কৃতিত্ব অৰ্জ্জন কৰিছে। ইয়াৰ ভিতৰত কবি খেতি কৰি তেখেতে বিশেষ আনন্দ লাভ কৰিছিল। গুৱাহাটী নগৰৰ পুব উপকণ্ঠত থকা বোন্দাগাঁৱত হাজাৰ হাজাৰ কৰি খেতি কৰি সেই খেতিৰ মাজতে তেওঁ এসময়ত অকলশৰীয়া ভাবে জীৱনৰ দিনবোৰ কটাইছিল। এই বোন্দাতেই নিজান জান-জুৰিৰে পৰিপূৰ্ণ প্ৰকৃতি ৰাজ্যত কবিদেৱে ধ্যানস্থ হৈ তেওঁৰ মনোৰমা "কেতেকী" কাব্য সৃষ্টি কৰে ১৯১৮ চনত।

সামাজিক আৰু সাহিত্যসেৱী সকলো স্থানীয় অনুষ্ঠানৰ লগতে কবিদেৱৰ সম্বন্ধ বৰ্ত্তমান। ১৯২১ চনৰ অসহযোগ আন্দোলনত চৌধাৰীদেৱে যদিও পোনপটীয়া ভাবে যোগ দিয়া নাছিল, তথাপি তেখেতে নিজৰ বোন্দাখাতত থাকি সেই অঞ্চলৰ জনজাতীয় লোকসকলৰ মাজৰ পৰা কানি বৰবিহ নিৰ্ম্মুল কৰাৰ ফলত এবছৰৰ কাৰণে কাৰাদণ্ড ভোগ কৰিবলগীয়া হৈছিল। ফাটেকত লোকপ্ৰিয় বৰদলৈদেৱ, শ্ৰীমহেন্দ্ৰনাথ ডেকা বি-এল, কবিৰাজ শ্ৰীথানেশ্বৰ শৰ্ম্মা আদি লোকসকল তেখেতৰ সঙ্গী আছিল। সেই সময়ত কাৰা জীৱন বৰ কঠোৰ আৰু তাৰ কিছুমান নীতি-নিয়ম অতিশয় নিমৰমিয়াল আৰু অমানুষিক আছিল। সেইবোৰ দেখি শুনি কাৰাগাৰৰ ভিতৰতো মাজে মাজে কবি দেৱৰ স্বাধীন মনটো বিদ্ৰোহী হৈ উঠিছিল আৰু তাৰ ফলত তেখেতে জেলৰ কঠোৰ শাস্তি আদি মূৰ পাতি লবলগীয়া হৈছিল। সেই সময়ৰ তেখেতৰ কাৰাবাসৰ কথাবোৰ উপাদেয় ভাষাৰে জেল-কাহিনী নাম দি লিপিবদ্ধ কৰা হৈছিল। দুখৰ বিষয় কোনোবা এজন ডেকাৰ অসাবধানতাৰ সেই পুথি হাতে লিখা অৱস্থাতে বিলুপ্ত হল।

আজিও তেখেতে কোনো ৰাজনৈতিক দলত নাথাকিলেও গভীৰ ভাবে অসমৰ স্বকীয়া সমস্যাবোৰ চিন্তা কৰে আৰু নিয়মিতভাবে বাতৰি কাকত অধ্যয়ন কৰে। বয়সত যদিও তেখেতে চাৰিকুৰিৰ জপনাৰ ওচৰ চাপিছে আৰু শৰীৰ অতিশয় ৰুগ্ন, তথাপি আৱশ্যক হলে দেশৰ স্বাৰ্থৰ লগত জড়িত কোনো কোনো সমস্যাৰ মাজত আজিও তেওঁ জপিয়াই পৰে। অলপতে সীমা নিৰ্দ্ধাৰণ আয়োগৰ আগত সাক্ষী দিবলৈ যি সৰ্ব্বদলীয় জাতীয় পৰিষদ গঠিত হৈছিল, তাৰ তেখেত সভাপতি আছিল। কিন্তু সাধাৰণতে তেওঁ সাংস্কৃতিক অনুষ্ঠানবোৰৰ লগতহে যোগ দি বেছি

ভাল পায়। গুৱাহাটীৰ কামৰূপ নাট্য সমিতি, সবিতা সভা আদি বিভিন্ন সাংস্কৃতিক অনুষ্ঠানৰ তেখেত গুৰিয়াল।

বিশ্বশান্তি সমিতিৰ অসম শাখাৰ সভাপতিৰূপে ১৯৫২ চনত তেখেতে কলিকতাত বহা সদৌ ভাৰত শান্তি কমিটীৰ অধিবেশনত যোগদান কৰে আৰু সেই সমিতিৰ সৰ্ব্বভাৰতীয় কৃষ্টি শাখাৰ সভাপতিত্ব কৰে। সেই সময়তে ভাৰতৰ বিভিন্ন ভাষাভাষী কবি, লিখক আৰু শিল্পী-সকলে তেখেতৰ কবি প্ৰতিভাৰ পৰিচয় পাই তেখেতক ৰাজহুৱা ভাৱে অভিনন্দিত কৰে আৰু তাৰ পিছত মূল সভাৰ সভাপতি বৰণ কৰে। সেই সভাত ডাঃ ছৈফুদ্দিন কিচ্‌লু, ডাঃ মুল্ক্‌ৰাজ আনন্দ, পৃথ্বিৰাজ কাপুৰ, খাজা আহমদ্ আব্বাচ, সুকবি ভাল্লা থল, গোপাল হালদাৰ, বলদেৱ চাহনি আদি বিখ্যাত জনপ্ৰিয় সাহিত্যিক আৰু শিল্পীসকলে ৰঘুনাথক বিশেষভাৱে ওলগ জনায় আৰু সেইসকলৰ লগত তেখেতৰ বিশেষ বন্ধুত্ব ঘটে।

ৰঘুনাথৰ অন্তৰত কবিতাৰ ভাৱৰ উদয় হয় প্ৰায় আঠ ন বছৰ বয়সতে। তেখেতৰ কবিতাবিলাক প্ৰথমতে 'জোনাকী', 'আলোচনী' আদি কাকতত ওলায় আৰু তাৰ পিছত 'সাদৰী' পুথি আকাৰে প্ৰকাশিত হয়। চৌধাৰীদেৱৰ এই 'সাদৰী' আৰু সত্যনাথ বৰাদেৱৰ 'সাৰথি' বহুবছৰ ধৰি কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা মহলাৰ পাঠ্য হিচাপে চলিছিল। ন্যায়াধীশ শ্ৰীযুত হলীৰাম ডেকাদেৱে কবিৰ চিনাকিৰে সৈতে 'সাদৰী'ত টোকা এটি সন্নিবেশিত কৰি দিয়ে। 'সাদৰী'ৰ পিছত কবিদেৱৰ অমৰ কাপৰ পৰা ক্ৰমে 'কাৰবালা', 'কেতেকী' আৰু 'দহিকতৰা' গ্ৰন্থ প্ৰকাশ হৈ ওলায়। এই আটাইকেইখনি পুথিয়েই কলিকতা বিশ্ববিদ্যালয়, ঢাকা বিশ্ববিদ্যালয়, গুৱাহাটী বিশ্ববিদ্যালয় আদিত এৰাধৰাকৈ বিভিন্ন মহলাত পাঠ্যৰূপে মনোনীত হৈছে। 'কাৰবালা' খন হিন্দু কবিয়ে লিখা অসমীয়া ভাষাত অপূৰ্ব্ব মহৰম কাব্য। এসময়ত কবি চৌধাৰী চাৰি মাহ শয্যাগত ৰোগী হৈ আছিল। তেতিয়াই নৰিয়া পাটীত পৰি তেওঁ এই কাব্য ৰচনা কৰে। তেওঁৰেই 'কাৰবালা' আৰু 'কেতেকী' প্ৰথমতে সেই সময়ৰ বিখ্যাত ছাত্ৰানুষ্ঠান গুৱাহাটীৰ একতা সভাৰ দ্বাৰা প্ৰকাশিত হৈছিল। একতা সভাৰ সেই সময়ৰ কৰ্ম্মী দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্ম্মা, উমেশচন্দ্ৰ চৌধাৰী আৰু শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, শ্ৰীশৰৎ চন্দ্ৰ কাকতীৰ নাম যথাক্ৰমে 'কাৰবালা' আৰু 'দহিকতৰা'ৰ প্ৰকাশ-প্ৰসঙ্গত উল্লেখযোগ্য। 'কাৰবালা' প্ৰকাশৰ কেইবাবছৰ পিছত কবিদেৱে তেতিয়াৰ মিলন (অতুল হাজৰিকা সম্পাদিত), সাধনা (মহম্মদ ছালেহ সম্পাদিত) আৰু আৱাহন আদি কাকতত মিলনদূত, গোলাপ, পুৰতি তৰা, ফুলশয্যা, গিৰিমল্লিকা আদি কেইবাটাও অপূৰ্ব্ব কবিতা প্ৰকাশ কৰে। এই মিলনদূতক কেন্দ্ৰ কৰি আনবোৰ কবিতাৰে লগ লগাই ডঃ কাকতিৰ পৰামৰ্শমতে পিছত 'দহিকতৰা' গ্ৰন্থ প্ৰকাশ কৰা হয়। চৌধাৰীদেৱ প্ৰকৃতিৰ কবি, উদ্ভিদ জগতৰ লগত, বিশেষকৈ চৰাইৰ জীৱনৰ লগত তেখেতৰ নিগূঢ় সম্পৰ্ক। সেই কাৰণেই তেওঁ বিহগী কবি হিচাপে সদৌ ৰাইজৰ মাজত পৰিচিত আৰু সন্মানিত। তেখেতৰ কবিতাৱলীৰ গুণাগুণ সম্পৰ্কে ডঃ বাণীকান্ত কাকতিয়ে 'কেতেকী' আৰু 'দহিকতৰা'ৰ পাতনিত বিতংভাৱে আলোচনা কৰি কৈছে—

"ডেকাকালৰ "প্ৰিয়বিহঙ্গিনী" আদি কৱিতাৰ পৰা আৰম্ভ কৰি "দহিকতৰা"লৈকে সমভাৱাপন্ন কৱিতাবোৰ চিৰকৌমাৰ্য্যব্ৰতী অসমীয়া কবিৰ কামগন্ধবিহীন অতীন্দ্ৰিয় প্ৰেমৰ বুৰঞ্জী মাথোন।"

তেখেতৰ দুই এটি কবিতা বঙলা আৰু ইংৰাজী ভাষালৈকো অনুবাদিত হৈছে। আমেৰিকাৰ পৰা প্ৰকাশিত বিশ্ব সাহিত্যৰ বাছকবনীয়া কবিতাৰ সংগ্ৰহ এটিত তেখেতৰ "বহাগীৰ বিয়া" আৰু বেজবৰুৱাৰ "প্ৰিয়তমাৰ সৌন্দৰ্য্য" কবিতাই ঠাই পাইছে। তেখেতৰ কবি প্ৰতিভাৰ প্ৰতি সমাদৰ জনাই কামৰূপ সঞ্জীৱনী সভাই বহুবছৰ আগতে তেখেতক 'কবি-ৰত্ন' উপাধি প্ৰদান কৰিছিল। সম্প্ৰতি ভাৰত চৰকাৰেও তেখেতক এটি সাহিত্যিক পেঞ্চন দিছে।

চৌধাৰীদেৱ যে কেৱল কবিতা ৰচনাতহে সিদ্ধহস্ত এনে নহয়, গদ্য ৰচনাতো তেখেতৰ বিশেষ পাৰ্গতালিৰ প্ৰমাণ আছে। তেখেতৰ 'তন্ময়তা' নামৰ কথা-কবিতা এটা বহুকাল পূৰ্ব্বে 'আৱাহন'ত প্ৰকাশ হৈছিল। অসম সাহিত্য সভাৰ তেজপুৰ অধিবেশনৰ সভাপতিৰ অভিভাষণতো তেখেতৰ শ্ৰেষ্ঠ গদ্য ৰচনাৰ নিদৰ্শন পোৱা যায়। সম্প্ৰতি "অসম বাণী," "নতুন অসমীয়া" "বৰদৈচিলা" আদি কাকতত তেখেতে চন্দ্ৰমল্লিকা, চাকি আৰু গছা, খদা আৰু জাপি প্ৰভৃতি নাম দি কেইটামান নতুন ধৰণৰ চুটি গল্প ৰচনা কৰি প্ৰকাশ কৰিছে। সেইবোৰ গোটাই "কৰণি" নামেৰে এখনি গল্পৰ পুথি ছপাখানালৈ যুগুত কৰি থৈছে। কবি চৌধাৰীৰ এই "কৰণি"য়ে চুটি গল্প লিখক হিচাপেও তেখেতৰ খ্যাতি বঢ়াব বুলি আশা কৰা যায়।

গ্ৰন্থ ৰচনাৰ উপৰিও কেইবাখনো বিখ্যাত অসমীয়া আলোচনীৰ লগত তাহানিৰে পৰা চৌধাৰীদেৱ বিশেষ সম্পৰ্কেৰে জড়িত হৈ আছে। কলিকতীয়া 'জোনাকী' কাকত যেতিয়া গুৱাহাটীলৈ আহে তাৰ সম্পাদক আছিল সত্যনাথ বৰা ডাঙৰীয়া আৰু ৰঘুনাথে সহকাৰী সম্পাদক ৰূপে বৰাদেৱৰ সহযোগত কোমল বয়সতে কাকত সম্পাদনাৰ অভিজ্ঞতা আৰ্জ্জি লয়। তেখেতে পিছত 'ময়না' নামেৰে মনোৰম শিশু আলোচনী এখনি পৰিচালনা কৰে। তাৰ পিছত ক্ৰমে জয়ন্তী, সুৰভি আদি কাকতো সম্পাদন কৰে। এইবোৰ কাকতৰ সম্পৰ্কত তেওঁ একোচাম ডেকা সাহিত্যিক গঢ়ি তোলে। এই দৰে কেৱল সাহিত্য আলোচনাৰ কাৰণেই চৌধাৰী দেৱৰ ঘৰখন অসমৰ ভালেমান নবীন আৰু প্ৰবীণ সাহিত্যিকৰ প্ৰেৰণাৰ স্থল বুলি কব পাৰি। চৌধাৰীদেৱৰ সৰল, সহজ, অনাড়ম্বৰ, শিশুসুলভ সাহিত্যিক জীৱনৰ আদৰ্শ তেখেতৰ ভতিজাক ৺উমেশচন্দ্ৰ চৌধাৰীৰ গাতো বিশেষভাবে পৰিলক্ষিত হৈছিল। শিশুকালৰে পৰা আজিলৈকে চৌধাৰীদেৱে প্ৰাদেশিক আৰু বিশেষকৈ গুৱাহাটীৰ স্থানীয় সকলো অনুষ্ঠানৰ লগত সম্বন্ধ ৰাখি চলিছে।

## শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ

যোৰহাট নগৰত ১৮৯৮ খৃঃৰ জুলাই মাহৰ কুৰি তাৰিখে কৃষ্ণকান্ত সন্দিকৈদেৱৰ জন্ম হয়। তেখেত ৰায়বাহাদুৰ দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ প্ৰথম পুত্ৰ। সাতঘৰীয়া আহোমৰ আদাৰবীয়া সন্দিকৈ ফৈদৰ ৰাধাকান্ত সন্দিকৈ তেখেতৰ পিতৃ আৰু মৰাণ বৰুৱাৰ ঘৰৰ নাৰায়ণী সন্দিকৈ মাতৃ। নাৰায়ণী সন্দিকৈ ঘিণাৰাম বৰুৱাৰ দুমলীয়া জীয়েক সাহিত্যৰথী পদ্মনাথ গোহাঁঞি বৰুৱাদেৱৰ ভনীয়েক।

কৃষ্ণকান্ত সন্দিকৈয়ে যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা ১৯১৩ চনত প্ৰথম বিভাগত প্ৰবেশিকা পাছ কৰি জলপানী লাভ কৰে। দুবছৰ কটন কলেজত পঢ়ি প্ৰথম বিভাগত আই-এ পাছ কৰি বৃত্তি পায়। ১৯১৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ সংস্কৃত কলেজৰ পৰা প্ৰথম শ্ৰেণীৰ

"অনাৰ্ছ" লৈ বি-এ পাছ কৰে আৰু "প্ৰসন্ন কুমাৰ সৰ্ব্বাধিকাৰী সোণৰ-পদক" আৰু বৃত্তি লাভ কৰে। ১৯১৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃত ( বেদ গুপ্ত ) প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম-এ পৰীক্ষাত কৃষ্ণকান্ত উত্তীৰ্ণ হয়।

১৯২০ চনৰ জানুৱাৰী মাহত কৃষ্ণকান্ত সন্দিকৈদেৱে অক্সফোৰ্ড বিশ্ববিদ্যালয়ত পাশ্চাত্য ইতিহাস পঢ়িবলৈ যাত্ৰা কৰে। ১৯২৩ চনত আধুনিক বুৰঞ্জী বিভাগত "অনাৰ্ছ" লৈ এম-এ ডিগ্ৰী লাভ কৰে।

অক্সফোৰ্ড বিশ্ববিদ্যালয়তে তেখেতে ফৰাচী আৰু জাৰ্ম্মান ভাষা শিকি আয়ত্ব কৰে। ইয়াৰ পিছত ১৯২৩ চনৰ পৰা ১৯২৭ চনলৈকে পেৰিচ বিশ্ববিদ্যালয় আৰু বাৰ্লিন বিশ্ববিদ্যালয়ত গ্ৰীক, লেটিন আৰু ইটালীয়ান ভাষা আৰু সাহিত্য অধ্যয়ন কৰে। তাতেই উপৰুৱাকৈ ৰুছিয়ান আৰু স্পেনিছ ভাষাও পঢ়ে আৰু শিকে।

য়ুৰোপত শিক্ষা সাং কৰি ১৯২৭ চনত কৃষ্ণকান্ত সন্দিকৈ অসমলৈ ঘূৰি আহে। বিশেষ উল্লেখযোগ্য যে কৃষ্ণকান্তই সুদীৰ্ঘকাল য়ুৰোপত বিভিন্ন বিশ্ববিদ্যালয়ৰ সংস্পৰ্শত থাকি কেৱল জ্ঞান-চৰ্চ্চা, অধ্যয়ন আৰু গবেষণাৰ মাজতে নিজক নিমগ্ন কৰি ৰাখিছিল। অক্সফোৰ্ড বিশ্ব-বিদ্যালয়ৰ এম-এ ডিগ্ৰীৰ বাহিৰে আন কোনো ডিগ্ৰী লবলৈ তেওঁ যত্ন কৰা নাছিল। তেওঁৰ শিক্ষাৰ ঘাই উদ্দেশ্য ডিগ্ৰীলাভ কৰাটো নাছিল, আছিল কেৱল জ্ঞান আহৰণ। মুঠতে সাত বছৰ য়ুৰোপ প্ৰবাসত থাকি সেই দেশৰ কেবাটাও ভাষাত ব্যুৎপত্তি লাভ কৰি তেখেত ১৯২৭ চনত নিজৰ দেশলৈ ঘূৰি আহে।

সেইসময়ত অসমত কটন কলেজেই উচ্চ শিক্ষাৰ প্ৰধান অনুষ্ঠান আছিল। অসম উপত্যকাত আন কোনো কলেজ নাছিল। সেইকাৰণে অসমৰ শিক্ষা-জগতৰ এই বিশেষ অভাৱটোলৈ লক্ষ্য ৰাখি জনদিয়েক উচ্চশিক্ষিত অসমীয়া ডেকাই নিজৰ স্বাৰ্থ ত্যাগ কৰি যোৰহাটত এটা প্ৰথম শ্ৰেণীৰ কলেজ স্থাপন কৰিবলৈ উদ্যোগী হয় আৰু তাৰ ফলতেই বৰ্ত্তমান অসমৰ অন্যতম প্ৰধান শিক্ষানুষ্ঠান যোৰহাট জগন্নাথ বৰুৱা কলেজৰ জন্ম হয়। যিসকল ডেকাই এই কলেজ প্ৰতিষ্ঠাত বিশেষ বৰঙণি আগবঢ়াইছিল সেইসকলৰ ভিতৰত তুলসীনাৰায়ণ শৰ্ম্মা, শ্ৰীযুত ( সকল ) ফণী দত্ত, যজ্ঞেশ্বৰ শৰ্ম্মা, গুণগোবিন্দ দত্ত, প্ৰফুল্লপ্ৰাণ চাংকাকতী প্ৰভৃতিৰ নাম বিশেষ উল্লেখযোগ্য। এই সকলৰ ভিতৰত শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ দেৱো অন্যতম আছিল। তেখেতে কলেজ আৰম্ভণিৰে পৰা সোতৰ বছৰ কাল এই কলেজৰ লগত অধ্যক্ষ স্বৰূপে ওতপ্ৰোতঃভাবে জড়িত আছিল আৰু কলেজখনিৰ সৰ্ব্বাঙ্গীন উন্নতিৰ কাৰণে মনপুতি লাগিছিল।

দেশে স্বাধীনতা পোৱাৰ পিছত অসমৰ ৰাইজৰ বহুদিনীয়া আকাঙ্ক্ষাৰ ধন গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ সোণালী ছেগ মিলে। তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে বিশ্ববিদ্যালয়খনি গঢ় দি অসমৰ সোণালী সপোনক বাস্তৱ ৰূপ দিবলৈ কৃষ্ণকান্ত সন্দিকৈদেৱৰ ওপৰতে গুৰুভাৰ অৰ্পণ কৰে। অসম চৰকাৰৰ পৰা নিমন্ত্ৰণ পাই ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য পদ কৃষ্ণকান্তই গ্ৰহণ কৰে। এই দায়িত্বপূৰ্ণ পদত তেখেত একেৰাহে ন বছৰ থাকিবলগীয়া হয়। এই কালছোৱাৰ ভিতৰতে তেখেত আৰু তেখেতৰ

সহকৰ্ম্মী সকলৰ অধ্যৱসায়, যত্ন আৰু ত্যাগৰ ফলত গুৱাহাটীৰ ওচৰৰ এবাবাৰী জালুকবাৰী সমগ্ৰ দেশৰে শিক্ষাবাৰীত পৰিণত হয় আৰু জ্ঞান-বিজ্ঞানৰ জেউতিত লুইতৰ পাৰ জিলিকি উঠে। ন-কৈ প্ৰতিষ্ঠিত হলেও গুৱাহাটী বিশ্ববিদ্যালয়ে অলপ দিনৰ ভিতৰতে ঠন ধৰি উঠি ভাৰতৰ আন আন উন্নত বিশ্ববিদ্যালয় সমূহৰ মাজত সমান স্থান লাভ কৰে। এই মহৎ কৰ্ম্মৰ কাৰণে অসমৰ শিক্ষা-বুৰঞ্জীত কৃষ্ণকান্ত সন্দিকৈদেৱৰ নাম চিৰকাল সোণালী আখৰেৰে জিলিকি থাকিব। ভাৰত চৰকাৰে লোকতন্ত্ৰ দিবস উপলক্ষে তেখেতক পদ্মশ্ৰী উপাধিৰে বিভূষিত কৰে। বিশ্ববিদ্যালয়ৰ হাড়ভগা কামৰ পৰা অব্যাহতি লাভ কৰি কৃষ্ণকান্ত সন্দিকৈয়ে সম্প্ৰতি তেখেতৰ যোৰহাটৰ নিজা ঘৰত থিতাপি লৈছেগৈ। তেখেতে অৱসৰ লোৱাত বিশ্ববিদ্যালয়ৰ কৰ্ণধাৰৰ ভাৰ পৰিছে অসম জননীৰ আন এজন গুণী পুত্ৰ শ্ৰীযুত সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াৰ গাত।

অসমৰ সন্দিকৈ পৰিয়ালটো দান-বদান্যতাৰ কাৰণে বিখ্যাত। আন বিষয়ত দান দিওঁতাৰ অভাৱ নহলেও সাহিত্যৰ কাৰণে দান দিয়া অসমীয়া মানুহৰ সংখ্যা তাকৰ। এই বিষয়ত দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই দেশবাসীৰ আগত উজ্জ্বল আদৰ্শ এৰি গৈছে। তেখেতৰ সুপুত্ৰ কৃষ্ণকান্তয়ো যোৰহাট জগন্নাথ বৰুৱা কলেজৰ বিজ্ঞান শাখালৈ ১১,০০০৲ (এঘাৰ হেজাৰ) টকা আৰু চন্দ্ৰকান্ত অভিধানৰ নতুন তাঙৰণ উলিয়াবৰ উদ্দেশ্যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ হাতত এতিয়ালৈকে ২৫,০০০৲ (পঁচিশ হেজাৰ) টকাৰ দান আগবঢ়াইছে।

"অসম ছাত্ৰ সম্মিলন" (গোলাঘাট ১৯২৯ চন) আৰু "অসম সাহিত্য সভা"ৰ পৌৰোহিত্য কৰাৰ উপৰিও অসমৰ বাহিৰত তলত নাম দিয়া সৰ্ব্বভাৰতীয় সভা কেইখনৰ সুচাৰুৰূপে পৌৰোহিত্য কৰি নিজৰ কৃতিত্ব বঢ়োৱাৰ উপৰিও অসমৰ যশস্যা বৃদ্ধি কৰিছে।

(১) ১৯৫১ চনত লক্ষ্ণৌ বিশ্ববিদ্যালয়ত বহা সদৌ ভাৰত প্ৰাচ্য সম্মিলনৰ প্ৰাচীন সংস্কৃত বাছনি সভা। (২) ১৯৫২ চনত মাদ্ৰাজত বহা ভাৰতৰ বিশ্ববিদ্যালয় সমূহৰ উপাচাৰ্য্যৰ সম্মিলনী। (৩) ১৯৫৩ চনত ওৱাল্টায়াৰত বহা ভাৰতৰ আন্তঃবিশ্ববিদ্যালয় সমিতিৰ বছেৰেকীয়া অধিবেশন। কৃষ্ণকান্ত সন্দিকৈ দেৱৰ আগ জীৱনতে লিখা কেইটামান সাৰুৱা পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ অসমীয়া আলোচনী কেইখনমানত প্ৰকাশ হৈছিল। সেইবোৰ হৈছে :—(১) সাংখ্য দৰ্শন, আলোচনী (২) গ্ৰীক ভাষা, বাঁহী (৩) ৰুচ অভিনয়, বাঁহী (৪) অনুবাদৰ কথা, চেতনা (৫) য়ুৰোপৰ ভাষা আৰু সাহিত্য, চেতনা (৬) স্পেনিছ সাহিত্যৰ ৰমিঅ' জুলিয়েট, আৱাহন (৭) জাৰ্ম্মান সাহিত্যৰ সপোন নাটক, আৱাহন (৮) গ্ৰীক নাটকৰ গান, আৱাহন (৯) ভাৰতীয় চিন্তা, সম্মিলন প্ৰৱন্ধাৱলী (১০) প্ৰাচীন বেবিলনৰ বেদ, সম্মিলন প্ৰৱন্ধাৱলী (১১) চক্ৰেটিছৰ মতে কবিৰ প্ৰকৃতি, অসম সাহিত্য সভা পত্ৰিকা।

ইয়াৰ বাহিৰেও ভাৰতৰ বাহিৰতো য়ুৰোপ আৰু আমেৰিকাৰ বিশ্ববিদ্যালয়বিলাকে আগ্ৰহেৰে প্ৰশংসা কৰা দুখন বৃহৎ গ্ৰন্থ সন্দিকৈদেৱে সম্পাদিত কৰি উলিয়ায়।

(১) শ্ৰীহৰ্ষৰ মহাকাব্য "নৈষধ চৰিত"ৰ ইংৰাজী অনুবাদ আৰু টীকা। ইয়াৰ প্ৰথম সংস্কৰণ ১৯৩৪ চনত লাহোৰৰ পৰা প্ৰকাশ হয়। বৰ সুখ আৰু আনন্দৰ বিষয় যে, কৃষ্ণকান্ত সন্দিকৈদেৱৰ এই গ্ৰন্থখনিয়ে জগতৰ ভিন্ ভিন্ ঠাইৰ পণ্ডিতসকলৰ বিশেষ শ্ৰদ্ধা আৰু আদৰ

পাইছিল। সকলোৱে একেমুখে ইয়াৰ উচ্চ প্ৰশংসা কৰিছিল আৰু সন্দিকৈ ডাঙৰীয়াৰ শ্ৰমৰ শলাগ লৈছিল। দেশবিদেশৰ পণ্ডিতসকলে এই বিষয়ে কি কৈছে সকলোৱে তাক জানিবলৈ উৎসুক হব পাৰে বুলি কিছু কথা দিয়া হল।

এডিনবাৰ্গৰ অধ্যাপক এ-বি, কীঠে লিখিছিল—"কাব্যখনি টান আৰু ইয়াৰ অনুবাদটি বিশেষ মূল্যবান হৈছে। এতিয়ালৈকে প্ৰকাশ নোহোৱা টীকা সমূহৰ উদ্ধৃত অংশবিলাকে ইয়াৰ মূল্য বিশেষকৈ বঢ়াইছে আৰু পৰিশিষ্টৰ দাৰ্শনিক সঙ্কেতবোৰতো বহুত জানিবলগা কথা সোমাইছে। এইবোৰ ভাৰতীয় দাৰ্শনিক ভাব প্ৰচাৰকসকলৰ সৈতে অনুবাদকৰ পৰিচয় প্ৰমাণ কৰিছে। সন্নিৱিষ্ট বহুমূলীয়া শব্দাৱলীসমূহৰো বিশেষ মূল্য আছে আৰু সংস্কৃত শব্দকোষৰ প্ৰতি ই এটি বিশেষ দান যেন হৈছে। অনুবাদকে কাব্য-সাহিত্য সম্বন্ধে আৰু এখন গ্ৰন্থ প্ৰকাশ কৰিব বুলি গম পাই মই বৰ আনন্দিত হৈছোঁ। এই কামৰ বাবে তেওঁ সম্পূৰ্ণৰূপে উপযুক্ত।"

অধ্যাপক এম্ উইন্‌টাৰনিট্‌চেওৱে একে অভিমতকে দিছিল। বেনাৰছৰ গৱৰ্ণমেণ্ট সংস্কৃত কলেজৰ অধ্যক্ষ মহামহোপাধ্যায় জি, এন, কবিৰাজ মহোদয়ে একবাক্যে প্ৰশংসা কৰি লিখিছিল যে গ্ৰন্থখনৰ প্ৰত্যেক অংশতে অশেষ শ্ৰম আৰু বিশেষ অনুসন্ধানৰ সঁচ পোৱা যায়। মূল্যবান পাতনি, টোকাসমূহে আৰু বিশেষকৈ পাণ্ডিত্যপূৰ্ণ পৰিশিষ্ট আৰু শব্দাৱলীয়ে ইয়াৰ মূল্য বঢ়াইছে। মহামহোপাধ্যায় এছ কুপ্পস্বামী শাস্ত্ৰী এম-এ, আই-ই-এছ (অৱসৰপ্ৰাপ্ত), মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ সংস্কৃত শাখাৰ প্ৰধান কৰ্ম্মচাৰী ডক্টৰ চি. কানন্ ৰাজা আৰু ডক্টৰ ভি. চুৰ্কঠানকৰ পি-এইচ-ডি আদিয়েও এইদৰে অভিমত দি সন্দিকৈ ডাঙৰীয়াৰ শলাগ লৈছিল।

"Annals of the Bhandarkar Oriental Research Institute"এ এই বহুমূলীয়া গ্ৰন্থখনিৰ বিশেষ সমালোচনা কৰি দেখুৱাইছে যে "সংস্কৃত সাহিত্যৰ কাব্য সমালোচক সকলে এতিয়া 'নৈষধ চৰিত' সম্বন্ধে সবিশেষ জ্ঞান লাভ কৰি নতুন নতুন তথ্য উলিয়াবলৈ সুবিধা পাব আৰু বহুত বিষয়ৰ জ্ঞান লাভ কৰিব পাৰিব। গতিকে অধ্যক্ষ সন্দিকৈ ডাঙৰীয়া আৰু প্ৰকাশকে সংস্কৃত বিদ্যাৰ্থীসকলক ঋণী কৰি ৰাখিলে।"

এতিয়া অলপতে ১৯৫৬ চনত এই গ্ৰন্থৰ দ্বিতীয় পৰিবৰ্দ্ধিত সংস্কৰণ বোম্বাই চৰকাৰৰ দ্বাৰা পৰিচালিত পুণাৰ "Deccan College Post Graduate Research Institute"এ অতি সুন্দৰকৈ ছপাবন্ধা কৰি উলিয়াইছে। ভাৰতীয় গবেষণা ক্ষেত্ৰত এই গ্ৰন্থ জগতৰ সকলো ডাঙৰ জ্ঞান বিদ্যাৰ কেন্দ্ৰত জনাজাত।

কৃষ্ণকান্ত সন্দিকৈৰ দ্বিতীয় গ্ৰন্থ হৈছে—"Samadeva's Yasastilaka and Aspects of Jainism and Indian Thought and Culture in the Tenth Century" ১৯৪৯ চনত এই গ্ৰন্থখন প্ৰকাশ কৰিছে "জৈন সংস্কৃতি সংৰক্ষক সংঘ"ই (চোলপুৰ, বোম্বাই)। এই গ্ৰন্থখনিও প্ৰথমখনিৰ দৰে জগতৰ পণ্ডিতমণ্ডলীৰ মাজত উচ্চভাবে প্ৰশংসিত হৈছে। পেৰিছ বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ অধ্যাপক পণ্ডিত ৰেণোৱে "ফৰাচী একাডেমী"ৰ আলোচনীত, এই গ্ৰন্থখনিৰ সুবিস্তৃত সমালোচনা কৰি উচ্চ প্ৰশংসা কৰিছে। বৰ্ত্তমান সন্দিকৈদেৱ সংস্কৃত আৰু প্ৰাকৃত মহাকাব্যসমূহৰ বিষয়ে এখন ডাঙৰ গ্ৰন্থ সঙ্কলন কৰাত ব্যস্ত আছে। আশা কৰা যায় এই গ্ৰন্থ প্ৰকাশ হলে ভাৰতীয় সাহিত্যৰ এটি বহুমূলীয়া সম্পদ হব।

## মফিজুল ইছ্‌লাম বৰা

আহোম ৰজাৰ ৰাজধানী ৰংপুৰ নগৰৰ সম্ভ্ৰান্ত মুছলমান বৰা পৰিয়ালত মফিজুল ইছ্‌লাম দেৱে ১৮৯৯ চনত জন্মগ্ৰহণ কৰে। মৰহুম মৌলবী মেহেৰুদ্দিন বৰা চাহাবৰ ৭ জন পুত্ৰৰ ভিতৰত মফিজুল ইছ্‌লামো এজন। সকতে পিতৃ বিয়োগ হোৱাত তেখেতৰ শিক্ষাৰ ভাৰ ককাইয়কইতৰ ওপৰত পৰে। স্থানীয় শিৱসাগৰ উচ্চ ইংৰাজী স্কুলৰ পৰা বৰাদেৱে প্ৰৱেশিকা মহলাত প্ৰথম বিভাগত উত্তীৰ্ণ হয়।

বৰাদেৱে আই-এ, পঢ়িবলৈ বুলি গুৱাহাটী কটন কলেজত নাম লগায়। ১৯১৯ চনত আই-এ পৰীক্ষাত প্ৰথম বিভাগত কুৰিটকীয়া জলপানী লাভ কৰি তেখেত উত্তীৰ্ণ হয় আৰু কটনৰ পৰাই ১৯২১ চনত বি-এ ডিগ্ৰী লাভ কৰে। ১৯২৩ চনত ঢাকা বিশ্ববিদ্যালয়ৰ এম-এ পৰীক্ষাত ফাৰ্চী সাহিত্যত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি বৰাদেৱ উত্তীৰ্ণ হয়।

তেখেতৰ অধ্যৱসায়, একাগ্ৰতা, নিয়মানুবৰ্ত্তিতা আৰু ফাৰ্চী বিষয়ত ব্যুৎপত্তিৰ পৰিচয় পাই বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই ঢাকাৰ কলেজত সহকাৰী অধ্যাপক পদত নিযুক্ত কৰি তেখেতক সন্মান দেখুৱায়। অলপ দিন ঢাকা বিশ্ববিদ্যালয়ত কাম কৰাৰ পিছত লণ্ডন বিশ্ববিদ্যালয়ত এটি স্থান পাই ১৯২৯ চনত বৰাদেৱে বিলাত যাত্ৰা কৰিলে। তাত তেখেতে দুবছৰ কাল গবেষণা মূলক অধ্যয়ন কৰি 'ডক্টৰেট' উপাধি লাভ কৰে।

লণ্ডনত ডক্টৰেট লাভ কৰা তেখেত প্ৰথম অসমীয়া। বিলাতৰ পৰা ঘূৰি আহি তেখেত পুনৰ ঢাকা বিশ্ববিদ্যালয়তে অধ্যাপকৰ পদত নিযুক্ত হয়। অলপদিনৰ পিছতে তেওঁৰ পাণ্ডিত্যৰ চিনাকি পাই বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই তেখেতক ফাৰ্চী শিক্ষা বিভাগৰ অধ্যক্ষ পদত নিযুক্ত কৰে। স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামী দেৱৰ প্ৰথমা কন্যা স্বৰ্গীয়া প্ৰতিভা দেৱীৰ স্মৃতি ৰক্ষাৰ্থে গুৱাহাটীত আয়োজন কৰা প্ৰথম বক্তৃতাৰ ভাৰ ডক্টৰ বৰাৰ গাত পৰিছিল। তেখেতৰ পাণ্ডিত্য পূৰ্ণ বক্তৃতা শুনি বিজ্ঞ সমজুৱাসকল মুগ্ধ হৈছিল। ইংৰাজীত দিয়া এই বক্তৃতাৰ বিষয় বস্তু আছিল ফাৰ্চী সাহিত্যত অসম বুৰঞ্জীৰ সমল সম্পৰ্কীয়।

বৰাদেৱে ১৯৩৪ চনত যোৰহাটত বহা অসম ছাত্ৰ সন্মিলনৰ ১৮শ অধিবেশনত সভাপতিত্ব কৰে।

সেই সময়তেই তেখেতে যোৰহাটৰ বাণী-সন্মিলনৰ বহাগী অধিবেশনৰ সভাপতিত্ব কৰে।

ডক্টৰ বৰাই অসম সাহিত্য-সভাৰ ১৮শ অধিবেশনত সভাপতিত্ব কৰে। (যোৰহাট) তেখেতৰ My first Reader, My second Reader আদি এবাৰি ইংৰাজী পাঠমালা অসমৰ আৰু বঙ্গদেশৰ পঢ়াশালিবোৰত পাঠ্য হিচাপে বহুবছৰ চলিছিল। অসমীয়া ভাষাতো তেখেতে দুই এটা মূল্যবান প্ৰবন্ধ লিখিছিল। অসম সাহিত্য সভা পত্ৰিকাত ওলোৱা "১৭ শতিকাৰ অসমীয়াৰ ৰণবল" নামৰ প্ৰবন্ধ উল্লেখযোগ্য। তেখেতে যিখনি মূল্যবান গ্ৰন্থ লিখি ডক্টৰেট উপাধি লাভ কৰিছিল পিছত সেই গ্ৰন্থখনি দুইখণ্ডত অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত হৈছে। এই গ্ৰন্থখনিৰ নাম হৈছে "Baharistan-i-Ghaybi" —A history of the conflicts of the Mughals with Assam, Bengal, Bihar and Orissa during the first three decades of the seventeenth century, by

**Mirza Nathan, Mughal Fouzadar at Gauhati.** মূল ফাৰ্চী সাহিত্যৰপৰা অনুদিত এই গ্ৰন্থখনি অসমৰ বুৰঞ্জী লিখকসকলৰ কাৰণে আপুকণীয়া বস্তু।

বৰাদেৱে ঢাকাত অধ্যাপনা কৰিছিল আৰু লগে লগে ঢাকা S.L. ক্লাবৰ গুৰি ধৰি তাত পঢ়িবলৈ যোৱা প্ৰবন্ধুৱা অসমীয়া ছাত্ৰসকলক উৎসাহ উদ্দীপনা যোগাইছিল। তেখেত যদিও অসমৰ বাহিৰত থাকিব লগীয়া হৈছিল, তথাপি অসমৰ হকে কৰিব পৰাখিনি নকৰাকৈ থকা নাছিল। দুখৰ বিষয় কৰ্ম্মজীৱনৰ সামৰণি নৌপৰোতেই অকালতে বৰাৰ সুদূৰ ঢাকাত মৃত্যু হয়।

## শ্ৰীযুত নীলমণি ফুকন

বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকন অসমৰ বিখ্যাত দুৱৰা বংশৰ ৺ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ নাতিনীয়েক। ৺ঘনশ্যাম ফুকন সদৰআমিন আৰু এজন সংস্কৃতজ্ঞ পণ্ডিত আছিল। ১৮৮০ চনৰ জুন মাহত ফুকনৰ জন্ম হয়। তেখেতৰ পিতৃৰ নাম ৺লম্বোদৰ ফুকন আৰু মাতৃৰ নাম ৺চন্দ্ৰাৱলী ফুকননী।

দুৰ্ভাগ্যবশতঃ সেই সময়ত অসমৰ পঢ়াশালি বোৰত বঙলা ভাষা চলিছিল। সেইকাৰণে ফুকনেও তেতিয়াৰ ডিব্ৰুগড়ৰ বঙলা ছাত্ৰবৃত্তি স্কুলতে বিদাৰম্ভ কৰিব লগাত পৰে। তেখেত সৰুৰে পৰাই এজন মেধাৱী ছাত্ৰ আছিল। তেখেতে ১৮৯৩ চনত বঙলা ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ স্থানীয় হাই স্কুলত পঢ়ি ১৯০০ চনত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি ১৯০১ চনত কলিকতাৰ প্ৰেচিডেন্সি কলেজত পঢ়িবলৈ যায়। সেই চনতেই গুৱাহাটীতো কটন কলেজ প্ৰতিষ্ঠা কৰি প্ৰথম বাৰ্ষিক শ্ৰেণী খোলা হয়। তাৰ আগতে অসমৰ উচ্চ শিক্ষাভিলাষী সকলো ছাত্ৰই কলিকতাত পঢ়িব লগীয়া হৈছিল। সেই সময়ত কলিকতাত পঢ়ি থকা ছাত্ৰ আৰু তেওঁলোকৰ অভিভাৱক সকলেও গুৱাহাটীৰ কটন কলেজত দ্বিতীয় বাৰ্ষিক শ্ৰেণী খোলা হ'লে কলিকতাৰ প্ৰায় সকলো ছাত্ৰই তালৈ আহিব বুলি আশ্বাস দিয়াত দ্বিতীয় বাৰ্ষিক শ্ৰেণীও খোলা হয়। তেতিয়া অসমৰ প্ৰায় সকলো বিলাক ছাত্ৰৰ লগতে ফুকনো গুৱাহাটী কটন কলেজলৈ আহে। কিন্তু পৰীক্ষাৰ আগতে তেখেতৰ টান নৰিয়া হোৱাত দুবছৰ মানৰ পিছতহে এফ-এ পাছ কৰে। কটন কলেজৰ পৰা এফ-এ পাছ কৰি ১৯০৫ চনত ফুকন কোচবিহাৰৰ ভিক্টোৰীয়া কলেজত বি-এ পঢ়িবলৈ যায় আৰু তাৰপৰাই ১৯০৭ চনত বি-এ পাছ কৰে।

তেখেতে বি-এ পাছ কৰা সময়ত অসমত বি-এৰ সংখ্যা নিচেই নগণ্য আছিল। স্বাধীনচিতীয়া ফুকনে চাকৰী-মনোবৃত্তি পৰিত্যাগ কৰি আইনজীৱী হৈ স্বাধীন ভাৱে জীৱন অতিবাহিত কৰিবৰ মনেৰে কলিকতাত আইন পঢ়িবলৈ যায়। কলিকতাত আইনৰ দুই এটা পৰীক্ষা পাছ কৰাৰ পিছত ডিব্ৰুগড়ত তেতিয়া নতুনকৈ খোলা জৰ্জ্জ হাইস্কুলৰ প্ৰধান শিক্ষকৰ কাম যচাত তেখেতে আইন পঢ়া এৰি আহি শিক্ষক নিয়োজিত হ'ল। সেই সময়ত অকল ডিব্ৰুগড়েই নহয়, সদৌ অসমেই শিক্ষা-দীক্ষাত বৰ পাছ পৰা আছিল। ফুকনে স্কুলত সোমাই স্কুলৰ শোচনীয় অৱস্থা লক্ষ্য কৰি আইনজীৱী হোৱাৰ পৰিকল্পনা একেবাৰেই পৰিত্যাগ কৰি শিক্ষা বিষয়ত মনোনিৱেশ কৰিলে। তেখেতৰ অশেষ ত্যাগ, যত্ন আৰু চেষ্টাতেই জৰ্জ্জ হাইস্কুল পূৰ্ণাঙ্গ হৈ গঢ়ি উঠিল। এই হাইস্কুল আজিও অসমৰ হাইস্কুল সমূহৰ মাজত জাকত জিলিকা হৈ আছে।

সেই সময়তে ডিব্রুগড়ৰ পৰা প্ৰকাশ হোৱা মাহেকীয়া "আলোচনী" কাকতৰ ফুকন সম্পাদক হয়। এই কাকত তেখেতৰ সম্পাদনাত কেইবা বছৰো চলাৰ পিছত বন্ধ হয়। তাৰ অলপ দিনৰ পিছতে ৺চন্দ্ৰকুমাৰ আগৰৱালাই "আসাম প্ৰিন্টাছ এণ্ড পাব্লিছাৰ্ছ" নামে এটা কোম্পানী গঢ়ি এখন ছাপাখানা পাতে আৰু তাৰ পৰাই শ্ৰীযুত ফুকনৰ সহযোগিতাত সাদিনীয়া "অসমীয়া" প্ৰকাশ কৰে। ফুকনদেৱ তেতিয়াৰ "অসমীয়াৰ" নামৰ নহ'লেও কামৰ সম্পাদক আছিল।

১৯৩১ চনত অসমৰ বিখ্যাত চাহ খেতিয়ক ৺শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াই "আসাম প্ৰিন্টিং হাউচ"ৰ পৰা এখন সাদিনীয়া "বাতৰি" কাকত উলিয়ায়। তাৰ সম্পাদক আছিল শ্ৰীযুত ফুকনেই। তেতিয়া তেখেত "নীলমণি বাগিছা"ৰ মালিক হৈ বাগিছাত থাকিলেও কেইবা বছৰো তাৰ পৰাই সম্পাদকীয় প্ৰৱন্ধাদি দি কাকতখন সম্পাদন কৰি আছিল। "বাতৰি" সাদিনীয়া হৈ কেই বছৰমান চলাৰ পিছত তেখেতৰ সক্ৰিয় যত্ন-চেষ্টাৰ ফলতেই নিজা ছাপাখানাত দৈনিক হয় আৰু এই "দৈনিকবাতৰি"ৰো তেখেতেই সম্পাদক আছিল। "দৈনিক বাতৰি" ৪ বছৰমান প্ৰকাশ হোৱাৰ পিছত ১৯৩৬ চনত বন্ধ হয়। "দৈনিক বাতৰি" ওলোৱাৰ আগতেই ১৯৩৪ চনত ফুকনৰ দ্বাৰা প্ৰতিষ্ঠিত আৰু সম্পাদিত হৈ "ন-জোন" নামৰ এখন মাহেকীয়া আলোচনী প্ৰকাশ হয়। "ন-জোন"ৰ ৪ৰ্থ সংখ্যা ওলোৱাৰ পিছত তাৰ প্ৰকাশ বন্ধ হয়। ফুকনৰ অনুপ্ৰেৰণাতেই "বাতৰিৰ" যোগে দিয়েই অসম বিশ্ববিদ্যালয়"ৰ জাগৰণ হয়।

তেখেতৰ ৰাজনৈতিক, সামাজিক আৰু শিক্ষাৰ ফালতকৈ সাংবাদিক আৰু সাহিত্যৰ ফালটোহে অধিক উজ্জ্বল। বাতৰি বন্ধ হোৱাৰ পিছৰ পৰাই ফুকনে সাহিত্য চৰ্চাত একানপতীয়াকৈ লাগে তাৰ ফল স্বৰূপে তেখেতৰ ৰচিত "জ্যোতিকণা," "মানসী" "অমিত্ৰা," "গুটিমালি," "জিঞ্জিৰি," "সন্ধানী" আদি কবিতাৰ পুথি আৰু "চিন্তামণি," "সাহিত্যকলা," "জয়াতীৰ্থ," "মহাপুৰুষীয়াধৰ্ম্ম" আদি সাহিত্য আৰু সমালোচনামূলক গদ্য ৰচনা প্ৰকাশ হয়। এই আটাই কেইখন কিতাপেই ফুকন ডাঙৰীয়াৰ নিজস্ব সাহিত্য প্ৰতিভাৰ চানেকি আৰু অসমীয়া সাহিত্য ভৰাললৈ বহুমূলীয়া দান।

১৯২১ চনত তেখেত অসম কাউন্সিললৈ স্বতন্ত্ৰভাৱে নিৰ্ব্বাচিত হয়। সেই সময়ৰ পৰাই অসমত কংগ্ৰেছৰ অসহযোগ আন্দোলন আৰম্ভ হয়। তেখেতে স্বতন্ত্ৰভাৱেই অসম কাউন্সিলৰ সদস্য থাকি এই পদ লোৱাৰ কিছুদিনৰ পিছত শ্ৰীযুত অম্বিকাগিৰী ৰায় চৌধুৰী দেৱৰ লগত "অসম সংৰক্ষিণী সভা" স্থাপন কৰে। "বাতৰি"ৰ সম্পাদক হৈ থকা কাল ছোৱাত তেখেতে "অসম অসমীয়াৰ" এই ভাৱেৰে অনুপ্ৰাণিত কৰি-অসমীয়া জাতিটোক জগাই তুলিবলৈ চেষ্টা কৰিছিল। তেখেতে অসমীয়াৰ জাতীয় স্বাৰ্থত টোপ পৰিবলৈ নিদি সভাই সমিতিয়ে, কাকতে-কলমে যুজ কৰিছিল। ১৯৩৫ চনত তেখেতে কংগ্ৰেছত যোগদান দিয়ে।

১৯৪৮ চনত তেখেত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে অপ্ৰতিদ্বন্দ্বী ভাবে অসম বিধান সভাৰ সদস্য নিৰ্ব্বাচিত হয়। তাৰ পিছত ১৯৫২ চনৰ ভাৰতীয় সংবিধান মতে হোৱা প্ৰথম নিৰ্ব্বাচনতো তেখেত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে দ্বিতীয় বাৰৰ কাৰণে অসম বিধান সভাৰ সদস্য নিৰ্ব্বাচিত হৈ ১৯৫৭ চনৰ ফেব্ৰুৱাৰী মাহ পৰ্য্যন্ত এই পদত আছিল।

তেখেত আজীৱন অবিৱাহিত। ডিব্ৰুগড়ত ৰাজহুৱা জীৱনৰ পাতনি মেলাৰ পৰা আৰম্ভ কৰি আজি দুকুৰি বছৰকাল তেখেত অসম আৰু অসমৰ বাহিৰবো ৰাজনৈতিক, সামাজিক, সাংবাদিক, সাহিত্যিক, শিক্ষা আদি ৰাজহুৱা প্ৰায় সকলো বিষয়তেই নানা ভাৱে জড়িত হৈ ৰাইজৰ সেৱাত আত্মোৎসৰ্গ কৰি আহিছে।

তেখেত ওজস্বী বক্তা। সেই কাৰণেই তেখেত 'বাগ্মীবৰ' বুলি খ্যাত। অসমত এনে এটি সৰু-বৰ অনুষ্ঠান বা সভা-সমিতি নাই, য'ত তেখেতে সভাপতিত্ব কৰা বা বক্তৃতা দিয়া নাই। তেখেতে অসম সাহিত্য সভাৰ দুবাৰো পৌৰোহিত্য কৰে। শিৱসাগৰৰ অধিবেশনত সভাপতিত্ব কৰাৰ পিছতে তেতিয়াৰ সভাৰ প্ৰধান সম্পাদক শ্ৰীযুত ডিম্বেশ্বৰ নেওগ দেৱৰলগত ২।৩ মাহ সাহিত্য সভাৰ কামত পৰিভ্ৰমণ কৰি আজীৱন সভ্য ভৰ্ত্তি কৰি এটি শকত পুঁজি গঢ়ি তোলে। অসমৰ বাহিৰেও সৰ্ব্ব ভাৰতীয় সাহিত্য একাডেমিত অসমৰ প্ৰতিনিধি হৈ কেইবাবাৰো যোগ দিয়ে আৰু তাৰ নিয়মাৱলী কমিটীৰো তেখেত এজন সভ্য আছিল। অসমৰ প্ৰায়বোৰ জাতীয় আৰু অন্যান্য সৰু-বৰ ৰাজহুৱা অনুষ্ঠান আৰু সভা-সমিতিৰ সভাপতি বা সদস্য হৈ থকাৰ বাহিৰেও ফুকন সদৌ অসম কৈৱৰ্ত্ত সম্মিলন, সদৌ অসম সাহায্যপ্ৰাপ্ত হাইস্কুল শিকক সম্মিলন, সদৌ অসম কৃষক সম্মিলন, আদিৰ সভাপতি, অসম ট্ৰেড্ ইউনিয়ন কংগ্ৰেছৰ সহ সভাপতি, গুৱাহাটী আৰু ঢাকা বিশ্ববিদ্যালয়ৰ কৰ্টৰ সদস্য, বৃন্দাবন বৈষ্ণৱ বিশ্ববিদ্যালয়ৰ চিনেটৰ সদস্য। তদুপৰি বৰ্ত্তমান অসম ৰাষ্ট্ৰ ভাষা প্ৰচাৰ সমিতিৰ কাৰ্য্যকৰী সভাপতি আৰু কেইবাখনো হাইস্কুল আৰু মাইনৰ স্কুলৰ মেনেজিং কমিটীৰ সভাপতি।

ফুকন ডাঙৰীয়া একাধাৰে কবি, সাহিত্যিক, ৰাজনীতিক, সমাজনীতিক আৰু ওজস্বী বক্তা। এনে সকলো গুণসম্পন্ন লোকৰ সংখ্যা অতি বিৰল। ১৯৪৭ চনত যোৰহাটত ফুকনৰ ৬৬ তম জন্ম জয়ন্তী বৰ সমাৰোহেৰে পতা হয়। আজি বয়সত তেখেত ৭৭ বছৰীয়া হলেও মনৰ বল আৰু কামত ডেকা হৈয়ে আছে।

## শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধুৰী

শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধুৰীৰ জন্ম হয় বৰপেটাত, ১৮০৭ শকত ( ইং ১৮৮৫ চনত )। বৰপেটাৰ ৰায়চৌধুৰী পৰিয়ালৰ কৃষ্ণৰাম ৰায়চৌধুৰী তেখেতৰ পিতৃ আৰু ৰামচৰণ ঠাকুৰৰ বংশীয় শ্ৰীশ্ৰীসুন্দৰীদিয়া সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীজিতৰাম অধিকাৰীৰ দুহিতা দৈৱকীসুন্দৰী তেখেতৰ মাতৃ।

ৰায়চৌধুৰীয়ে প্ৰথম শিক্ষা লভিছিল বৰপেটাত। তেওঁ প্ৰাইমাৰী বৃত্তি পাই বৰপেটাৰপৰা গুৱাহাটীলৈ আহি ইংৰাজী হাইস্কুলৰ তেতিয়াৰ থাৰ্ড ক্লাছলৈ পঢ়িছিল। ১৯০৪ চনত এই শ্ৰেণীৰপৰাই তেখেতে স্কুল এৰি বঙ্গভঙ্গৰ বাবে উতলি উঠা ৰাজনৈতিক আন্দোলনত একান্তমনেৰে গা ঢালি দি আজিলৈকে একেৰাহে দেশৰ সামাজিক, আৰ্থিক, ৰাজনৈতিক, সাহিত্যিক উন্নয়নৰ কামত সক্ৰিয়ভাৱে লাগি আছে।

ৰায়চৌধুৰীৰ জীৱনৰ গতি আৰু প্ৰতিভা বহুমুখী। দেশৰ প্ৰায় সকলোবিলাক ক্ষেত্ৰত ৰায়চৌধুৰীক আমি পাওঁ। তেখেত কবি, নাট্যকাৰ, গল্পলিখক, সাংবাদিক, ৰাজনীতিক, অভিনেতা, সমাজ সংস্কাৰক, ব্যায়ামকাৰী ইত্যাদি।

তেখেতে ১৯০৪ চনতে স্কুল এৰি গুৱাহাটীত এনাৰ্কিষ্ট দল খুলি লাঠী, তৰোৱাল খেল আৰু একৰকম কৃত্রিম বন্দুকেৰে নিচান যুদ্ধ শিক্ষাৰ আখৰা খোলে। এই ১৯০৪ চনতে সৰস্বতী পূজা উপলক্ষে তেখেতে লিখি উলিওৱা "বন্দিনী ভাৰত" নামৰ নাটিকা এখন গুৱাহাটী কলেজিয়েট স্কুলত অভিনয় কৰে আৰু অভিনয় শেষ নোহওঁতেই তাৰ পাণ্ডুলিপিখন পুলিচে লৈ যায় আৰু নষ্ট কৰি পেলায়।

পুলিচৰ কোপদৃষ্টিত পৰি ৰায়চৌধুৰী ১৯০৭ চনত গৈ বৰপেটাৰ নিজৰ ঘৰত আশ্রয় লয়। বৰপেটাত তেখেতে ১৯১৪ চনলৈকে থাকে। তেখেতে বৰপেটাৰপৰা বঙলা নাটক, যাত্রা, গীত-পদ লোপ কৰিবলৈকে "জয়দ্ৰথ বধ", "ভক্ত গৌৰৱ", "কল্যাণময়ী" আদি নাটক নিজে ৰচি গাত-পদ দি নিজে শিকাই তাত "সনাতন সঙ্গীত সমাজ" স্থাপন কৰে। শাৰীৰিক আৰু মানসিক ব্যায়াম শিক্ষাৰ বাবে "শ্রীশঙ্কৰদেৱ চাৰ্কাচ পাৰ্টি খোলে। সমাজ-সেৱাৰ বাবে "গৰীৱ সমাজ" আৰু দুখীয়া শিক্ষাৰ্থীৰ সাহায্যৰ বাবে "বৰপেটা পুৱৰ ফণ্ড" খোলে। এইকেইটা অনুষ্ঠান সেই কেইবছৰে পাৰ্গতালিৰে চলাই ৰায়চৌধুৰীয়ে গোটেই বৰপেটা অঞ্চলত জনপ্রিয় হৈ উঠে। এইবোৰ কাৰণতেই বৰপেটাতো পুলিচবদলে অবৈধভাবে চোৰাং বাৰুদ বন্দুক ৰখা বুলি তেখেতৰ ঘৰ খানাতাল্লাচ কৰি লটিঘটি কৰে। বৰপেটাতেই তেখেতে সাহিত্য চৰ্চ্চাত মন দি লাগি গদ্য-পদ্য আদি বহুত পুথি লিখে। তাৰে 'তুমি' 'বীণা' প্রকাশ হয় ডিব্রুগড়ৰপৰা ১৯১৬ চনত। প্ৰথম মহাযুদ্ধৰ এই ১৯১৪ চনতেই তেখেতে বিপ্লবী চিন্তামূলক "জগতৰ শেষ আদৰ্শ আৰু বিশ্ব মহাশান্তি স্থাপনৰ উপায়" নামৰ সৰু পুথিখনিও লিখি ১৯১৫ চনত ডিব্রুগড়ত গৈ প্রকাশ কৰে। আন বাকী সকলোখিনি পুথিৰ পাণ্ডুলিপি তেখেত ১৯২১ চনত অসহযোগ আন্দোলন সম্পৰ্কত জেলত থকা অৱস্থাতেই তেখেতৰ নিজৰ "অৰুণা প্রেছ"ত সেই চনৰে ১০ মাৰ্চ্চত মাজৰাতি জুই লাগি প্রেছৰ সকলো বস্তুৰে সৈতে পুৰি ছাই হৈ যায়।

ডিব্রুগড়ত তেখেত ১৯১৫ চনৰপৰা ১৯১৮ চনলৈকে থাকে আৰু এই কালছোৱাত তাত তেখেতে বিবিধ সমাজহিতকৰ কামত আত্মনিয়োগ কৰে। সেইসময়ত তেখেতে আমোলাপটি ৰঙ্গমঞ্চত অভিনীত হোৱা নাটকবোৰত নানা সুৰ আৰু নৃত্যভঙ্গী প্রকাশক গীত যোগাই ডিব্রুগড় নগৰত এটা নতুন প্ৰেৰণা দিছিল। ডিব্রুগড়তেই তেখেতে "আসাম বান্ধৱৰ" সহকাৰী সম্পাদকো কিছুদিন হয়।

১৯১৮ চনত তেখেতে গুৱাহাটীত "অৰুণা প্রেছ" খোলে। এই অৰুণা প্রেছৰ পৰাই তেখেতে বিখ্যাত জাতীয়তাবাদী মাহেকীয়া আলোচনী "চেতনা" উলিয়ায়। প্ৰথমতে কিছুদিন দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্ম্মাও ৰায়চৌধুৰীৰ লগত চেতনাৰ যুটীয়া সম্পাদক আছিল।

১৯২১ চনত তেখেতে অসহযোগ আন্দোলনত ৩ বছৰৰ বাবে কঠোৰ শ্ৰমেৰে সৈতে জেল ভোগ কৰে। জেলত শিল ভঙা, ধানবনা আদি কঠোৰ শ্ৰমৰ লগে লগে তেখেতে মুখে মুখে দেশাত্মবোধ উতলি উঠা যিকেইটা জাতীয় সঙ্গীত ৰচনা কৰিছিল, তাৰ আটাইকেইটা পিছত "চেতনা"ত প্ৰকাশ হৈছিল।

সেই গীতিবিলাককেই কাকতি আৰু ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাবদ্বাৰা ইংৰাজীত অনুবাদিত হৈ "Songs of the cell" নামেৰে ছপা হৈ সৰ্ব্বভাৰতীয় সমাদৰ লাভ কৰে।

১৯২৩ চনত পুনৰ স্থাপিত "অৰুণা প্ৰেছতে"ই "শতধাৰ" নামেৰে এখন তেখেতে নিজে লিখা দেশপ্ৰেম উদ্বোধক পুথি ছপাই প্ৰচাৰ কৰা বাবে ৰাজদ্ৰোহত অভিযুক্ত হৈ পুনৰ জেল আৰু জৰিমনা ভোগ কৰে। পুথিখন গৱৰ্ণমেণ্টৰ দ্বাৰা বাজেয়াপ্ত হয়। ইংৰাজৰ ৰাজদ্ৰোহত পৰি বাজেয়াপ্ত হোৱা অসমীয়া কিতাপ এইখনেই প্ৰথম।

বহু সমস্যাৰ মেৰপাকত পৰি বিপন্ন হোৱা অসমীয়াৰ প্ৰাণত প্ৰবল দেশাত্মবোধ জগাই অসমীয়া জাতি গঢ়ি তোলাৰ কৰ্ম্মময় আঁচনি লৈ ১৯২৬ চনত তেখেতে "অসমীয়া সংৰক্ষিণী সভা" স্থাপন কৰে আৰু এই চনতেই পাণ্ডু নগৰত বহা কংগ্ৰেছ মহাসভাৰ উদ্বোধনী সঙ্গীত "আজি বন্দো কি ছন্দেৰে" আৰু "আজি কাৰ কি আৱাহন" লিখি আৰু গাই বিশেষ প্ৰসিদ্ধি লাভ কৰে।

১৯৩২ চনত তেখেতে অসমীয়াৰ জাতীয় শক্তি সংগঠনেৰে শক্তিশালী কৰাৰ আঁচনি লৈ "অসমীয়া সংৰক্ষিণী সভা"খনকে আৰু বহল কৰি "অসম জাতীয় মহাসভা" স্থাপন কৰে। ১৯৩৫ চনত তেখেতে "অসম জাতীয় মহাসভা"ৰ বাণী প্ৰচাৰৰ বাবে সাপ্তাহিক "ডেকা অসম" উলিয়ায়। এই "ডেকা অসম"ৰ সম্পাদকীয়বোৰে ৰায়চৌধুৰীদেৱৰ এটি স্বকীয়া বলিষ্ঠ গদ্য-ভঙ্গীৰ চিনাকি দিয়ে।

ৰায়চৌধুৰীৰ গ্ৰন্থসমূহ হৈছে :—

১। "তুমি"—মিষ্টিক কাব্য। ২। "বীণা"—বিবিধ কবিতা। ৩। "অনুভূতি—নানা কৱিতা। ৪। "ডেকা-ডেকেৰীৰ বেদ"—অসমীয়া ডেকাশক্তিৰ মূলমন্ত্ৰ। ৫। "স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰৰ প্ৰাথমিক আঁচনি।" ৬। "জগতৰ শেষ আদৰ্শ আৰু বিশ্বব্যাপী মহাশান্তি স্থাপনৰ উপায়। ৭। Songs of the Cell. ৮। "কল্যাণময়ী"—নাটক। ৯। "জয়দ্ৰথ বধ"—নাটক। ১০। "ভক্ত গৌৰৱ"—নাটক। ১১। "আহুতি"—প্ৰবন্ধ।

সামৰণিত ৰায়চৌধুৰীৰ বিষয়ে ডঃ কাকতিদেৱৰ ভাষাৰে এইদৰে কব পাৰি, "Roy Chowdhury is the most elemental genius in the social activities of present day Assam. With little schooling and less home training he has sucked in inspiration from this common air and he breathes through every pare. He is a multiple personality—a musician, or musical composer, a poet, a politician, a magical organiser of volunteer corps. He can wield his pen and his walking stick with equal facility. He is a man of many moods. He is guided by intuition, not by logic. His reading is often correct but his programme bewildering. But he is at bottom a poet, and his public programme is too often poetry in fire works."

## শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা

১৮৯৪ চনৰ জানুৱাৰী মাহত নগাওঁ চহৰৰ ভিতৰৰ কলঙৰ পাৰৰ ফৌজদাৰী পট্টিত ডক্টৰ ভূঞাৰ জন্ম হয়। তেখেতৰ পিতৃ ৺ৰবিলাল ভূঞা ডাঙৰীয়া ( ১৮৬৯—১৯৩৯ ) আৰু মাতৃ

৺ভুৱনেশ্বৰী ভূঞা ( ১৮৭৬—৯৫ )। তেখেতে সৰুতে নগাঁও মধ্য অসমীয়া স্কুল আৰু নগাঁও চৰকাৰী হাই স্কুলত ( ১৯০৪ চনলৈকে ) পঢ়ি শ্বিলং চৰকাৰী হাই স্কুলত নাম লগায়গৈ। ইয়াৰ-পৰাই ১৯০৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ এণ্ট্ৰেন্স পৰীক্ষাত কৃতিত্বেৰে উত্তীৰ্ণ হয়। ইয়াৰ আগতেই চেমনীয়া স্কুলীয়া ল'ৰা মনৰ মাজত তথ্য-পিপাসু ভূঞাদেৱৰ মনোবৃত্তি সাৰ পাই উঠে। এই মনোবৃত্তি গঢ় লোৱাত এডোৱাৰ্ড গেইটৰ History of Assam-অৰ ১৯০৬ চনত ওলোৱা প্ৰথম সংস্কৰণে বিশেষ প্ৰভাৱ পেলায়। তৰুণ ভূঞাদেও শ্বিলঙৰ চৰকাৰী পাঠাগাৰত থকা "অৰুণোদই" আৰু Journal of the Asiatic Society of Bengal পত্ৰিকাত দেশৰ পুৰণি কথাৰ উঁহ বিচাৰি সদায়েই মগ্ন হৈছিলগৈ। প্ৰৱেশিকা পৰীক্ষা দিয়াৰ পিছত পোৱা কেইমাহৰ আজৰিত "আহোমৰ দিন" নামৰ তথ্যপূৰ্ণ পুথিখনি লিখি উলিয়ায়; এই ৰচনা চতুৰ্থ বছৰৰ "উষা" কাকতত ধাৰাবাহিকভাৱে ওলায়, আৰু ১৯১৮ চনত কিতাপ আকাৰে প্ৰকাশ কৰা হয়। সেই কোমল বয়সত লিখা এই পুথিখনি বহুত দিন ধৰি কলিকতা বিশ্ববিদ্যালয়ৰ ইণ্টাৰমিডিয়েটৰ পাঠ্য আছিল।

কটন কলেজত দুবছৰ পঢ়াৰ পিছত ১৯১১ চনত ভূঞাদেৱে সুখ্যাতিৰে আই-এ পৰীক্ষা পাছ কৰে। ইয়াৰ পিছত কলিকতা প্ৰেছিডেন্সি কলেজৰপৰা ১৯১৩ চনত ইংৰাজীত অনাৰ্চেৰে বি-এ আৰু ১৯১৬ চনত ইংৰাজী সাহিত্যৰ এম্-এ ডিগ্ৰী লয়। ইফালে তেখেতে কলিকতা বিশ্ববিদ্যালয়ৰ আইন কলেজতো পঢ়ি আছিল, আৰু ১৯১৬ চনত তাত পঢ়া শেষ কৰি ১৯২৪ চনত বি-এল্ পৰীক্ষা পাছ কৰে। কলেজত থকা সাত বছৰে ইয়াৰ পিছৰ গৌৰৱময় জীৱনৰ বাবে সাজু হোৱাত ভূঞাই অকণো তন্দ্ৰাবোধ কৰা নাছিল। এই সময়ত তেখেতে ভাৰতৰ মনীষী আৰু মহীয়ান-মহীয়সীসকলৰ সংসৰ্গ লাভ কৰিছিল, সেই সকলৰপৰা অনুপ্ৰেৰণা পাইছিল। কবিতা, চমু জীৱনী আৰু চুটি-গল্পই তেখেতৰ কলেজীয়া জীৱনৰ ঘাই সাহিত্যিক প্ৰচেষ্টা। সেইখিনি প্ৰায়ে "বাঁহী, উষা" আৰু "আলোচনী"ত ওলাইছিল। ১৯১৬ চনত কলিকতাৰপৰা তেখেতৰ "গোপালকৃষ্ণ গোখেল" ছপা হৈ ওলায়। সেই বছৰতে ৰচিত "আপোন সুৰেই" ভূঞাদেৱৰ সৰ্ব্বশ্ৰেষ্ঠ কবিতা, অকল সেয়ে নহয়, এই কবিতাত অসমীয়া কাব্যৰ এটি শ্ৰেষ্ঠ সুৰো শুনা যায়। ১৯১৫ চনত টেনিছনৰ ছন্দৰ আৰ্হিত লিখা "Ye Sons of England!" বোলা যুদ্ধ-কবিতা এটি The Century Review বোলা পত্ৰিকাত ( ১৯১৬ ) ওলাইছিল, আৰু কলিকতাৰ Statesman কাগজে কবিতাটিৰ সমালোচনা প্ৰকাশ কৰিছিল। ইয়াৰ আগতে ১৯১১ চনত ডেকা ভূঞাই ইডেন্ ছাত্ৰাৱাসৰ চতুৰ্দ্দশপদী প্ৰতিযোগিতাত এটি বঙলা ছনেট লিখি সকলোকে চমৎকৃত কৰিছিল। কলিকতাত পঢ়ি থকা সময়তে তেখেতে সংস্কৃত-বিদ্যাৰ্ণৱ আনন্দৰাম বৰুৱাৰ বৃহৎ জীৱনীখনিৰ কাৰণে সমল গোটায়, অনেকজন বিজ্ঞলোকৰ লগত দেখা-সাক্ষাৎ কৰে আৰু আনন্দৰামৰ দুষ্প্ৰাপ্য কিতাপবোৰ বিচাৰি কলিকতাৰ পুৰণি কিতাপৰ দোকানবোৰ চ'লাথ ক'ৰে।

১৯১৭ চনত উত্তম লক্ষীমপুৰৰ শ্ৰীযুতা লক্ষেশ্বৰী ভূঞাক বিয়া কৰে; ১৯১৮ চনৰ ৪ জুলাইৰপৰা কটন কলেজত ইংৰাজী অধ্যাপক-ৰূপে নিযুক্ত হয়। কিন্তু দেশ-প্ৰীতিয়ে অধ্যাপক ভূঞাক ইংৰাজী সাহিত্যৰ গৱেষণা-আলোচনাৰ খ্যাতিৰ প্ৰলোভনৰপৰা

আনি অসমৰ সাহিত্য আৰু বুৰঞ্জীত ৰত কৰিলে। ১৯১৮ চনত তেখেতৰ কবিতাৰ সংগ্ৰহ "নির্ম্মালি" প্ৰকাশ পায়। ১৯১৯ চনত শ্ৰীনাথ দুৱৰা বৰবৰুৱাৰ "তুংখুঙীয়া বুৰঞ্জী" আৰু উত্তৰ গুৱাহাটীৰ সুকুমাৰ মহন্তৰ ঘৰৰপৰা অসম-বুৰঞ্জী এখনি পাই তাত সন্নিৱিষ্ট দেশৰ জীৱনৰ ছবিবোৰ দেখি মুগ্ধ হয়, আৰু তাৰে দুই-এটি কাহিনী লৈ "চেতনা" আৰু "বাঁহীত" কেইটিমান মূল্যবান প্ৰবন্ধ উলিয়ায়। এই সময়তে তেখেতে উত্তৰ লক্ষীমপুৰৰপৰা বদন বৰফুকনৰ গীতটি সংগ্ৰহ কৰে আৰু ১৯২৪ চনত সমীক্ষামূলক পাতনি আৰু টোকাৰে তাক সম্পাদন কৰি উলিয়ায়। তেখেতে তেতিয়াৰ অসমৰ একমাত্ৰ গৱেষণাৰ অনুষ্ঠান কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক-ৰূপে দুবছৰ ( ১৯২১-২২, পিছত আকৌ ১৯২৬—১৯২৯-অত ) আছিল। ১৯২০ চনত ভূঞা ডাঙৰীয়াৰ "ৰবীন্দ্ৰনাথ ঠাকুৰ" আৰু 'ভানুনন্দন' নামলৈ লিখা পুৰণি পয়াৰৰ আৰ্হিৰ "জয়মতী উপাখ্যান" প্ৰকাশিত হয়। ১৯২৪ চনত তেখেতে ৰাজেশ্বৰ সিংহৰ দিনৰ বুৰঞ্জী এখনি লিখে, সি "বাঁহী"ৰ পঞ্চদশ আৰু ষোড়শ বছৰত ধাৰাবাহিকভাৱে প্ৰকাশ পায়। ১৯২৬ চনৰ পাণ্ডুনগৰত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশনত বিলাবৰ বাবে **An Assamese Nur Jahan** নামে ৰৰজা ফুলেশ্বৰীৰ চমু জীৱনী এখনি ছপাইছিল। ১৯২৭ চনত পাঁচোটি চুটি গল্পৰ সংগ্ৰহ "পঞ্চমী", ১৯২৮-অত কেইবাটিও বৰলোকৰ জীৱনীৰে "জোনাকী" আৰু "চানেকি," আৰু **Early British Relation with Assam** প্ৰথম পোহৰলৈ ওলায়। এই বছৰতে পণ্ডিত হেমচন্দ্ৰ গোস্বামী ঢুকোৱাত কলিকতা বিশ্ববিদ্যালয়ৰ "অসমীয়া সাহিত্যৰ চানেকি"ৰ প্ৰথম ভাগ আৰু গোস্বামীদেৱৰ **Descriptive Catalogue of Assamese Manuscripts**-খনি ভূঞাদেৱেই আগ-পাছ কৰি প্ৰকাশ কৰিব লগীয়া হয়। এই কালছোৱাতে অধ্যাপক ভূঞাই অসমৰ তাম্ৰলিপি আৰু শিলালিপিৰ বিষয়ে এখনি গ্ৰন্থ সংকলন কৰে; বিলাতৰপৰা উদ্ধাৰ কৰি অনা পাদছাহৰ বুৰঞ্জীৰ কথা লৈ কেইবাটিও মূল্যবান প্ৰবন্ধ লিখে। এই প্ৰবন্ধকেইটি **Islamic Culture** বোলা হায়দৰাবাদৰ গৱেষণা-পত্ৰিকাত ছপা হৈছিল আৰু পিছত **Annals of the Delhi Badshahate** নামেৰে পুথি আকাৰে প্ৰকাশিত ( ১৯৪৭ ) হৈছে। ১৯২৮-২৯ চনৰ **Assam Review** কাকতত তেখেতে বিলাতৰপৰা উদ্ধাৰ কৰা ডাক্তৰ ৱেডৰ **Geographical Sketch of Assam**-খন সম্পাদন কৰি ধাৰাবাহিকভাৱে উলিয়ায়। ১৯২৮ চনত তেখেত ইণ্ডিয়ান্ হিষ্টৰিকেল্ ৰেকৰ্ড কমিছনৰ দুৰণিবটীয়া সভ্য নিযুক্ত হয় আৰু ১৯৪৭ চনলৈকে এই পদত থাকে। অসমৰ গবৰ্ণৰ ছাৰ লৰি হেমণ্ডৰ সৌজন্যত অধ্যাপক ভূঞাদেৱক ১৯৩০ চনত অসম চৰকাৰৰ পুৰণি নথি-পত্ৰ উদ্ঘাটন কৰি এটি প্ৰতিবেদন যুগুত কৰিবলৈ দিয়া হয়। এই প্ৰতিবেদন অৱশ্যে বহুত দিন পিছত ১৯৫১ চনতহে বাইজৰ মাজত দেখা দিয়ে। ইয়াৰ সৰু তাঙৰণ এটি অৱশ্যে ১৯৩২ চনতে ওলাইছিল। ১৯২৮ চনত সৰ্ব্ব-ভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনৰ লাহোৰ অধিবেশনত ভূঞাদেৱে অসমীয়া বুৰঞ্জী-সাহিত্যৰ বিষয়ে, পিছৰ বছৰ ৰেকৰ্ড্ কমিছনৰ গোৱালিয়ৰ অধিবেশনত ডাক্তৰ ৱেডৰ বিষয়ে, আৰু ১৯৩৫ চনত পুনাত বহা ইণ্ডিয়ান হিষ্টৰি কংগ্ৰেছত লাচিত বৰফুকনৰ বিষয়ে আৰু ১৯৩৯ চনত কলিকতাৰ কংগ্ৰেছত ৰুদ্ৰসিংহৰ বিষয়ে একোটি সুচিন্তিত প্ৰবন্ধ পাঠ কৰে।

অধ্যাপক ভূঞাৰ যত্ন আৰু অধ্যৱসায়ৰ বলত ১৯২৮ চনৰ জুনৰপৰা অসম চৰকাৰৰ বুৰঞ্জী পুৰাতত্ত্ব বিভাগ প্ৰতিষ্ঠিত হয় আৰু তেখেত তাৰ অনাৰেৰী এছিষ্টেণ্ট ডিৰেক্টৰ নিযুক্ত হয়। ১৯৩৩ চনত অনাৰেৰী ডিৰেক্টৰ মিষ্টাৰ বেণ্টিঙ্কে অসম উপত্যকাৰ কমিছনাৰ পদৰপৰা অব্যাহতি পাই আঁতৰি যোৱাত ভূঞাদেও বিভাগৰ অনাৰেৰী ডিৰেক্টৰ নিযুক্ত হয় আৰু কটন কলেজৰ অধ্যাপক-ৰূপে কৰা কাৰ্য্যৰ উপৰিও এই কাম আশাশুধীয়াকৈ চলাই থাকে। তেখেতৰ আগ্ৰহ আৰু যত্নত দানবীৰ ৰাধাকান্ত সন্দিকৈ আৰু নাৰায়ণী সন্দিকৈৰপৰা বিভাগীয় ঘৰৰ বাবে দহ হেজাৰ টকাৰ এটি দান পোৱা যায়; আৰু তাৰে ফল ১৯৩৬ চনত সৃষ্টি হোৱা গুৱাহাটীৰ নাৰায়ণী সন্দিকৈ ভৱন। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত বহুতোখিনি মূল্যবান হাতে লিখা পুথি সংগৃহীত হয়; ১৯৩০ চনত ইয়াৰপৰা হৰকান্ত সদৰামিনৰ "অসম-বুৰঞ্জী", ১৯৩০ চনত "কামৰূপৰ বুৰঞ্জী", ১৯৩২ চনত শ্ৰীনাথ বৰবৰুৱাৰ "তুংখুঙ্গীয়া বুৰঞ্জী", ১৯৩৩ চনত দুতিৰাম হাজৰিকা আৰু বিশ্বেশ্বৰ বেজবৰুৱাৰ "অসমৰ পদ্য-বুৰঞ্জী", ১৯৩৬ "কছাৰী বুৰঞ্জী" ভূঞাদেৱৰ দ্বাৰা সুসম্পাদিত আৰু বিস্তৃত ইংৰাজী-অসমীয়াৰ পাতনিৰে অলঙ্কৃত হৈ প্ৰকাশ পায়। বিভাগৰ প্ৰথম তিনিখনি বুলেটিন ১৯৩২, ১৯৩৪ আৰু ১৯৩৬ চনত ওলায়। ১৯৩৩ চনত বিভাগৰ হৈ অক্সফৰ্ড ইউনিভাৰ্ছিটি প্ৰেছে "তুংখুঙ্গীয়া বুৰঞ্জী"ৰ ভূঞাদেৱৰ অনুবাদ ছপা কৰে। ১৯৩৫ চনত জয়মতী কুঁৱৰী সম্পৰ্কীয় তেখেতৰ "অসম-জীয়ৰী" খনি ওলায়। ১৯৩৬ চনত তেখেত চৰকাৰৰপৰা "ৰায় বাহাদুৰ" উপাধিৰে ভূষিত হয়। সেই বছৰতে অসম চৰকাৰে তেখেতৰ **Assamese Literature—Ancient and Modern** নামৰ সৰু পুথিখনি ছপা কৰি উলিয়ায়।

১৯৩৬ চনৰ ছেপ্টেম্বৰ মাহত অধ্যাপক ভূঞাই শিক্ষাৰ বাবে ছুটী লৈ বিলাতলৈ যাত্ৰা কৰে আৰু অক্টোবৰৰপৰা লণ্ডনৰ স্কুল্ অব্ অৰিয়েণ্টেল্ ষ্টাডিজত প্ৰফেছৰ এইচ্-এইচ্ ডড্ৱেলৰ তত্ত্বাৱধানত গৱেষণাৰ কাম আৰম্ভ কৰে। ১৯৩৮ চনৰ জুলাইত ভূঞাদেৱৰ গৱেষণা-গ্ৰন্থ পি-এইচ্-ডি. উপাধিৰ বাবে গৃহীত হয়; ১৯৪৯ চনত এই গ্ৰন্থ Anglo-Assamese Relations নামে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰপৰা প্ৰকাশিত হয়। এই সময়ত তেখেত স্কুল অব্ অৰিয়েণ্টেল্ ষ্টাডিজত অসমীয়াৰ অতিৰিক্ত লেক্চাৰাৰ আছিল। বিলাতত থকাৰ ভিতৰতে ১৯৩৬ চনত লণ্ডনৰ জেম্ছেজ কৰ্টত এদিন আৰু মুছোলিনিৰ শিক্ষা-মন্ত্ৰীৰ উদ্যোগত ৰোম চহৰৰ Instituto Italino per dil Medio ed Estremo Oriente-অত অসমৰ বুৰঞ্জী আৰু সংস্কৃতিৰ বিষয়ে এলানি বক্তৃতা দিয়ে। ইণ্ডিয়া অফিচ, ব্ৰিটিছ মিউজিয়াম্, ইণ্ডিয়া হাউছ, বিবলিঅথেক্ নেচনেল আদিত অসম-বিষয়ক তথ্য পাতি সংগ্ৰহ কৰাত তেখেত সদায় তৎপৰ আছিল।

১৯৩৮ চনত অসমলৈ ঘূৰাৰ পিছত ১৯৪০ চনত ডক্টৰ ভূঞাদেৱ কিছু কালৰ কাৰণে শ্বিলঙত স্পেচিয়েল ইউনিভাৰ্ছিটি অফিচাৰ হিচাপে, ১৯৪১-৪২ চনত যোৰহাটত ইন্সপেক্টৰ অব স্কুলছ ৰূপে, ১৯৪৬ চনত গুৱাহাটীত কটন কলেজৰ প্ৰিন্সিপাল হৈ নিযুক্ত হৈছিল। ১৯৪৭ চনত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ডিৰেক্টৰ পদ অবৈতনিক গুচাই নিয়মীয়া কৰা হয়, আৰু ডক্টৰ ভূঞাদেৱ সেই পদত মকৰল হয়। ১৯৪৮-৪৯ চনত তেখেত ডিৰেক্টৰ অব পাবলিক্ ইন্‌ষ্ট্ৰাক্‌ছন্

অধ্যাপক ভূঞাৰ যত্ন আৰু অধ্যৱসায়ৰ বলত ১৯২৮ চনৰ জুনৰপৰা অসম চৰকাৰৰ বুৰঞ্জী পুৰাতত্ত্ব বিভাগ প্ৰতিষ্ঠিত হয় আৰু তেখেত তাৰ অনাৰেৰী এছিষ্টেণ্ট ডিৰেক্টৰ নিযুক্ত হয়। ১৯৩৩ চনত অনাৰেৰী ডিৰেক্টৰ মিষ্টাৰ বেণ্টিংকে অসম উপত্যকাৰ কমিছনাৰ পদৰপৰা অব্যাহতি পাই আঁতৰি যোৱাত ভূঞাদেও বিভাগৰ অনাৰেৰী ডিৰেক্টৰ নিযুক্ত হয় আৰু কটন কলেজৰ অধ্যাপক-ৰূপে কৰা কাৰ্য্যৰ উপৰিও এই কাম আশাশুধীয়াকৈ চলাই থাকে। তেখেতৰ আগ্ৰহ আৰু যত্নত দানবীৰ ৰাধাকান্ত সন্দিকৈ আৰু নাৰায়ণী সন্দিকৈৰপৰা বিভাগীয় ঘৰৰ বাবে দহ হেজাৰ টকাৰ এটি দান পোৱা যায়; আৰু তাৰে ফল ১৯৩৬ চনত সৃষ্টি হোৱা গুৱাহাটীৰ নাৰায়ণী সন্দিকৈ ভৱন। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত বহুতোখিনি মূল্যবান হাতে লিখা পুথি সংগৃহীত হয়; ১৯৩০ চনত ইয়াৰপৰা হৰকান্ত সদৰামিনৰ "অসম-বুৰঞ্জী", ১৯৩০ চনত "কামৰূপৰ বুৰঞ্জী", ১৯৩২ চনত শ্ৰীনাথ বৰবৰুৱাৰ "তুংখুঙ্গীয়া বুৰঞ্জী", ১৯৩৩ চনত দুতিৰাম হাজৰিকা আৰু বিশ্বেশ্বৰ বেজবৰুৱাৰ "অসমৰ পদ্য-বুৰঞ্জী", ১৯৩৬ "কছাৰী বুৰঞ্জী" ভূঞাদেৱৰ দ্বাৰা সুসম্পাদিত আৰু বিস্তৃত ইংৰাজী-অসমীয়াৰ পাতনিৰে অলঙ্কৃত হৈ প্ৰকাশ পায়। বিভাগৰ প্ৰথম তিনিখনি বুলেটিন ১৯৩২, ১৯৩৪ আৰু ১৯৩৬ চনত ওলায়। ১৯৩৩ চনত বিভাগৰ হৈ অক্সফৰ্ড ইউনিভাৰ্ছিটি প্ৰেছে "তুংখুঙ্গীয়া বুৰঞ্জী"ৰ ভূঞাদেৱৰ অনুবাদ ছপা কৰে। ১৯৩৫ চনত জয়মতী কুঁৱৰী সম্পৰ্কীয় তেখেতৰ "অসম-জীয়ৰী" খনি ওলায়। ১৯৩৬ চনত তেখেত চৰকাৰৰপৰা "ৰায় বাহাদুৰ" উপাধিৰে ভূষিত হয়। সেই বছৰতে অসম চৰকাৰে তেখেতৰ **Assamese Literature—Ancient and Modern** নামৰ সৰু পুথিখনি ছপা কৰি উলিয়ায়।

১৯৩৬ চনৰ ছেপ্টেম্বৰ মাহত অধ্যাপক ভূঞাই শিক্ষাৰ বাবে ছুটী লৈ বিলাতলৈ যাত্ৰা কৰে আৰু অক্টোবৰৰপৰা লণ্ডনৰ স্কুল্ অব্ অৰিয়েণ্টেল্ ষ্টাডিজত প্ৰফেছৰ এইচ্-এইচ্ ডড্‌ৱেলৰ তত্ত্বাৱধানত গৱেষণাৰ কাম আৰম্ভ কৰে। ১৯৩৮ চনৰ জুলাইত ভূঞাদেৱৰ গৱেষণা-গ্ৰন্থ পি-এইচ্-ডি. উপাধিৰ বাবে গৃহীত হয়; ১৯৫০ চনত এই গ্ৰন্থ Anglo-Assamese Relations নামে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰপৰা প্ৰকাশিত হয়। এই সময়ত তেখেত স্কুল অব্ অৰিয়েণ্টেল্ ষ্টাডিজত অসমীয়াৰ অতিৰিক্ত লেক্‌চাৰাৰ আছিল। বিলাতত থকাৰ ভিতৰতে ১৯৩৬ চনত লণ্ডনৰ জেম্‌ছেজ কৰ্টত এদিন আৰু মুছোলিনিৰ শিক্ষা-মন্ত্ৰীৰ উদ্যোগত ৰোম চহৰৰ Instituto Italino per dil Medio ed Estremo Oriente-অত অসমৰ বুৰঞ্জী আৰু সংস্কৃতিৰ বিষয়ে এলানি বক্তৃতা দিয়ে। ইণ্ডিয়া অফিচ, ব্ৰিটিছ মিউজিয়াম্, ইণ্ডিয়া হাউছ, বিবলিঅথেক্ নেচনেল আদিত অসম-বিষয়ক তথ্য পাতি সংগ্ৰহ কৰাত তেখেত সদায় তৎপৰ আছিল।

১৯৩৮ চনত অসমলৈ ঘূৰাৰ পিছত ১৯৪০ চনত ডক্টৰ ভূঞাদেৱ কিছু কালৰ কাৰণে শ্বিলঙত স্পেচিয়েল ইউনিভাৰ্ছিটি অফিচাৰ হিচাপে, ১৯৪১-৪২ চনত যোৰহাটত ইন্সপেক্টৰ অব স্কুলছ ৰূপে, ১৯৪৬ চনত গুৱাহাটীত কটন কলেজৰ প্ৰিন্সিপাল হৈ নিযুক্ত হৈছিল। ১৯৪৭ চনত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ডিৰেক্টৰ পদ অবৈতনিক গুচাই নিয়মীয়া কৰা হয়, আৰু ডক্টৰ ভূঞাদেৱ সেই পদত মকৰল হয়। ১৯৪৮-৪৯ চনত তেখেত ডিৰেক্টৰ অব পাবলিক্ ইন্‌ষ্ট্ৰাক্‌ছন্

পদত থাকি ১৯৪৯-অৰ মাৰ্চ্চৰপৰা চৰকাৰী কামৰপৰা অৱসৰ লয়, আৰু পুনৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ নিয়মীয়া ডিৰেক্টৰ পদলৈ আহে। ১৯৫১ চনত ডক্টৰ ভূঞাক লণ্ডন বিশ্ববিদ্যালয়ে ডি-লিট্ উপাধি দিয়ে। ১৯৫২ চনত তেখেত ভাৰতীয় পাৰ্লিয়ামেণ্টৰ ( ৰাজ্যসভা ) সভ্য হয়; ১৯৫৪ চনত তাৰপৰা অব্যাহতি পাই পুনৰ বিভাগীয় কামলৈ আহে। ১৯৫৭ চনৰ ফেব্ৰুৱাৰীত ডক্টৰ ভূঞা সৰ্ব্বসম্মতিক্ৰমে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাইচ-চেন্সেলাৰ নিৰ্ব্বাচিত হয় আৰু সেই মাহৰ ২৩ তাৰিখে সেই পদত যোগদান কৰে।

এইদৰে নানা চৰকাৰী-বেচৰকাৰী বিষয়ৰ বিষয়া থকাৰ উপৰিও এই কালছোৱাত ডক্টৰ ভূঞাদেৱ নানা দায়িত্বপূৰ্ণ কামত নিৰত থাকে। ১৯৪০ চনত অসম যাদুঘৰৰ ন্যাসৰক্ষী সমিতিৰ অন্তৰ্ব্বৰ্ত্তী সভাপতি, ১৯৪৮ চনৰপৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক নিয়োগৰ নিৰ্ব্বাচনী সমিতিৰ সভ্য, ১৯৪৮-৪৯ চনত আৰু ১৯৫১ৰপৰা বিশ্ববিদ্যালয়ৰ কৰ্টৰ সভ্য, ১৯৪৯ চনত সংবিধানৰ অসমীয়া অনুবাদ সমিতিৰ সভাপতি, ১৯৫৩-ৰপৰা স্বাধীনতা আন্দোলনৰ বুৰঞ্জী-প্ৰণয়নৰ আঞ্চলিক সমিতিৰ সভ্য, ১৯৫৫-ৰপৰা বিশ্ববিদ্যালয়ৰ চন্দ্ৰকান্ত অভিধান সংশোধন সমিতিৰ সভাপতি আৰু ইণ্ডিয়ান্ হিষ্টৰিকেল্ ৰেকৰ্ডছ কমিছনৰ আঞ্চলিক জৰিপ সমিতিৰ সভাপতি। ১৯৫২ চনত গোৱালিয়ৰত বহা ইণ্ডিয়ান্ হিষ্টৰি কংগ্ৰেছৰ অধিবেশনত ডক্টৰ ভূঞাদেৱ আধুনিক ইতিহাস শাখাৰ সভাপতি পদত অধিষ্ঠিত হৈছিল আৰু ১৯৫৩ চনত নবেম্বৰত শ্বিলঙত বহা অসম সাহিত্য সভাৰ দ্বাবিংশ সম্মিলনৰ সভাপতি পদ অলঙ্কৃত কৰিছিল। ১৯৪৬ চনত তেখেত ৰজাঘৰৰ এম্-বি-ই অলঙ্কাৰেৰে বিভূষিত হয়, আৰু ১৯৫৬ চনত নতুন ভাৰত চৰকাৰে লোকতন্ত্ৰ দিবসৰ দিনা তেখেতক পদ্মশ্ৰী উপাধি দান কৰে।

বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে ডক্টৰ ভূঞাদেৱৰ সম্পাদিত "ত্ৰিপুৰা-বুৰঞ্জী", "অসম-বুৰঞ্জী" ( ১৯৪৫, সুকুমাৰ মহন্তৰ ঘৰত পোৱা ), আৰু বুকানন্-হেমিল্টনৰ An Account of Assam ( ১৯৪০ ) আৰু তেখেতৰ গৱেষণা-গ্ৰন্থ Lachit Barphukan and His Times ( ১৯৪৭ ) প্ৰকাশ কৰিছে। এই কালছোৱাত প্ৰকাশিত তেখেতৰ আন মূল্যবান গ্ৰন্থ "কোঁৱৰ-বিদ্ৰোহ" ( ১৯৪৮ ), "ৰমণী গাভৰু" ( ১৯৫১ ), "বুৰঞ্জীৰ বাণী" ( ১৯৫১ ), "বুৰঞ্জী-মূলক প্ৰবন্ধাৱলীৰ তালিকা" ( ১৯৫৫ ), "মীৰজুমলাৰ অসম আক্ৰমণ" ( ১৯৫৬ ), The Seven Hindrances ( ১৯৫৩ ), Some Literary Reminiscences ( ১৯৫৪ ), Studies in the Literature of Assam ( ১৯৫৬ ), Atan Buragohain and His Times ( ১৯৫৭ ), ডক্টৰ কাকতিৰ পাতনিৰে প্ৰকাশিত ( ১৯৫১ ) Bibliography of the works of Dr. S. K. Bhuyan বোলা পুথিত তেখেতৰ জীৱনৰ বহল কাৰ্য্যাৱলীৰ হিছাপ পোৱা যাব, আৰু সাহিত্য আৰু বুৰঞ্জীৰ ক্ষেত্ৰৰ উদ্যোগী কৰ্ম্মীসকলে নতুন পথ আৰু অনুপ্ৰেৰণাৰ সন্ধান পাব। এতিয়াও তেখেতৰ বহুতখিনি পুথি ছপাশাললৈ যাবৰ বাবে সাজু হৈ আছে—"বুৰঞ্জীৰ সৌৰভ", "বুৰঞ্জীৰ কথা", "বুৰঞ্জী-আলোচনা", "অসমীয়া সাহিত্য-সম্পৰ্কীয় প্ৰবন্ধাৱলী", "কিতাপৰ কথা", "স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ", "শৰাইঘাটৰ সুবচনী", কবিতাৰ পুথি "অনাদৰী" আৰু "নৱ-নিৰ্ম্মালি", Studies in the History of Assam, An Assamese Miscellany, Inscriptions of Assam, the Military system of the Assamese People ( প্ৰতিভা দেৱী সোঁৱৰণী বক্তৃতাৱলী )

Mir. Jumla's Invasion of Assam, Assam-Khasi Relations, Occasionals and Abstracts, Historical Research in Assam, Academic Verses, Quintessence of Experience, Two Years in Parliament, Assam in the Eighteenth Century.

## শ্ৰীযুতা নলিনীবালা দেৱী

বিখ্যাত কবি শ্ৰীনলিনীবালা দেৱী স্বনামধন্য দেশনেতা কৰ্ম্মবীৰ ৺নবীনচন্দ্ৰ বৰদলৈৰ প্ৰথম সন্তান। নবীন বৰদলৈৰ দেউতাক ৰায়বাহাদুৰ ৺মাধৱচন্দ্ৰ বৰদলৈ। এওঁলোক অসমৰ বিখ্যাত ৰুদ্ৰখৰি বংশৰ; আদিতে শিৱসাগৰত বাস কৰিছিল; মান ভগনৰ দিনত উত্তৰ গুৱাহাটীত বসতি লয়হি। মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়া বৰপেটাত ই-এ-চি হৈ থকা কালছোৱাৰ ভিতৰতে ১৮৯৮ চনৰ মাৰ্চ্চ মাহত তেওঁৰ নাতিনী নলিনী দেৱীৰ জন্ম হয়। নবীন বৰদলৈদেৱ ১৯০৮ চনৰ পৰা ভালেমান দিন কলিকতা হাইকোৰ্টত 'এড্‌ভোকেট্' হৈ আছিল আৰু পিছত দেশৰ আহ্বানত অসমলৈ আহি গুৱাহাটীৰ 'শান্তিভৱন'ত থাকিবলৈ লয় আৰু ১৯২১ চনৰ পৰা অসমৰ অসহযোগ আন্দোলনত নেতৃত্ব গ্ৰহণ কৰে।

সৰু কালৰ পৰাই দেউতাকৰ তত্ত্বাৱধানত থাকি নলিনী দেৱীয়ে ঘৰতে উপযুক্ত শিক্ষা লাভ কৰিবলৈ সুচল পায়। স্ত্ৰীশিক্ষাৰ বাবে সেই দিনত সুযোগ নথকা স্বত্বেও গৃহশিক্ষকৰ যোগেদি তেওঁৰ শিক্ষালাভ হয়। দেউতাকেও নিজে গীত-বাদ্যাদি জনাৰ গুণে নিজৰ লৰা-ছোৱালীক এই বিদ্যাত শিক্ষিত কৰি তুলিছিল। আঠ বছৰ বয়সৰ পৰাই নলিনী দেৱীয়ে সংস্কৃত শ্লোক, ৰামায়ণ, মহাভাৰত, ঘোষা, কীৰ্ত্তন, বৰগীত আদি আবৃত্তি কৰি মানুহক মুগ্ধ কৰিব পাৰিছিল। সৰু কালৰ পৰাই কৃষ্ণ-ভক্তিৰ প্ৰভাৱে তেওঁৰ অন্তৰ জয় কৰিছিল। আঠ বছৰ বয়সত তেওঁৰ এবাৰ টান সন্নিপাত জ্বৰ হয়। চিকিৎসকসকল নিৰাশ হল। কিন্তু ৰোগীৰ অন্তৰত এটা সাহ আছিল আৰু আনৰ আগতো কথাষাৰ প্ৰকাশ কৰিছিল যে ঈশ্বৰৰ নামেই তেওঁক ভাল কৰিব। তেওঁ সৰুতে ঈশ্বৰৰ নাম-গুণকে লৈ আছিল, অইন কি অজ্ঞান অৱস্থাতো বুকুত হাত দি ভগৱানৰ নাম স্মৰণ কৰিছিল। ক্ৰমান্বয়ে ৰোগী ভালৰ পিনে আহিব ধৰিলে। ভগবদ্‌ভক্তিয়েই ছোৱালীৰ জীৱন ৰক্ষা কৰিলে বুলি কব পাৰি।

শিশু অৱস্থাতে তেওঁৰ অন্তৰত কাব্যিক প্ৰতিভাই ভুমুকিয়ায় আৰু তেতিয়াৰ পৰাই 'পিতা', 'সন্ধ্যা' আদি তেওঁৰ ৰচিত কবিতা দুই চাৰিটাকৈ আলোচনীত প্ৰকাশ হব ধৰে। কেৱল এয়ে নহয়, বোৱা কটা আদি ঘৰুৱা কামতো কম বয়সতে তেওঁ পৈণত হৈ উঠে।

বাৰ বছৰ বয়সত শিৱসাগৰৰ কৃষ্ণপ্ৰাণ চাংকাকতিদেৱৰ পুতেক ৺জীবেশ্বৰ চাংকাকতিদেৱৰ লগত নলিনী দেৱীৰ বিয়া হয় আৰু তেৰ বছৰ বয়সত তেখেত স্বামীৰ ঘৰলৈ যায়। আঠ বছৰ কাল তেখেতে তাত অতি সুখ আৰু আনন্দত থাকি সাংসাৰিক জীৱন অতিবাহিত কৰে। ইয়াৰ ভিতৰত তেখেত নলিনী দেৱীয়ে পাঁচটি সন্তানৰ মুখ দেখিবলৈ পায়। দুৰ্ভাগ্যবশতঃ ১৯১৭ চনত তেখেতৰ স্বামীৰ অকাল মৃত্যু ঘটে। শিশু সন্তান কেইটিৰ সৈতে লৈ দেউতাকে তেখেতক নিজা ঘৰলৈ লৈ আহে। তেতিয়াৰে পৰা আকৌ দেউতাকৰ লগতে নলিনী দেৱীৰ জীৱন গঢ় লাগি উঠিবলৈ ধৰে; সমাজ-সেৱা, সাহিত্য-সেৱা আদিৰ প্ৰতি তেখেতৰ মন ঢাল খাই আহে।

ভগৱানৰ কঠোৰ পৰীক্ষাৰ পাৰ পাবলৈ নাই। অলপ দিনৰ ভিতৰতে বিধবা মাতৃৰ বুকুৰ মাজৰ পৰা দুটি পুত্ৰ সন্তান বিধিয়ে অকালতে হৰিলৈ গল—সৰুজন ( পুতলী ) ৰ পাঁচ বছৰ বয়সত আৰু মাজুজন ( পৱিত্ৰ ) ৰ একৈশ বছৰ বয়সত আকস্মিক মৃত্যু ঘটে। পুত্ৰ-শোক আৰু বৈধব্য-যন্ত্ৰনাত কাতৰ হোৱা কবি-মাতৃৰ হৃদয়ত তেতিয়াৰ পৰাই কবিতাৰ নিছিগা ধাৰ বৰলৈ ধৰিলে। ইয়াৰ সুফল স্বৰূপে আমি পাওঁ 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ' আৰু পৰশমনি"। দৰ্শনৰ তত্ত্ব-পূৰ্ণ এই তিনিখনি কবিতা-পুথিয়ে আজি অসমীয়া কাব্য-সাহিত্যৰ অমূল্য সম্পদ ৰূপে খ্যাতিলাভ কৰিছে।

১৯৩৫ চনত দেউতাক কৰ্ম্মবীৰ নবীন বৰদলৈৰ লোকান্তৰ ঘটে। দেউতাকৰ বিবিধ কাৰ্য্যাৱলীৰ কথা সন্নিবেশ কৰি 'স্মৃতি-তীৰ্থ' নামৰ বৃহৎ জীৱন চৰিত্ৰ এখনিও কবিত্বপূৰ্ণ ভাষাৰে তেখেতে লিখি উলিয়াই অসমীয়া জীৱনী-সাহিত্য ভৰাঁললৈ উৎকৃষ্ট বৰঙণি যোগাইছে।

পিছৰ কালছোৱাত নলিনী দেৱীক আমি সমাজ আৰু সাহিত্য ক্ষেত্ৰত নানা ৰূপে দেখিবলৈ পাইছোঁ। ১৯৪৭ চনত ৰাজ্যিক চৰ্কাৰে তেখেতক সাহিত্যিক পেঞ্চন দি সন্মান দেখুৱায় আৰু সেই বছৰতে সৰ্ব্বভাৰতীয় সাহিত্য-সম্মিলনলৈ অসমৰ প্ৰতিনিধি ৰূপে নিমন্ত্ৰিত হয়। এই বছৰৰ ভিতৰতে গোলাঘাটত বহা 'সদৌ অসম ছাত্ৰ সম্মিলন' আৰু নগাওত বহা 'অসম প্ৰাদেশিক মহিলা সমিতিৰ সভানেত্ৰীত্ব কৰে। ১৯৫০ চনত 'সদৌ অসম পাৰিজাত কানন ( বৰ্ত্তমান 'মইনা পাৰিজাত )ৰ সৰ্ব্বাধিনায়িকা পদত থাকি অসমত এই শিশু অনুষ্ঠানটি স্থাপিত কৰাত নলিনী দেৱীয়ে প্ৰধান অংশ গ্ৰহণ কৰে। তেখেত অলপতে হোৱা 'আন্তৰ্জাতিক শিশু-কল্যাণ সমিতিৰ অসম শাখাৰ সভানেত্ৰী নিৰ্ব্বাচিত হয়। ১৯৫৪ চনত যোৰহাটত অসম সাহিত্য সভাৰ ২৩ শ অধিবেশনৰ সভানেত্ৰীৰ পদ লাভ কৰি তেখেতে জাতীয় সন্মান লাভ কৰে আৰু এই বছৰৰ ভিতৰতে কেন্দ্ৰীয় চৰ্কাৰেও সাহিত্যবৃত্তি দি তেখেতক সন্মানিত কৰিছে। ১৯৫৫ চনৰ ২৫ জানুৱাৰীৰ দিনা দিল্লীত হোৱা সৰ্ব্ব ভাৰতীয় কবি সম্মিলনলৈ নিমন্ত্ৰিতা হৈ তাত তেখেতে কবিতা পাঠ কৰি সাহিত্যিক সমাজত অসমক পৰিচিত কৰি গৌৰৱ লাভ কৰে। নলিনী দেৱীয়ে এই উপলক্ষে প্ৰধান মন্ত্ৰী শ্ৰীনেহৰু আৰু ৰাষ্ট্ৰপতি শ্ৰীৰাজেন্দ্ৰ প্ৰসাদৰ পৰা সম্বৰ্দ্ধনা লাভ কৰে, অলপতে তেখেত ভাৰত চৰকাৰৰ দ্বাৰা পদ্মশ্ৰী" উপাধিৰে বিভূষিতা হৈছে।

প্ৰকাশিত গ্ৰন্থ সমূহৰ উপৰিও তেখেতৰ ৰচিত আৰু কেবাখনিও মূল্যবান গ্ৰন্থ হাতে লিখা অৱস্থাত আছে। ইয়াৰ ভিতৰত নাটক আৰু কবিতাই সৰহ।

ঘৰুৱা নানা কাম-কাজ কৰিও তাৰ মাজতে আজৰি উলিয়াই এই মহিলা কবি গৰাকীয়ে যিদৰে সমাজ আৰু সাহিত্য সেৱাত আত্মনিয়োগ কৰি আহিছে সি সকলোৰে অনুকৰণীয়।

## শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা

সুকবি শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰাদেৱে ১৮৯২ চনৰ মাৰ্চ্চ মাহত শিৱসাগৰত জন্ম গ্ৰহণ কৰে। তেখেতৰ পিতৃৰ নাম শ্যামসুন্দৰ দুৱৰা আৰু মাতৃৰ নাম পূন্যদা দুৱৰা। শিৱসাগৰৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ তেখেত কলিকতালৈ যায়। ১৯১৩ চনত কলিকতাৰ স্কটিছ্ চাৰ্চ কলেজৰ পৰা বি, এ মহলাত উঠে। ডঃ বাণীকান্ত কাকতি-দেৱে লিখিছে, "কুৰি বছৰ আগেয়ে আমি যেতিয়া প্ৰেছিডেন্সী কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ

ল'বা ডুৱৰা ডাঙৰীয়া তেতিয়া আইন কলেজৰ ছাত্ৰ। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই তেতিয়া হাওবাৰ পৰা "বাঁহী" উলিয়াই অসমীয়া সমাজত প্ৰবল দেশাত্মবোধৰ সোঁত এটি বোৱাইছিল। প্ৰবন্ধুৱা অসমীয়া ছাত্ৰসকলৰ মনত বেজবৰুৱাৰ প্ৰভাৱৰ ছাব নপৰাকৈ নাছিল। ডুৱৰা বেজবৰুৱা ডাঙৰীয়াৰ অন্তৰঙ্গ বন্ধু আছিল, আৰু যদিও স্বদেশৰ হকে বেজবৰুৱা ডাঙৰীয়াৰ উগ্ৰ যুঁজাৰু প্ৰকৃতিৰ লগত তেখেতৰ প্ৰকৃতিৰ মিল নাছিল, বেজবৰুৱা ডাঙৰীয়াৰ একনিষ্ঠ সাহিত্য সেৱাৰ আদৰ্শ, আৰু অন্তৰৰ চিৰকলীয়া সেউজীয়া তৰুণতাৰ দ্বাৰা ডুৱৰা সম্পূৰ্ণভাৱে বিমোহিত হৈছিল।

আইন কলেজত তিনি বছৰ খৰলি খোৱা হৈ গ'লত, অসমীয়া ছাত্ৰসমাজত জনাজাত হ'ল যে ডুৱৰাই আৰু আইন ব্যৱসায় নকৰে, আৰু কোনো চাকৰীলৈও চেষ্টা নকৰে। তেখেত স্কটিছ্ চাৰ্চ কলেজিয়েট স্কুলৰ শিক্ষক হিচাপে কলিকতাতেই থাকিব। ডুৱৰা অসমীয়া সমাজৰ নামজলা পৰিয়ালৰ ল'ৰা; তেতিয়াৰ দিনত ইচ্ছা কৰিলেই হাকিম বা মঞ্চুপ এটি সহজে হব পাৰিলেহেঁতেন। তেতিয়াৰ পৰাই ডুৱৰাৰ জীৱনী সাধাৰণৰ মানত এটি সাঁথৰ।

শিক্ষকতা কৰাৰ উপৰিও ডুৱৰাদেৱে ১৯৩৩ চনৰপৰা ১৯৪৭ চনলৈকে কলিকতা বিশ্ববিদ্যালয়ত এম, এ শ্ৰেণীত অসমীয়াৰ অধ্যাপক স্বৰূপে কাম কৰিছিল। ১৯৩৩ চনত তেখেতৰ এটা ডাঙৰ মটৰ দুৰ্ঘটনা হয়। ঈশ্বৰৰ ইচ্ছাত জীৱন ৰক্ষা পৰিলেও তাৰ ফলত তেখেতৰ শৰীৰ ঘুণীয়া হয়। ১৯৪৭ চনত ডুৱৰাদেৱে কলিকতা এৰে আৰু ১৯৪৮ চনৰ পৰা আজিলৈকে তেখেতে ডিব্ৰুগড়ৰ কানৈ কলেজত অসমীয়াৰ অধ্যাপকৰ কামত আত্মনিয়োগ কৰি আছে।

ছাত্ৰজীৱনৰে পৰাই চিৰকুমাৰ ডুৱৰাদেৱে একাণপটীয়াভাৱে সাহিত্য চৰ্চা বিশেষকৈ কবিতা চৰ্চা কৰি আহিছে। তেতিয়াৰে পৰা আজিলৈকে 'বাঁহী', 'মিলন', 'ৰবদৈচিলা,' 'আৱাহন' আদি আলোচনীবোৰত তেখেতৰ অলেখ কবিতা প্ৰকাশ হৈ ওলাইছে। পিছত তাৰে কিছুমান কিতাপৰ অন্তৰ্ভূক্ত হৈছে, কিছুমান এতিয়াও আলোচনীৰ পাততে আছে আৰু কিছুমান অপ্ৰকাশিত অৱস্থাত বিলুপ্ত হৈছে। মুঠতে অসমীয়া সাহিত্যত সুকবি হিচাপে তেখেতে বিশেষ সুখ্যাতি লাভ কৰিছে। তেখেতৰ প্ৰকাশ হৈ ওলোৱা কবিতাৰ পুথি হৈছে 'আপোন সুৰ,' 'বনফুল,' 'ওমৰ তীৰ্থ, আৰু 'কথাকবিতা'। ডুৱৰাৰ কবিতা সম্পৰ্কে ডক্টৰ শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে কয়, "ডুৱৰাৰ কবিতা সৰ্ব্বজন সমাদৃত হোৱাৰ সৰ্ব্বপ্ৰধান গুণ তেখেতৰ কবিতাৰ ভাষা। ডুৱৰাৰ কবিতাত ভাষাৰ জটিলতা, শব্দৰ দুৰ্ব্বোধতা, অৰ্থৰ অস্পষ্টতা নাই। তেখেতৰ কাব্যৰ ভাষা শিশুৰ দৰে সৰল, স্বভাৱ সুন্দৰী ৰমণীৰ দৰে নিৰলঙ্কাৰ। ইংৰাজ কবি ওৱৰ্ডচ্ ওৱৰ্থে এনে ভাষাকেই কাব্যৰ উপযুক্ত বাহন বুলি নিৰ্দ্দেশ কৰি গৈছে। কবিৰ কাব্যপ্ৰেৰণাও সহজ আৰু স্বতঃস্ফূৰ্ত। ই অসমীয়াৰ জাতিগত ভাৱনাৰ অনুকূল। ডুৱৰাৰ কবিতাত পাহৰি যোৱা অসমীয়া বনগীতৰ কথা সুৰ নতুন ৰূপত নবীন ছন্দত ধ্বনিত হৈছে। সেয়ে তেখেতৰ কবিতাক গীতাত্মক 'লিৰিক' কবিতাৰ পৰ্য্যায়লৈ তুলিছে। ডুৱৰা এই বিষয়ত আধুনিক অসমীয়া কাব্য বুৰঞ্জীত যুগ প্ৰৱৰ্ত্তক কবি।"

ওমৰ খায়ামৰ ৰুবাইয়াৎ ডুৱৰাই পোন প্ৰথমে অসমীয়ালৈ ভাঙে আৰু তেখেতৰ এই 'ওমৰ তীৰ্থ' ১৯২৫ চনত প্ৰকাশ হয়। ডুৱৰাৰ 'ওমৰ তীৰ্থ' ভাঙনি হলেও তাত এটা সৰল, সহজ সাৱলীল আৰু স্বাভাৱিক গতি আছে, পঢ়িলে মৌলিক কবিতাৰ দৰে লাগে। ইয়াৰ কাৰণ

হৈছে, "ইয়াক বিদেশী মূলৰ পৰা অনা হলেও কবিয়ে তাক বুকুৰ তপত তেজৰ উম দি সজীৱ কৰিছে।" বিখ্যাত ফাৰ্চী কবি হাফেজৰ কিছুমান ৰুবাইয়াৎৰ স্থললিত ভাঙনি কৰি কবিয়ে 'জীৱনৰ সুৰ' নাম দি আন এখনি কবিতাৰ পুথি যুগুত কৰি ৰাখিছে। সি এতিয়াও অপ্ৰকাশিত। টুৰ্গেনিভৰ আৰ্হিত তেখেতেই প্ৰথমতে অসমীয়া সাহিত্যত কাব্যৰ আৰ্হিৰ গদ্য 'কথা কবিতা' লিখি ( ১৯৩৩ চন ) অসমীয়াত এইবিধ নতুন কবিতাৰ প্ৰচলন কৰে। "কথা কবিতা" নোহোৱা নোপজা কবিতাৰ পুথি। এনে ধৰণৰ গদ্যত লিখা কবিতাৰ পুথি জনাৰ ভিতৰত আন কোনো ভাৰতীয় ভাষাত নাই, ইংৰাজীতো বিৰল।......'কথা কবিতা' দুৱৰা ডাঙৰীয়াৰ প্ৰায় কুৰি বছৰ কালব্যাপী নানান সময় আৰু নানান অৱস্থাৰ অনুভূতিৰ চিত্ৰ সমাবেশ। ই তেখেতৰ কোমল বুকু ভেদ কৰি ওলোৱা বালিৰ নিজৰাৰ দৰে।"

১৯৩৮ চনত দুৱৰাদেৱৰ 'আপোন সুৰ' নামৰ কবিতাৰ পুথি প্ৰকাশিত হয়। ১৯৫২ চনত তেখেতৰ 'বনফুল' নামৰ আন এখন কবিতাৰ পুথি ওলায় আৰু এই পুথিৰ কাৰণে তেখেতে ভাৰত চৰকাৰৰ পৰা ৫০০০৲ টকা বঁটা পায়। অসম চৰকাৰেও তেখেতক সাহিত্যিক বঁটা দি সন্মানিত কৰিছে।

## শ্ৰীযুত বেণুধৰ শৰ্মা

১৮১৬ শকৰ কাতি মাহৰ ৩০ তাৰিখে তুলসীদেৱীৰ গৰ্ভত এচাৰিশিঙীয়া অধ্যাপকৰ ঘৰ চাৰিঙত বুৰঞ্জীবিদ শৰ্ম্মাদেৱৰ জন্ম হয়। তেখেতৰ পিতৃ চিদ্বেশ্বৰ শৰ্ম্মা গাৰ্গ্য গোত্ৰৰ অতীজৰ তেজপুৰৰ জামুগুৰিৰ।

পণ্ডিত ঠাহুৰাম দত্তৰ চমাৰগাঁৱৰ পঢ়াশালিত ১৯০১ চনত শৰ্ম্মাদেৱৰ বিদ্যাৰম্ভ হয়। সেই পঢ়াশালিৰ পৰাই ১৯০৫ চনত বৃত্তিলাভ কৰে। পিছত শিৱসাগৰ চৰকাৰী হাইস্কুলত পঢ়ি তাৰ পৰা ১৯১৫ চনত দ্বিতীয় বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯১৬ চনত কলিকতালৈ গৈ তাত বঙ্গবাসী কলেজত আই-এ পঢ়িবলৈ ধৰে। ১৯২০ চনৰ অসহযোগ আন্দোলনৰ প্ৰভাৱত বি-এ দিয়া আৰু নহল ; তেতিয়াৰ পৰা গান্ধীবাদ অনুসৰণ কৰি তেখেতে আন্দোলনত জঁাপ দিয়ে। ১৯২১ চনত এলাহাবাদ নেশ্যনেল কলেজৰ পৰা বি, এ-ৰ ডিপ্লোমা লয়। সেই চনতেই শৰ্ম্মাই কলিকতা এৰে।

পুৰাতত্ত্ব আৰু প্ৰত্নতত্ত্বৰ একনিষ্ঠ পূজাৰী শৰ্ম্মাদেৱে কবিত্বপূৰ্ণ হৃদয়েৰে অসমীয়া ভাষা আৰু সাহিত্যৰ নিবহ নিপানী সেৱক হৈ অসমৰ বিভিন্ন অনুষ্ঠানৰ লগত জড়িত হয় আৰু গুৰি ধৰে। ডক্টৰ জন পিটাৰ ৱেদৰ Account of Assam প্ৰকাশ কৰাটো শৰ্ম্মাদেৱৰ ডাঙৰ কীৰ্ত্তি। স্বদেশৰ হকে প্ৰাণ দিওঁতা মণিৰাম দেৱানক বেণুধৰ শৰ্ম্মাদেৱেই পুনৰ জীৱন্ত কৰি ১৯৩১ চনত এইজনা বীৰৰ পূজা পাতি মণিৰাম দেৱান আৰু পিয়ালি বৰুৱাৰ কীৰ্ত্তি কাহিনী অসমৰ দশোদিশে প্ৰতিধ্বনিত কৰি তোলে। যিবিলাক সভা-সমিতি আৰু সন্মিলন আদিৰ শৰ্ম্মাদেৱে পৌৰোহিত্য কৰিছিল সেইবোৰ অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে জুৰি আছে যেনে—নাৰায়ণপুৰ, উত্তৰ লক্ষীমপুৰৰ সংস্কৃতি সভা, ডিব্ৰুগড়ৰ চুতীয়া সন্মিলন, নাহৰকটীয়া, চেলেংহাট, আমগুৰি, দিখৌমুখ, কোৱঁৰপুৰ, মেলেঙৰ ৰায়ত সভা, কালুগাওঁ চেলেংহাটৰ শিক্ষক সভা, টিয়কৰ চিলাৰায় উৎসৱ, গাভৰু পৰ্ব্বতৰ শ্ৰমিক সভা, যোৰহাট পকামুৰাৰ পুথিভঁৰাল স্থাপন উৎসৱ, তৰাজান

ছাত্রসভা, গোলাঘাটৰ লাইব্ৰেৰী সঙ্ঘ, দেৰগাওঁ, বিশ্বনাথ চাৰিআলি, চতীয়া, কামপুৰ, নগাও, কলিয়াবৰ বিহু সন্মিলনী, ফুলগুৰি চুতীয়া সম্মিলন, বৰপেটা, জাগাৰা, কৰৰা, অভয়াপুৰী, শালকোছা, গুৱালপাৰা শঙ্কৰদেৱ জন্মোৎসৱ সংস্কৃতি সভা প্ৰভৃতি, ধুবুৰীৰ অসম সাহিত্য সভা আৰু ছিলঙৰ অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ অধিবেশন।

অসম সাহিত্য সভাই শিৱসাগৰত লক্ষ্মীনাথ বেজবৰুৱাক অভিনন্দন দিছিল। বেণুধৰ শৰ্ম্মা অভ্যৰ্থনা সমিতিৰ সেই অভিনন্দন শাখাৰ সভাপতি আছিল।

দিল্লী, আহমেদাবাদ আৰু কলিকতাত হোৱা বুৰঞ্জী কংগ্ৰেছত শৰ্ম্মাদেৱে অসমৰ প্ৰতিনিধি হৈ যোগ দিয়ে।

Assam Review, Statesman আৰু Pioneer কাকতত শৰ্ম্মাদেৱে ইংৰাজী প্ৰৱন্ধৰ যোগান ধৰিছিল। তেখেতৰ ৰচিত গ্ৰন্থসমূহৰ নাম আৰু ৰচনাৰ সময় তলত দিয়া হল।

১৯১৮ ৰবিনচন ক্ৰুচ, ১৯২৬ Congress Guide, ১৯২৭ Dr. J. P. Waded Account of Assam, ১৯৩৫ জৱাহৰলালৰ জীৱনী, ১৯৩৭ আব্দলগফুৰ খানৰ জীৱনী, ১৯৪৩ ৰাংপতা, ১৯৪৭ সাতাৱন চাল, ১৯৪৮ মঙ্গলতীৰ কণ্ঠিমালা, ১৯৫০ গঙ্গাগোবিন্দ ফুকন, মণিৰাম দেৱান, ১৯৫১ দুৰবীণ, ১৯৫৬ বঙ্গমুৱা নৌ যাত্ৰাৰ আপদীয়া কাহিনী, ১৯৫৭ কংগ্ৰেছৰ কাচিৱলি ৰ'দত, বিহুৰ ভোগজৰা, ফুলচন্দন, চন্দন চ'ৰা, গোবিন্দ বেজবৰুৱা, লক্ষীনাথ বেজবৰুৱা।

শৰ্ম্মাদেৱে তৰুণ অসমৰ সম্পাদক আৰু 'অসমীয়া' 'বাতৰি কাকতৰ সহকাৰী সম্পাদক আছিল।

দক্ষিণপাট সত্ৰৰ শৰ্ম্মাদেৱ এজন প্ৰধান সেৱক। এই সত্ৰৰ বুৰঞ্জী তেখেতে প্ৰণয়ন কৰিছে।

বিস্মৃতি-গৰ্ভত অৱলুপ্ত তথ্যসমূহ লৈ শৰ্ম্মাদেৱে অনুসন্ধিৎসাৰ পোহৰ পেলাইছে। অতীতৰ এন্ধাৰ গৰ্ভৰ বহুতো সমল তেখেতে পোহৰলৈ অনাৰ চেষ্টাত আছে।

অসমীয়া ভাষাৰ শব্দ সম্পদ আৰু নিজস্ব বৈশিষ্ট্যৰ প্ৰতি শৰ্ম্মাদেৱ বৰ সজাগ। নকৈ গঢ় দিয়া কিছুমান শব্দৰ তালিকাও শৰ্ম্মাদেৱে যুগুত কৰিছে।

হেমচন্দ্ৰ গোস্বামী আৰু ফণীধৰ চলিহাৰ ডায়েৰী শৰ্ম্মাদেৱৰ হাতত সংৰক্ষিত হৈছে।

তলত বিবিধ কাকতত সিঁচৰতি হৈ থকা তেখেতৰ কেতবিনি প্ৰবন্ধৰ নাম দিয়া হল।

( ১ ) কানাই বৰশী শিলৰ ওপৰঞ্চি, আলোচনী, ( ২ ) হংকঙৰ চীনা পত্ৰিকাত অসম দেশৰ বিৱৰণ, অসম সাহিত্য সভা পত্ৰিকা, ( ৩ ) কটকী চৰিত্ৰ, আৱাহন, ( ৪ ) অসমীয়া চাহৰ আঁতগুৰি, আৱাহন, ( ৫ ) সাতাৱন চাল বা স্বাধীনতাৰ যুদ্ধ, আৱাহন, ( ৬ ) অসমত সোণ কমোৱা ব্যৱসায়, চেতনা, ( ৭ ) মুমলী গড় সম্পৰ্কে, জয়ন্তী, ( ৮ ) ৱেড বুৰঞ্জীৰ সম্পৰ্কে, জয়ন্তী, ( ৯ ) ফু-কেন-লুং বৰবৰুৱা মোমাই তামুলী, বৰদৈচিলা, ( ১০ ) অসমীয়া লো আৰু হিলৈ, বাঁহী, ( ১১ ) মধুপৰ্ক, বাঁহী, ( ১২ ) পৃথুৰৰ বৰকাকতী ৰাইডঙ্গীয়া ফুকন, বাঁহী, ( ১৩ ) ফাৰ্চী সাহিত্যত অসম বুৰঞ্জী, বাঁহী, ( ১৪ ) অসম বুৰঞ্জীৰ পৰা কেইখনমান চিঠি, বাঁহী, ( ১৫ ) বাহৰাম, গৌৰশঙ্কল ৰজাৰ ওচৰলৈ অহা, বাঁহী, ( ১৬ ) আপদীয়া বঙ্গযাত্ৰাৰ অমঙ্গল কাহিনী, বাঁহী।



নগেন্দ্ৰনাৰায়ণ চৌধুৰী

# অসম সাহিত্য-সভাৰ ভাষণাৱলী

## ত্ৰয়োদশ অধিবেশন

শিৱসাগৰ—১৯৩১ ডিচেম্বৰ,

### সভাপতি—জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, প্ৰতিনিধিবৰ্গ আৰু উপস্থিত সমজুৱাসকল !

পৰমেশ্বৰত শৰণ লৈ, আগৰ সভাপতি সকলৰ উদ্দেশ্যে শ্ৰদ্ধাঞ্জলি যাচি আপোনালোকক নমস্কাৰ কৰিছো। মোৰ জীৱনৰ আজি এটা চিৰস্মৰণীয় দিন। অতীত শৌৰ্য্য-বীৰ্য্যৰ লীলাভূমি,

শলাগৰ শৰাই

আহোম ৰজাসকলৰ প্ৰাচীন কীৰ্ত্তি-কলাপপূৰ্ণ ৰাজধানী এই শিৱসাগৰলৈ এয়ে মোৰ প্ৰথম আগমন—ৰজাতকৈ পূজ্য আৰু সন্মানিত যি বিদ্বৎ সমাজ, তেওঁলোকৰ বছৰেকীয়া সন্মিলন ৰূপ মহাযজ্ঞত হোতাৰূপে যোগ দিবৰ বাবে অপ্ৰত্যাশিতভাৱে আপোনালোকৰ সাদৰ আহ্বান পাই মই আজি কিমান সন্মানিত আৰু আনন্দিত তাক কৈ মিছাতে সময় নিয়াব নোখোজোঁ। কেৱল সেইবাবে আপোনালোকলৈ মোৰ আন্তৰিক ধন্যবাদ জনালো।

এনে এটা গুৰুভাৰলৈ নিমন্ত্ৰণ গ্ৰহণ কৰা উচিত নে অনুচিত সেই লৈ মই দোধোৰমোধোৰত পৰিছিলোঁ। যি শ্ৰেষ্ঠ আসনত বাণীৰ বৰপুত্ৰসকলে বহি অকল সভাকে নহয়, লগে লগে গোটেই দেশকো উজ্জ্বল কৰি থৈ গৈছে, সেই পৱিত্ৰ আসনত বহিবলৈ ওলালে বত্ৰিশ পুতলিৰ দৰে আসনৰ প্ৰতি অণুপৰমাণুৱে বিদ্ৰূপ নকৰিব নে ? অৱশ্যে এই আহ্বান নিমন্ত্ৰণ নহয়। কাৰণ মই আপোনালোকৰে এজন। আৰু সাহিত্য সভাৰ সভাপতিৰ কৰ্ত্তব্যও সাহিত্য সৃষ্টি নহয় ; সাহিত্যৰ আলোচনা আৰু পথ নিৰ্দ্দেশ কৰা মাথোন। সেই নিমিত্তে ওলাইছোঁ। মাটিৰ ঘট নাইবা শিল এডোখৰকে ভগৱান আৰোপ কৰি সাধকে যেনেকৈ সিদ্ধিলাভ কৰিব পাৰে তেনেকৈ মোক বহুৱাই থৈ আপোনালোকেও নিজ নিজ কাম সমাধা কৰি লব পাৰিব। সেই নিমিত্তে পুণ্যদৰ্শন দেশৰ উজ্জ্বল ৰত্নশ্ৰেষ্ঠ সাহিত্যিকসকলক একে ঠাইত চাই পুণ্য অৰ্জ্জনৰ সুযোগ হেৰুৱাবলৈ মই টান পাইছোঁ। আৰু সেই নিমিত্তেই আহি কৰপুটে হাজিৰ হবলৈ বাধ্য হৈছোঁ। মোৰ কিবা দোষ নাইবা ধৃষ্টতা প্ৰকাশ পালে কেৱল এই খিনিয়ে—বাবৰ অযোগ্যতাৰ বাবে নহয়। গতিকে মোৰ প্ৰাৰ্থনা, অক্ষমতাৰ দায়-দোষ সকলোকে মাৰ্জ্জনা কৰে যেন।

আজি সৰস্বতী আইৰ শ্ৰেষ্ঠ পূজাৰীসকলৰ লগত মই যি অকিঞ্চিৎকৰ উপকৰণ লৈ মাতৃ বন্দনাৰ নিমিত্তে আগ বাঢ়িছো সি তুচ্ছাদপিতুচ্ছ। সি কেৰ্কেটুৱাৰ ভেটি 'বাঁহপাতো' নহয়, বনৰীয়া বনৰ এপাত মাথোন আৰু তাৰো কোনো ৰহ-কহ নাই—শুকান। তাৰ কোনো বৰণ

বা গোন্ধো নাই ; কেৱল ভক্তিপানীৰে তিওৱা। সি বিদ্যাদেবীৰ চৰণবন্দনাৰ উপযুক্ত হব বুলি আশা কৰিব নোৱাৰি। যি কি নহওক, যোগ দিয়া হৈছে যেতিয়া, সেই উদ্দেশ্যে আগ বঢ়োৱা হল। বাঞ্ছিত ঠাই গৈ পোৱা নোপোৱা ভগৱাগনৰ ইচ্ছা।

মানুহ যে জীৱন্ত তাক বুজিব পাৰি তাৰ অঙ্গ সঞ্চালন বা শৰীৰৰ স্পন্দনলৈ চাই। এই কথা এটা জাতি বা সমাজ সম্বন্ধেও খাটে। এই জাতি বা সমাজৰ স্পন্দন বুজিব পাৰি তাৰ নানা কাৰ্য্যকলাপৰ ভিতৰেদি।

'মনুষ্য' শব্দটোৰ মনু কথাৰ পৰা উৎপত্তি। অৰ্থাৎ ই ব্ৰহ্মাৰ মানসপুত্ৰ। তাৰ চিন্তা অৰ্থাৎ ভাবৰ ধাৰা প্ৰকাশৰ নিমিত্তে ভাষা আছে। এই ভাষা থকাৰ নিমিত্তেই মানুহ আজি সকলো প্ৰাণীতকৈ শ্ৰেষ্ঠ। মানুহৰ এটা নাম ব্যক্তি অৰ্থাৎ প্ৰকৃতিৰ পূৰ্ণ বিকাশ। গতিকে যি জাতি বা সমাজৰ ভাষা উন্নত সেই জাতি বা সমাজেই যে আন সকলোতকৈ শ্ৰেষ্ঠ তাক অনায়াসে কব পাৰি। এই ভাবৰ বাহন ভাষাৰ পৰা সাহিত্যৰ সৃষ্টি। এতেকে মানৱ সমাজৰ স্পন্দন অৰ্থাৎ সকলো কাৰ্য্যকলাপ বা উন্নতি-অৱনতি বুজিব পৰা যায় সেই জাতিৰ ভাষা অৰ্থাৎ সাহিত্যৰ মাজেদি।

ভাবৰ পৰা ভাষা। আৰু যি জাতি বা সমাজৰ ভাষা শ্ৰেষ্ঠ সি আন জাতি বা সমাজতকৈ উন্নত

পুৰণি কামৰূপৰ তথা অসমৰ উন্নতি আৰু প্ৰাচীন সভ্যতাৰ কথা আজি আৰু ন-কৈ কবৰ আৱশ্যক নাই। সদিয়াৰ পৰা জলপাইগুৰি, দিনাজপুৰ প্ৰভৃতি ঠাইলৈকে পুৰণি মন্দিৰ দালান আদিৰ ভগ্নাৱশেষ বহুত দেখিবলৈ পোৱা যায়। ইয়াৰ বাহিৰেও অসমৰ হাবিয়ে-জঙ্গলে পাহাৰে-পৰ্ব্বতে নানা শিলৰ মূৰ্ত্তি, মন্দিৰ, পুখুৰী, গড় আদিৰ চিন কিমান যে চকুত পৰে তাক আমাৰ দেশৰ মানুহৰ আগত উল্লেখ কৰা ধৃষ্টতা মাথোন। এইবিলাকৰ বাহিৰেও আকৌ কোনেও নেদেখা-নুশুনা যে কিমান প্ৰাচীন শিল্পকলা, নগৰ, গাওঁ-ভূঁই আদি মাটিৰ তলত পোত খাই আছে, নাইবা বহু শতাব্দী নিৰুপদ্ৰৱে প্ৰকৃতিৰ কোলাত প্ৰতিপালিত অটবি, অৰণ্য শ্ৰেণীৰ অন্তৰালত লুকাই বাঘ-ভালুক আদি হিংস্ৰ জন্তুৰ ক্ৰীড়াস্থল হৈ আছে, তাৰ কোনে ভু লব ? এই দেশৰ প্ৰত্নতাত্ত্বিক অনুসন্ধান এতিয়াও যথেষ্ট হোৱা নাই। ৰীতিমতে অনুসন্ধান আৰম্ভ হ'লে বহু তত্ত্ব আবিষ্কৃত হৈ জাতীয় বুৰঞ্জীৰ নতুন আৰু গৌৰৱজনক অধ্যায় ৰচিত হব বুলি বিশ্বাস। বেছি দূৰলৈ যাবই নালাগে, আমাৰ ঘৰ লক্ষ্মীপুৰৰ এমাইলমান দূৰতে বিছনদৈ ৰজাৰ সক এটা পুখুৰী আৰু কালীৰ থান এখন আছে। কিংবদন্তিমতে এশ আঁঠোটা নৰমুণ্ডৰ ওপৰত এই বেদীটো প্ৰতিষ্ঠিত। বৰ্ত্তমান ডাঙৰ ডাঙৰ গছেভৰা এটা ওখ টিলাৰ দৰে হৈ ৰৈছে। তাৰ মানুহে ইয়াক 'গাড়োমাথা' পাহাৰ বুলি কয়। কাৰণ গাৰোক ইয়াত বলি দিয়া বুলি প্ৰবাদ। ইয়াত ওচৰতে ইটাখুলি বুলি এখন বিল আছে। এই কালীবাৰীৰ পৰা কৰৈবাৰী-লৈকে এটা বহল আলি আছিল। শুনিবলৈ পোৱা যায় কৰৈবাৰীত বোলে বহুত পুৰণি কীৰ্ত্তি আছে। ইয়াত কোন ৰজা আছিল, তেওঁৰ নাম বিছনদৈ নে আজিকালিৰ শিক্ষিত মানুহে কোৱাৰ নিচিনা বিষ্ণুদেৱ আছিল, তাক অনুসন্ধান কৰোতা কেও নাই। যিকি নহওক এইবোৰ বেছি পুৰণা বুলি মনে নধৰে ; কাৰণ কেইমাইলমান দূৰত 'টিকিৰি কিল্লা আৰু 'ৰাখল কিল্লা' বুলি পুৰণি দুটা চিন আছে, তাত যি বন্দুকৰ গুলী পোৱা যায় সিবোৰ চিচাৰ। আকৌ

গোৱালপাৰাৰ ওচৰত 'পাগলটেক' নামে ঠাইত ব্ৰহ্মপুত্ৰৰ দাঁতিত 'পাগল নাথ' নামে এটি শিৱলিঙ্গ আছে। আৰু তাত শিলৰ মন্দিৰৰ ভগা চিন আৰু পৰ্ব্বতৰ গাত 'কুলঙ্গি' এতিয়াও দেখা যায়। গোৱালপাৰা চহৰৰ ওচৰৰ আন এখন পাহাৰত বোলে বহুত শিৱলিঙ্গ আবিষ্কাৰ হৈছে। সেই কথা আপোনালোকৰ বহুতে জানে। ধুবুৰীত 'নেতাই ধুবুনী'ৰ ঘাট বুলি শিলৰ খটখটী এতিয়াও আছে। এইবিলাক প্ৰত্নতত্ত্বৰ বিষয়ৰ লগত আমাৰ বিশেষ সম্বন্ধ নাথাকিলেও এনেবিলাকেই জাতিৰ অতীত গৌৰৱ আৰু উন্নতিৰ চিন, তাত কোনো সন্দেহ নাই। এই সম্বন্ধে আৰু বহলাই নকলেও এইখিনি কোৱা বোধকৰো অতি আৱশ্যকীয় যে এইবোৰ বিষয়ৰ

জোৰ প্ৰত্নতাত্বিক অনুসন্ধানৰ আৱশ্যক

ৰীতিমতে অনুসন্ধান হোৱা উচিত। গোটেই দেশজুৰি থকা এনে ধৰণৰ প্ৰাচীন কীৰ্ত্তিকলাপৰ লগত অসমীয়া ভাষাৰো বহু পুৰণি সম্পদ নিহিত থকা অসম্ভৱ নহয়। সি যি কি নহওক, এইবিলাকৰ ফালে চালে—এই দেশখন যে 'অসম' অৰ্থাৎ তুলনাহীন আছিল, সেই কথাৰ সাৰ্থকতাত মনৰ উৎসাহ আনন্দ উপচি পৰে। আপোনাসকলে পাহৰিলে নচলিব যে কাশ্মীৰ আৰু সদিয়াৰ ভিতৰত ভাষাগত যোগসূত্ৰ দেখি ভাষাবিদ্ কিছুমান আচৰিত হৈছে। আৰ্য্যসকল আহি পূব বা পশ্চিম ফালৰ পৰাই ভাৰতত সোমাওক নাইবা যি কোনো ফালৰ পৰাই সোমাওক বা ভাৰতৰ আদিম অধিবাসীয়ে হওক কিম্বা অকল খেতিয়কেই আৰ্য্য হওক, পূব ভাৰতৰ পৰা পশ্চিম ভাৰতলৈকে হিমালয়ৰ দাঁতিয়েদি এটা যোগাযোগ আছিল তাক কোৱা বাহুল্য মাথোন। কিছুমানৰ মতে পূবৰ পৰা ব্ৰাহ্মণ আহি আৰ্য্যবিলাকক পৰাস্ত কৰি এই দেশত বসতি কৰিছিল। যোগিনীতন্ত্ৰতো আছে যে ব্ৰহ্মাই ব্ৰাহ্মণসকলক আনি এই দেশত বহুৱালে।

ভাৰতৰ পূবৰ পৰা পশ্চিম ফাললৈ সভ্যতাৰ বিস্তাৰ হৈছিল বুলি শুনিলে কিছুদিন আগলৈও বহুতে বিশেষকৈ ইউৰোপৰ শিষ্যসকলে চকু খাই উঠিছিল। কিন্তু বৰ্ত্তমানৰ বদ্ধসংস্কাৰ-

পূব ফালৰ পৰা পশ্চিম ফাললৈ সভ্যতা বিস্তাৰ

বিহীন অনুসন্ধানকাৰী সকলৰ ভিতৰত কিছুমানৰ মনত সন্দেহ হৈছে জানোবা কথাষাৰ সঁচাই। কাৰণ ইন্দো-চীনৰ হাবিয়ে-জঙ্গলে হিন্দুৰ বহুত পুৰণি মন্দিৰ বিদ্যমান। আকৌ ৰামায়ণত উল্লেখ থকা বহুত ঠাইৰ লগত শ্যামদেশৰ কিছুমান ঠাইৰ অদ্ভুত মিল আছে। তাৰ প্ৰাচীন ৰাজধানীৰ নাম অযোধ্যা। সেই ঠাইৰ ৰজাৰ উপাধি 'ৰাম' দেখিবলৈ পোৱা যায়। ৰামায়ণৰ ৰামচন্দ্ৰৰো আছিল শ্যাম বৰ্ণ। এই বৰ্ণ কথাটোৰ অৰ্থৰ ওপৰতে ইয়াৰ সমস্যা বহুখিনি নিৰ্ভৰ কৰিছে। বালী ৰজাৰ দেশ বালীদ্বীপত আছিল বুলি ভাবি লোৱাটো স্বাভাৱিক। ৰাৱণে বন্দী কৰা দেৱতাসকল চীনসাম্ৰাজ্যৰ আৰু চীনসমুদ্ৰৰ দ্বীপৰ ভিন ভিন ৰজা বুলি কিছুমানে অনুমান কৰে।

চীন সাম্ৰাজ্যই দেৱৰাজ্য

কাৰণ আল্টাই পৰ্ব্বতৰ পৰা তিব্বতলৈকে 'তায়' অৰ্থাৎ দেৱলোক বুলি তেওঁলোকে কব খোজে। দেৱাদিদেৱ মহাদেৱৰ বাসস্থান কৈলাসপুৰীখনো এই পৰ্ব্বততে। বৰ্ণিওৰ ৰজাই জলদেৱতা বৰুণ বুলি মনে ধৰে। জাভাৰ পৰা জাপান বা জাপানৰ পৰা জাভা উপনিবেশ স্থাপন কৰা অসম্ভৱ নহয়। এই দুই ঠাইৰ মানুহ যবন আছিল বুলি কলে অন্যায় নহয় যেন লাগে। আনফালে 'ৰাৱণ' আৰু 'যবন' কথাটো যে একেই তাক ভাষাবিদ সকলে স্বীকাৰ কৰিব। বশিষ্ঠ মুনিয়ে চীন দেশলৈ গৈ সিদ্ধি

লাভ কৰাৰ কথা দেখিবলৈ পোৱা যায়। কাৰো কাৰো মতে মেৰুপ্ৰদেশৰ পৰা আহি ব্ৰহ্মাই বসতি কৰাৰ নিমিত্তে ব্ৰহ্মদেশৰ নাম হৈছে। এই বৰ্ম্মা প্ৰভৃতি ঠাইৰ বৰ্ত্তমান ভাষা যিয়ে নহওক পুৰাকালত এই ভাষাৰ লগত 'ইন্দো-জাৰ্ম্মেন' ভাষাৰ যে অকল মিল আছিল এনে নহয়; অমৰপুৰ, মৰ্ত্তবন, যম প্ৰভৃতি ঠাইৰ নামৰ বাহিৰেও সংস্কৃতৰ তিকতা (স্ত্ৰী) শব্দৰ পৰ্য্যায়ৰ লগত ইয়াৰ বহুত ঠাইৰ অদ্ভুত মিল দেখিবলৈ পোৱা যায়। যেনে—নৰা ৰাজ্যৰ তিকতা নাৰী, ৰোমৰ (তাই জাতিৰ এটা অংশ নৰা ৰাজ্য আৰু আন এটা অংশ ৰোম ৰাজ্যলৈ গৈছিল বুলি বুৰঞ্জীত পোৱা যায়) পৰা ৰমণী, কম্বোডিয়াৰ পৰা কামিনী, ভামোৰ পৰা ভামিনী, শ্যামৰ পৰা শ্যামা ইত্যাদি।

শ্যাম, ব্ৰহ্ম প্ৰভৃতি ঠাইত এতিয়াও ব্ৰাহ্মণ দেখিবলৈ পোৱা যায়। ভাৰতবৰ্ষৰ ব্ৰাহ্মণ সকলৰ উপাধিৰ আগত 'দেৱ' আৰু ব্ৰাহ্মণীৰ নামৰ পিছত 'দেৱী' কথাটো প্ৰচলিত আছে। কল্পিত স্বৰ্গৰ দেৱতাৰ উপাসক ব্ৰাহ্মণে কেনেকৈ উপাস্যৰ নাম নিজে গ্ৰহণ কৰি বিদ্ৰোহিতা কৰিব পাৰে! যি কি নহওক, এইবোৰ সম্বন্ধে বিস্তাৰিত আলোচনা কৰাৰ ঠাই ই নহয়।

কান্যকুব্জৰ পৰা ব্ৰাহ্মণ অহা কাল্পনিক

অকল ইয়াকে দেখুৱাবলৈ হে মাথোন বিচৰা হৈছে যে, আৰ্য্য বা ব্ৰাহ্মণসকল পুবৰ পৰা অহা একো আচৰিত নহয়। বৰং সিদিনাখন হলেও, কান্যকুব্জৰ পৰা ব্ৰাহ্মণ অহা কথাটো বহুতে কাল্পনিক বুলি কব খোজে। কাৰণ পাঁচজন ব্ৰাহ্মণ যেনেকৈ কামৰূপলৈ আহিল, তেনেকৈ পাঁচজন বঙ্গদেশলৈ গৈ কুলীন হ'ল। আকৌ উৰিষ্যালৈও বোলে পাঁচজনৰে যোৱাৰ কথা চলিত আছে।

কামৰূপৰ পৰা গৈ ব্ৰাহ্মণে ভাটীত উপ-নিবেশ স্থাপন কৰিছিল।

এই কথা সচা বুলি ধৰি ললেও কনৌজৰ পৰা অহাৰ বাহিৰে কামৰূপত যে ব্ৰাহ্মণ নাছিল তাক বিশ্বাস কৰিবৰ কোনো হেতু পোৱা নাযায়। বৰং তেজপুৰৰ ভৈৰব-ভৈৰবীৰ মন্দিৰৰ ভগ্নাৱশেষ, বিশ্বনাথৰ শিৱলিঙ্গ, গোৱালপাৰাৰ লিঙ্গময় পাহাৰ, গুৱাহাটীৰ নানা মন্দিৰ আৰু বিশেষকৈ মহাপীঠ কামাখ্যাৰ ফালে চালে অনায়াসে কব পাৰি, এই দেশত ব্ৰাহ্মণৰ আধিপত্য বহুদিনৰ পৰা। দেশৰ প্ৰাচীন সভ্যতাৰ ফালৰ পৰা ধৰিব লাগিলে সন্দেহে হয়, জানোচা কামৰূপৰ পৰাহে ব্ৰাহ্মণ গৈ পশ্চিম দেশত বিশেষকৈ বঙ্গদেশত উপনিবেশ স্থাপন কৰিছিল। কাৰণ সেই প্ৰদেশখন যি শক্তিৰ উপাসক, সেই শক্তিৰ ঘাই পীঠ কামাখ্যা। আজিলৈকে তাৰ গুৰু শ্ৰেণীৰ ব্ৰাহ্মণবিলাকে তেওঁলোকৰ পীঠ কামাখ্যা বুলি প্ৰকাশ কৰিব লাগে। দুই এজনৰ বাহিৰে ভাটীৰ পৰা অহা ব্ৰাহ্মণেই হওক নাইবা আন জাতিৰে মানুহ হওক কোনোবাই কোনোবাই কুলী, কোনোবাই গাৰোৱান, কোনোবাই কেৰাণী প্ৰভৃতি একোটা বাব লৈ অহা। কিন্তু বামুণীয়া কামৰ নিমিত্তে বঙাল খাটা বামুণৰ গতি এতিয়াও অপ্ৰতিহত আছে। কোৱা বাহুল্য, আগৰ কালত সাহিত্য চৰ্চ্চাত ব্ৰাহ্মণ সকলৰ একাধিপত্য আছিল। সংস্কাৰবদ্ধ নহৈ অনুসন্ধান কৰিলে এইবিলাক বিষয়েও বহুত কথা ওলাই পৰিব পাৰে।

চীন পৰিব্ৰাজক ফাহিয়ান যেতিয়া এই দেশলৈ আহিছিল তেতিয়া এই দেশৰ অৱস্থা জয়-জয় ময়-ময়। এতেকে এই দেশৰ সাহিত্যও যে উন্নত আছিল তাক অনুমান কৰিব পাৰি। কিন্তু অনুমানৰ ওপৰত বিচাৰ নচলে। আৰু তেজপুৰত আবিষ্কৃত পুৰণি শিলালিপিখনৰ ফালে

চালে মনত ধৰে, তেতিয়া ভাৰতৰ সাৰ্ব্বজনীন ভাষা সংস্কৃত কামৰূপতো প্ৰচলিত আছিল। কিন্তু দেশীয় ভাষাৰ প্ৰচলন থকাতো কিছুমান বিষয়ত সংস্কৃতৰ ব্যৱহাৰ এটা পদ্ধতিৰ নিচিনা হৈ সিদিনালৈকে চলি আহিছিল। সমগ্ৰ ভাৰতে বুজিব পৰা কৰিবৰ নিমিত্তেই সংস্কৃতৰ সৃষ্টি বুলি বহুতে ভাবে। আৰু এই ভাষা কোনো প্ৰদেশ বা জাতিৰ কেতিয়াও কথিত ভাষা নাছিল বুলি বহুতে অনুমান কৰে। এতেকে তেতিয়া দেশীয় ভাষাৰ প্ৰচলন নাছিল বুলি সঠিককৈ কব নোৱাৰি। ৬৪০ খৃষ্টাব্দত ২য় চীন পৰিব্ৰাজক হীয়েন চাং যেতিয়া প্ৰাগ্‌জ্যোতিষপুৰ অৰ্থাৎ কামৰূপলৈ আহে, তেতিয়া এই দেশৰ সভ্যতাৰ লগত সাহিত্যৰো উন্নত অৱস্থা আছিল। অৱশ্যে সেই সময়ৰ কোনো পুথি আজিলৈকে আবিষ্কাৰ হোৱা নাই। গতিকে সেই সাহিত্যৰ ৰূপ কেনে আছিল, তাক ঠিক কৰা টান।

নৰকৰ জনকপুৰীলৈ যোৱা নাইবা ভগদত্তৰ কুৰুক্ষেত্ৰলৈ যোৱা কথা এৰি দিলেও নলন্দাৰ লুপ্ত বিহাৰৰ স্তুপ খানোতে ভাস্কৰ বৰ্ম্মাৰ ৰাজত্ব কালৰ মুদ্ৰা এটা ওলাইছে। এতেকে সেই সময়ত যে কামৰূপী মানুহৰ পশ্চিম ফাললৈ যাতায়াত আছিল তাক বুজিব পাৰি। বৈদ্যনাথ ধামৰ এটা মন্দিৰত সন্ধ্যাদেৱীৰ মূৰ্ত্তি প্ৰতিষ্ঠিত আছে। এই মূৰ্ত্তিটো কামৰূপৰ বশিষ্ঠাশ্ৰমৰ পৰা লৈ গৈ তাত প্ৰতিষ্ঠা কৰা প্ৰৱাদ আছে। ইয়াৰ ধ্যান সন্ধ্যাৰ সাধাৰণ ধ্যানৰ দৰে নহয়। যেনে—

"কামৰূপং পৰিত্যজ্য হৃদ্য পীঠ সমাগতাং।
ত্যক্তকামাং মহাদেবীং সিংহস্থামসি ধাৰিণীং॥
ৰাবণস্য বধাৰ্থায় হৃদ্যপীঠ সমাগতাং
সন্ধ্যাদেবীং মহামায়াং ভজামোহভীষ্টদায়িনীং" ॥

এই সন্ধ্যাদেৱীৰ মন্দিৰৰ সম্মুখস্থ শিল এডোখৰত প্ৰাচীন লিপিৰে এইদৰে লিখা আছে—

"যত্ৰাসৌ প্ৰিয়নীল শৈল বসতিং বিস্মৃত্য বাসংব্যধা।
হৃত্তানী পৰিপূৰয়ন্ত্যতিমতি দেৱী বিপত্তাৰিণী।..."

'বৈদ্যনাথ মাহাত্ম্যম্' নামেৰে কিতাপখনত এইদৰে লিখিছে।—"পূৰণি কালত ৰজা নৰকাসুৰ কামৰূপৰ অধিপতি আছিল আৰু তেওঁৰ পক্ষৰ পৰা মহামায়া কামাখ্যাৰ পূজা হৈছিল। এদিন তেওঁৰ পূজাৰ সময়ত বশিষ্ঠ মুনিয়ে কামাখ্যাক পূজিবলৈ উপস্থিত হল। ৰজা নৰকাসুৰে তেওঁক নিজৰ পূজা সমাধা নোহোৱালৈকে অপেক্ষা কৰিব কোৱাত ঋষিশ্ৰেষ্ঠৰ খং উঠি ৰজা নৰকাসুৰক নাশ হবলৈ আৰু দেৱীক কামৰূপ ত্যাগ কৰি আন ঠাইলৈ যাবৰ নিমিত্তে অভিশাপ দিছিল। সেইবাবে মহামায়া কামাখ্যাই কামৰূপ পৰিত্যাগ কৰি সন্ধ্যাদেৱী নামে খ্যাত হৈ হৃদপীঠত অধিষ্ঠান কৰিব লাগিছে। আকৌ অৰ্জ্জুনৰ প্ৰতি কল্যাণমিত্ৰ মুনিৰ বাক্য হৈছে—

"স্মৰন্তি দেৱী সম্ভূয় কালৰাত্ৰি স্বৰূপিণীং।
কামৰূপ পৰিত্যজ্য সা সন্ধ্যা সমূপাগতা॥
হৃদ্যপীঠং সমাসাদ্য বাসঞ্চক্ৰে—"ইত্যাদি।

এইবিলাক প্ৰত্নতাত্ত্বিক আলোচনা কৰা আমাৰ উদ্দেশ্য নহয়। আৰু সাহিত্যৰ বিষয়ত

এই বিলাকৰ অৱতাৰণা বহুতে অনাৱশ্যক বুলি ভাবিবও পাৰে ; কিন্তু সাহিত্য আলোচনাৰ আগেয়ে সাহিত্যৰ অধিকাৰী সকলৰ অতীত কিমান উজ্জ্বল আছিল তাৰ চিনাকিৰ আৱশ্যক বোধকৰো কোনেও অস্বীকাৰ নকৰিব। যিকি নহওক বশিষ্ঠমুনিৰ অভিশাপ নে বৰ আছিল, আদি মানৱ আডম্ আৰু ইভৰ জ্ঞানবৃক্ষৰ নিষিদ্ধ ফল ভক্ষণৰ নিচিনা এই কথা ৰূপকেই হক বা সচাই হক বৈষ্ণনাথত থকা মহামায়া সন্ধ্যাদেৱী যে কামৰূপৰ পৰা লৈ যোৱা তাত কোনো সন্দেহ নাই। এই বিগ্ৰহৰ লগতেই কিছুমান ব্ৰাহ্মণ আদি মানুহ গৈ বৈষ্ণনাথৰ ফালে বহাটো আচৰিত নহয় আৰু কিছুমান মানুহ যে এই বিগ্ৰহৰ লগত গৈছিল আৰু তেওঁলোক চিৰকাল দেশত্যাগী হোৱাৰ বাবে যে ইয়াক অভিশাপ বুলি উল্লেখ কৰা হৈছে তাক অনুমান কৰিব পাৰি। ইয়াৰ বাহিৰেও খ্ৰীঃ ১১শ শতাব্দীত কামৰূপৰ সীমা যে গণ্ডকীলৈকে আছিল তাক 'আলমগীৰনামা' নামে পুথিত লিখা আছে বুলি '**History of the Frontier Tribes**' বোলা কিতাপত উল্লেখ আছে। এনেকৈয়ে কামৰূপী সভ্যতা পশ্চিম ফাললৈ বিয়পি পৰিছিল বুলি কলে একো অন্যায় নহয়!

ডাকৰ বচন আদি কৰি শঙ্কৰী যুগত আৰু তাৰ পিছতো লিখা নানা পুথি উদ্ধাৰ হৈছে। এইবোৰ আমাৰ সাহিত্যিক সমাজৰ আগত কোৱা বাহুল্য মাথোন। আমি অকল ইয়াকে দেখুৱাব খুজিছোঁ যে দেশৰ আন উন্নতিৰ লগত সাহিত্যৰ ওতপ্ৰোত সম্বন্ধ। এই খিনিতে এটা স্কুলীয়া জীৱনৰ ঘটনা মনত পৰিল। তাক ইয়াত উল্লেখ কৰিলে বোধকৰো অপ্ৰাসঙ্গিক নহব। তেতিয়া মই গোৱালপাৰা স্কুলৰ ছাত্ৰ। এদিন বঙ্গদেশৰ শিক্ষক এজনে সুধিলে—"বাৰু, এই দেশখন এনে প্ৰাকৃতিক সৌন্দৰ্য্যেৰে ভৰপূৰ, তথাপি অসমত কৱি নাই কি কাৰণে?" প্ৰশ্নৰ উত্তৰ দিব পৰা ক্ষমতা তেতিয়া নাছিল। আকৌ তেওঁ বোলে এই প্ৰশ্নটোকে তেতিয়া ছাত্ৰ-বৃত্তি স্কুলৰ পণ্ডিত ( ৺সাধিৰাম কাকতী ) ডাঙৰীয়াক সুধিছিল আৰু তেওঁ বোলে তাৰ একো উত্তৰ দিব পৰা নাছিল। কথাষাৰ শুনি একো উত্তৰ দিব পৰা নগল, যদিও আমাৰ ঘৰতে মদন মোহন বিগ্ৰহৰ লগতে 'নামঘোষা' পুথি এখনে পূজা পাই আহিছিল। কাকো একো নজনাই 'মনোমতী' উপন্যাস-লিখক শ্ৰীযুত ৰজনী কান্ত বৰদলৈ, বি-এ ডাঙৰীয়ালৈ এই প্ৰশ্ন সুধি এখন চিঠি লিখা হৈছিল। তেওঁ তেতিয়া এজন ই-এ-চি, সেই কথা জনা নাছিল। কিতাপত গ্ৰন্থকাৰৰ নাম আৰু ঠিকনা চাই বৰপেটালৈ লিখা হৈছিল। যথাসময়ত তেওঁৰ উত্তৰ আহিছিল। তেওঁ কেইখনমান কিতাপৰ নাম পঠাইছিল আৰু তাৰ বাহিৰেও গীতাৰ অসমীয়া ভাঙনীৰ কথা লিখি মন্তব্য কৰিছিল যে সি তিনি শ বছৰৰ আগৰে ভাঙনী। কিন্তু বঙ্গদেশত সিদিনা মাথোন নবীন সেনে প্ৰথমে গীতাৰ ভাঙনী উলিয়াইছিল।

এই 'তিনি শ বছৰ' কথাখিনি শুনিবলৈ অলপ যেন লাগিলেও ইয়াৰ ভিতৰত যে অসমৰ অৰ্থাৎ কামৰূপৰ ভাগ্যৰ কিমান পৰিবৰ্ত্তন হৈছে, কিমান বিপ্লব, কিমান ভুঁইকঁপ আদিয়ে দেশৰ ভৌগোলিক অৱস্থাৰ সলনি কৰাৰ লগে লগে ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক অৱস্থা কিমান বদলাইছে আৰু বদলাব লাগিছে তাক কোৱা টান। আকৌ এইবোৰৰ পিছতো আছিল ভাষা-বিভ্ৰাট। অসমীয়া আৰু বঙলা ভাষাক প্ৰায় একে যেন দেখি গৱৰ্ণমেণ্টে ভুল কৰি বঙলা ভাষা অসমত প্ৰবৰ্ত্তন কৰিছিল। অৱশেষে সেই ভাষা নচলিল। কামৰূপৰ ভাষাৰ প্ৰাচীনত্ব

দেখি সেই ভুল আঁতৰিল। সি যি কি নহওক, কথাবাৰ শুনি পণ্ডিত ডাঙৰীয়াই ৰায় বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ সঙ্কলিত অসমীয়া ৰামায়ণ এখন মোক পঢ়িবলৈ দিলে। সেই কিতাপৰ পাতনিত কন্দলি ৰামায়ণ আৰু শ্ৰীমৎ শঙ্কৰদেৱৰ সম্বন্ধে সেই সময়ৰ বঙালী প্ৰসিদ্ধ গাহেকীয়া কাকত 'নব্যভাৰত'ৰ কথাত প্ৰতিবাদ আছিল। এইবোৰ জনা সত্বেও পণ্ডিত গৰাকীয়ে অজ্ঞতাৰ ভাও দেখুৱাই উত্তৰ নিদিয়াৰ কাৰণ উল্লেখ কৰিছিল,—ইয়াত বোলে বহুত কথা আছে, যাৰ পৰা চাকৰি সম্বন্ধেও গোলমাল হব পাৰে। সেই ভয়তে তেওঁ হেনো একো উত্তৰ দিয়া নাছিল। পিছত সেই শিক্ষকজনে মোৰ মুখত সেইবোৰ কথা শুনি সুধিছিল— "সচা নে?"

এই প্ৰশ্ন যে অকল তেওঁৰে তেনে নহয়, ই গোটেই ভাৰতৰে প্ৰশ্ন। অনাৰ্য্য নামধাৰী (কামৰূপ, বঙ্গ, মগধ প্ৰভৃতি নামবিলাক বোলে অনাৰ্য্য) দেশতো সাহিত্য আছে নে? খ্ৰীষ্টজন্মৰ আগৰ পৰা ভিন ভিন সময়ত জাতীয় সাহিত্যৰ কিমান উন্নতি হৈছিল তাৰ ধাৰাবাহিক বুৰঞ্জী জগতৰ আগত প্ৰকাশ হোৱা দূৰৰ কথা, ইমান দিনে সকলো অসমীয়াই জানিব পৰা নাছিল, অসমীয়া সাহিত্যৰ ভেঁটি কিমান পুৰণি আৰু কিমান দৃঢ়। অসম বুৰঞ্জীয়েই ভাৰতৰ ভিতৰত একমাত্ৰ ধাৰাবাহিক বুৰঞ্জী বুলি জনাজাত। কিন্তু সেই অসমৰ বৃত্তান্ত ভাৰত বুৰঞ্জীৰ পাতত উল্লেখ নাই বুলিলেও হয়। অৱশ্যে ই ইয়াৰ ভিতৰতো অলপ সুখৰ বিষয় যে বিশ্ববিদ্যালয়ৰ পৰা পুৰণি সাহিত্যৰ চানেকি হিচাপে কিছুমান কিতাপ ছপা হৈছে। কিন্তু পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীদেৱে যিবিলাক পুথি সংগ্ৰহ কৰিব পাৰিছিল তাৰ বাহিৰেও আন বহুত পুথি মানুহৰ ঘৰত এতিয়ালৈকে নিগনিৰ বাহ হৈ আছে বুলি শুনিবলৈ পোৱা যায়। ৰীতিমতে অনুসন্ধান চলিলে আৰু বহুত পুথি ওলাব পাৰে। কেবছৰমান আগেয়ে ৺শিৱনাথ শাস্ত্ৰী নামে বঙালী এজনে নেপালৰ ৰাজধানী কটামুণ্ডৰ পুথি-ভৰাঁলৰ পৰা তিনিখন পুথি লৈ আহিছিল বুলি প্ৰকাশ পাইছিল। তাৰে এখনৰ হেনো অৰ্থবোধ হৈছে, আন দুখন বোলে বোধগম্য নহয়। আমাৰ কিন্তু এই খিনিতে সন্দেহ জন্মে, জানোবা ই পুৰণি কামৰূপৰ ভাষাতে লিখা। অৱশ্যে সন্দেহ আৰু সত্যৰ মিল নহবও পাৰে। যি কি নহওক সাহিত্য সভাৰ পৰা এইবিলাকৰ অনুসন্ধান হোৱা উচিত। এনেকৈ কন্দলি ৰামায়ণ, ডাকৰ বচন আদিক বঙলা বুলি অৱশেষত ইয়াৰ কিছুমান অংশৰ অৰ্থ কৰিব নোৱাৰা কথা বহুতে জানে। ডাকৰ বচনৰ এখন নেপালী অনুবাদ আছে বুলিও শুনিবলৈ পোৱা যায়। বিচাৰিলে বোধকৰো নেপাল, তিব্বত, ভোটান প্ৰভৃতি ঠাইতো পুথি ওলাব পাৰে। কোচবিহাৰৰ লাইব্ৰেৰীতো কিছুমান অসমীয়া পুথি আছে আৰু তেনেকৈ মণিপুৰ আৰু ত্ৰিপুৰা ৰজাৰ পুথি-ভৰাঁলতো বিচাৰিলে কিবাকিবি ওলাব বুলি অনুমান কৰিব পাৰি। কলিকতাৰ 'এচিয়াটিক চোচাইটি'ৰ হাততো কিছুমান কিতাপ থকা সম্ভৱ। ইয়াৰ বাহিৰেও বিশ্বকোষ লিখক প্ৰাচ্যবিদ্যামহাৰ্ণৱ শ্ৰীযুত নগেন্দ্ৰনাথ বসু, ৰায় বাহাদুৰৰ হাততো কিছুমান অসমীয়া কিতাপ আছে বুলি প্ৰকাশ। আকৌ চাহ বাগিছাৰ বহুত ছাহাবে সুবিধামতে কামৰূপী পুথি কিনি নিজ দেশলৈ চালান দিব ধৰিছে বুলিও শুনা যায়।

ডাকত বচন আদি লৈ বঙালীৰ দাবী

অসম সাহিত্য সভাই অনুসন্ধানৰ ত্ৰুটী কৰা নাই সঁচা কিন্তু এই কাম বহু অৰ্থসাপেক্ষ।

এতেকে অনুসন্ধানৰ কামত সহায় লাগে আৰু তাক বিশ্ব-বিদ্যালয়ৰ পৰা বহুখিনি কৰা সম্ভৱ। সেই নিমিত্তে নিজ দেশৰ স্বকীয়া য়ুনিভাৰ্ছিটিৰ আৱশ্যকতাৰ ইও এটা কাৰণ বুলি বহুতে মত প্ৰকাশ কৰে। সেই কথাৰ বহল আলোচনাৰ ঠাই ই নহয়।

অনুসন্ধানৰ কামত বিশ্ব-বিদ্যালয়ৰ সহায় আৱশ্যক

মানুহ সমাজবদ্ধ জীৱ। নানা বিচিত্ৰতা আৰু প্ৰতিযোগিতাৰ ভিতৰেদি এই সমাজ গঢ়ি উঠে। সেই সমাজ নিয়ন্ত্ৰণৰ নিমিত্তে ভাবৰ শৃঙ্খলাৰ দৰকাৰ। তাৰে পৰা ধৰ্ম্ম আৰু ধৰ্ম্মৰ নিমিত্তে শাস্ত্ৰৰ প্ৰৱৰ্ত্তন।

যেতিয়া শব্দবোৰৰ সাঙ্কেতিক চিন ওলোৱা নাছিল তেতিয়া সমাজৰ মঙ্গলৰ বাবে মুখে মুখে কিছুমান ধৰ্ম্মোপদেশ দিয়া হৈছিল। সেইবোৰ কথাই আনৰ পৰা শুনি মনত ৰাখি শ্ৰুতি আৰু স্মৃতিৰূপে চলি আহিছিল। পিছত লিখন কৌশল উদ্ভাৱিত হোৱাত সেইবোৰ উপদেশবাণী সঙ্কলিত কৰা হৈছিল। এতেকে ধৰ্ম্ম-উপদেশৰ পৰাই সাহিত্যৰ সৃষ্টি বুলিব পাৰি।

ধৰ্ম্ম-উপদেশৰ পৰা সাহিত্য-সৃষ্টি

মানুহৰ মনৰ ভাব জগাই তুলিবৰ বাবে উপদেশ আদিৰ লগে লগে ঘটনাৰ উল্লেখ কৰি নানা ভাবৰ প্ৰেৰণা জগাই তোলা হৈছিল। ক্ৰমে ভাবৰ উন্নতিৰ লগে লগে নানা উদ্দেশ্য লৈ নানা বিষয়ৰ অৱতাৰণা বা বৰ্ণনা কৰি ৰসমাধুৰীৰ সৃষ্টি কৰা হৈছিল। ভাব প্ৰকাশৰ ভাষাও সুললিত হৈ সাহিত্যৰ কোনো নিৰ্দ্দিষ্ট বিষয়ত আৱদ্ধ নাৰাখি সকলো বিষয়ৰ ভিতৰেদি লৈ গৈ বিষয়াতীত কৰিলে, এই নিমিত্তে ই আজি বিৰাট, বিশাল। মানৱজাতিৰ চিৰকলীয়া ভাবৰ পিৰালিৰ ওপৰত প্ৰতিষ্ঠিত এটা জাতিৰ মৰ্ম্মবাণীৰ বিতোপন ৰূপ স্বৰূপে প্ৰকটিত হৈ নিত্যতা প্ৰকাশ কৰিছে, গতিকে ই চিৰন্তন শাশ্বত। আৰু ই কোনো ব্যক্তি বা শ্ৰেণীবিশেষৰ অথবা কোনো বস্তুবিশেষৰ নহয়। ই ৰোগী, ভোগী, সুখী, দুখী, গৃহী, সন্ন্যাসী প্ৰভৃতি সকলোৰে, এই নিমিত্তে ই সাৰ্ব্বজনীন।

দেশ, কাল, পাত্ৰৰ একাধিপত্য নোহোৱা ভাবময় নিখুঁত মূৰ্ত্তিটোক নৱৰসেৰে সাজি নতুন ৰঙেৰে ৰঙালি আৰু নানা অলঙ্কাৰেৰে বিভূষিত কৰি জগতৰ আগত দাঙি ধৰিব পাৰিলে বিশ্বসাহিত্য। এই বিশ্বসাহিত্য গঢ়ি তুলিব পাৰিছে—অকল প্ৰতিভাৱান সাহিত্যিকে। এই নিমিত্তে কোনো প্ৰতিভাৱান পুৰুষ কোনো বিশেষ দেশৰ বা সমাজৰ নহয়, তেওঁলোক জগতৰ। তেওঁলোকৰ ৰচনাৰ মাজেদি যি অমৃতৰ উদ্ভৱ হয় সি অনন্ত কাললৈকে দিশে দিশে চিৰ পৱিত্ৰধাৰা বোৱাই মানুহক এটা প্ৰীতি, এটা তৃপ্তিৰ অনুভূতিত আপ্লুত কৰে। এই প্ৰতিভাই কোনো মানুহৰ উপদেশৰ অপেক্ষা নকৰে। কিন্তু কোনো কোনো ক্ষেত্ৰত ই সহায়সাপেক্ষ। কিমান সুগন্ধি ফুল মানুহৰ চকুৰ আঁতৰত বননিত ফুলি অনাঘ্ৰাত অৱস্থাতে শুকাই যায়, কোনেও তাৰ গমকে নাপায়। সহায় সম্পদ পালে সেইবোৰে সুৰম্য সাহিত্য ফুলনিত ফুলি সৌৰভেৰে দশোদিশ আমোদিত কৰিব আৰু ইন্দ্ৰানীৰ কৰ্ণাভৰণ ৰূপে বিৰাজ কৰি সত্যভমাৰ ঈৰ্ষাৰ কাৰণ হব পাৰিলেহেঁতেন। কিন্তু সৰহভাগ ঠাইতে তেনে হবৰ সুযোগ নহয়।

বিশ্ব-সাহিত্য

যি পৰিমাণে শিল্পীয়ে ৰস গ্ৰহণ কৰিব পাৰে আৰু ভাবধাৰাক যি পৰিমাণে বিচিত্ৰ বৰণ বা বচনত ৰহণাই বা বৰ্ণাই জাতিক আৰু জগতক দেখুৱাব পাৰিছে তেৱেঁ সিমান শ্ৰেষ্ঠ। কিন্তু

সকলো সময়তে সাহিত্য উদ্দেশ্যপূৰ্ণ নহব পাৰে কিন্তু আন গুণ কেইটা নাথাকিলে তাক নিকৃষ্ট স্থান দিয়া হয়। অৱশ্যে কোনো ৰচনা উৎকৃষ্ট নাইবা নিকৃষ্টই হওক, সি সাধাৰণ ডায়েৰী নাইবা তাম্ৰশাসন বা শিলালিপিয়ে হওক, তুলনামূলক আলোচনাৰ বাবে জাতীয় সাহিত্যত তাৰো বিশেষ আৱশ্যক। এই নিমিত্তে শিক্ষিত সমাজত পুৰণি শিলালিপি, তামৰ ফলি আৰু পুৰণি গাঁৱলীয়া গীত আনি সংগ্ৰহ কৰিবৰ চেষ্টা দেখা যায়। তাৰ পৰা যে অকল বুৰঞ্জী বা প্ৰত্নতত্ত্ব আলোচনাত হে সহায় হয় তেনে নহয়, তাৰ দ্বাৰা দেশ বা জাতিৰ সাহিত্যত ক্ৰমবিকাশ, লিখকৰ মনৰ ভাব, জাতীয় আকাঙ্ক্ষা প্ৰভৃতিৰ আলোচনাৰ পক্ষে সুচল হয়।

অসমীয়া ভাষা ক্ৰমোন্নতিৰ বাটত কেনেকৈ গীতিযুগৰ পৰা বৰ্ত্তমান অৱস্থাত পৰিছেহি তাৰ উদাহৰণেৰে সৈতে বহুল আলোচনা আৰু ধাৰাবাহিক বুৰঞ্জী আমাৰ সাহিত্যিক সমাজে ভালকৈ জানে। এইবোৰ কথা বহুবাৰ আলোচিত হৈছে। এই সম্বন্ধে অকল ইয়াকে কলে হব যে ভাষা বা সাহিত্যৰ গুৰি বা ভেঁটি হিচাপে সেইবিলাক পুৰণি গ্ৰন্থাৱলীৰ মূল্য নিচেই কম নহয়। গতিকে তাৰ প্ৰত্যেকখনকে সংগ্ৰহ আৰু প্ৰকাশ কৰা উচিত। কিন্তু বিশ্ববিদ্যালয়ৰ পৰা যিখিনি ছপা হৈ ওলাইছে সেইখিনি ৰাজসংস্কৰণ হোৱাৰ বাবে বহুতৰ পক্ষে তাৰ বেচ বেছি হোৱা যেন বোধ হয়। এতেকে এইবোৰ ৰাজহুৱা সংস্কৰণ অৰ্থাৎ গ্ৰন্থাৱলী হিচাপে ছপাই উলিয়ালে সৰ্ব্বসাধাৰণৰ পক্ষে ভাল হব যেন লাগে। এই কামত এটা লক্ষ্য কৰিবলগীয়া কথা হৈছে, যাতে কোনো অংশ মূল পুথিৰ পৰা বাদ নপৰে আৰু বিকৃত নহয়। প্ৰহ্লাদৰ ঠাইত প্ৰহ্লাদ কৰিব গলে তাৰ মূল্য বহুত কমিব। কাৰণ পুৰণি লিখাৰ প্ৰাচীনত্ব হিচাপে তাৰ এটা মূল্য আছে কিন্তু কোনো শব্দৰ বানান, পদবিন্যাস বা আন কিবা পৰিবৰ্ত্তিত হলে নাইবা বাদ পৰিলে ভাষাৰ অভিব্যক্তিৰ ইতিহাস লিখিবৰ সময়ত তাৰ সূত্ৰ পোৱা টান হৈ পৰে। গতিকে এইবোৰৰ সাৰ্থকতা তেতিয়া যে একো নাথাকিব তাক কোৱা বাহুল্য মাথোন। কিছুমান পুৰণি পুথিৰ কোনো কোনো অংশ অশ্লীলতা দোষত দুষ্ট বুলি বহুতে মত প্ৰকাশ কৰে। তেনে ধৰণৰ বা তাতকৈও বেছি অশ্লীলতাপূৰ্ণ সংস্কৃত গ্ৰন্থ পোৱা যায়। সেইবিলাকৰ সম্বন্ধে সকলো নিমাত। আমাৰো সাহিত্যত পুৰণি চানেকি হিচাপে যিখিনি আছে সি ঠিক তেনেদৰে থকা উচিত। বৰ্ত্তমান ৰুচি অনুসাৰে তাত হাত দিব গলে তাৰ অঙ্গ হানি কৰা হব মাথোন। পুৰণি ভেটিত নতুন থিয় হলেও বৰ্ত্তমানৰ হিচাপত অতীতৰ বিচাৰ নচলে। নাইবা কেতিয়াবা যদি এই দেশখন বৰ্ত্তমান ৰুচিয়াৰ দৰে ধৰ্ম্মবিদ্বেষী হয় তেনেহলে পুৰণি শান্তিৰসপূৰ্ণ সকলো গ্ৰন্থ লোপ পাবৰ সম্ভৱ। কিন্তু সেইটো জানো ভাল হব? অৱশ্যে নতুন লিখক সকলে, বৰ্ত্তমান ৰুচি অনুসাৰে যি নীতি আৰু ধৰ্ম্ম সকলো দেশতে, সকলো সময়তে আৰু সকলো পাত্ৰ বা সমাজতে আদৰ পায়, তালৈ চকু ৰাখি সাহিত্য গঢ়িবৰ চেষ্টা কৰা উচিত।

অসম অৰ্থাৎ কামৰূপৰ পুৰণি সাহিত্যৰ বিষয়ে গৌৰৱ কৰিবলৈ বহুখিনি আছে। এই কথা বহু বিদেশীয়েও মুক্তকণ্ঠে স্বীকাৰ কৰিছে। অসমীয়া পুৰণি পুথিৰ পাতত তিনিশ বছৰৰ আগৰ চিত্ৰশিল্পৰ নমুনাও পোৱা গৈছে। তাৰ ভিতৰত হাতীৰ ছবিবিলাক বিশেষ উল্লেখযোগ্য। তাৰ বাহিৰেও ৰাজপাট, চালপীৰা, আসন, বিপ্ৰ প্ৰভৃতিৰ নমুনাও সুস্পষ্ট। পুৰণি শিলামূৰ্ত্তিও ইমান ওলাইছে যে গুৱাহাটী আৰু তেজপুৰৰ কিছুমানৰ ঘৰতো মূৰ্ত্তি সজাই থৈ দিয়া দেখিবলৈ

পোৱা যায়। কিন্তু অকল ইয়াতে নিশ্চিন্ত হলে নহয়। নানা ঘটনাৰ বিপৰ্য্যয়ৰ মাজত পৰি এই দেশৰ শিল্প আৰু সাহিত্যৰ অগ্ৰগতি মন্দীভূত হৈ পৰিছিল। সুখৰ বিষয়, দেশৰ সুসন্তান সকলৰ দৃষ্টি এইফালে পৰিছে। এতিয়া আমাৰ পুৰণি যি আছে, তাৰ উদ্ধাৰৰ লগে লগে নতুন সাহিত্যৰ উন্নতিলৈ মন দিয়া হৈছে। আৰু সাহিত্যিকৰ ভৱিষ্যৎ কৰ্ত্তব্য নিৰ্দ্ধাৰণৰ বাবে এইবোৰ সাহিত্য সভাৰ অনুষ্ঠান পতা হৈছে। সকলোৱে যেন মনত ৰাখে—আমাৰ অভাৱ অনন্ত! ইমান দিনে আন প্ৰদেশৰ তুলনাত যিমানখিনি পিছ পৰা গৈছে, সিমানখিনি আগ বাঢ়িব লাগিলে এটা বিশেষ চেষ্টা লাগে। দেশ-বিদেশৰ উন্নত শিক্ষিত সমাজে নিজ বৈশিষ্ট্যপূৰ্ণ নতুন গ্ৰন্থৰাজি ৰচনা কৰিছেই, তাৰ বাদে আন দেশৰ সাহিত্য এনেকি সংস্কৃত, পালি আদিৰ প্ৰাচীন গ্ৰন্থবিলাকো আলোচনা কৰি যি অমৃত উদ্ধাৰ কৰিব পাৰিছে, তাক নিজ ভাষালৈ অনুবাদ কৰি জাতীয় সাহিত্যৰ ভৰাঁল পূৰ্ণ কৰিছে। আজি প্ৰাচ্যৰ কিবা বিষয় আলোচনা কৰিব লাগিলে ইংৰাজী বা জাৰ্ম্মান সাহিত্যৰ মুখলৈ চাব লাগে! আমাৰো সাহিত্যিক সকলৰ প্ৰধান কৰ্ত্তব্য হোৱা উচিত এফালে যেনেকৈ নতুন ভাবধাৰা প্ৰচাৰ কৰি মৌলিকত্ব দেখুৱা, আনফালে তেনেকৈ জগতৰ সাহিত্য-সিন্ধু মন্থন কৰি অমৃত, গৰল, উচ্চৈঃশ্ৰবা, ঐৰাৱত প্ৰভৃতি যিহকে পোৱা যায় তাকে লৈ নিজ সাহিত্যৰ কলেবৰ বৃদ্ধি কৰা। আকৌ সেইবোৰকে লৈ জাতীয় ভাৱত গঢ়ি সমাজৰ উপযোগী কৰি প্ৰচাৰ কৰাও দৰকাৰ। ৰসগ্ৰাহী মৰালে নীৰৰ পৰা ক্ষীৰ উলিয়াই নতুন নতুন ভাব দেশৰ আগত দাঙি ধৰক। আমি দেখি ৰং পাইছোঁ যে আহোম ভাষাৰ কিতাপৰ অনুবাদ হব লাগিছে।

যাৰ যিমান শক্তি সেই অনুসাৰে এটা কৰ্ত্তব্য হিচাপে দেশৰ সাহিত্যক সহায় কৰক। বৰ্ত্তমানে আমাৰ বিশেষ দৰকাৰ নানা তত্ত্ব, জ্ঞান, বিজ্ঞান, দৰ্শন, জীৱনী, শিল্পকলা, ব্যৱসায়, বাণিজ্য, স্বাস্থ্য, চিকিৎসা সম্বন্ধীয় আৰু নাটক, উপন্যাস, কাব্য প্ৰভৃতি কিতাপৰ। কোনো কোনো বিষয়ৰ কিতাপ অৰ্থকৰী নহয় বুলি সাধাৰণে প্ৰকাশ কৰিবৰ ইচ্ছা নকৰে। এই নিমিত্তে এই বিষয়ে সাহিত্য সভাই মন দিব লাগিব। কিন্তু বিজ্ঞান, ৰসায়ন প্ৰভৃতি শাস্ত্ৰৰ কিতাপবোৰ কলেজ প্ৰভৃতিত নচলিলে অকল অৰ্থব্যয়হে হয়। গতিকে এইবিলাক বিষয় শিক্ষা দিবলৈ জাতীয় ভাষাক প্ৰাধান্য দিয়াটো সকলো দেশতে প্ৰয়োজনীয় বুলি ভাবে। তাৰ বাদে জাতীয় সাহিত্য আলোচনাৰ নিমিত্তে অসংখ্য পাঠাগাৰ প্ৰতিষ্ঠা কৰাটো সকলোতকৈ বেছি আৱশ্যকীয়। নানা পাঠাগাৰৰ ভিতৰেদি জাতীয় সাহিত্যৰ প্ৰতি সৰ্ব্বসাধাৰণ দৃষ্টি আকৰ্ষণ কৰিব পাৰিব। এইবোৰ প্ৰতিষ্ঠান বা সাহিত্য কেন্দ্ৰৰ কৰ্ত্তব্য হব—ৰচনা, তৰ্ক, খণ্ড অভিনয়, আবৃত্তি আদিৰ প্ৰতিযোগিতালৈ সৰ্ব্বসাধাৰণক আহ্বান কৰা আৰু তাৰ বাবে উপযুক্ত পুৰস্কাৰৰ ব্যৱস্থা কৰা।

প্ৰতিযোগিতাত পুৰস্কাৰ আৰু উপাধি-বিতৰণৰ ব্যৱস্থা হব লাগে।

কোৱা বাহুল্য, প্ৰতিযোগিতাৰ ভিতৰেদি জগতৰ যাবতীয় উন্নতি। আমাৰ দেশত বহুত সৰু দেৱালয় আছে। ইচ্ছা কৰিলে ইয়াৰ প্ৰতিখনতে এনে একোটা সাহিত্য প্ৰতিষ্ঠান গঢ়ি তোলা অসম্ভৱ নহয় যেন লাগে। সকলো ঠাইত সকলো বিষয় নহলেও ধৰ্ম্মসংক্ৰান্ত সাহিত্য আলোচনা দস্তুৰমতে চলাব পাৰি। পাশ্চাত্য দেশৰ সৰহভাগ শিক্ষাৰ প্ৰতিষ্ঠান চলে তাৰ চাৰ্চ বিলাকৰ দ্বাৰা, আৰু তাৰ অধ্যাপকসকল সেই চাৰ্চবিলাকৰ বিজ্ঞ পাদ্ৰী। সি যি নহওক ইয়াৰ

বাহিৰেও নানা সাহিত্য সভা বা সমিতিৰ পৰা প্ৰতি বছৰে উপাধি বিতৰণৰ ব্যৱস্থা হোৱাও দৰকাৰ। গুণগ্ৰাহিতাৰ পৰা যে মানুহৰ উৎসাহ বাঢ়ে সেই কথা নকলেও চলিব। অসমৰ সাহিত্যৰথী শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ সংবৰ্দ্ধনাৰ ব্যৱস্থা হৈছে, ই বৰ বং লগা কথা। তেখেতৰ ৰসৰ নিবেদন ব্যৰ্থ হোৱা নাই। গুণীয়ে গুণৰ মৰ্ম্ম বুজে। এতেকে গুণগ্ৰাহী সাহিত্যিক সকলো শলাগৰ পাত্ৰ।

আমাৰ দেশখনত কিতাপ লিখি বোলে কোনেও কেতিয়াও টকা আৰ্জ্জিব নোৱাৰে। ইয়াৰ কাৰণ কি ? কোনো কোনোবাই দেশৰ আৰ্থিক অৱস্থাৰ লগত ইয়াৰ সম্বন্ধ বিচাৰে কিন্তু সি সঁচা বুলি মনে নধৰে। আজিকালি দেশৰ শিক্ষিত সকলৰ উচ্চ শিক্ষা বিশেষকৈ ইংৰাজী আৰু সংস্কৃতত। কিবা আলোচনা কৰিব লাগিলে তেওঁলোকে মূল গ্ৰন্থ বিচৰাকে সুবিধা যেন দেখে। তেনে অৱস্থাত দেশীয় ভাষাত কোনো বিষয়ৰ সংক্ষিপ্ত অনুবাদ পঢ়িবৰ প্ৰবৃত্তি নোহোৱাটো স্বাভাৱিক। কিতাপ লাগে সৰ্ব্বসাধাৰণৰ নিমিত্তে, আৰু বিষয়বোৰৰ বিষদ্ আলোচনা থাকিব লাগে কিন্তু বহল আলোচনাও কোনো প্ৰতিযোগিতাৰ বাবে প্ৰস্তুত হোৱা নাইবা কিবা গবেষণাত নিবিষ্ট থকাজনৰ বাহিৰে আন মানুহৰ পঢ়িবৰ আহৰি নিচেই কম। এই কাৰণে আলোচনীৰ ভিতৰেদি সহজ আৰু সৰল ভাষাৰে আলোচনা কৰা সংক্ষিপ্ত বিষয়বোৰত আলাসৰ পাঠকৰূপে চকু ফুৰাই যোৱা আৰু পল্লৱগ্ৰাহিতা বৃত্তি চৰিতাৰ্থ কৰা মানুহৰ স্বভাৱ। আকৌ সকলো বিষয় সকলোৰে মনঃপূত নহয় বুলি সাধাৰণৰ নিমিত্তে গল্প, উপন্যাস, নাটক আদিৰ প্ৰয়োজন। পক্ষান্তৰে এইবোৰৰ সহায়েৰে কৌশলতাৰে নানা সমস্যাৰ সমাধান কৰিবলৈ চেষ্টা কৰা উচিত। কোৱা বাহুল্য উপদেশতকৈ আদৰ্শ ভাল, বক্তৃতাতকৈ অভিনয় বহুগুণে কাৰ্য্যকৰী। মহাপুৰুষীয়া ধৰ্ম্ম প্ৰচাৰত বহুতখিনি সহায় কৰিছিল নামকীৰ্ত্তনৰ লগে লগে মহাপুৰুষীয়া ভাৱনাই। বৰ্ত্তমানে কি লোকশিক্ষা, কি লোকমত গঠন বা প্ৰচাৰ—সকলো কামতে ছায়াচিত্ৰাভিনয়ে কেনে প্ৰাধান্য লাভ কৰিছে তাক নকলেও চলে। এই চলচ্চিত্ৰ অৰ্থাৎ বায়স্কোপৰ গুৰিত গল্প আৰু অভিনয় বৰ্ত্তমান। এইবোৰৰ ভিতৰেদি মানুহৰ প্ৰবৃত্তি জগাই তুলিব পাৰি। নানা ঘটনাপূৰ্ণ সহজ পাঠৰ সহায়েৰে পাঠক-সমাজ গঢ়ি তুলিব পাৰিলে মানুহে তেতিয়া কিতাপ এৰিব নোৱাৰা হব। কিতাপ সুপাঠ্য আৰু সুখপাঠ্য হলেই আগ্ৰহ বাঢ়িব। এই বাবে অকল ভাৰততে নহয় পৃথিৱীৰ প্ৰায় সকলো দেশৰে কিতাপৰ সৰহভাগ দোকানতে বোলে গল্প-উপন্যাস আদিৰ কিতাপ ভৰি থাকে।

**গল্প-উপন্যাস প্ৰভৃতিৰ প্ৰভাৱ**

আৰু হেনো প্ৰধানতঃ তেনে ধৰণৰ কিতাপৰ বাবেহে সিবিলাক চলি আছে। ইউৰোপ, আমেৰিকা প্ৰভৃতি ঠাইৰ মাহেকীয়া, পখেকীয়া আদি কাকতৰ কথা কবই নালাগে ; এনেকি সাদিনীয়া আৰু দৈনিক বাতৰিতো গল্প উপন্যাস প্ৰকাশ হোৱা দেখিবলৈ পোৱা যায়। কিন্তু আমাৰ আলোচনী-বিলাকত গল্পৰ সংখ্যা সৰহ দেখিবলৈ পোৱা নাযায়—উপন্যাস প্ৰায় নাই বুলিলেই হয়। ভ্ৰমণ বৃত্তান্ত প্ৰভৃতি নানা দেশ, বিদেশ, মৰুভূমি, সাগৰ, পৰ্ব্বত, সুমেৰু-কুমেৰু প্ৰভৃতিৰ বৰ্ণনাৰো সেই একে অৱস্থা। কদাকাচিৎ ওলালেও সি ডায়েৰী লিখাৰ নিচিনা লিখকৰ গতিবিধি আৰু খোৱা-লোৱাৰ কথাৰে ভৰা। দেখা বস্তু বা বিষয়বোৰৰ বিশ্লেষণেৰে ৰস সৃষ্টিৰ অভাৱ। গতিকে সেই-বিলাক কাকতলৈ আদৰো তিমানেই দেখা যায়। অথচ এই দেশত নাটক, উপন্যাস আদিৰ

কিমান বিচিত্ৰ উপাদান আছে তাক বুৰঞ্জীপাঠককলে ভালদৰে জানে। আমাৰ দেশৰ এইবিলাক ঘটনা ৰাজস্থানৰ ঘটনাতকৈ কোনো অংশে কম আকৰ্ষণৰ বিষয় নহয়। এইবিলাক অৱলম্বন কৰি বীৰ, করুণ আদি বিভিন্ন ৰসেৰে দেশ আপ্লুত কৰি মানুহৰ মনত নানা প্ৰেৰণা জগাই তুলিবলৈ সাহিত্যিক সমাজৰ বিশেষ চেষ্টা হব লাগে। কোৱা বাহুল্য

আলোচনীৰ উদ্দেশ্য

সাহিত্যিকৰ কৰ্ত্তব্য—নিজ দেশৰ সকুমুৰা ঘটনাকো ডাঙৰ আৰু মহান্ কৰি সমাজত ডাঙ্গি ধৰা। বহুতৰ মতে শিৰ ফুটা সম্পাদক হলে নাইবা খ্যাতনামা লিখকৰ লিখা ওলালে কাকতৰ আদৰ বাঢ়ে। এই কথা আংশিকৰূপে সঁচা হলেও আজিলৈকে বহুত খ্যাতনামা সম্পাদকৰ হাতত পৰিও কাকতৰ একো উন্নতি হোৱা নাই, দেখা গৈছে। অকল ডাঙৰ ডাঙৰ আৰু জটিল সমস্যা সমাধান কৰাটোৱে বা নৈতিক উপদেশ দিয়াটোৱে আলোচনী বিলাকৰ উদ্দেশ্য নহয়। বিভিন্ন ৰুচিৰ মানুহৰ মনৰ হেঁপাহ গুচাবৰ উপযোগী বিষয়বস্তুৰ অৱতাৰণা থকা আৱশ্যক। আমাৰ অভাৱ এইখিনিতে। আন এটা চাবলগীয়া বিষয় হৈছে—প্ৰতিষ্ঠাবান লিখকৰ অভাৱত বহুত সময়ত অপেক্ষাকৃত কম গধুৰ ভাবৰ ৰচনাকো প্ৰকাশ

লিখক সমাজ

কৰিবলৈ বাধ্য হব লাগে। অৱশ্যে নতুন সাহিত্যিক সকলকো সুবিধা আৰু উৎসাহ দিয়া বৰ আৱশ্যকীয় কিন্তু মস্কিলৰ কথা এই যে, তেনে ধৰণৰ লিখা প্ৰকাশ হোৱা দেখি খ্যাতিমন্ত সাহিত্যিক সকলে হাত কোঁচাই ৰহে। ইয়াৰ পৰা অকল যে কাকতৰে ক্ষতি তেনে নহয়, লগে লগে চৰ্চ্চাৰ অভাৱত তেওঁলোকৰো লিখাৰ অভ্যাস কমি আহে।

গতিকে লিখক, কাকত-পাঠক আৰু পৰিচালক এই তিনিও সম্প্ৰদায়ৰে সমানে ক্ষতি হয়। এক কথাত কব লাগিলে ই এটা জাতীয় ক্ষতি। অসমত এটা ভাল লাইব্ৰেৰী নথকাৰ বাবে বিভিন্ন বিষয় অধ্যয়ন কৰিবৰ সুচল নাই। এতেকে লিখকৰ পক্ষে নিতৌ নতুন বিষয় আলোচনা কৰিবৰ সুবিধা নঘটে। এই অভাৱ দূৰ কৰাৰ নিমিত্তে বৰোদা

সাহিত্য প্ৰচাৰ

ৰাজ্যৰ নিচিনা লাইব্ৰেৰী আন্দোলন আমাৰ দেশতো চলোৱা উচিত। বঙ্গদেশত ইয়াৰ অনুকৰণ চলিছে। যি হক, আমাৰ দেশত যিমান দিনলৈকে পাঠকসমাজ গঢ়ি নুঠে সিমান দিনলৈকে আমাৰ জাতীয় সাহিত্যৰ উন্নতি বা মঙ্গলৰ নিমিত্তে শিক্ষিত সমাজে অলপ স্বাৰ্থত্যাগ কৰি কাকত বা কিতাপবিলাকক উৎসাহ দি জীয়াই ৰাখিবৰ চেষ্টা কৰা উচিত। নহলে কিতাপ লিখক নাইবা আলোচনী আৰু কাকতৰ পৰিচালকসকলৰ ব্যক্তিগত স্বাৰ্থত্যাগৰ পৰা সাহিত্যৰ উন্নতিৰ আশা সুদূৰ পৰাহত। সাহিত্য প্ৰচাৰ সম্বন্ধে আৰু এটা বিষয় আনৰ অনুকৰণ কৰিবলগীয়া। যদি কাকত চলাওঁতাসকল প্ৰকাশক ( Publisher ) হব পাৰে আৰু কিতাপ ছপাই সেইবোৰ পুৰস্কাৰৰূপে গ্ৰাহক সকলক অলপ বেচতে দিব পাৰে তেনেহলে কাকতৰ গ্ৰাহকৰ সংখ্যা বঢ়াৰ লগে লগে কিতাপো সৰহকৈ বিক্ৰী যোৱাত লিখকৰ উপকাৰ হব পাৰে। আৰু এনেভাৱে উৎসাহ পালে লিখকৰ অভাৱ নহয় যেন লাগে। তেতিয়া প্ৰতিযোগিতাও অৱশ্যম্ভাবী।

আমি এইবিলাক বিষয়ত কোনো ফালেদি হতাশ হলে নচলিব। আমাৰ ওচৰৰ বঙ্গদেশ কলিকতাৰ নিচিনা এখন ডাঙৰ চহৰ আৰু ৰজা-জমিদাৰ, বেপাৰী-মহাজন আদিৰ সহায় পায়ো, বিশেষতঃ য'ত তিনি চাৰি কৌটি মানুহ এক ভাষাভাষী বুলি প্ৰকাশ, সাহিত্যৰ

উন্নতি চকুৰ আগতে সাধন কৰিলে বুলি কব পাৰি। তাতো কিমান আলোচনী, কিমান বাতৰি কাকত, কিতাপ আদি ওলাল আৰু লুকাল তাৰ সীমা-সংখ্যা নাই। এইবিলাক দেখি আমাৰো আশা হয়, অসমীয়া সাহিত্যৰ বৈচিত্র্যই এদিন জগতক মুগ্ধ কৰি তুলিব পাৰিব। লাগে কেৱল স্থিৰ লক্ষ্য, অধ্যৱসায় আৰু একনিষ্ঠতা।

সাহিত্যিক সমাজত সাহিত্যৰ গঢ়গতিৰ বিষয় কব যোৱাটো ধৃষ্টতা মাথোন। তথাপি এই কেইষাৰ কলে বোধহয় বিশেষ বেছি কোৱা নহব যে গতিশীল জগতৰ সকলো পৰিবৰ্ত্তনশীল। গতিকে ভাষাৰ আকৃতি যে সময়ৰ লগে লগে ক্ৰমে বদলি যাব তাক কোৱা বাহুল্য মাথোন। আকৌ প্ৰকৃতিৰ পৰিবৰ্ত্তন সত্বেও পৃথিবীত এটা অপৰিবৰ্ত্তনীয় শৃঙ্খলা, এটা মিল দেখিবলৈ পোৱা যায়। তেনেকৈ ভাষাৰ বিষয়তো নানা পৰিবৰ্ত্তনৰ মাজতো সাদৃশ্য থাকে। এনে সাদৃশ্যৰ ভিতৰেদি 'ইন্দো-ইউৰোপীয়ান' ভাষাৰ কথা ওলাইছে। অকল এয়ে নহয়, চীন প্ৰভৃতি আৰু এনেকি আফ্ৰিকা আদি ঠাইৰো কিছুমান কথাৰ মিল আমাৰ ভাষাৰ লগত পোৱা যায়। প্ৰাকৃত আৰু সংস্কৃত কথা লৈ আৱশ্যক নাই। আদিৰ পৰা বৰ্ত্তমানলৈকে কামৰূপৰ ভাষাৰ ক্ৰম নিৰ্দ্দেশ কৰাও আমাৰ উদ্দেশ্য নহয়। কেৱল ইয়াকে কলে যথেষ্ট হব যে সংস্কৃতকে প্ৰাদেশিক ভাষাবিলাকৰ আদি জননী বুলি বহুতে কলেও যেতিয়া ভাৰতবাসীয়ে সাৰ্ব্বজনীন সংস্কৃত ভাষা এৰি প্ৰাদেশিক ভাষাৰ ফালে মন দিলে তেতিয়াৰ পৰা এই জাতীয় ভাষা বিলাকে নিজ নিজ পৰিবৰ্ত্তন বা উন্নতিৰ বাটত আগ বাঢ়ি আন ৰূপ ধাৰণ কৰিলে। কিন্তু সমগ্ৰ ভাৰতৰ ভাষাৰ ভিতৰত এটা সাদৃশ্য থাকি গ'ল। আৰু পালি-প্ৰাকৃতৰ নিচিনা আন কোনোটোৱে গোটেই ভাৰতৰ ভাষাৰ নহলেও গুৰিৰ ভাষা বিলাকত যিমান দূৰ সম্ভৱ সংস্কৃতক প্ৰাধান্য দি, সাৰ্ব্বজনীন কৰিবৰ চেষ্টা চলিছিল যেন লাগে। এনেকৈ প্ৰাচীন কামৰূপী ভাষা আৰু বঙলা ভাষা প্ৰায় একে বুলিলে হয়। শঙ্কৰদেৱৰ আৰু মিথিলাৰ বিদ্যাপতিৰ ভাষা প্ৰায় একে। তুলসীদাসৰ ৰামায়ণৰ ভাষা আৰু পুৰণি ভাষা বৰ বেলেগ নহয়। কিন্তু বৰ্ত্তমানে পৰস্পৰৰ মাজত ইমান পাৰ্থক্য হৈ পৰিছে আৰু হব ধৰিছে যে কেৱল মাত্ৰ শব্দবোৰৰ ধাতুৰ মিলৰ বাহিৰে আন সম্বন্ধ বিচাৰি উলিওৱা টান। বিকৃত উচ্চাৰণ আৰু আন ভাষাৰ পৰা শব্দ নিৰ্ব্বাচন প্ৰভৃতিৰ দ্বাৰা ভাষাৰ আকৃতি ভিন ভিন হোৱাটো স্বাভাৱিক। তাৰ বাহিৰেও প্ৰতিভাৱান লিখক সকলৰ ঘৰুৱা ভাষাও ইচ্ছা বা অনিচ্ছাতে হক সাহিত্যত ঠাই পাই সি ভাষাৰ আকৃতি সলনিত বেছিকৈ সহায় হয়। সেই পৰিবৰ্ত্তনৰ গতি কোনেও ৰোধ কৰিব নোৱাৰে। কিন্তু আজিকালিৰ কিছুমানে প্ৰতিভাৱান হবৰ নিমিত্তে বদলাওঁ বুলি ভাষা বদলাবলৈ ওলাই ভাষা-বিপ্লৱৰ সৃষ্টি কৰিব খোজে।

প্ৰাদেশিক ভাষাৰ মাজত সাদৃশ্য

এনেবিলাক কাৰণ আৰু নানা পৰিবৰ্ত্তনৰ মাজেদি আমাৰ পুৰণি ভাষা ( কামৰূপী ) আহি বৰ্ত্তমান অৱস্থা পালেও ই যে সেই ভাষাই আছে তাক অনায়াসে চিনিব পাৰি। কোনো জাতি বা প্ৰদেশৰ সকলো ঠাইৰে ভাষা একে নহয়। প্ৰতি যোজন অন্তৰে ভাষাও কিছু ভিন হয়। কিন্তু তেনে ধৰণৰ পাৰ্থক্য অকল কথ্য ভাষাতে দেখিবলৈ পোৱা যায়। লিখিত ভাষা যিমান দূৰ সম্ভৱ একে থাকে আৰু ই তাৰ তুলনাত কিছু অংশে স্থিতিশীল। ই কোনো

ৰাজধানী বা কোনো সিদ্ধপীঠ নাইবা তেনে ধৰণৰ সাধাৰণৰ সন্মিলনৰ ঠাইৰ ভাষাকে কেন্দ্ৰ কৰি গঢ়ি উঠে। লগে লগে যি গাঁও বা জিলাবাসীৰ প্ৰাধান্য সাহিত্যিক সমাজত সৰহ হয় তাৰ কথিত ভাষাৰ নানা শব্দ লিখিত ভাষাত ঠাই পাবলৈ ধৰে। ইয়াৰ বাহিৰেও নানা জাতিৰ বা দেশৰ সংশ্ৰৱলৈ আহি আচাৰ ব্যৱহাৰৰ নিচিনাকৈ সেইবিলাক জাতিৰ কিছুমান প্ৰচলিত শব্দও নিজ ভাষাত ঠাই পায়হি। এনেকৈ এফালে ভাষাৰ শব্দ সম্ভাৰ বঢ়াৰ লগে লগে আনফালে তাৰ ভিন অৰ্থ আৰু শব্দপৰ্য্যায় সৃষ্টি হোৱা দেখিবলৈ পোৱা যায়। সংস্কৃতত লিঙ্গ প্ৰকৰণ বুলি আৰু এটা বিষয় আছে। সুখৰ বিষয়, কামৰূপৰ ভাষাত তাৰ বিশেষ কোনো উপদ্ৰৱ নাই। যি হক ইয়াৰ পৰাই প্ৰাদেশিক ভাষাৰ অভিধানৰ সৃষ্টি। এনে সৃষ্ট ভাষা নিয়ন্ত্ৰণৰ নিমিত্তে ব্যাকৰণৰ দ্বাৰা নিয়ন্ত্ৰিত ভাষাৰ ভিতৰেদি জাতিৰ জাতীয় ভাব আৰু আকাঙ্ক্ষা প্ৰভৃতি প্ৰকাশ পায়। এইদৰেই মধ্য আৰু উত্তৰ ভাৰতত মোগলৰ দিনত উৰ্দ্দ ভাষাৰ সৃষ্টি হৈছিল। আৰু তেনেকৈ পৌৰাণিক যুগত পালি প্ৰাকৃত প্ৰভৃতিৰ প্ৰাদুৰ্ভাৱ হৈছিল। আৰু সেইবোৰৰ সংস্কাৰ হৈ সংস্কৃত ভাষা হক বা সংস্কৃত ভাঙি পালি-প্ৰাকৃত হক, মুঠ কথা, সংস্কৃতেই আৰ্য্যধৰ্ম্মাৱলম্বী সকলৰ মাজত এটা মধ্যস্থ ভাষাৰূপে চলি আহিছে। এই কাৰণেই আজি সংস্কৃতৰ ইমান আধিপত্য।

আমাৰ দেশৰো জিলা বা গাঁৱে প্ৰতি ভাষাৰ কম-বেছি পাৰ্থক্য দেখা গলেও লিখিত ভাষা সেই একে নিয়মে গঢ়ি উঠিছিল আৰু তাক স্থিতিশীল কৰিবলৈ ব্যাকৰণ, অভিধান আদিৰো সৃষ্টি হৈছিল। কিন্তু প্ৰচলিত জীৱন্ত ভাষাত নিতৌ নতুন শব্দ, ধাতু আৰু পুৰণি শব্দৰ অৰ্থৰ পৰিবৰ্ত্তন স্বাভাৱিক বুলি কেইবছৰমান পিছত অভিধান আদি সংস্কাৰৰো প্ৰয়োজনে আহি দেখা দিয়ে। এই কথা ভাষাতত্ত্ববিদ পণ্ডিত সকলে স্বীকাৰ কৰে। হেমচন্দ্ৰ বৰুৱাৰ অক্ষয় কীৰ্ত্তিস্তম্ভস্বৰূপ 'হেমকোষ' আৰু শ্ৰদ্ধাস্পদ শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ 'খণ্ড-বাক্যকোষ' পুৰণি হৈ গল। এতিয়া দুয়োখনৰে সংস্কাৰ আৱশ্যক হৈ পৰিছে। ই বৰ লগা কথা যে আৱশ্যকতা উপলব্ধি কৰি ৰায় বাহাদুৰ শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ দানৰ ওপৰতে এখন নতুন অভিধান হব ধৰিছে। আৰু লগতে ব্যাকৰণ এখনো হব লাগিছে বুলি শুনা গৈছে। এই মহৎ কাৰ্য্যৰ নিমিত্তে তেখেত গোটেই অসমীয়াৰে শলাগৰ পাত্ৰ। যিমান দিন অসমীয়া ভাষা থাকিব সিমান দিন তেওঁৰ এই অক্ষয় কীৰ্ত্তিয়ে তেওঁক মৰলোকত অমৰ কৰি ৰাখিব। কেবছৰমানৰ আগেয়ে 'আসাম বান্ধৱ'ত শ্ৰীযুত কালিৰাম মেধি, এম-এ মহাশয়ৰ বহল ব্যাকৰণ সম্বন্ধে এটা ধাৰাবাহিক প্ৰবন্ধ প্ৰকাশ হবলৈ ধৰা দেখা গৈছিল। কি কাৰণে সি সম্পূৰ্ণ হৈ কিতাপৰ আকাৰত ওলাবলৈ নাপালে তাক তেৱেঁহে কব পাৰে। ওলালে দেশৰ পক্ষে মঙ্গলজনক আছিল।

যি ভাষাৰ শব্দসম্ভাৰ সৰহ সেই ভাষাই উন্নত, তাক কোৱা বাহুল্য। সেইবাবে সাহিত্যৰ ভিতৰত নানা শব্দৰ যোজনা লিখক সকলৰ এটা গৌৰৱৰ কথা, তাত সন্দেহ নাই। বিচিত্ৰ শব্দপ্ৰয়োগ হিচাপে জাপানৰ ভাষাই পৃথিবীৰ সকলো ভাষাতকৈ শ্ৰেষ্ঠ। এই বিষয়ত অসমীয়া সাহিত্যয়ো ভাৰতৰ নানা ভাষাৰ সাহিত্যৰ ভিতৰত সৰ্ব্বোচ্চ স্থান অধিকাৰ কৰিছে যেন লাগে। তেনেস্থলত যিসকল শব্দ ভাষাৰ লালিত্য, সাহিত্যৰ অলঙ্কাৰ আৰু ভাব প্ৰকাশৰ

সুবিধাৰ নিমিত্তে দৰকাৰ, তেনে শব্দ অকল ভিন ভিন জিলাৰ পৰাই নহয়, আন আন ভাষাৰ পৰাও লোৱা উচিত। চৈনিক, আৰবী, পাৰ্চী, পৰ্ত্তুগীজ এনেকি ইংৰাজী শব্দ হলেও তাক গ্ৰহণ কৰাত আমাৰ আপত্তি কৰা অনুচিত। বৰ্ত্তমানে বহুত ইংৰাজী শব্দৰ ভাব প্ৰকাশৰ বাবে বন্ধনীৰ ভিতৰত মূল ইংৰাজী লিখিব লগা হয়। কিন্তু তাকে নকৰি এনে ধৰণৰ শব্দ ললে ভাষাৰ শ্ৰীবৃদ্ধি সাধনেই হব যেন লাগে। অৱশ্যে পৰিভাষা সৃষ্টি হক, সি একো দোষৰ কথা নহয়। কিন্তু বিনাকাৰণে ভাষাত আন শব্দ ব্যৱহাৰ কৰিলে অনাহকত তাক ভাৰাক্ৰান্ত কৰাহে হব। কিছুমানে সহজ আৰু প্ৰাঞ্জল শব্দৰ অৰ্থ গাঁৱলীয়া কথাৰে বুজাবলৈ মন কৰে। কিন্তু তেওঁলোকে মনত ৰখা উচিত যে সেইবোৰ শব্দ সেই গাঁও বা জিলাৰ পক্ষে আদৰণীয় আৰু সুবিধাজনক হলেও সকলোৰে পক্ষে নহয়। অতিমাত্ৰাত অভিধানত নথকা গাঁৱলীয়া কথা ব্যৱহাৰ কৰাও যেনে, আকৌ দাঁত ভগা সংস্কৃত শব্দেৰে ভাষা গধুৰ কৰিবৰ চেষ্টা কৰাও তেনে। প্ৰতিকথাতে অভিধান মেলি গ্ৰন্থৰ ৰস গ্ৰহণ কৰিবৰ আগ্ৰহৰ পৰিবৰ্ত্তে সি তেনেই বিৰক্তিৰ কাৰণ হৈ পৰা সম্ভৱ। সেই বুলি কিছুমানৰ সংস্কৃতাতঙ্ক আছে, তাকো ভাল বুলি কব নোৱাৰি। কাৰণ যুগে যুগে সংস্কৃত ভাষা এটা সাৰ্ব্বজনীন আৰু মধ্যস্থ ভাষাৰূপে চলি অহাৰ কাৰণে জিলাবিশেষৰ গাঁওলীয়া ভাষাতকৈ সি সহজবোধ্য আৰু অভিধানতো তাৰ মানে পোৱা সহজ। আকৌ ভাৱ অনুসৰি তাৰ ভাষা অৰ্থাৎ শব্দৰ ঝঙ্কাৰ, অলঙ্কাৰ আদিও হোৱা দৰকাৰ, তাক সাহিত্যিক সকলে স্বীকাৰ কৰে। শব্দৰ লগত তাৰ বানানৰ ফালে চকু দিয়াও সাহিত্যিকৰ এটা কৰ্ত্তব্য। অকল আনৰ অনুকৰণ কৰি বানানৰ বিপ্লৱ আনিলে তাৰ পৰিণাম ধ্বংসও হব পাৰে। ইংৰাজী ভাষাত নতুন 'ষ্টাইল' দেখিবলৈ পোৱা যায়। কিন্তু তাৰ বানান একে দৰে চলিছে। ব্যাকৰণৰ নিয়মৰো কোনো ব্যতিক্ৰম তেওঁলোকে কৰিব নোখোজে। আমেৰিকাই বানান সম্বন্ধে অলপ গোলমালৰ সৃষ্টি কৰি তুলিছে অৱশ্যে। কিন্তু তেওঁলোকৰ শব্দৰ বানান আৰু আমাৰ দেশৰ বানানৰ ভিতৰত ব্যৱধান বহুত। অসমীয়া

উচ্চাৰণ সমস্যা

ভাষাত শব্দৰ শেহত বা মাজত স্বৰবৰ্ণৰ ব্যৱহাৰ আগৰে পৰা চলি আহিছে। এতিয়া 'চ' আৰু 'ছ' লৈ মহা গোলমালৰ সৃষ্টি হৈছে। 'শ', 'ষ', 'স' আৰু 'ন', 'ণ' বিষয়েও সমস্যা আছে। আকৌ ট-বৰ্গ আৰু ত-বৰ্গ আৰু হ্ৰস্ব-দীৰ্ঘ লৈও গোলমাল কম নহয়। এই নিমিত্তে বহুতে কিছুমান বৰ্ণ বাদ দিয়াৰ পক্ষপাতী। আকৌ, কিছুমানে বৰ্ণ বাদ নিদি কিবা এটা মীমাংসা কৰি লৈ সেইমতে চলিব খোজে। কিন্তু এবাৰ ভাবি চোৱা উচিত, এতিয়ালৈকে ব্যাকৰণ পঢ়িবৰ সময়ত আখৰবিলাকৰ উচ্চাৰণৰ ঠাই সংস্কৃতৰ মতে মুখস্থ কৰিব লাগে। এনে অৱস্থাত যদি সেই উচ্চাৰণ কাৰ্য্যতঃ কৰা হয় তেনেহলে আৰু কোনো গোলমালেই নাথাকে। অৱশ্যে অকল যে আমাৰ অসমেই এই দোষত দুষ্ট এনে নহয়। সকলো দেশতে কম-বেছি পৰিমাণে উচ্চাৰণৰ গোলমাল দেখিবলৈ পোৱা যায়। চিন্তামণিক ( Chintamani ) শিন্তামণি ( Shintamani ) উচ্চাৰণ কৰা হিন্দী ভাষাভাষীকো দেখা যায়। চিকাগো ( Chicago ) আৰু শিকাগো ( Shicago ) এই দুবিধ উচ্চাৰণো শুনা যায়। যি হক সকলো প্ৰদেশতে সংস্কৃতমূলক শব্দত থকা আখৰ বিলাক নিজ ভাষাত কেনেকৈ উচ্চাৰিত হয়, তাকে আদৰ্শ কৰি লৈ আখৰবিলাকক ভাষাৰ আন শব্দতো ব্যৱহাৰ কৰিব

ধৰিছে কিন্তু যেতিয়া কোনো বৈদেশিক শব্দৰ উচ্চাৰণ লিখিবলগীয়া হয়, তেতিয়া সংস্কৃত ব্যাকৰণৰ উল্লেখ থকা উচ্চাৰণৰ ঠাইক অনুকৰণ কৰি আখৰ ব্যৱহাৰ কৰিবলৈ বাধ্য হয়।

উৰ্দ্দু ভাষাত কিছুমান আখৰৰ উচ্চাৰণ সংস্কৃতৰ কোনো এটা বৰ্গৰ দুই আখৰৰ মাজামাজিৰ নিচিনা হয়। সেই নিমিত্তে হিন্দী আখৰেৰে উৰ্দ্দু ভাষা লিখিবৰ কাৰণে যি আখৰৰ উচ্চাৰণটো উৰ্দ্দুৰ ওচৰা-উচৰি তাৰ তলত এটা বিন্দু বহুৱাই লবৰ ব্যৱস্থা কৰিছে। অসমীয়া ভাষাত তেনে কোনো ব্যৱস্থা নথকাৰ নিমিত্তে বিদেশী উচ্চাৰণ দেখুৱাবৰ বিশেষ অসুবিধা হৈ পৰে। ইংৰাজী c ch, s, sh, এই চাৰিওটাৰ বাবে চ বা ছ ব্যৱহাৰ কৰিবলৈ অসুবিধা হোৱাত আজিকালি কোনো কোনো লিখকে বাধ্য হৈ 's'ৰ ঠাইত ছ আৰু 'sh'ৰ ঠাইত শ্য বা শ্ব লিখিছে। আকৌ কোনোবাই কোনোবাই দন্তৰমতে ব্যাকৰণৰ উচ্চাৰণৰ ঠাইকে আশ্ৰয় লৈছে। এই সম্বন্ধে ভাষাৰ বিশেষত্ব বা ৰক্ষণশীলতাৰ দোহাই নিদি বিষয়বোৰ যাতে সহজ হয় তেনে কৰা উচিত। এনেয়ো সম্প্ৰতি আমাৰ আখৰৰ ফালে মন কৰিবৰ সময় আহিছে যেন লাগে। কামৰূপী আখৰৰ বিশেষত্ব বহুদিন আগেয়ে লোপ পাইছে। চলিত আখৰবিলাক ক্ৰমোন্নতিৰ বাটেদি আহি বৰ্ত্তমান অৱস্থা পালেও এতিয়ালৈকে গাঁৱলীয়া মানুহে পুৰণি পুথিৰ আখৰবিলাক পাহৰা নাই। সেই আখৰ বিলাক সংস্কৃত বা নাগৰী আখৰৰ প্ৰায় ওচৰাউচৰি। হিন্দী ভাষা ভাৰতৰ সাধাৰণ ভাষা হব বুলি মত চলিছে যেতিয়া আৰু নাগৰী আখৰৰ অলপ বেছ-কম কৰি লৈ গুজৰাটী, মহাৰাটী, সিন্ধী, পাঞ্জাবী বা গুৰুমুখী, বিহাৰী, হিন্দী প্ৰভৃতি সকলো একে ধৰণৰ হয়, তেতিয়া এই অসমীয়া বা প্ৰাচীন কামৰূপী যি নাগৰীৰ লগত মিলে, তাকে চলাই গোটেই ভাৰতৰ সাৰ্ব্বজনীন আখৰৰ লগত পৰিচিত হোৱাৰ সুবিধা বিচৰাটো যুক্তিযুক্ত যেন লাগে। তায় (তিব্বত) বা দেৱভাষাৰ আখৰৰ পৰা দেৱনাগৰী হওক নাইবা ভাৰতৰ পৰাই এই আখৰ তিব্বতলৈ যাওক, দুয়ো প্ৰায় একে। আন এবিধ আখৰক কায়থেলী বা কায়তী বোলে। তাৰ এটা নাম ভূতনাগৰী। ইয়াৰ বিশেষত্ব যুক্তাক্ষৰ বৰ্জ্জিত। ভূতৰ বাসভূমি ভূতস্থান অৰ্থাৎ ভোটান। এতেকে এই আখৰবিলাক আদিতে ভোটানৰ পৰা ওলাইছে বুলি কলে একো আচৰিত হবলৈ নাই। সি যি কি নহওক ইও নাগৰী আখৰৰ এবিধ। মুঠতে অসম, বিহাৰ, যুক্তপ্ৰদেশ, নাগপুৰ, বম্বে, গুজৰাট, সিন্ধু, পাঞ্জাব, কাশ্মীৰ, নেপাল এই আটাইবোৰ ঠাইৰে আখৰ একে নাইবা প্ৰায় ওচৰাউচৰি হলে ভাৰতীয় জাতীয়তাৰ পক্ষে সুবিধাৰ বাহিৰে অসুবিধা নহব যেন লাগে।

আখৰৰ তলত বিন্দু চিন

সাহিত্যৰ উন্নতি কৰিব লাগিলে প্ৰধান কথা ইয়াৰ প্ৰচাৰৰ ঠাই বহল হব লাগে। দুখৰ বিষয় অসমত মানুহৰ সংখ্যা আন প্ৰদেশতকৈ তাকৰ। তাৰ ভিতৰতো বঙালী, উৰিয়া, মাদ্ৰাজী, হিন্দুস্থানী, নেপালী, সাওতাল প্ৰভৃতিৰ সংখ্যাই সৰহ। এই সকলৰ পৰা অসমীয়া সাহিত্যৰ কিবা সহায় হোৱাৰ আশা কম। এনে অৱস্থাত যদি অসমৰ অধিবাসী পৰ্ব্বতীয়া জাতিবিলাকৰ মাজত আৰু মণিপুৰত, প্ৰাদেশিক ভাষা নচলে তেনেহলে আৰু দুখ ৰাখিবৰ ঠাই নাইকিয়া হব। ত্ৰিপুৰা ৰাজ্য, মণিপুৰ, গাৰোপাহাৰ আৰু ৰাভা-কচাৰী প্ৰভৃতিৰ ভাষা বিলাকৰ ভিতৰত কিছু পৰিমাণে মিল আছে বুলি শুনিবলৈ পোৱা যায়। হলেও এক নহয়।

আৰু কোনো সাহিত্যৰ মাজেদি এক হবৰ সুবিধা নোপোৱাত এইবিলাকৰ মাজত পার্থক্য বাঢ়ি গৈছে আৰু যাব লাগিছে। পৰ্ব্বতীয়া জাতিবিলাকৰ সংখ্যাও তেনেই কম। এই বিলাক প্ৰতিখন জিলাৰ জাতিৰ নিমিত্তে একোটা স্বকীয়া ভাষা লব লাগিলে এফালে যেনেকৈ সেইবিলাকৰ ভাষাৰ কেতিয়াও উন্নতি হবৰ আশা নাথাকে আনফালে তেনেকৈ তেওঁলোক নিজে দুৰ্ব্বল হৈ থকাৰ লগে লগে এই প্ৰদেশখনকো বলহীন কৰি থব। অথচ প্ৰতি কামতে এই উপত্যকাবাসীৰ লগত তেওঁলোকৰ সম্বন্ধ ৰাখিবৰ আৱশ্যক। এতেকে জাতীয়তাৰ ফালে চাই এওঁলোক সকলোৰে প্ৰাদেশিক ভাষা শিক্ষাৰ ব্যৱস্থা হোৱা উচিত। ই একো নতুন কথা নহয়।

জাতীয়তাৰ ফালৰ পৰা প্ৰাদেশিক ভাষা শিক্ষাৰ আৱশ্যকতা

আহোম সকলে এই দেশত তিনি শ বছৰ ৰাজত্ব কৰিও নিজ ভাষা এৰি প্ৰাদেশিক ভাষা ধৰিছিল। কোঁচ জাতিৰো যে এটা বেলেগ ভাষা আছিল তাৰ যথেষ্ট প্ৰমাণ আছে। এনেকি বঙলা দেশতো এটা বেলেগ ভাষা আছিল বুলি প্ৰকাশ। পিছত নিজ ভাষা এৰি আৰ্য্যভাষা ধৰিছিল বোলে। যি কি নহওক বৰ্ত্তমান বঙলা সাহিত্য সিদিনাখন মাথোন আৰম্ভ হৈছিল। কিন্তু ৰবীন্দ্ৰনাথ ঠাকুৰে এই ভাষাৰ কবিতাৰ মাজেদি শ্ৰেষ্ঠ ভাব ফুটাই তুলি 'নোবেল্' প্ৰাইজ পাই বিশ্বকবি নাম পালে। এনে অৱস্থাত এই এমুঠি পৰ্ব্বতীয়া বা মণিপুৰীয়াই কিয় আমাৰ প্ৰাদেশিক ভাষাৰ পৰা বঞ্চিত হৈ থাকিব? এই বিষয়ে প্ৰচাৰ কাৰ্য্য লাগে।

অৱশেষত গোৱালপাৰাৰ ভাষা সম্বন্ধে এষাৰ কবৰ আৱশ্যক। দুই প্ৰদেশৰ সীমাৰ ওচৰত থকা কোনো জিলাৰ মানুহৰ ভাষাই বিশুদ্ধ হব নোৱাৰে, তাক কোৱা বাহুল্য মাথোন। গোৱালপাৰা জিলাৰ পূব ফালৰ কথা কামৰূপৰ অনুৰূপ আৰু পচিম ফালৰ ভাষা তেনেকৈ মৈমনসিংহৰ ওচৰত মৈমনসিঙীয়াৰ দৰে। ৰংপুৰ, কোঁচবিহাৰ আৰু জলপাইগুৰিৰ ওচৰৰ ভাষাও সেই তিনি জিলাৰ ভাষাৰ ওচৰাউচৰি। এনে হোৱা স্বাভাৱিক। পূব গোৱালপাৰা মহকুমাৰ ভাষা সম্বন্ধে একো কথা নাই, কথা হৈছে পশ্চিম গোৱালপাৰা বা ধুবুৰী মহকুমা সম্বন্ধে। এই ঠাইৰ ভাষা আলোচনা কৰাৰ আগেয়ে যিবোৰ জিলাৰ লগত ভাষাৰ মিল দেখুৱাই উক্ত মহকুমাবাসীয়ে জ্যামিতিৰ ১ম স্বতঃসিদ্ধমতে বঙলা ভাষাভাষী বুলি দাবী কৰিব খোজে তাৰে আলোচনা কৰা যাওক। কাৰণ এইবোৰ জিলা পুৰণি কামৰূপৰ অংশ হলেও বৰ্ত্তমানে বঙ্গদেশৰ ভিতৰত।

মৈমনসিঙৰ ভাষাকে প্ৰথমে ধৰা যাওক। যিবোৰ মুছলমান বৰ্ত্তমানে সেই জিলাৰ পৰা অসমলৈ আহি বসতি কৰিছে তেওঁলোকৰ কথা কেইজন পশ্চিম বঙ্গৰ মানুহে বুজে? কোৱা বাহুল্য ভাগীৰথী বা দামোদৰকুলীয়া ভাষাই বৰ্ত্তমান বঙলা ভাষা। তাৰ বাহিৰেও ই আজিকালি উৰিয়া ভাষাৰ ওচৰাউচৰি হৈ গৈছে। ঘোঁৰাৰ গাড়ী এখন দেখি মৈমনসিঙীয়া এজনে সুধিছিল—"আহ মিয়া বহ, হেইট্টা কিৰে বাই,—গুৰাৰ পিছে হিন্দুক বৈয়া টান্‌ছাল্।"—(ছS)। এয়ে হ'ল মৈমনসিঙীয়াৰ ভাষাৰ নমুনা আৰু ইয়াৰ অৰ্থ—'আহ মিয়া বহ', নাইবা 'আহা মিয়া বহা, সৌটো কিঅ' ভাই ঘোৰাৰ পিছত হিন্দুক ( সিন্দুক ) লৈ টানিছিল।'

ৰংপুৰ কোঁচবেহাৰৰ সীমাৰ ওচৰাউচৰি। এতেকে দুয়ো ঠাইৰে প্ৰচলিত কেইটামান গীত উল্লেখ কৰা হ'ল। জলপাইগুৰিৰ ভাষাত পূৰ্ণিয়া জিলা আৰু নেপালী ভাষাৰ অলপ ছাপ আছে।

গীত—( ৰংপুৰ, কোচবিহাৰ )

১। "...আঘোবোয়াল্ হয়া,
যাবু তুঁই !
বৰ্ম্ম জাল দিয়া,
তুলিম মুঁই ॥

২। বৰ্ম্ম জাল দিয়া,
তুলবু তুঁই।
শাম শুম হয়া,
থাকিম মুঁই ॥

৩। শাম শুম হয়া,
থাকবু তুঁই।
চুণ পুৰিয়া,
খাম মুঁই ॥

৪। চুণ পুৰিয়া,
খাবু তুঁই।
আদা খায়া,
শুছাম মুঁই ॥

এই গীতটো সৰুতে শুনা। বাকী অংশ মনত নাই। তলত দিয়া অসমীয়া গীতটোৰ ফালে চ'ক—

তোৰে বৰ বিলতে পৰিম ঐ
গোবিন্দায় ৰাম।

১। মোৰ বিলতে পৰ তই পাৰ্ব্বতী,
জুলুকি বাইয়ে ধৰিম ঐ,
গোবিন্দায় ৰাম।

২। জুলুকি বাইয়ে ধৰ তই পগলা,
শামুকে মেয়ালি হম ঐ,
গোবিন্দায় ৰাম।

৩। শামুকে মেয়ালি হৱ তই পাৰ্ব্বতী,
তোকে চুণে পুৰি খাম ঐ,
গোবিন্দায় ৰাম। ..."

এই অসমীয়া গীতটো সুৰমা উপত্যকাৰ অসমীয়া বস্তিৰ ভিতৰৰ মানুহে গোৱা। ইয়াত সেই অঞ্চলৰ ভাষাৰ সামান্য প্ৰভাব পৰা অসম্ভৱ নহয়। সম্পূৰ্ণ গীতটো চাব খুজিলে ১ম বছৰৰ ৮ম সংখ্যা 'আৱাহনত' পাব। গীতটোত সামান্য কেইটামান পাৰ্থক্য দেখিবলৈ পোৱা যায়। প্ৰথমটোত আঘোবোয়াল ( ডাঙৰ বৰালী মাছ ) কিন্তু পিছৰটোত জুলুকি ( জলোকা, জোক ) শব্দ ব্যৱহৃত হৈছে। তাৰ বাহিৰেও অসমীয়া নামটোত পগলা, গোবিন্দায় ৰাম আৰু পাৰ্ব্বতী এই তিনটা কথাৰ যোগ আছে। আৰু এটা গীতৰ ফালে চাওক।—

"উন্‌কি দিমু ঝুনকি দিমু
যেটাই যেখান সাজে।
কাণ চায়া দিমু সোণা,
তাইতে ভাল সাজে।

মোৰ মন ভুলালু,
ও মোৰ চিত ভুলালু
কি দিয়াৰে......"

আন এটা নাম তলত দিয়া হল। তাক গোৱালপাৰা জিলাৰ শালকোছা, হাকামা, বিলাসীপাৰা, লক্ষীপুৰ, প্ৰভৃতি ঠাইৰ ব্ৰাহ্মণী বা আন নামতী বিলাকে এতিয়াও শীতলাৰ নামত গায়। যেনে—

"সিপাৰে কায় যায়ৰে নাওবীয়া লোক,
শীতিলী আইৰ নামত যাং পাৰ কৰাও মোক।"

এই নামটো ঘুল্লা পৰগণা, কোচবিহাৰ, ৰংপুৰ, জলপাইগুৰিত চলতি আছে নে নাই কব নোৱাৰো কিন্তু থাকিলে 'সিপাৰে'ৰ ঠাইত 'উপাৰে' আৰু 'যাং' অৰ ঠাইত 'যাওঁ' হলহেঁতেন।

গোৱালপাৰাৰো উল্লিখিত ঠাই বিলাকত 'সিপাৰ' আৰু 'উপাৰ' এই দুবকমৰ চলতি আছে। ইয়াৰ লগত গুৱাহাটীত গোৱা নাম মিলাই চাওক।

"সিপাৰে কুনি যায় ঐ নাওৰীয়া লোক,
শীতলী আইৰ নামক যাওঁ পাৰ কৰা মোক।"

প্ৰায় দুয়ো একে। তথাপি যদি কথা উঠে, নাম বা গীত বহুত সময়ত নকল কৰিব গৈ একে হৈ পৰে, সেই কথা সঁচা হলেও প্ৰচলিত গীত বা নামৰ লগত কথ্য ভাষাৰ কিমান মিল আছে, তাক বিজাই চালেই প্ৰকৃত স্বৰূপ ওলাই পৰিব।

আন এটা বিষয় চাব লগীয়া যে কামৰূপ তন্ত্ৰ-মন্ত্ৰৰ নিমিত্তে বিখ্যাত। যি ঠাইৰ মন্ত্ৰসাহিত্যই সাহিত্যৰ এটা অংশৰূপে আত্মপ্ৰকাশ কৰি আছে, সেই বিষয়ে প্ৰদেশৰ আন আন ঠাইৰ লগত গোৱালপাৰাও সমান অংশে যশৰ ভাগী। **M. Martin** ৰ ৰিপোৰ্টত' এইদৰে লিখিছে—"**Jadu or witchcraft is supposed to be pretty commonly understood by the old women of this district, who are, however, chiefly employed by the young to secure the affections of their lovers. Goalpara is considered as thc chief place for this science......**" মন্ত্ৰৰ ব্যৱহাৰ বা অপপ্ৰয়োগ আমালোকৰ আলোচনাৰ বিষয় নহয়। কিন্তু এই জিলাৰ মন্ত্ৰৰ ভাষাবিলাক আলোচনা কৰিলে দেখা যায় যে ই উজনিৰ ফালৰ মন্ত্ৰৰ ভাষাৰ লগত বৰ বেছি পৃথক নহয়। আৰু আচৰিত হবলগীয়া কথা এইটোৱে যে, বিহাৰ, যুক্তপ্ৰদেশ এনেকি সুদূৰ পঞ্জাব প্ৰদেশৰো তেল-জৰা, পানী-জৰা আদি মন্ত্ৰ এই ভাষাতে চলে। ভাটীৰ ফালৰ পৰা যিসকল বাজীকৰ আহে সিহঁতৰ মানুহক দেখুৱা মিছা মন্ত্ৰবিলাক শুনিলেই আমাৰ কথাৰ যথাৰ্থতা উপলব্ধি হব। কোচবিহাৰৰ ভাষাই বোলে কামৰূপ আৰু বঙলা ভাষাৰ আদি জননী, আকৌ সেই ঠাইৰ ভাষাকে ৰাজবংশী ভাষা বুলি **Linguistic Survey of India**ত কোৱা হৈছে। ই আকৌ 'ইন্দো-ইউৰোপীয়ান' ভাষাৰ মাজৰ অৰ্থাৎ আৰ্য্যভাষা। এতিয়াও বঙলা কবিতাত এই ভাষাৰ ছাপ সুস্পষ্ট দেখিবলৈ পোৱা যায়। কিন্তু ইয়াক বঙলা ভাষা বুলি কোনেও কোৱা নাই। আন-ফালে এই ভাষাৰ ভেটিৰ ওপৰতে অসমীয়াই এতিয়াও বিচিত্ৰ সাহিত্যসৌধ গঢ়ি তুলিব লাগিছে।

ৰাজবংশী আৰু কোচৰ ভিতৰত পাৰ্থক্যৰ আলোচনাৰ ঠাই ই নহয়। কিন্তু কোচবিহাৰৰ ৰজাৰে এটা ঠেঙলিয়ে দৰঙৰ মঙ্গলদৈত, কামৰূপৰ বেলতলাত, গোৱালপাৰাৰ বিজনীত, জলপাইগুৰিৰ বৈকুণ্ঠপুৰত আৰু ৰংপুৰৰৰ পাঙ্গাত আজিলৈকে সেই বংশৰ নাম ৰাখি আছে। কোচ-কামৰূপৰ অংশবিশেষ বঙলাৰ লগত থাকিও 'কোচবিহাৰ' নাম হে পাইছে। আৰু উল্লিখিত এই জিলা কেইখন বঙলা সাহিত্যৰ সাঁচত আজি প্ৰায় দুশ বছৰ চেপি ধৰিও আৰু কলিকতাৰ নিচিনা ডাঙৰ চহৰখনৰ লগত সম্বন্ধ ৰাখিবৰ আগ্ৰহ থকাতো, কেৱল বঙালী ভাবাপন্ন তথাকথিত শিক্ষিতৰ বাহিৰে সাধাৰণৰ অৱস্থা যি আৰু সেয়ে আছে। এই বিলাক জিলাবাসীৰ লগত ধুবুৰী মহকুমাবাসীয়ে বিশেষ বিবেচনা কৰা উচিত যে যি জাতিৰ বিশেষত্ব নাই তাৰ অস্তিত্বও থাকিব নোৱাৰে। আৰু তেওঁলোকে গমি চোৱা উচিত যে বৰ্ত্তমানৰ উৰিয়া ভাষাৰ ফালে ঢাল খোৱা বঙালী ভাষাৰ পৰা তেওঁলোক কিমান দূৰত আঁতৰি আছে!

তেওঁলোকৰ শত চেষ্টাতো সেই ভাষাক কোনোদিনে নিজৰ কৰি লব নোৱাৰে। বৰং যি কামৰূপী ভাষা এদিন কোচবেহাৰৰ মহাৰজাৰ সাহায্যত আত্মপ্ৰকাশ কৰিছিল সেই ভাষা নিজৰ কৰি লোৱা অতি সহজ আৰু সম্ভৱ। এতিয়া দৰকাৰ, কোচবেহাৰ আদি উল্লিখিত জিলাবাসী বিলাকক নিজৰ স্বৰূপ বুজাই দিয়া। ইয়াত অলপ সময় যাব পাৰে, কিন্তু এদিন নহয় এদিন বুজিবলৈ বাধ্য হব। অৱশ্যে বৰ্ত্তমান অসমীয়া ভাষাৰ গতি যিমান উজানলৈ আহি পৰিছে তাতকৈ কিছু নামিব লাগিব। এই কথাষাৰ যেন পঢ়াশালিৰ কিতাপ নিৰ্ব্বাচন কমিটিৰ সভ্যসকলে অলপ গমি চায়।

অৱশেষত মৈমনসিঙৰ পৰা অহা সকলৰ প্ৰতি আমি কব খোজো যে তেওঁলোক এতিয়া বঙালী নহয়, অসমীয়াহে। এই প্ৰদেশৰ সুখ-দুখ, উন্নতি-অবনতি আদি সকলো বিষয়তে তেওঁলোকো সমান অংশৰ ভাগী। এনে অৱস্থাত এই প্ৰদেশৰ লগত সকলো ৰকমে সম্পৰ্ক ৰাখিবলৈ বাধ্য। গতিকে ভাবৰ আদান প্ৰদানৰ নিমিত্তে তেওঁলোকে প্ৰাদেশিক ভাষা শিকিব লাগিব আৰু শিকিছেও। বৰ্ত্তমানে বঙলা ভাষাৰ লগত তেওঁলোকৰ ভাষাৰ মিল যে কিমান তাক নকলেও চলে। তাৰ বাহিৰেও সি সেই ভাষাকেন্দ্ৰৰ পৰা বহুদূৰত। এই মিমিত্তে আজি আমি তেওঁলোককো সাদৰে মাতিছো, তেওঁলোকো আহি সাহিত্য আৰু জাতীয় উন্নতিৰ সহায় হওক। আৰবী তেওঁলোকৰ ধৰ্ম্মভাষা। উৰ্দ্দু এটা সমগ্ৰ ভাৰতৰ আৰু বিশেষকৈ মুছলমান সম্প্ৰদায়ৰ ভাষা। সেই বাবে এইবিলাকৰ আলোচনা কামকাজৰ বাবে এই প্ৰদেশৰ ভাষা এৰি আন ভাষা শিকাৰ কোনো সাৰ্থকতা নাই, বৰং তাৰ পৰা বহুত পৰিমাণে ক্ষতিহে আছে। অৱশ্যে নানা দেশ-বিদেশৰ সাহিত্য চৰ্চ্চা হিচাপে যিসকলে শিকিব খোজে তেওঁলোকৰ কথা বেলেগ। এই কথা অকল মৈমনসিঙৰ পৰা অহা সকললৈকে নহয়—নেপালী, মাদ্ৰাজী সাওতাল প্ৰভৃতি সম্বন্ধেও এই একে কথা। এই প্ৰদেশত অসমীয়া সাহিত্যৰ ভিতৰেদি আমি সকলোৱে এক হৈ মিলিব লাগিব। মোৰ কবলগীয়া যি আছিল শেষ হল। এইবিলাক কথাত নতুনত্ব একো নাই। উপযুক্ত মানুহ সভাপতি নিৰ্ব্বাচিত হোৱা হলে নানা নতুন আৰু সাৰুৱা কথা শুনাই আপোনালোকক আনন্দ দিব পাৰিলেহেঁতেন। বহুতে কিজানি মোৰ কোনো কথাত বেয়াই পাইছে। কাৰণ সকলো কথা সকলোৰে পক্ষে কেতিয়াও ভাল লগা সম্ভৱ নহয়। মাত্ৰ নিজে যিটো ভাল বুলি বিবেচনা কৰিছো তাকে আপোনালোকৰ আগত দাঙি ধৰিছোঁ। আপোনাসকলক যথেষ্ট আমনি দিয়া হ'ল। এতিয়া সামৰণিত ইয়াকে মাথোন কব খোজোঁ যে এতিয়া আৰু কথাৰ দন নাই। এতিয়া এই ঘোৰতৰ প্ৰতিযোগিতাৰ দিনত অকল কাম হে লাগে। মানুহৰ ভাব যেনে অনন্ত সাহিত্যৰ শাখাও তেনে অনন্ত। যি সমাজে তাৰ যিখিনি আয়ত্ত কৰি লব পাৰিছে তাৰ সাহিত্য সিমানে পূৰ্ণতাৰ ফালে আগবাঢ়িছে। জাতিৰ গতি ইচ্ছাতে হ'ক নাইবা অনিচ্ছাতে হ'ক আগবাঢ়িবই লাগিব। গতিকে আমিও আগ বাঢ়িবই লাগিব। আৰু মনত ৰাখিব লাগিব— এই আগ বঢ়াৰ ভিতৰতো যিজনে বা সমাজে প্ৰতিযোগিতাত জয়ী হব পাৰিব, জীৱনযুদ্ধত কেৱল তেওঁৰে জয়ৰ আশা। সাহিত্য জ্ঞানৰ ভৰাঁল আৰু জ্ঞান বা বুদ্ধিয়েই প্ৰধান বল। এতেকে ৰাইজসকল আহক, আজি বলী-নিৰ্ব্বল, জ্ঞানী-অজ্ঞান, সকলোৱে এই মহাযজ্ঞত যোগদান কৰি জাতীয় সাহিত্যৰ গতি আগ বঢ়াই দিয়কহি।

---

# চতুৰ্দ্দশ অধিবেশন

উত্তৰ লক্ষীমপুৰ—১৯৩৩ চন, ২৭, ২৮, ডিচেম্বৰ

**সভাপতি—জ্ঞানদাভিৰাম বৰুৱা**

ওঁ পিতা নোহসি পিতা নো বোধি নমস্তেহস্তু মা মা হিংসীঃ।
ৱিশ্বানি দেৱ সবিতুৰ্দুৰিতানি পৰাসু যদ্ভদ্ৰং তন্ন আসুৱ।
নমঃ শম্ভবায় চ ময়োভবায় চ।
নমঃ শঙ্কৰায় চ ময়স্কৰায়চ নমঃ শিৱায় চ শিৱতৰায় চ।

কৰুণাময় প্ৰভু, তোমাৰ অনন্ত শক্তিৰ কণামাত্ৰ দান কৰি আমাৰ এই কাম সুসমাধা কৰিবলৈ আমাক বল দিয়া। তুমি আমাক কৃপা কৰা, এই আমাৰ মহৎ কামত তোমাৰ অলপ-মান কৃপাবাৰি বৰ্ষণ কৰা, দয়াময়! প্ৰভু, তোমাৰ আশীৰ্ব্বাদ নেপালে আমাৰ কোনো কামেই সিদ্ধ নহয়। তোমাৰ অনন্ত অসীম ভৰ্‌ঁালৰ পৰা আমাক একণ মাথোন আশীৰ্ব্বাদ দি এই কাম যে তোমাৰ নিজৰ তাৰ চিনাকি দিয়া।

আদৰণী সভাৰ মাননীয় সভাপতি ডাঙৰীয়া, আই আৰু আইদেউসকল আৰু আন আন প্ৰিয় বন্ধুসকল!

যোৰহাটৰ সভাৰপৰা নিমন্ত্ৰণ পত্ৰ পাই আপোনাসকলৰ অনুমতি অনুসাৰে এই সভালৈ আহি এই আসনত বহিছোঁহি। যোৰহাটৰ সভাই ভালকৈ জানে, মোৰ মনৰ ভাব কি। তেওঁলোকক এবাৰ নহয় কেবাবাৰো কৈছিলো যে মই এই আসনৰ যোগ্য নহওঁ। তেওঁলোকে নুশুনিলে। আপোনাসকলৰ নিমন্ত্ৰণ মৰমৰ নিমন্ত্ৰণ। এনে নিমন্ত্ৰণ ৰক্ষা নকৰি নোৱাৰিলোঁ। ৰক্ষা নকৰা হলে ই অতি অশুৱনী হলহেঁতেন, সেইদেখি মোৰ শত ত্ৰুটি আছে জানিও আপোনা-সকলৰ সেৱক ৰূপে আহি আপোনাসকলৰ আগত উপস্থিত হলোঁহি। আপোনাসকলে ভাবিব পাৰে যে মই "মামুলী গৎ" গাই নিজৰ ত্ৰুটিৰ কথা কৈছোঁ। সত্যে সত্যে সত্যে জানিব মোৰ অন্তৰৰ কথাহে মই কৈছোঁ। আমাৰ সাহিত্য সভাৰ গধুৰ বাব আপোনাসকলে মোক দিছে, সেই বাবৰ যেন মই যোগ্য পূজাৰী হওঁ। ৰাইজক ধন্যবাদ দি এই আসন গ্ৰহণ কৰিলো।

আমাৰ এই সভাৰ নাম অসম সাহিত্য সভা। আজিকালি অসম বুলিলে আমি মণিপুৰেৰে সৈতে ব্ৰহ্মপুত্ৰ ভৈয়ামৰ জিলাবোৰ, সুৰমা ভৈয়ামৰ আৰু ওচৰ-চুবুৰীয়া পৰ্ব্বতীয়া জিলাবোৰ বুজোঁ। কিন্তু আপোনাসকলে জানে, ময়ো জানো যে অসম আমি যাক বোলো সেই ৰাজ্য ইমান ঠেক নাছিল। বহল আছিল, বৰ বহল আছিল। এই কথাফেৰি কলিকতাৰ পৰা দাৰ্জিলিঙলৈ গলে চকুত নপৰে, কিন্তু গুৱাহাটী কি এই ফালৰ কোনো এখন ঠাইৰ পৰা গলে চকুত পৰে আৰু চকুৱে কয় "চোৱা, আমাৰ অসম কিমান বহল।" ১৯২৯ খৃষ্টাব্দত এবাৰ ইয়াৰপৰা দাৰ্জিলিঙলৈ যাওঁ। পাৰ্ব্বতীপুৰৰ পৰা শিলিগুড়িলৈকে গাঁওবোৰ, ঘৰবোৰ, বাৰীবোৰ সেই আমাৰ অসমীয়া বাঁহ, কল, তামোলেৰে ভৰা। মানুহবোৰ সকলো অসমীয়াৰ দৰেই দেখিলোঁ। বঙ্গদেশৰ আন আন

ঠাইৰ ঘৰবোৰৰ চাল, বিশেষকৈ পশ্চিম বঙ্গৰ হাতীপিঠিয়া। সেইফালৰ দেখিলোঁ আমাৰ অসমীয়া ঘৰ হুবহু। দেখি ভাবিলোঁ যে মোৰ অসমৰ বিস্তৃতি ইমান দূৰলৈকে আছিল। মনত আনন্দ পালোঁ। শিলিগুড়ি আৰু জলপাইগুড়ি আগেয়ে পোৱা ঠাই। এই "গুড়ি" কথা ফেৰিয়েই বহুত বছৰ আগৰেপৰা মোৰ মনৰ ভাবক এই পন্থী কৰিছিল। তেতিয়া এই "গুড়ি" কথাষাৰে আমাৰ ডিমৰুগুড়ি, ভেলেউগুড়ি, জামুগুড়ি ইত্যাদিৰ কথা মনত পেলাই দিছিল। ১৯২৯ খৃষ্টাব্দত এই কথাফেৰি আৰু ডাঠকৈ মনত পোত খালে। এতিয়া মই হাঁফি কব পাৰোঁ যে আমাৰ অসমৰ বিস্তৃতি সেইফাললৈকো আছিল। আপোনাসকলে একেবাৰেই নিভাঁজ ৰংপুৰীয়া, কোচবিহাৰীয়া মাতৰ সৈতে আমাৰ মাত অলপ গমি চাই মিলালেই দেখিব যে এই মাতবোৰৰ কি সুন্দৰ সাদৃশ্য। তেওঁলোকৰ উচ্চাৰণৰ ফালেও মন কৰি চাব। ৰংপুৰ, কোচবিহাৰো আমাৰ আছিল। এজন ৰংপুৰৰ জমিদাৰক পৰহি শোধাত ক'লে "এৰা আছিল তো" কৰতোয়া নৈ মোৰ ঘৰৰ পৰা পাঁচমাইলমান আঁতৰত।

এইখিনি লেখাৰ পাছতেই পিতৃদেৱতাৰ "অসম বুৰঞ্জী" খনি আনি চালোঁ। তাত এনেদৰে লেখা আছে (১৮৮৪ খৃষ্টাব্দৰ গুণাভিৰাম বৰুৱাৰ বুৰঞ্জীৰ ছয় পাত চাওক) "দ্বিতীয় অধ্যায়। অসম দেশৰ "অসম" নাম আধুনিক। পূৰ্ব্বে ই নাম নাছিল। আৰু এতিয়া যি সীমা ধাৰ্য্য হৈছে সিও পূৰ্ব্বে নাছিল। মহাভাৰত, কালিকাপুৰাণ, ভাগৱত, যোগিনীতন্ত্ৰ প্ৰভৃতিত এই দেশৰ নাম-উল্লেখ আছে। কিন্তু তাত "অসম" নাম নাই। পুৰাণ প্ৰভৃতি চালে এইটোহে জানি যে পূৰ্ব্বকালৰ কামৰূপ, শোণিপুৰ, হিড়ম্ব, মণিপুৰ আৰু কৌণ্ডিল্য এই কেই দেশৰ অধিকাংশই এতিয়া অসম নামে প্ৰসিদ্ধ হৈছে। গুৱাহাটীক পুৰাণত প্ৰাগ্‌জ্যোতিষপুৰ বোলে। (আকৌ সেই কিতাপৰ ৮ পাত চাওক) "ওপৰত যি দেশ ভাগৰ কথা কলোঁ সেই ভাগবিলাক যি সময়ত মহাভাৰত আৰু ভাগৱত কথা ৰচনা কৰা হয় সেই সময়ৰহে। পাছে পুৰাণ আৰু তন্ত্ৰৰ সময়ত হলে এই দেশৰ অধিকাংশই কামৰূপৰ মাজত পৰিছিল। কৰতোয়া নদী বঙালদেশৰ ৰংপুৰ জিলাত আৰু দিক্কৰবাসিনী বা দিকৰাই নদী উজনিত আছে। এই নামৰপৰা এটি উপলব্ধি হয় যে শোণিতপুৰ, হিড়ম্ব, কৌণ্ডিল্য প্ৰভৃতি দেশ ক্ৰমে শক্তিভ্ৰষ্ট হোৱাত কামৰূপৰ ৰজাই আপোন দেশ সেই সেই সীমালৈ বিস্তৃত কৰিলে। একেবাৰে এইৰূপে ৰাজ্য বঢ়াব পাৰিছিল এনে নহয়। ইয়াত সেই সেই দেশে সৈতে অনেক ৰণ-বিগ্ৰহ হৈছিল। কামৰূপৰ সেই সীমাৰ ভিতৰত ৰংপুৰ, কোঁচবিহাৰ আৰু জলপাইগুড়ি পৰে। ইফালে মৈমনসিংহ জিলাৰ কিছুমান আৰু শ্ৰীহট্টৰ কিছুমান পৰে। বস্তুতঃ মৈমনসিংহ আৰু শ্ৰীহট্টৰ কোনো কোনো অংশ যে কামৰূপৰ অধীন আছিল এইটো শীঘ্ৰে বিশ্বাস কৰিব নোৱাৰি। ব্ৰহ্মপুত্ৰৰ কুলত হলে ৰংপুৰ, কোঁচবিহাৰ আৰু জলপাইগুড়ি সম্পূৰ্ণৰূপে কামৰূপৰ অধীন।" আপোনাসকলে এই সকলো বিষয়েই জানে। এইবিলাক কথা আপোনালোকৰ আগত কোৱাটোৱেই ধৃষ্টতা বুলি ভাবোঁ। কিন্তু যেতিয়া ভাবোঁ মোৰ অসম কিমান বৃহৎ আছিল তেতিয়া মোৰ মন উন্নত হয়, বুকু স্ফীত হয় আৰু মোৰ ইচ্ছা হয়, যেতিয়া সেইফালে যাওঁ, কবলৈ যে এই দেশো মোৰ নিজৰ অসম। ১৯৩১ খৃষ্টাব্দৰ পূজাৰ বন্ধত কেদিনমানৰ নিমিত্তে কলিকতালৈ গৈছিলো। বেলত দেখা হল ৰংপুৰৰ জমিদাৰ শ্ৰীযুত এন্, এম, ৰায়চৌধুৰীৰ সৈতে আৰু আন আন মানুহৰ ভিতৰত দেখা হ'ল

ৰংপুৰৰ ট্ৰেইনিং স্কুলৰ অধ্যক্ষৰ সৈতে। তেওঁলোক যেতিয়া ৰংপুৰত নামিল ময়ো সেই ষ্টেশনত নামি তেওঁলোকক কলো, "আগেয়ে ৰংপুৰ অসমৰ আছিল। এতিয়া মই এই ষ্টেশনত নামি অলপ ফুৰোঁ।" মোৰ বৰ আনন্দ হ'ল।

অসম, অসম যে বৃহৎ এই কথা এনেকৈ দীঘলাই বহলাই নকলেও হয়। কিন্তু দিন-কাল আজিকালি এনে বিষদুষ্ট আৰু বিসদৃশ দেখোঁ যে অসময়ে, সময়ে, সুযোগ সুবিধা পালেই এই কথা আটাইৰে কোৱা ভাল। বুকু-মন ওখ কৰি কোৱা ভাল! মই অসমীয়া, যেনেকৈ আগেয়ে ৰোমান সাম্ৰাজ্যৰ মানুহে কৈছিল, ওখ হৈ থিয়দি বুকু স্ফীত কৰি কৈছিল, Ego Romanus sum, মই ৰোমান্। চাওক কেনে সুন্দৰ শুনি। এতিয়াও ইংৰাজবিলাকে যেনেকৈ কয় "I am an English man" আৰু কিবা বস্তু বেয়া লাগিলে "This is not English" তেনেকৈ আমাৰো নিজৰ বিষয়ে আমাৰ ভাষাত আমি কব পাৰোঁ "I am an Indian" "I am an Assamese."

এতিয়া চাওঁ ৰবিন্সনে কি কয়—যেনেকৈ বঙ্গদেশত Carey Marshman, Word এ বঙলা ভাষা আগুৱালে, তেনেকৈ আমেৰিকান মিশ্যনেৰী বিলাকে আমাৰ ভাষা আগুৱালে। মোৰ যিমানদূৰ জনা আছে তেওঁলোকেই প্ৰথমে মোৰ অসমলৈ মুদ্ৰাযন্ত্ৰ আনে। তেওঁলোকেই প্ৰথমতে বাতৰি কাকত "অৰুণোদয়" ছপায়। কোনজন মনীষীৰ মস্তিষ্কৰপৰা এই "অৰুণোদয় নাম ওলাইছিল কব নোৱাৰোঁ, মই নেজানো। কিন্তু তেওঁ যে এজন চিন্তাশীল দূৰদৰ্শী মানুহ এই বিষয়ে কোনো সন্দেহ নাই। Ex Oriente lux পূবৰ পৰাই পোহৰ হয়। এই পূবৰ পোহৰেই লাহে লাহে গৈ আন ঠাইত পোহৰ দিয়ে। সি বাৰু যি হওক, এই আমাৰ মন, নহয় চিত্ত, আৰামকাৰী অসমীয়া অৰুণোদয় দেখি যি সকল মাৰ্কিনী বন্ধুৱে "অৰুণোদয়" কাকতৰ সৃষ্টি কৰিলে তেওঁলোকক এইখিনিতে অনন্তৰ ধন্যবাদ দিওঁ। এই "অৰুণোদয়" কাকতে বহুত অসমীয়া লেখক সৃষ্টি কৰিলে। আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদি লেখকে এই অৰুণোদয়তে প্ৰথমে লেখে। আৰু আমাৰ প্ৰাচীন সাহিত্যিক দেশপ্ৰেমিক শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়াইয়ো এই অৰুণোদয়তে প্ৰথমে কলম চলাবলৈ আৰম্ভ কৰে। ভগৱানৰ ইচ্ছাত এতিয়ালৈকে তেওঁ সেই কলমকে চলাই আছে। এই ৰবিন্সনো সেই মাৰ্কিণ জাতীয়। বহলাই নকৈ কওঁ যে তেওঁৰ সেই একে মত। যেনেকৈ মানুহ দুখীয়া হ'লে আগৰ ঐশ্বৰ্য্যৰ আৰু গৌৰৱৰ কাহিনী কয়; ময়ো সেইদৰে আগৰ সম্পাদকৰ কথা এইখিনিতে কৈ ললোঁ।

অতীতৰ কাহিনী শুনা আমাৰ ভাল। আগৰ দিন কি আছিল আৰু এতিয়াৰ দিন কি হৈছে জানিবৰ মন যায়। অতীতৰ সৈতে বৰ্ত্তমানৰ সম্পৰ্ক, বৰ্ত্তমানৰ সৈতে ভৱিষ্যতৰ সম্পৰ্ক, অতীত আৰু এই বৰ্ত্তমানৰ সৈতে সম্পৰ্ক আছে।

কিন্তু আগৰ দৌলত, আগৰ ধন যেতিয়া নাই তেতিয়া এই দৌলত, ধনকে ঈশ্বৰৰ দান বুলি ভাবি আমি কাম কৰোঁচোন। সুৰমা উপত্যকা এৰি দিওঁ। তেওঁলোকে কয় তেওঁলোকৰ ভাষাৰে সৈতে আমাৰ একো সম্পৰ্ক নাই। যদিও আপোনাসকলৰ আগৰ এজন সভাপতি শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই তেওঁৰ বহুতো কিতাপৰ ভিতৰৰ

এখন কিতাপত সুন্দৰকপে দেখুৱাই দিছে, ছিলটীয়া ভাষাৰে সৈতে আমাৰ ভাষাৰ কি সম্বন্ধ। শ্ৰীহট্ট দেশে আমাক নেলাগে বুলি কয় যেতিয়া আমি তেতিয়া আমাৰ এই তৈয়ামৰ ছখন জিলাৰ অৱস্থা চাওঁচোন। আমি এই কেইখন জিলাৰ কথা একাগ্ৰচিতে ভাবি এই ছখন জিলাৰে সৰ্ব্বতোভাবে উন্নতি কৰোঁচোন বাৰু।

গুৱালপাৰা জিলা আমাৰ নিজা। কিন্তু সেই জিলাৰ কোনো কোনো মানুহে অসমীয়া ভাষা নকয়। বঙলাহে কয়। ই বৰ দুখৰ কথা। সাহিত্যসভাৰ প্ৰথম কাম হৈছে এই ছখন জিলাক পুৰা অসমীয়া কৰা—অৰ্থাৎ এই বিংশতি শতাব্দীত যেনেকৈ এখন দেশক 'অসমীয়া' কি 'বঙালী' কি 'মাৰাঠী' 'গুজৰাটী' 'পাঞ্জাবী' বুলি কব পাৰি। অলপ বহলাই কবলৈ গলে কওঁ, অসমত অসমীয়াৰ প্ৰাধান্য হব লাগে, বঙ্গদেশত বঙলা আৰু বঙালীৰ প্ৰাধান্য হব লাগে, উড়িষ্যাত উড়িয়াৰ হব লাগে ; ভাষাৰো, মানুহৰো। মই সকলো ঠাইতে আন আন কথাৰ মাজত এটি কথালৈ বিশেষভাৱে আঙলিয়াওঁ। সেইটি হৈছে এই, আমি অতীতৰ কথাকে ভাবি যেন বহি নেথাকোঁ। অতীতৰ আদৰ্শেৰে যেন বৰ্ত্তমানৰ অৱস্থা চাই ভৱিষ্যত গঠন কৰিবলৈ চেষ্টা কৰোঁ। সকলো বিজ্ঞ মানুহে ভবিষ্যতৰ ফালে চাই কাম কৰে। আমিও কৰোঁ।

সাহিত্যসভাৰ প্ৰথম কাম হৈছে গুৱালপাৰা ধুবুৰীৰ ফালে চকু ৰখা। গুৱালপাৰা ধুবুৰীক সম্পূৰ্ণৰূপে অসমীয়া কৰা। আমাৰ গুৱালপাৰা ধুবুৰীৰ মানুহ শকত-আৱত অসমীয়া মানুহ। কিন্তু তেওঁলোকৰ কোনো-কোনোৱে ভাবে আৰু কয় যে তেওঁলোক আমাৰ নহয়,—অসমীয়া নহয়। কি শোকলগা কথা! তেওঁলোকক আমাৰ নিজৰ বুকুলৈ অনাৰ কাম আমাৰ এই সাহিত্য সভাৰেই। মই পাচত কম কিমান মানুহে জিলাই প্ৰতি মোৰ অসমীয়া কয়। আজিকালিৰ সীমা মতে গেলোকগঞ্জেই অসম আৰু বঙ্গদেশৰ সীমা। এতিয়া আমাৰ গোলোকগঞ্জৰ পৰাই অসম ভাবি আমাৰ কাম কৰিব লাগিব।

আমাৰ কাম চমু হৈছে, সেইদেখি আমাৰ আনন্দ কৰা ভাল। বুকাৰ ৱাশ্বিংটনে কৈছিল—"মোৰ জাতিক নতুন জাতি কয় ( যদিও বিৰাট আফ্ৰিকান জাতিক মই আপোনাসকলৰ সেৱকে, নতুন জাতি নিজে কব নেখোঁজো )।" বুকাৰ ৱাশ্বিংটন মহাপুৰুষে তেওঁৰ নিজৰ জাতিক উদ্গনি দিবৰ নিমিত্তে এই কথা কৈছিল। আমি জানো যে এই আফ্ৰিকাৰ নিমিত্তেই, ক্লিওপেট্ৰাৰ নিমিত্তেই, 'ৰোম ৰাজ্যৰ ধ্বংসৰ সূচনা হয়। অৱশ্যে আফ্ৰিকা বিৰাট বিপুল। উত্তৰ আফ্ৰিকাৰ সৈতে মধ্যম আফ্ৰিকা কি দক্ষিণ আফ্ৰিকাৰ কোনো সম্পৰ্ক নাই বুলি মানুহ কব পাৰে। কিন্তু আফ্ৰিকাক তেওঁলোকে একে জাতি বুলি ভাবিছিল। সেই আফ্ৰিকাই বুকাৰ ৱাশ্বিংটনৰ আফ্ৰিকা। ৰোমীয় ভাষাৰে কবলৈ গলে তেওঁলোকে কৈছিল তেতিয়া "Ex Africa sempen novum," সকলো সময়তে আফ্ৰিকাৰ পৰা আমি নতুন কথা পাওঁ। কিন্তু সেই বৃহৎ জাতিৰো নেতাই উনবিংশ বিংশতি শতাব্দীত কৈছিল—"জগতে কয় আমাৰ জাতি নতুন। এই আধুনিক সভ্যতাৰ মতে আফ্ৰিকান নতুন। কিন্তু নতুঁন যে পুৰণি আপোনালোকে ভাবি চাব।" সেইদেখি বুকাৰ ৱাশ্বিংটনে কৈছিল "মই আনন্দ কৰোঁ যে মই এই নতুন জাতিক গঠন কৰিবলৈ সুযোগ পাইছোঁ।" চাওঁকচোন বাৰু, কেনে মহৎ ভাব, কেনে সুন্দৰ ভাব! সেই মহাত্মা এই

ভাবৰ দ্বাৰাই অনুপ্ৰাণিত হৈ টাস্কেজী বিশ্ববিদ্যালয় সৃষ্টি কৰি জগতক মচামচিকৈ দেখুৱালে যে পুৰণাকো নতুন কৰিব পাৰি। সেই দেখি বন্ধুসকল! মই কওঁ যে আমি সেই মহাপুৰুষৰ আহিৰে আমাৰ এই আজিকালিৰ দুখীয়াৰ দুখী অৱস্থাৰ মতে আমাৰ এই এতিয়াৰ নিজা দুখন জিলাক আমাৰ অতি নিজৰ কৰোঁহঁক।

এই গুৱালপাৰাত এই গ'ল পিয়লত ৮৮২,৭৪৫ মানুহ আছে বুলি জানিছোঁ। তাৰে ভিতৰত, মোৰ ভুল হব পাৰে, ৮৩,১৬৫ মতা মানুহে অসমীয়া কয় আৰু ৭৮,০১৪ তিৰুতা মানুহে অসমীয়া কয়। চাওকচোন বাৰু, বাইজৰ সংখ্যালৈ চাই কেইজনে অসমীয়া কয়? কিয় ইমান তাকৰ সংখ্যা? আমাৰ কাম হৈছে এতিয়া এই গুৱালপাৰা জিলাৰ ফালে চকু ৰখা। যদিহে আমি চকু নেৰাখোঁ, গুৱালপাৰা আমাৰ যে আমাৰ নিজা এই বিষয়ে সময়ে অসময়ে আমাৰ নিজ ভাষাত আনভাষাত বিশেষকৈ ইংৰাজী ভাষাত যেন আমাৰ শীৰ্ষস্থানীয় লোকসকলে মানুহক বুজাবলৈ যত্ন কৰে। নিজৰ দুৱাৰ যদি আমি মুকলি কৰিবলৈ জপাবলৈ নিজেই নিশিকোঁ, কোনে আমাক শিকাব? কিয় ইমান কম মানুহে তাত অসমীয়া কয়?

ভাল বেজে কোনো এটি বেমাৰৰ চিকিৎসা কৰিবলৈ গ'লে বেমাৰীক বহুত কথা সোধে। কোনো কোনো ডাক্তৰ-কবিৰাজে এনে কথাও সোধে "আপোনাৰ কোনো পূৰ্ব্বপুৰুষৰ এনে এনে (বেয়া বেমাৰৰ নামকৈ) ৰোগ আছিলনে?" সেই কথা শুনিলে বেমাৰীৰ আৰু বিশেষকৈ বেমাৰীৰ নিজা শকত-আৱত মানুহসকলে ডাক্তৰৰ ফালে অৰ্থসূচক ভাবে চায়, এই ভাব ক্ষমণীয়। খং উঠে, কিন্তু খঙৰ কোনো কাৰণ নাই। ডাক্তৰ-কবিৰাজে কাৰণ নিবিচাৰিলে কেনেকৈ বেমাৰ ভাল হব। আমাৰো কাৰণ বিচাৰি উলিয়াব লাগিব। সাহিত্য সভাৰ সভ্য আৰু সহায়ক সকলে কিয় গুৱালপাৰাৰ কোনো কোনো মানুহে বঙলা ভাষা আৰু বঙালী বুলি কয় ইয়াৰ কাৰণ চেষ্টা কৰিলেই উলিয়াব পাৰে।

এই জিলাত ৫০২৮৫ মতাই আৰু ৪৭৫৯ তিৰুতাই লেখা-পঢ়া জানে। এই লেখাপঢ়া জনা মানুহৰ সংখ্যা বঢ়াব লাগে। এই সংখ্যা বাঢ়িলেই গুৱালপাৰাত অসমীয়া মাত মতা মানুহৰ সংখ্যা বাঢ়িব। মই কোনো কোনো গুৱালপাৰাৰ মানুহক দেখিছোঁ, তেওঁলোকে বঙলা কয়, কিয়নো তেওঁলোকে গুৱালপাৰা জিলাৰ ভাষাহে জানে, কামৰূপ কিম্বা উজনিৰ ভাষা কব নোৱাৰে সেই দেখি লাজ কৰি, বঙলা জনাৰ গতিকে বঙলা কয়। নিজৰ জিলাৰ ভাষা কবলৈকো লাজ কৰিব নালাগে, স্কটল্যাণ্ডৰ মানুহে, আয়াৰল্যাণ্ডৰ মানুহে যেতিয়া ইংৰাজী কয় ঠিক ইংৰাজৰ দৰে নকলেও ইংৰাজী কবলৈ এৰেনে? আৰু তেওঁলোকে তেওঁলোকৰ মাতত নিজা 'জোৰ' ( accent, এক্সেন্ট্ ) আৰু বেছিকৈ দিহে দেখুৱাই যে তেওঁলোক স্কটিশ্, তেওঁলোক আইৰিশ্। গুৱালপাৰাৰ যিসকল মানুহে বঙলা কয় তেওঁলোকে বঙলাও বঙালীৰ দৰে হুবহু নকয় হবলা। তেনেহলে আমাৰ অসমীয়াকে তেওঁলোকে নকয় কিয়? অসমীয়া আৰু নিজৰ। অসমীয়া কৈ স্কটিশ্ আইৰিশ্ সকলৰ দৰে নিজৰ মাতৰ বিশেষত্ব ৰাখি নিজকে নিজে গৌৰৱান্বিত নকৰে কিয়? আমাকো নকৰে কিয়? পূৰ্ব্ববঙ্গৰ মানুহে পূৰ্ব্ববঙ্গৰ মাত ক'তো কেতিয়াও কবলৈ লাজ নকৰে—যদিও তেওঁলোকক বহুতো পশ্চিম বঙ্গৰ মানুহে হাঁহে। তেওঁলোকেও আইৰিশ্, স্কটিশ্ বিলাকৰ দৰে বৰকৈ জোৰেৰে নিজৰ দেশৰ মাতেৰে কথা কয়।

সেইদেখি গুৱালপাৰাৰ ভাইভনী সকলক হাতযোৰ কৰি নিবেদন কৰিছোঁ তেওঁলোকে আমাৰ সৈতে কথা কওঁতে তেওঁলোকৰ জিলাৰ মিঠা মাত ব্যৱহাৰ কৰিবলৈ যেন লাজ নকৰে। সকলো জিলাৰ মাততে বহুতো মিঠা মিঠা শব্দ আছে। সকলো জিলাৰ মাততে বিশেষত্ব আছে আৰু এই বিশেষত্ব লৈয়েই আমাৰ ভাষা। গুৱালপৰীয়া মাতৰ সৈতে আমাৰ ভালকৈ চিনাকী হ'লে সেই জিলাৰ ভাষাই আমাৰ আন আন জিলাৰ ভাষাক চহকী কৰি আমাৰ মাতৃভাষাকো চহকী কৰিব। গুৱালপাৰাৰ বন্ধুসকল, আমাৰ সৈতে বঙলা নকৈ আপোনাসকলে যেন নিজা মাতৃ-ভাষাৰে কথা কয়। এই কথা কোৱাৰ বাবে কিবা ক্ৰটি হলে মোক ক্ষমা কৰে যেন।

কামৰূপ জিলাৰ ৯,৭৬,৭৪৬ মানুহৰ ভিতৰত ৩,৩১,৪৪৬ জন মতা আৰু ৩,১৮,০৬৭ তিৰুতাই অসমীয়াৰে কথা কয়।* কিন্তু কথা হৈছে এই, এই ছখন জিলাৰ ৪৬,৬৪,৮০০ জন মানুহৰ ভিতৰত ১৯,৭৩,২৫৯ জনে অসমীয়া কয়।

| | | সাক্ষৰ | | নিৰক্ষৰ | |
|---|---|---|---|---|---|
| জিলা | জনসংখ্যা | মতা | তিৰুতা | মতা | তিৰুতা |
| গুৱালপাৰা | ৮৮২৭৪৮ | ৫০২৮৫ | ৪৭৫৯ | ৪১৯৯৪৪ | ৪০৭৭১৬ |
| কামৰূপ | ৯৭৬৭৪৬ | ৭৯৮৯৬ | ৬২৬৪ | ৪৩৯৭১৩ | ৪৫৭১৩৭ |
| দৰং | ৫৮৪৭১৭ | ২৯২৩৭ | ২৫০২ | ২৮৭৮৬৬ | ২৬৫২১২ |
| নগাওঁ | ৫৬২৫৮১ | ৩২৯৭৩ | ৩১৩৩ | ২৬৫৬১২ | ২৬০৮৫৮ |
| শিৱসাগৰ | ৯৩৩৩২৬ | ৬৫৫৭৫ | ৫৭৮৩ | ৪৩০৭১৩ | ৪৩১০৫৫ |
| লক্ষীমপুৰ | ৭২৪৫৮২ | ৪৮৩৯৬ | ৪০১১ | ৩৫০৭১২ | ৩২১৪৬৫ |

মোট জনসংখ্যা ৪৬৬৪৮০০, লেঃ পঃ জনা মতা ৩০৬৩৬১, লেঃ পঃ জনা তিঃ ২৬৬৫২ অসমীয়া কোৱা—

| | মতা | তিৰুতা |
|---|---|---|
| গুৱালপাৰা | ৮৩১৬৫ | ৭৮০১৪ |
| কামৰূপ | ৩৩১৪৪৫ | ৩১৮০৬৭ |
| দৰং | ১০২২৯৩ | ৯০৭৯৬ |
| নগাওঁ | ১২১৯৩১ | ১১৫৪৭১৫ |
| শিৱসাগৰ | ২৬৬১৬৮ | ২৩৭৪৩৫ |
| লক্ষীমপুৰ | ২২২৪৯২ | ১০৫৯৬৯ |

৪৬৬৪৮০০ জনৰ ভিতৰত ১৯৭৩২৫৯ জনে অসমীয়া কয়।

( শ্ৰীযুক্ত মুক্তাধৰ শৰ্ম্মাৰ সৌজন্যত )

অৰ্থাৎ এই ছখন "পুৰা" অসমীয়া ( মইতো পুৰা অসমীয়া আন আন জিলাকো কওঁ, কিন্তু সেইবিলাক জিলা আমাৰ পৰা আঁতৰি যাব খুজিছে, কি গৈছে, সেইদেখি তেওঁলোকৰ বিষয়ে এই খিনিত কোৱা নাই ) জিলাৰ মোট জনসংখ্যাৰ ভিতৰত আধাতকৈও কম মানুহে অসমীয়া কয়। সেই দেখিহে মিষ্টাৰ মালেনে অসমীয়া জাতিৰ ভৱিষ্যতৰ কথা তেওঁৰ পিয়ল বিৱৰণীত অতি দুখ কৰি লেখিছে।

এই অনাঅসমীয়া মানুহসকলৰ লগতে আমি প্ৰতিযোগিতাত যদি হাৰোঁ তেনেহলে আমাৰ ধ্বংস নিশ্চয়। যাতে আমি জিকোঁ সেই বিষয়ে ধীৰভাৱে চিন্তা কৰিব লাগে। আমাৰ ব্যৱসায়-বাণিজ্য নিজৰ হাতত নাই। আজিকালি, আজিকালি কিয় বহুত বহুত বহুত আগৰ দিনৰ পৰাই যি কোনো জাতিয়েই জগতত ডাঙৰ হৈছে, ব্যৱসায়-বাণিজ্যৰ দ্বাৰাই হৈছে। জগতৰ ইতিহাস মই আপোনাসকলক নকওঁ। আপোনাসকলে জগতৰ ইতিহাস পঢ়িব খুজিলে ক'ত সেই তথ্য পাব নিজেই জানে। মই নকলেও হব। মই কৈছোঁ এই কথা কোনো জাতিয়েই বিনা ব্যৱসায়-বাণিজ্যে ডাঙৰ হোৱা নাই। আৰু আন আন কাৰণ থাকিলেও ব্যৱসায়-বাণিজ্যেই এটি প্ৰধান উপাদান।

সি বাৰু যি হওক। আমাৰ ব্যবসায় বাণিজ্য নাই। কিয় নাই? এই কথা লৈ দুজন মোৰ দেশৰ ডাঙৰ মানুহৰ লগতে মোৰ মতৰ অমিল হৈছিল। সেই বিষয়ে ইয়াত বহলাই নকওঁ। কিয়নো তেওঁলোক দুজনৰ লগতে সকলো ভাবৰে কথা কৈ কৈ, এদিন নহয়, দুদিন নহয় কেবাদিনো মই এই কথা জানিলোঁ যে আমাৰ ভাল নহয় এই নিমিত্তে যে আমি এলেহুৱা। মই এই কথা কোৱাত তেওঁলোকৰ ভাল নেলাগিল। মই "ভোটত" ঘাটিলোঁ। তেওঁলোকে আমাৰ ঘৰুৱা তৰ্কতো নকলে যে আমি এলেহুৱা সেইগুণে আমাৰ উন্নতি নহয়। ১৮৮৯ খৃষ্টাব্দত বোধকৰোঁ "জোনাকী" ওলায়। (যেনে অৰুণোদয় নাম দিওঁতা সকলক শ্বাবাশ্, বাহাবা দিছোঁ, এই "জোনাকী" নাম দিওঁতাসকলকো হাত চাপৰিয়াই, বাহাবা শ্বাবাশ্ দিওঁ)। তেওঁলোকে "অৰুণোদয়"ৰ পাছত "আসাম বিলাসিনী", "আসাম নিউচ," "আসাম বন্ধু," "মৌ," "আসাম," (শ্ৰীবিষ্ণু, "আসাম" পাছত ওলায় ১৮৯৪—৯৫ খৃঃত) "আসাম তৰা," "ল'ৰা বন্ধু" ইত্যাদি পাইও ভাবিলে যে এতিয়া আমাৰ আৰু এখন কাকত দৰকাৰ। সেই দেখি বোধকৰোঁ "জোনাকী" তেওঁলোকে উলিয়ায়। "জোনাকী" নামটো মিঠা। মই তেতিয়া অতি সৰু আছিলোঁ। কিন্তু মোৰ ৰিণিকি ৰিণিকি মনত পৰে (কোনে লেখিছে মনত নাই, সেই খণ্ড "জোনাকী" মোৰ ওচৰত নাই। কাৰোবাৰ ওচৰত "জোনাকী" সম্পূৰ্ণভাবে আছেনে? বোধকৰোঁ দুজন এজনৰ বাহিৰে কাৰো ওচৰত নাই) যে তাত এটি কবিতা আছিল—"উঠা অসমীয়া······ এলাহ এৰি"—কি এনে কোনো কথাৰে এটি কবিতা। আমি জানো আমাৰ ক'ত দোষ, কিন্তু ঘৰুৱা মতে তৰ্ক কৰিলে এনে দোষবোৰ যদি এজনে আনজনক নেদেখুৱাওঁইক আমি অধঃপাতলৈ যাম ই নিশ্চিত। সকলো সময়তে আমাক "বাহাবা" নেলাগে। "বাহাবা"ৰ প্ৰশংসাৰ সময় আছে। কিন্তু যেতিয়া আমি নিজৰ ঘৰত, নিজৰ আত্মীয় কুটুমৰ বুকুৰ মাজত আকৌ সেইখিনি সময়তো যদি এজনে আনজনৰ দোষ নেদেখুৱায়, যদি দোষ থাকে, তেনেহলে সেইজন শত্ৰুহে, মিত্ৰ নহয়। "জোনাকী"য়ে তেনে কবিতা প্ৰকাশ কৰি ভাল কৰিছিল।

কিন্তু যদি আমি নিজৰ দোষকে গাই থাকোঁ সিও বেয়া। সকলো কথাৰে সময় আছে। এজন মানুহক যদি সকলো সময়তে আমি বেয়া, বেয়া, বুলি কওঁ, তেওঁ ভাল হলেও বেয়া হ'ব। বেয়া মানুহকো তুমি ভাল, তুমি ভাল, তুমি ভাল, এনেকৈ কৈ থাকিলে সময়ত সেই মানুহটো ভাল হব। মনোবিজ্ঞানে এনে কথা কয়। আপোনালোকৰ অনুমতি লৈ এটি কি দুটি গল্প এইখিনিতে কওঁ, কথাৰ কি শক্তি, কথাই কেনেকৈ মনক সবল কৰে আৰু দুৰ্ব্বল কৰে। অৱশ্যে

মই আকৌ কওঁ, আমাৰ নিজা ঘৰত, আমাৰ বন্ধু-বান্ধৱৰ ভিতৰত, আমাৰ দুৰ্ব্বলতাক সবল কেনেকৈ কৰা যায় সেই বিষয়ে আলোচনা কৰাৰ কথা বেলেগ।

নীতিকথা, কি হিতোপদেশ, কি ঈছপ্স্ ফেবোলৰ কথা নকওঁ। আন কথা কওঁ। এবাৰ এজন মানুহক প্ৰাণদণ্ডৰ শাস্তি হোৱা বুলি কোৱা হ'ল। সেই বেচাৰীক কোৱা নহ'ল কেনেকৈ সেই তেওঁৰ ঈশ্বৰ দত্ত প্ৰাণ লোৱা হব। পাছত বপুৰীক কোৱা হ'ল যে তোমাৰ চকু বান্ধি দিয়া হ'ব, আৰু তোমাৰ গাৰ পৰা তেজ টোপা টোপে লোৱা হব। সেই মানুহটিৰ চকু বন্ধা হল। এটা সৰু বেজীৰে খোঁচ দি, আৰু অলপ কুহুমীয়া তপত পানী তাৰ ওপৰত পেলাই এজনে সেই দুৰ্ভগীয়া মানুহটিক ক'লে, "এতিয়া তোমাৰ তেজ টোপাটোপে ওলাব। এই তোমাৰ তেজ ওলাব লাগিছে, ওলাইছে ওলাইছে, তুমি লাহে লাহে এতিয়া মৰিবা।" সেই মানুহটি মৰিল। তেজো নোলাল, একো তেনে খোঁচাও নহল। সেই মানুহটি মৰিল। মনৰ এনে অৱস্থা। কবিয়ে কৈছে নহয়,—"Mind is its own place, it can make a hell of heaven and a heaven of hell." কি সুন্দৰ কথা। মনৰ কি বল! আৰু এটা সঁচা কথা কওঁ। এদিন এজন মানুহে (এই উপমা দিয়াৰ বাবে, ক্ষমা কৰিব, পৃথিবীত ভাল বেয়া লৈয়ে মানুহ, সকলো মানুহেই একে বিধৰ, একে ভাবৰ হব নোৱাৰে) অলপ মদ খাইছিল। খাই এঠাইত ভাত খাবলৈ গৈছিল। সেই মানুহজনে যেনেকৈ আন আন দিন ব্যৱহাৰ কৰে তেনেকৈয়ে ব্যৱহাৰ কৰিছিল। সমাগত ব্যক্তিৰ ভিতৰত এজন মানুহে তেওঁৰ কাণৰ কাষত বহি কবলৈ ধৰিলে "You are a bit on, You are a bit on, I see, I see." এই কথা শুনোতে শুনোতে সেই মানুহজনে যদিও একো মতলীয়া মাত্ৰা খোৱা নাছিল, মতলীয়া হৈ গ'ল। আন আন মানুহতকৈও (যি সকলে খাইছিল) মতলীয়া হৈ গ'ল, যদিও ইমান উত্তেজনাৰ একো কাৰণ নাছিল। সেই বাৰে বাৰে "You are a bit on, I see, I see" য়েই তাৰ কাৰণ।

সেইদেখি সময়ে অসময়ে আমি এলেহুৱা, আমি লেবেলা, চেবেলা, এনে কথা কোৱা ভাল নহয়। তেনেহলে আমি সেই মানুহটিৰ দৰে মৰিম, আৰু সেই মতলীয়াৰ দৰে আমি মতলীয়া হ'ম। সেই মানুহটিৰো মৰাৰ কাৰণ নাছিল, সেই মতলীয়াৰো মতলীয়া হোৱাৰ কাৰণ নাছিল। নিজৰ দোষ থাকিলে প্ৰিয় বন্ধু এজনে যদি সেই দোষ দেখুৱাই নিদিয়ে, সেই বন্ধু, আকৌ কওঁ, মিত্ৰ নহয়, শত্ৰুহে। আমাক অনুকূল চিন্তা লাগে, অনুকূল চিন্তাই আমাক মানুহ কৰিব। প্ৰতিকূল চিন্তাই নকৰে, বিপৰীতহে কৰিব।

মানুহৰ এটি স্বভাৱ আছে এই, যে নিজে যেতিয়া কোনো কামত অকৃতকাৰ্য্য হয়, তেতিয়া নিজৰ অকামিলা স্বভাৱক দোষ নিদি আনক দোষ দিয়ে। আপোনাসকলেও স্কুলত পঢ়িছে, ময়ো পঢ়িছোঁ। স্কুলীয়া দোষ এটি আছে যে মাষ্টৰে যদি এটি ল'ৰাৰ কিবা দোষ ধৰে, সেই ল'ৰাটিয়ে তেতিয়াই ঘপৰাই কয়, "ছাৰ, মোৰ একো দোষ নাই, সৌ ল'ৰাটোৱে হাঁহিছে দেখি মই হাঁহিলোঁ," অথবা "সৌ ল'ৰাটোৱে মোক এই কাম কৰিবলৈ শিকাই দিছে।" আমিও, বয়সিয়াল মানুহবিলাকেও সুবিধা পালে এনে কথা কওঁহঁক হবলা।

আমি "বিদেশী"ক, তথাকথিত বিদেশীক, নিজৰ দোষ নেদেখি দোষ দিওঁ। আমি

বিদেশীৰ সমকক্ষ নহওঁ কিয় ? আন আন ভাৰতীয়ৰ পৰা আমি কি কি কথাত নো বেলেগ ? মোৰ প্ৰথম উত্তৰ হৈছে আমি এলেহুৱা। আমি এলাহ এৰোঁ আনৰ দৰে, এতিয়াই আনৰ দৰে ডাঙৰ হ'ম। অৱশ্যে আপোনাসকলে এই কথা কব পাৰে যে অলপ আগেয়েই এওঁ দেখোন ক'লে যে আমাৰ দোষবোৰ বাহিৰত কোৱা ভাল নহয়। কিন্তু মই অসম সাহিত্য সভাক "বাহিৰা" বুলি নেভাবোঁ। অসমৰ কথা ক'লে এই সাহিত্য সভা বাহিৰ নহয়। এই সাহিত্য সভা ঘৰহে। এই সাহিত্য সভাই অসম আইৰ ঘৰৰ দুৱাৰত বন্তি জ্বলাই আছে। আমি এতিয়া সেই ঘৰৰ দুৱাৰদলি পাৰ হৈ আহিছোঁ। ইয়াত আমাৰ ঘৰুৱা কথা নকমনে ?

যেনেকৈ জাৰকালি কুঁৱলীৰ মাজে মাজে সূৰ্য্যদেৱে ক্ষণিকৰ নিমিত্তেও নিজৰ প্ৰভাৱ বিস্তাৰ কৰে, তেনেকৈয়ে মই দেখি বৰ আনন্দ পাইছোঁ। এলাহ কুঁৱলীৰ ভিতৰৰ পৰাও অসমীয়াৰ কৰ্ম্মক্ষমতাৰ আভাস পাওঁ। আভাস কিয়, সশৰীৰে দেখোঁ। কি আনন্দ ! এতিয়া দেখিছোঁ যে অসমীয়াই এঙামুৰি দিছে।

কিন্তু বিদেশীক কিয় দোষ দিওঁ ? আমিও মানুহ, তেওঁলোকো মানুহ। তেওঁলোকে যি কাম কৰিব পাৰে আমিও কৰিব পাৰোঁ। তাকে আমি নকৰোঁ কিয় ? কথা হৈছে এই, আমাক আত্মনিৰ্ভৰশীলতা লাগে। আমি যেন নিজৰ ভৰিত থিয় হ'বলৈ শিকিব পাৰোঁ, শক্তি পাওঁ, এই ইচ্ছা লাগে ; এই ইচ্ছাৰ বশবৰ্ত্তী হৈ কাম কৰিব লাগে। কিন্তু আত্মনিৰ্ভৰশীলতাৰ উৎপত্তি যেন সাৎসাহসত হয়, দুঃসাহসত নহয়। আমাৰ কামৰ সূচনাত, কামৰ ভিতৰত, কামৰ সম্পন্নত, এনে কথা যেন কোনো মানুহে নকয়—"Yes, Fools rush in where angels fear to tread" এই আমি যাক বিদেশী কওঁ তেওঁলোকৰ সৈতে প্ৰতিযোগিতা কৰা অতি উজু। বিদেশীক দোষ নিদি আমিও তেওঁলোকৰ সৈতে মিত্ৰভাবে অৰিয়াঅৰি নকৰোঁ কিয় ?

আমি ই নেপাওঁ, সি নেপাওঁ, আমি হাতীৰ মহল নেপাওঁ, আমি মাছৰ মহল কিয় নেপাওঁ, এনেবোৰ কথা ভাবি মিছাকৈয়ে সময় নষ্ট কৰা ভাল নেপাওঁ। এই মাছৰ মহলৰ কথা লেখোঁতে লেখোঁতেই এটি কথা মনত হল, নেলেখি নোৱাৰিলোঁ। মই এদিন উজানবজাৰলৈ ই সি কিনিবলৈ পূৰ্ব্বাহ্ন ৮॥—৯ বজাত যোৱাত দেখিলোঁ যে পোহাৰীবিলাক এনেয়ে বহি আছে। মই এজনী পোহাৰীক সুধিলোঁ "আইদেও, এতিয়ালৈকে মাছ নাই কিয় ?" বিহা-মেখেলা পিন্ধি অসমীয়া তিৰুতাৰ অসমীয়াত্ব ৰখাৰ প্ৰতিনিধি জনাই ক'লে "দেউতা, বঙালহঁতে মাছ মাৰি দিলেহে মাছ পাম।" কি শোকৰ কথা, কি শোকৰ কথা ! মই সুধিব পাৰোঁনে কিয় এই উত্তৰ পালোঁ ? ৰাজ-নীতিজ্ঞ জ্ঞানীসকলে তৰ্কৰ আলিবাটেদি বহুত দূৰলৈ যাব। কিন্তু আমি সাধাৰণভাবে সুধিব পাৰোনে, কিয় আমাৰ এই দশা হল ? আনক দোষ দিলে কাম নহব।

আমাৰ বাণিজ্য আমাৰ হাতত নাই। কোনো ব্যৱসায় হাতত নাই। অৰ্থাৎ কৰলগীয়া, লেখলবলগীয়া, লেখিবলগীয়া এনে কোনো ব্যৱসায় হাতত নাই। অৱশ্যে চাহ বাগিচাৰ গৰাকী কেইজনমান আছে। কিন্তু অসমীয়া চাহ বাগিচাৰ গৰাকীবিলাক বিদেশী মালিকৰ আগত কিমান কম ভাবিছেনে ? আমি বাণিজ্যত যদিও প্ৰথম শ্ৰেণীত "পাছ্" নহওঁ

যদিও এই সুকোমল, সুশ্যামল, বনাবৃত পৰ্ব্বতমণ্ডিত, নদ-নদী শোভিত, বৃক্ষলতালঙ্কৃত প্ৰকৃতিৰ প্ৰিয় নিকেতন অসমত বাণিজ্যৰ বহুতো উপাদান আছে, আমি কিন্তু "পাছ্" নহওঁ। সেই উপাদানসকলক আমি অৱহেলা কৰোঁ। বিদেশী, যাক আমি বিদেশী কওঁ, সেই বিদেশী আহি সেইবিলাক বস্তুক কৰ্ম্মৰ ক্ষমতা দি সজাগ কৰে, বাণিজ্যক্ষম কৰি ধন সোনাত ভৰায়, আমি চাই থাকোঁ, একো নকৰোঁ, কিন্তু কওঁ—"কি ক'ম, দেউতা, বঙালে আহি সকলো লুটি ললে। আনে ভাত বাঢ়ি দিলেহে আমি ভাত খাম। বৰ দুখৰ কথা! আপোনাসকলে ভাবিব পাৰে যে গুৱাহাটীৰ পৰা এই মানুহটো আহি, সি গুৱাহাটীৰো নহয়, নগাৱৰো নহয়, ক'ৰো নহয়—এই মানুহটো সাহিত্য সভালৈ আহি এইবোৰ কি কথা কৈছেহি? মই নিৰুপায় হৈহে মোৰ দেশৰ এনে অৱস্থাৰ এটি অসম্পূৰ্ণ চিত্ৰ তুলি ধৰিলোঁ। যদি আমি আন আন ভাৰতীয়ৰ সৈতে অৰিয়াঅৰিত প্ৰতি কথাতে হাৰোঁ তেনেহলে আমাৰ উন্নতিৰ বাট নাই। কিন্তু মই কওঁ, আমি নেহাৰোঁ। আমাৰ অনুকূল চিন্তা নাই দেখিহে আমি আগ বাঢ়িব পৰা নাই। আন আন মানুহো মানুহ, আমিও মানুহ, তেওঁলোকে যি কৰিব পাৰে আমিও তাকে কৰিব পাৰোঁ। ই নিশ্চয়। মনত এনে ভাব লৈ আগুৱালে আমাৰ জয় অৱশ্যম্ভাবী।

আমাৰ বাণিজ্য নাই, ব্যৱসায় নাই, আমাৰ একোকে নাই! একোকে নাই নকওঁ, আমাৰ আছে, আমাৰ আছে এটি বস্তু সেই বস্তুটি হৈছে আমি যাক আধুনিক ভাবে সাহিত্য বুলি কওঁ। এই আধুনিক ভাবৰ সাহিত্যকে আমি "তাজা" টনকিয়াল ৰাখোঁচোন বাৰু। নে তাকো আমি ৰাখিব নোৱাৰোঁ? নিশ্চয়, নিশ্চয়, ৰাখিব পাৰিম। আমি আটায়ে যেতিয়া জগতত আন সকলো মানুহৰ সৈতে সন্মান পাম তেতিয়াহে জানিম যে আমাৰ সাহিত্যৰ চৰ্চ্চা হৈছে, আমাৰ উন্নতি হৈছে।

ময়ো আগেয়ে কৈছিলোঁ, এতিয়াও বহুতে কয় যে আমাৰ পঢ়োঁতা সমাজ সৃষ্টি কৰা উচিত। পাতত ভাত নাই—, পেটত ভোক অথচ আমি কওঁ—খা, খা, কি খাবি খা! আমাৰ কিতাপ নাই, অথচ আমি কওঁ, কিতাপ পঢ়! বন্ধুসকল, এই "কিতাপ নাই" এই কথা আধুনিক ভাবেৰে এতিয়াৰ ৰুচি অনুসাৰে কৈছোঁ। এজন মানুহে যদি কোনো হোটেললৈ খাবলৈ যায়, সেই মানুহজনে যদি নিৰামুহীয়া খায়, তেওঁক পোলাও, কোৰ্ম্মা, কাবাব, কাট্‌লেট ৰোষ্ট ইত্যাদি আমিষাহাৰ দিয়ে, তেওঁ খাবনে, বা খায়ে সুখ পাব? তেওঁক লাগে খাৰ, লোণ জালুকীয়া, টেঙা, শাক-পাচলি, তেওঁ কেনেকৈ সেই "হোটেলীয়া মেনু" গ্ৰাস কৰিব? আৰু এজন "হোটেলীয়া মেনু" গ্ৰাস কৰিব পৰা মানুহক যদি একেবাৰে নিৰামুহীয়া আহাৰ দিয়া হয়, তেওঁ কেনে সুখ পাব? আমাৰ নাই কিতাপ, আমি কওঁ—পঢ়, পঢ়, পঢ়! কি পঢ়িম? অসমৰ কিতাপ বিলোৱা পুথি ভঁৰাল এখনৰ কিতাপৰ তালিকা পঢ়ি চালে দুখ লাগে। আমাৰ কিতাপৰ সংখ্যা কিমান কম।

বন্ধুসকল, ত্ৰিশ্ চল্লিশ্ বছৰৰ আগেয়ে বঙ্গদেশীয় ভাষাও আমাৰ দৰেই আছিল। এতিয়া চাওক বঙ্গদেশীয় ভাষাৰ কি প্ৰভাৱ! কি প্ৰতাপ! দুকুৰি বছৰমান আগেয়ে লেখত লবলগীয়া কেইজন বঙলা ভাষাৰ সাহিত্যিক আছিল আপোনাসকলে সুন্দৰভাবে জানে। কিন্তু চাওক, সাহিত্য-চৰ্চ্চা কৰি কৰি এতিয়া বঙলা সাহিত্যই ভাৰতৰ শীৰ্ষস্থান অধিকাৰ কৰিছে

বুলিলে হয়। আমি এই বিষয়ত বঙ্গদেশৰ অনুকৰণ যদি কৰোঁ আমাৰ মঙ্গল হব। আমাৰ অসমীয়াই নো নোবেল প্ৰাইজ নাপাব কিয় ? আকাঙ্ক্ষা থাকিলে এই ওখ পুৰস্কাৰ আমাৰো হব। পঢ়িবৰ কিতাপ থাকিলেই পঢ়োঁতা-ৰাইজ ওলাব। কিতাপে পঢ়োঁতা-ৰাইজ সৃষ্টি কৰে। মানুহক কিতাপ লেখিবলৈ উদ্গনি দিব লাগে। আমাৰ ভাষাৰ এতিয়াৰ অৱস্থাৰ লেখকক উৎসাহ দিব লাগে। সময়ে অসময়ে নতুন লেখকৰ লেখাক ভৰিৰে-গছকা আলোচনা কৰি নিৰুৎসাহ কৰিব নালাগে। এতিয়া যি লেখা ওলায় ওলাই থাকক। সময়ত যিবোৰ ভাল সেইবোৰ স্থায়ী হব। যিবোৰ বেয়া নিজেই মাৰ যাব। এনে কৰিলেহে পঢ়োঁতা ৰাইজ ওলাব। অৱশ্যে মই পৈণত লেখকসকলক ভৰিৰে-গছকা সমালোচনাৰ ফালেহে বিশেষকৈ আঙুলিয়াইছোঁ, বন্ধুভাৱে সমালোচনা কৰা অৱশ্যে বেলেগ কথা। সেইবুলি মই এনে কথাও কোৱা নাই যে যথা অভিৰুচি-কুৰুচিৰে ভৰা কিতাপ ছপা হব লাগে। আজিকালি য়ুৰোপীয় সাহিত্যত বাস্তৱ-জীৱন প্ৰকাশক কুৰুচিপূৰ্ণ মতা-তিৰোতা সম্বন্ধীয় গ্ৰন্থ ওলাইছে, আৰু তাৰে অনুকৰণ কৰি বঙলা ভাষাতো তেনে গ্ৰন্থ ওলাইছে, আমাৰ সাহিত্যত তেনে গ্ৰন্থ ওলালে আমাৰ মনে মনে থকা ভাল নহয়। তেনে লেখকক উৎসাহ দিবলৈ মই কোৱা নাই। কথা হৈছে এই, আমি কোনো কিতাপ ঘৰৰ ল'ৰা-ছোৱালী, বাই-ভনী, ককাই-ভাই আই-বোপাইৰ আগত পঢ়িব পাৰোঁনে নোৱাৰোঁ ?

আমাৰ যিবিলাক মাহেকীয়া, সাদিনীয়া, পষেকীয়া কাকত-পত্ৰ-পত্ৰিকা আছে সেইবিলাক কাকতৰ গৰাকীসকলে নতুন লেখকক উৎসাহ দিব লাগে। বৰ সুখৰ কথা যে "আৱাহন"' "বাঁহী", "অৰুণ", "আমাৰ দেশ" ইত্যাদি পত্ৰিকাই আমাৰ সাহিত্যক জীয়াই আৰু জিলিকাই ৰাখিছে। এইবিলাক কাকতত ন ন লেখকৰ নাম যেতিয়া মই দেখোঁ তেতিয়া মোৰ যে কি আনন্দ হয় মই কৈ কি লেখি ব্যক্ত কৰিব নোৱাৰোঁ। ভগৱানেহে জানে। এই ন-ন লেখকসকলেই আমাৰ সাহিত্যৰ ভবিষ্যত ভৰসা। এতিয়া "পখিলী" বুলি আৰু এখন কাকত ওলাইছে। যিমান এনে পত্ৰিকা ওলায় তিমানেই সাহিত্যৰ উন্নতিৰ বাট আগুৱায়। অৱশ্যে কাকত লওঁতাসকলে জোলোঙা কি হাত-পেৰাৰ পৰা ধন উলিয়াওঁতে দুখ পাব পাৰে। মই এই কাকতৰ গৰাকীসকলক ধন্যবাদ দিওঁ আৰু ঈশ্বৰৰ ওচৰত খাটোঁ যেন এই কাকত-বিলাকে বহুদিনলৈকে—অনন্ত কাললৈকে—আমাৰ সাহিত্যৰ উন্নতি সাধন কৰি থাকে। কাকতৰ কথা কওঁতে কওঁতে "Times of Assam"ৰ কথা যদি নকওঁ তেনেহলে আমি বৰ অকৃতজ্ঞ হ'ম। "অৰুণোদয়"ৰ পাছতে এই কাকতখনি ইমান দীঘল সময়লৈকে আমাৰ সম্পত্তি হৈ আছে। ই পৰমানন্দৰ কথা। আজি স্বৰ্গীয় ৰাধানাথ চাংকাকতীৰ নাম লৈ আমি সকলোৱে এই কথা ভাবোঁ যেন সেই পুৰুষৰ আদৰ্শ এতিয়াৰ আৰু ভৱিষ্যতৰ পত্ৰিকাৰ গৰাকীসকলে অনুসৰণ আৰু অনুকৰণ কৰে। যদিও এই কাকতখনি ইংৰাজীত, কিন্তু এই কাকতখনিয়ে মোৰ অসমক আৰু আপোনাসকলৰ অসমক ইংলণ্ডীয় ভাষা কোৱা আন আন ঠাইত অসমৰ কথা আগবঢ়াই আছে। সেইগুণে স্বৰ্গীয় ৰাধানাথ চাংকাকতী ডাঙৰীয়াৰ উদ্দেশ্যে অন্তৰৰপৰা শ্ৰদ্ধা জনাওঁ। আশা কৰোঁ এই কাকতখনিয়ে বহুত "জুবিলী" কৰিব পাৰিব। আৰু দুখন কাকত আছে—"অসমীয়া" আৰু "বাতৰি"। "অসমীয়া"ই এযুগতকৈও সৰহদিন আমাৰ

সাহিত্যৰ সেৱা কৰি আছে। এই "অসমীয়া"ৰ দ্বাৰাই আমাৰ বহুত উপকাৰ হৈছে। এই "অসমীয়া" যে ইমান দিন জীয়াই আছে, ই কৰিবৰ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াৰ কৰ্ম্মক্ষমতাৰ গুণেহে। এতিয়াৰ সম্পাদক শ্ৰীযুত পদ্মধৰ চলিহায়ো এই দুবছৰমান এই কামত সহায় কৰিছে। "বাতৰি" ক্ৰোৰপতি ৰায়বাহাদুৰ শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াৰ প্ৰিয় বস্তু। এই কাকতৰ কামত এতিয়া শ্ৰীযুত নীলমণি ফুকনো লাগিছেহি। সুখৰ কথা। এই "বাতৰি"য়েও আমাৰ সাহিত্যক টনকিয়াল কৰি ৰখাৰ বাবে গৰাকীসকলক, যেনেকৈ আন আন কাকতৰ গৰাকীসকলক ধন্যবাদ দিছোঁ, তেনেকৈ ধন্যবাদ দিওঁ। এনেবিলাক কাকতেই সাহিত্য জাগৰণ কৰে আৰু জীয়াই ৰাখে। সেইদেখি এই কাকতবিলাক অমূল্য ধন। আৰু এখন কাকত "আসাম-বন্তি"। এই কাকতখনে সাহিত্য সেৱা কৰি সাহিত্য-মন্দিৰত বন্তি দি আছে। এই বন্তিয়ে আশাকৰোঁ বহুত দিনলৈকে পোহৰ দি থাকিব। কাকতৰ গৰাকীসকলক মই অতি নত হৈ কওঁ যেন তেওঁলোকে কোনো উঠি অহা সাহিত্যিকক দলিয়াই নেপেলায়। তেওঁলোকে যেন বাইৰণৰ হৃদয়স্পৰ্শী কবিতা মনত ৰাখে, যেতিয়া তেওঁলোকে কোনো লেখা অগ্ৰাহ্য কৰে আৰু কোনো লেখকৰ লেখা গছকি সমালোচনা কৰে। মোৰ কিতাপখন আগত নাই। মোৰ যিমান মনত আছে কওঁ—"**Who Killed Keats?" "I" said the Quarterly, so savage and so Tartarly, poet, priest, Milman, so ready to Kill man**" ইত্যাদি। এনে কথা যেন ভৱিষ্যত লেখকসকলে আমাৰ কোনো কাকতৰ ফালে কেৰাহিকৈ চাই নেলেখে আৰু তেওঁলোকক যেন লেখিবলৈ সুযোগ দিয়া নহয়।

"বাঁহী"ৰ কথা কি ক'ম? আপোনাসকলে জানে যে শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱায়েই প্ৰথমে বাঁহী বজায়, সেই বাঁহীত এতিয়া "অসমীয়া" কাকতৰ গৰাকীসকলেই সুৰ সুন্দৰকৈ লগাই আছে। এই নিমিত্তে এই বাঁহীৰ কৰ্ম্মাধ্যক্ষ সকলো আমাৰ ধন্যবাদৰ পাত্ৰ। এই-খিনিতে কওঁ যে বৰ দুখৰ কথা, কিছুমান দিনৰে পৰা আমি "অসম সাহিত্য সভা পত্ৰিকা"ৰ মুখ দেখা নাই। মানুহে যেনেকৈ "হাৱা বদলাবলৈ" যায় আৰু কিছুদিনৰ পাছত নিজা ঠাইলৈ আকৌ উভতি আহে, তেনেকৈ পত্ৰিকাখনি আকৌ অসমত ওলাই আগৰ দৰে সুন্দৰ গুণী, জ্ঞানী কথাৰে আমাক শিক্ষা দি আমাৰ সাহিত্য আৰু দেশৰ জ্যোতি বঢ়াই থাকে যেন। এই কাকতখনি আমাক আকৌ লাগে। "হাৱা বদলাই" যেন সোনকালে যোৰহাটলৈ উভতি আহে। বৰ আনন্দৰ কথা যে আমাৰ মহিলাসকলেও আমাৰ সাহিত্যৰ জেউতি বঢ়াইছে। ইংৰাজ সাহিত্যিকৰ প্ৰথম শাৰীত ঠাই পোৱা লেখিকা "জৰ্জ্জ এলিয়টে" নিজৰ নাম নিদি মুনিহৰ নাম দি ১৮৫৭ খৃষ্টাব্দৰ পৰা ১৮৮০ লৈকে কিতাপ লেখিছিল। তেওঁ ভয় খাইছিল— তেওঁ যে তিৰুতা এই কথা পঢ়োঁতা-ৰাইজে জানিলে তেওঁৰ লেখা বোধকৰোঁ শ্ৰদ্ধা কৰি নপঢ়িব। "জৰ্জ্জ এলিয়ট"ৰ আগেয়েও যদিও কেগৰাকীমান লেখিকাই নিজৰ নামেৰে লেখিও ইংৰাজী সাহিত্যত ওখ ঠাই পাইছিল, সেই আহিঁ পায়ো "জৰ্জ্জ এলিয়ট"ৰ ভয় হল হয়তো তেওঁক তিৰুতা বুলি জানিলে তেওঁক অশ্ৰদ্ধা কৰিব। কিন্তু বৰ সুখৰ কথা যে আমাৰ অসমীয়া তিৰুতাসকলে যিবিলাক কিতাপ লেখিছে তেওঁলোকৰ নিজৰ নাম দিয়েই লেখিছে। সেইদেখি মোৰ বৰ আনন্দ হৈছে যে জৰ্জ্জ এলিয়টে ইংৰাজী সাহিত্যৰ তেনে ওখ অৱস্থা দেখিও নিজৰ

নাম দি কিতাপ লেখিবলৈ সাহ নকৰিলে—কিন্তু আমাৰ লেখিকাসকলে নিজৰ নাম দি লেখিও আমাৰ সাহিত্যৰ উন্নতি কৰিব লাগিছে। আৰু আমিও তেওঁলোকৰ কিতাপ অতি আগ্ৰহেৰে পঢ়ি আছোঁ। মই এই মহিলাসকলক মোৰ অন্তৰৰপৰা ধন্যবাদ আৰু অভিবাদন জনাওঁ। আমাক আৰু মহিলা লেখিকা লাগে।

আপোনাসকলে এই উত্তৰ লক্ষীমপুৰতে ৰায়বাহাদুৰ শ্ৰীযুত পদ্মনাথ গোহাঁই বৰুৱা ডাঙৰীয়াক অভিনন্দন দিয়া কথাফেৰি অতি সুশোভন হৈছে। আমি যেতিয়া নিজৰ দেশৰ মানুহক তেওঁলোকৰ কামৰ নিমিত্তে শ্ৰদ্ধা কৰিবলৈ শিকিছোঁ তেতিয়া মই হাঁফি কওঁ যে আমাৰ ভৱিষ্যত উজ্জ্বল। ইংৰাজী বচন "A proppet is not honowred in his country" এই কথা আপনাসকলে মিছা বুলি তললৈ পেলাইছে। বৰ সুখৰ কথা, নিজৰ মানুহে যদি এজন আপোন মানুহৰ মোল নুবুজে কোনে বুজিব? শ্ৰীযুত লক্ষীনাথ বেজবৰুৱা ডাঙৰীয়াকো এইদৰে অভিনন্দন দিয়াও বৰ শুৱনী হৈছে। সকলো সাহিত্য চৰ্চাকাৰীকে মই শ্ৰদ্ধাপূৰ্ণ নমস্কাৰ জনাওঁ —যিসকল এতিয়া ইহলোকত আৰু যিসকলে এই দেহ ৰক্ষা কৰি পৰলোকৰপৰা আমাক আশীৰ্ব্বাদ দি আছে আৰু থাকিবও, তেওঁলোকক মই আন্তৰিক শ্ৰদ্ধা-ভক্তি বিশেষকৈ জনাওঁ।

সৰুতে কলিকতাত "জন্মভূমি" বুলি এখন কাকত দেখিছিলোঁ। তাত কেবাবাৰো "কালিদাস বড় কি মোক্ষমূলাৰ বড়" এনে শিতান দি থকা প্ৰবন্ধ দেখিছিলোঁ। মাজে মাজে পঢ়িছিলোঁও। তাৰ পাছত ডাঙৰ হোৱাত এবাৰ শুনিলোঁ যে ইংলণ্ডীয় সকলে ভাবিছে তেওঁলোকে ভাৰত এৰিবনে শেক্সপিয়েৰ এৰিব, আৰু মাজে মাজে শুনিছিলোঁ যে ঢাকাত বুঢ়ী-গঙ্গাত মানুহে পাৰ হওঁতে "ৰূপ বাপু বড় না গণি মিয়া বড়" এই বুলি তৰ্ক কৰি কৰি কেবাবাৰো নাও বুৰাইছিল। এনেকুৱা তৰ্ক মানুহ জাতি থাকে মানে হৈ থাকিব। কিন্তু কোনো মানুহেই এই কথা নকয় যে তেওঁলোকে তেওঁলোকৰ জ্ঞানদাতা সাহিত্যিকসকলক এৰিব। মুখেৰে কলেও কামেৰে নেৰে। ক'তা দেখোন শেক্সপিয়েৰ ইংৰাজেই আছে। এই জগৎ কৰিৰ ঘৰ। এতিয়াও Stratford on Avon, আমেৰিকাৰ কোটি কোটি টকায়োতো সেই ঘৰ লৈ যাব নোৱাৰিলে। কিয় নোৱাৰিলে? কিয়নো ব্ৰিটিংশ জাতিয়ে জানে যে সাহিত্য-চৰ্চ্চাই হৈছে জাতিৰ উন্নতিৰ ঘাই কাৰণ। যি জাতিৰ সাহিত্য নাই সি জাতিৰ উন্নতি নাই। আমাৰ সাহিত্য আছে দেখিহে আমি এতিয়ালৈ এই জগতত আছোঁ; আমাৰ ৰামায়ণ, মহাভাৰত, বেদ আৰু আন আন শাস্ত্ৰাদিৰ কথা নকলেও হব, আছে দেখিহে আমি এতিয়াও ইয়াত। আজিকালি জগতত কিমান নৰ্থ আমেৰিকান ইণ্ডিয়ান ( North American Indian ) আছে আৰু আমি ইণ্ডিয়ান ( Indian ) কিমান আছোহঁক। আমাৰ সাহিত্যই আমাক ৰক্ষা কৰিছে। যি দেশৰ সাহিত্য জীৱিত আৰু সাহিত্য ডাঙৰ সেই দেশ কেতিয়াও নমৰে। সাহিত্য দেশৰ প্ৰাণ। আমি নমৰো। বৰঞ্চ আমাৰ উন্নতিহে হব, যদি আমি আমাৰ উন্নতি সঁচাসঁচিকৈয়ে অন্তৰৰপৰা ইচ্ছা কৰোঁ।

বন্ধুসকল, যদিও আমি আন আন বিষয় লৈ খিয়লাখিয়লি কৰোঁ, কাজিয়া কৰোঁ মকৰ্দ্দমা কৰোঁ কিন্তু আমি যেন সাহিত্যৰ নিমিত্তে এক-মন এক-প্ৰাণ হৈ এক হৈ থাকোঁ। যদি কোনো বস্তুৱে আমাক সজীৱ ৰাখিব পাৰে, এই সাহিত্যইহে।

কিতাপ সাহিত্যৰ এটি প্ৰধান অঙ্গ। * কিতাপৰ কথা লেখোঁতে মনত হ'ল অসমীয়া ভাষাৰ এখন নতুন বহুমূলীয়া কিতাপৰ কথা। সেই কিতাপকে উপলক্ষ্য কৰি অসমৰ এজন স্বনামধন্য পুৰুষে দেশক ভক্তি কৰি বহুত টকা দেশৰ সাহিত্যৰ অৰ্থে দান কৰিছে। সেই মানুহজন স্বনামধন্য ৰায়বাহাদুৰ শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া। শ্ৰীযুত ৰাধাকান্ত সন্দিকৈয়ে টকা দিলে—সাহিত্য সভাৰ এটি 'হল' হ'ল। শ্ৰীযুত সন্দিকৈয়ে টকা দিলে, "চন্দ্ৰকান্ত অভিধান" হ'ল। এই অভিধানখনি আমাৰ যাউতিযুগীয়া জাতীয় সম্পত্তি—যেনে ইংলণ্ডীয় ভাষা কোৱা বিলাকৰ Johnson's Dictionary, Murray's Dictionary' Webster's Dictionary, আমাৰ ঘৰত যদি কিবা অনুষ্ঠান হয়, বিশেষ বিয়া, তেতিয়া কোন মানুহে ক'ব পাৰে যে সেই বিয়া বিনা আসোঁৱাহে হৈছে? বুকুত হাত দি কোনো মানুহে কব পাৰে নে? বিয়া কিয়? এটি সাধাৰণ নিমন্ত্ৰণতে কিমান আসোঁৱাহ ওলায় আহি! এনে কথা কোনেও কব নোৱাৰে যে কোনো ডাঙৰ কাম বিনা আসোঁৱাহেৰে সম্পন্ন হয়। এই "চন্দ্ৰকান্ত অভিধান"ৰ দৰে জাতীয় সম্পত্তি আমাক গ্ৰন্থকাৰসকলে দিয়াত যদি আমি কিবা আসোঁৱাহ দেখোঁ কিম্বা পাওঁ, তেনে আসোঁৱাহক আসোঁৱাহ বুলি ভবাটোৱেই দোষৰ কথা। আমাৰ ঘৰৰ কথা ভাবোঁচোন বাৰু। জাতীয় সম্পত্তিক সকলোৱে নিজৰ বুলি কব লাগে, নিজৰ বুলি ভাবিব লাগে। শ্ৰীযুত সন্দিকৈয়ে ইমান টকা দিছে (মই অৱশ্যে নেজানো আন কোনো দান-বীৰে ইমান টকা সাহিত্যৰ নিমিত্তে দিছে নে নাই) তেওঁ অসমীয়া, আৰু অসমীয়াৰ গৌৰৱ; অভিধানখন চিৰদিনলৈ থাকিব; এনেবোৰ কথা ভাবি ভাবি দোষ যদি কিবা থাকে উনুকিয়াই দিয়াহে আমাৰ কৰ্ত্তব্য। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ মত পঢ়াৰ আগেয়েও দুখীয়াৰ দুখী অৱস্থাৰে মোৰো সেই মত আছিল। কিন্তু এতিয়া এনে এটি ডাঙৰ "নজিৰ" যেতিয়া পাইছোঁ মোৰ এই বিষয়ে আৰু একো কথা নকলেও হব। আশা কৰোঁ ৰাইজে শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াৰ মত সমৰ্থন কৰিব। এনে এখন জাতীয় সম্পত্তিক মই মোৰ অন্তৰৰ ভক্তি দিওঁ। সকলো অসমীয়াই যেন এই জাতীয় সম্পত্তিক মৰম কৰি অনন্ত-কাললৈকে জীৱন্ত ৰাখে। এইখিনিতে নতুনকৈ ওলোৱা শ্ৰীযুত বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্য্য ডাঙৰীয়াৰ অভিধানকো আমাৰ জাতীয় সম্পত্তি বুলি কওঁ, যিকোনো অসমীয়ায়ে সাহিত্যৰ উন্নতি কৰে, সেই সাহিত্য অসমীয়া সাহিত্যই হওক, কি আন কোনো সাহিত্যই হওক, সেই মানুহজন আমাৰ সাহিত্যৰ বন্ধু। স্বৰ্গীয় আনন্দৰাম বৰুৱাই অসমীয়া কোনো কিতাপ লেখিছিলনে? যদিহে লেখিছিল মই নেজানো—কিন্তু ভাৰতবৰ্ষৰ বহু ঠাইত স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ কথা শুনো আৰু গৌৰৱান্বিত হওঁ, আমাৰ আনন্দৰাম বৰুৱাই অসমত নিজৰ টকাৰে সম্পত্তি নিকিনি মুৰ্শিদাবাদত কিনিলে। কিয় কিনিলে, অসমীয়াই জানিব নোখোজেনে? কিন্তু আনন্দৰাম বৰুৱাৰ নাম লৈ আমি গৌৰৱান্বিত নহওঁনে? সেইদেখি কওঁ, যি যি অসমীয়াই নিজক আন

* Lord Macanlay ই কিতাপৰ কথা এবাৰ এনেকৈ কৈছিল :—

"If any one would make me the greatest king that ever lived, with palaces and gardens, fine dinners and wines and coaches, beautiful clothes and hundreds of servants on condition that I should not read books, I would not be a king."

ঠাইত আন ভাষাতো ডাঙৰ কৰিছে সেই সেই অসমীয়াই আমাৰ কাম কৰিছে বুলি আমি ভাবিব লাগে। অসমীয়া অসমীয়া, সেই অসমীয়াই কামাস্কাটাতেই ভাল কাম কৰক, বা হনলুলুতেই ভাল কাম কৰক; যি ঠাইতে তেনে অসমীয়া মানুহ থাকে তেওঁ আমাৰ ভাই আৰু তেওঁ আমাৰ ককাই। তেনে অসমীয়াক আমি যদি নিজৰ নকওঁ, কাক কম? আমাৰ মনৰ ঠেক ভাৱ যদি বহল কৰিব পাৰোঁ তেনেহলে আমাৰ সাহিত্যও বহল হ'ব, ডাঙৰ হ'ব। সকলো বস্তুৰেই মানুহৰ মনৰ পৰা উৎপত্তি। মন বাপেক-মাক—যেনে বাপেক-মাক তেনে কাম।

এবাৰ এজন গাৰো পৰ্ব্বতৰ ভদ্ৰলোক গুৱাহাটীলৈ আহিছিল। তেওঁৰ সৈতে মই অসমীয়া কলোঁ। তেওঁ নুবুজিলে। পাছত জানিলোঁ যে তেওঁৰ ফালে অসমীয়া শিকোৱা নহয়, বঙলাহে শিকোৱা হয়। কিন্তু তেওঁ আহিছিল, আমাৰ অসম উপত্যকাৰ কমিশ্যনাৰ আদলতলৈ আপীলৰ নিমিত্তে। মই তেওঁক কলোঁ, "আপুনি আমাৰ কমিশ্যনাৰৰ ওচৰলৈ আহিছে আপোনাৰ মকৰ্দ্দমাৰ আপীলৰ নিমিত্তে, কিন্তু আপুনি অসমীয়া নেজানে?" তেওঁ উত্তৰ দিলে, "নেজানো।" তেওঁৰ সৈতে সেই অলপ সময়ৰ ভিতৰতে মিত্ৰতা হৈছিল। তেওঁলৈ দুখন কি তিনিখন অসমীয়া কিতাপ পাছদিনা পঠাই দিলোঁ। তেওঁ সেই কিতাপ পঢ়িছিলনে দলিয়াই পেলাইছিল কব নোৱাৰোঁ।

খিলঙত আজিকালিৰ হিন্দু মিশ্যনৰ এজন কৰ্ম্মীৰ নাম মনত পৰিল। স্বৰ্গীয় দুৰ্গেশ্বৰ গোস্বামী। তেওঁ বহুত কম বয়সতে ইহলোকৰপৰা অলপতে আঁতৰি গ'ল। তেওঁ এই মিশ্যন কি আন এনে কোনো হিন্দু মিশ্যনৰ বহুতো কাম কৰিছিল। তেওঁৰ আত্মাৰ সদ্গতিৰ নিমিত্তে এইখিনিতে ঈশ্বৰক খাটোঁ। এনে এটি হিন্দু মিশ্যনৰ এজন কৰ্ম্মী গুৱাহাটীলৈ আহি কাৰো কাৰো পৰা তেওঁলোকৰ পঢ়াশালিৰ নিমিত্তে অলপ দিন আগেয়ে পইচা তুলিছিলহি। তেওঁৰে সৈতে কথা হৈ জানিলোঁ যে তেওঁৰ হিন্দু মিশ্যনত বঙলাহে শিক্ষা দিয়া হয়, অসমীয়া নহয়। তেওঁৰে সৈতে মোৰ তাৰ পাছত দুবাৰ এবাৰ দেখা হৈছিল। তেওঁক মই এই কথা কৈছিলোঁ—"বঙলা শিকাওক কিন্তু এই মানুহসকলৰ ওচৰ-চুবুৰীয়া মানুহ অসমীয়া কোৱা মানুহ। তেওঁলোকো অসম ৰাজ্যৰ অধীন,—অসমীয়াই। এওঁলোকক অসমীয়া শিকাবৰ কিবা এটি আয়োজন নকৰিলে বেয়া হব।" তেওঁৰ উত্তৰত এই আভাস পালোঁ যে তেওঁলোকে যথাসাধ্য চেষ্টা কৰিব। তেওঁলোকৰ সহকৰ্ম্মী এজন মাথোন অসমীয়া। তেওঁৰে সৈতে পৰামৰ্শ কৰি চাব। মই কলোঁ—"মোক জনাব দেই।"

মণিপুৰ আমাৰ অতি নিজা। যদিও এই মণিপুৰক আন মানুহে আন ঠাইলৈ লৈ যাব খোজে। আপোনাসকলে জানে যে বহুত মানুহে কয়, অৰ্জ্জুন বভ্ৰুবাহনৰ মণিপুৰ উৰিষ্যাৰ ওচৰত। মই এখন বঙলা মহাভাৰতত ভাৰতৰ চিত্ৰত মণিপুৰ সেই ঠাইত অঙ্কিত থকা নিজৰ চকুৰে দেখিছোঁ। আমাৰ অসমীয়া মণিপুৰতো, মই যিমানদূৰ জানিব পাৰিছোঁ, বঙলাহে শিকোৱা হয়, অসমীয়া নহয়। মণিপুৰৰ মানুহসকলে আমাৰ অসমীয়া ভাষা তাত নিশিকিলেও, এই কথাফেৰি জগতক ক'ব নোৱাৰেনে যে আমাৰ মণিপুৰেই সেই মণিপুৰ যি মণিপুৰলৈ আহি অৰ্জ্জুনৰ বিভ্ৰাট ঘটিছিল? এই আন্দোলনো ক'তো হোৱা মই শুনা নাই। কিন্তু তেওঁলোকে অসমীয়াই বা নিশিকিব কিয়? অসমীয়া ভাষা শিকাত কি দোষ?

এইখিনিতে মই যদি কওঁ এইফেৰি কথা, যে এইবোৰ ঠাইত অসমীয়া শিক্ষা দিয়াত ব্যৱস্থা হোৱা ভাল, আৰু সেই কামফেৰি সাহিত্য-সভাৰে, মই কিবা দোষৰ কাম কৰিমনে? আপোনাসকলে যি বিচাৰ কৰে কৰক। মই মোৰ কবলগীয়া কথাখিনি কলোঁ। কিন্তু মই কওঁ, এনেবোৰ কথা ততালিকে হাতত নললে, পলম হৈ গ'লে আমাৰ হাতৰ পৰা অসমৰ এই অতি বিতোপন খণ্ডবোৰ একেবাৰেই যাব। এনে সম্পত্তিবোৰ চকুৰ আগতেই যাব দিয়া ভালনে? আপোনাসকলে ভাবক। বিশেষ, মণিপুৰত অসমীয়া কিয় শিকোৱা নহয়?

আমাৰ ঘৰৰ পৰা মণিপুৰ লৈ যায়, বাণৰজাৰ দেশ শোনিতপুৰ লৈ যায়, ভীষ্মক ৰজাৰ দেশ লে যায়। (এনেকি বৰ দুখৰ কথা উত্তৰ লক্ষীমপুৰৰ গেজেটীয়েৰ কিতাপতো কোৱা হৈছে যে ৰুক্মিণীৰ দেশ বেৰাৰ হে, যদিও অসমীয়াই সেই দেশ নিজৰ ঘৰত বুলি দাবি কৰে। মই সেই কিতাপখন পঢ়িহে বিপক্ষৰ দাবিৰ কথা জানিলো।) কিন্তু আচৰিত এই যে গেজেটীয়েৰৰ পাতত এই থকা জানিও কোনো অসমীয়াই এই গেজেটীয়েৰৰ নাম লোৱা শুনা নাই। এজন শ্ৰীযুত সেনে এনে কথা কয়, শুনো, আৰু এজন বঙ্গদেশৰ পণ্ডিতেও এনে কথা কয় শুনো; তেওঁলোকৰ মতক প্ৰতিবাদ কৰা হয় জানো? কিন্তু এই কথা কেতিয়াও মই শুনা নাই আৰু শুনা নাছিলো যে এনে এখন কিতাপত এনে কথা থাকিব যে ভীষ্মক ৰুক্মিণীৰ দেশ বেৰাৰত। আৰু ইও বৰ আচৰিত যে কোনো অসমীয়া কাকতে-পত্ৰে এই গেজেটীয়েৰৰ সম্বন্ধে কোনো কথা মই দেখা নাই আৰু এই কথা কাৰো মুখে শুনাও নাই।

অলপতে শুনিছোঁ যে এজন কোনো মানুহে প্ৰাগজ্যোতিষপুৰক অসমত স্থান নিদি আন কোনো ঠাইলৈ লৈ যায়। বঙলা বচন এটি ব্যৱহাৰ কৰি কওঁ "এ কি মগেৰ মুল্লুক নাকি?"

যিবিলাক মৈমনসিঙীয়া মানুহে ইয়াত বাস কৰিবলৈ আহিছে আৰু মাটি-বাৰী কিনিছেহি তেওঁলোকৰ ভিতৰত অসমীয়া ভাষা প্ৰচাৰ হব লাগে। বিশেষ মৈমনসিঙীয়াবিলাকৰ নিমিত্তে যি স্কুল স্থাপন কৰা হয় সেই স্কুলত যেন অসমীয়া ভাষাই প্ৰধান স্থান অধিকাৰ কৰে। কুকী, ডফলা ইত্যাদি যি পৰ্ব্বতীয়া অসমীয়াসকলে অসমীয়া নেজানে তেওঁলোকৰ ভিতৰতো অসমীয়া প্ৰচাৰ হব লাগে। এই কাম সাহিত্য-সভাৰ প্ৰচাৰ-শাখাই হাতত ল'লে মঙ্গল হয়।

শ্ৰীযুত পূৰ্ণকান্ত বুঢ়াগোহাঁই নামে এজন ভদ্ৰলোকে "অসমীয়া" কাকতত কেবাখনো পত্ৰ লেখি আমাক জনাইছে যে ব্ৰহ্মদেশত বহুতো মানে লৈ যোৱা অসমীয়াৰ সন্তান-সন্ততি আছে। এই নিৰ্ব্বাসন দণ্ড পোৱা আমাৰ নিজা ভাই-ককাই, বাই-ভনী অসমীয়াক আমি আটায়ে মৰমৰ চকুৰে নেচাম নে? উদ্যোগী ডেকা অসমীয়া কৰ্ম্মীৰ কোনো কোনোৱে সেই ফালে গৈ ফুৰি আহিবও পাৰে আৰু লগত অসমীয়া বস্তুও প্ৰবাসীসকললৈ উপহাৰ স্বৰূপে লৈ যাবও পাৰে। অসমীয়া উপহাৰ দেখি তেওঁলোকৰ মনৰ ভাব বিদেশ-বাসী আন আন অসমীয়াই অলপ অনুভৱ কৰিব পাৰিব বোধকৰোঁ। সাহিত্য সভাক আৰু কিমান কাম দিয়া যাব, কিন্তু সাহিত্য সভাই যেতিয়া ৰাইজৰ সেৱা কৰিবলৈ আগবাঢ়ি আছেই, এই বাৰ কেইফেৰিও নিশ্চয় ৰংমনেৰে গ্ৰহণ কৰিব।

মোৰ এনেবোৰ বিষয়ে বহু কথা কবলৈ বেয়া আৰু ভয় লাগে, কিয়নো মোৰ মতেৰে

সৈতে আনৰ মত একে নহব পাৰে। মই ওপৰত কোৱা কথাবোৰ উদ্ধকিয়াইছোঁহে মাথোন—বহলাই কোৱা নাই। বহলাই ক'লে বহল জগৰ লাগিব।

আপোনাসকলৰ, মোৰ, শঙ্কৰদেৱৰ বিষয়ে অসমৰ বাহিৰৰ মানুহে নেজানে কিয়? শ্ৰীযুত বাণীকান্ত কাকতী প্ৰফেছৰ ডাঙৰীয়াই শঙ্কৰদেৱৰ বিষয়ে এখন কিতাপ লেখিছে। এজন ইংৰাজ বন্ধুক এই কিতাপ দিবলৈ বিচৰাত সেই কিতাপ যে ইয়াত নেপালোঁৱেই, আন ঠাইতো নেপালোঁ। এনে এখন কিতাপ যেনেকৈ আম, লিচু, কবি ইত্যাদি বাটে বাটে বেচা যায় তেনেকৈ বিক্ৰী হোৱাহেঁতেন, সি অসমীয়া জাতিৰ গৌৰৱ বঢ়ালেহেঁতেন আৰু সেই গৌৰৱ অসমীয়া সাহিত্যতো প্ৰতিবিম্বিত হ'লহেঁতেন। ভাৰতৰ বাহিৰে, নহয়, আজিকালিৰ ভাৰতৰ উন্নত জাগ্ৰত অৱস্থা চাই এনে অনুমান হয় যে অসমৰ বাহিৰে আন কোনো এখন প্ৰদেশৰ এনে কিতাপৰ মৰ্য্যদা ৰক্ষা কৰা মানুহ বহুত ওলালহেঁতেন। কিন্তু হায়! অসমত সেই উৎসাহ নাই। কি দুখৰ কথা! অসমত ভাল ভাল কিতাপ বিক্ৰী বাটে বাটে হয়নে? কিয় নহয়? আন দেশত হলে হয়।

আমি আন আন দেশৰ সাধু পুৰুষসকলক চিনি পাওঁ। অৱশ্যে এইসকল সাধু পুৰুষ অসমৰো গৌৰৱ। কিন্তু অসমৰ সাধু পুৰুষসকলক অসমৰ বাহিৰে কেইজনে জানে? আমাৰ মহাপুৰুষসকলৰ কথা অসমৰ বাহিৰ কৰিলে অসমৰো মঙ্গল হব আৰু আন আন দেশৰো মঙ্গল হব। মই কওঁ এই সকল পুৰুষৰ সৰু সৰু জীৱনী আমাৰ শিক্ষিত মানুহে ইংৰাজী ভাষাত প্ৰকাশ নকৰিলে দেশৰ প্ৰতি অন্যায় আৰু অবিচাৰ কৰা হ'ব। অৱশ্যে কোনো কোনোৱে কব পাৰে যে আমি অসমীয়াত হে লেখিম, বিদেশী ভাষাত নেলেখোঁ। আমাৰ অসমীয়াৰ ভিতৰতে নো কেইজনে অসমীয়া পঢ়িব পাৰে? অনাঅসমীয়া কেইজনেনো অসমীয়া পঢ়িব তেনেহলে? জাপানী, চীন, অব্ৰিটিংশ্ য়ুৰোপীয় জাতিসকলেও প্ৰচাৰ কাৰ্য্যৰ নিমিত্তে ইংৰাজী ভাষাৰ আশ্ৰয় লয়। আমাৰ এই মহৎ প্ৰচাৰ কাৰ্য্যৰ অৰ্থে ইংৰাজী ভাষাৰ আশ্ৰয় ল'লে বোধকৰোঁ দোষৰ কথা নহব।

শ্ৰীযুত উপেন্দ্ৰনাথ বৰুৱা ডাঙৰীয়াৰ A Glimspe of Assam এ অসমৰ কথা বাহিৰা মানুহক জনাইছে। শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ "Holy Nam Ghosha", "Ear Eater", শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা ডাঙ্গৰীয়াৰ Assamese Nur Jehan, শ্ৰীযুত ভুবনমোহন সেন ডাঙ্গৰীয়া আৰু শ্ৰীযুত গফিন ডাঙ্গৰীয়াৰ 'Short sketches of Assam'এ আমাৰ অসমৰ কথা অসমৰ বাহিৰে প্ৰকাশ কৰিছে। এতিয়া লেখি থাকোতে মুঠে এই কেখন কিতাপৰ কথা মনত পৰিছে। আৰু যিসকলে এনে কথা লেখি আমাৰ অসম আৰু অসমীয়াৰ কীৰ্ত্তি প্ৰকাশ কৰিছে তেওঁলোকক মই ধন্যবাদ জনাও। অসমীয়া নজনা মানুহৰ সৈতে যেতিয়া আমি ইংৰাজীত কথা কওঁ, আমাৰ দেশৰ কথা এনে অসমীয়া নজনা মানুহক ইংৰাজীৰে নজনাই কোন ভাষাৰে জনায়? ইংৰাজী জগতৰ সকলো সভ্য জাতিয়েই জানে। ইংৰাজীৰ সহায় লৈ আমাৰ দেশৰ কথা, সভ্যতাৰ কথা, প্ৰচাৰ কৰা অতি যুগুত।

মোৰ কলেজীয়া ছাত্ৰ এজন বন্ধুৰ পৰা এতিয়াই শুনিলোঁ যে আমাৰ মিনিষ্টাৰ ডাঙৰীয়া ৰায়বাহাদুৰ শ্ৰীযুত কণকলাল বৰুৱাৰ ইংৰাজীত লেখা কামৰূপৰ নতুন ইতিহাস দাক্ষিণাত্যৰ

এটি বিশ্ববিদ্যালয়ত পাঠ্যপুথি ৰূপে নিৰ্ব্বাচিত হৈছে। এই শুনিলে কোন অসমীয়াৰ আনন্দ নহয়? ৰায়বাহাদুৰ ডাঙৰীয়াই যদি কিতাপখন ইংৰাজীত নেলেখিলেহেঁতেন—দাক্ষিণাত্যৰ কোনে অসমৰ কথা জানিলেহেঁতেন?

এই সুযোগতে কওঁ যে ইংৰাজী, ইউৰুপীয়, এনেকি বঙলা সাহিত্যৰো উন্নতি হৈছে প্ৰকাশকৰ দল থকাৰ নিমিত্তে। ইয়াত প্ৰকাশক ব্যৱসায়ৰ মানুহ অতি তাকৰ। যি সকল আছে সেই সকলো অৰ্থবীৰ নহয় হবলা। যদি তেওঁলোক অৰ্থ-বীৰ হলহেঁতন মোৰ মনেৰে বহুত কিতাপ ছপাই অসমীয়া ৰাইজক দিব পাৰিলেহেঁতেন। ইউৰুপীয় সাহিত্যৰ সৈতে চিনাকি থকা সকলক প্ৰকাশকৰ মাহাত্ম্যৰ কথা নকলেও হব। কোনে নাই দেখা সেই চিত্ৰ, যি চিত্ৰত গোল্ডস্মিথ, জন্সন্ আৰু গোল্ডস্মিথৰ গৃহকৰ্ত্ৰী ইত্যাদিক একেলগে ৰাখি চিত্ৰকৰে অমৰ কৰি থৈছে। সেই একেখনি চিত্ৰই ক'ব প্ৰকাশকৰ "মাহাত্ম্য"ৰ কথা। আমাৰ প্ৰকাশক সকলেই বা কিমান কিতাপ ছপাইছে আৰু লেখকসকলেই বা নিজৰ মোনাৰ ধন ভাঙি কিমান কিতাপ ছপাইছে এই কথাফেৰি যদি কোনো উদ্যোগী পুৰুষে ৰাইজক কয়, তেওঁ এজন দেশৰ উপকাৰী লোক হয়।

Sadler Commission অহাৰ আগৰে পৰা, কি তাৰো আগৰে পৰা, আমি আমাক বেলেগ বিশ্ববিদ্যালয় লাগে বুলি কৈ আছোঁ। একুৰি বছৰৰ ভিতৰতে কেইখন নতুন বিশ্ববিদ্যালয় ভাৰতত হ'ল—কিন্তু আমাৰ এতিয়ালৈকে নহল। কিন্তু ভাবি চালে দুখৰ তিমান কথা নাই, আগেয়ে আমাৰ প্ৰাগজ্যোতিষপুৰত বিশ্ববিদ্যালয় আছিল,—আধুনিক ভাবে নহলেও বিদ্যাৰ কেন্দ্ৰ এই প্ৰাগজ্যোতিষপুৰ আছিল। যদিহে বিশ্ববিদ্যালয় অসমত হয় ইয়াতে হোৱা ভাল। সি বাৰু যি হওক, আজিকালি আমি যি ব্ৰিটেনৰ আৰ্হিৰে আমাৰ শিক্ষাক গঢ় দিছোঁ, সেই ব্ৰিটেনতো দুকুৰি তিনিকুৰি বছৰৰ আগেয়ে আজিকালিৰদৰে ইমান বিশ্ববিদ্যালয় নাছিল। সেই গুণে দুখৰ কাৰণ নাই। কিন্তু ইচ্ছা লাগে, উৎসাহ লাগে, উদ্যম লাগে। কোনখিনি সময়ত, কি সময়ত কি কাম হাতত লব লাগে তাক জানিব লাগে। এই পূজাৰ বন্ধতে পশ্চিম পৰা উভতি আহোঁতে গণিতজ্ঞ পণ্ডিত শ্ৰীযুত গণেশপ্ৰসাদ ডাঙৰীয়া মোগলসৰাই ষ্টেশনত মোৰ খোটালীত উঠিছিলহি। তেওঁৰ সৈতে আগেয়ে চিনাকি আছিল। কিন্তু আমি দুইৰো চিন হেৰুৱাই-ছিলোঁ। পাছত যেতিয়া আমাৰ পূৰ্ণ চিনাকি হ'ল—বহুত কথা হোৱাৰ পাছত তেওঁ ক'লে যে যদিহে আমাক ইউনিভাৰছিটি লাগে আমি ত্ৰিশলাখ টকা প্ৰথমে খৰচ কৰিব লাগিব আৰু বছৰে বছৰে দহলাখ টকা খৰচ কৰিব লাগিব। সেইটো তেওঁৰ মত। মই কলোঁ যে "আমি লাহে লাহে সময় চাই চাই আমাৰ ঘৰ বান্ধি ঘৰ বঢ়াম।" কিন্তু সেই ডাঙৰ পণ্ডিতৰ কথা ইয়াতে ৰাইজক জনালোঁ। মই হলে কওঁ লাহে লাহেহে ঘৰ বঢ়োৱা ভাল। যিসকল মানুহে প্ৰথমেই অতি ডাঙৰ অতিকায় ঘৰ কৰে তেওঁলোকে সেই ঘৰ আয়ত্তাধীন কৰিব নোৱাৰে, সেই ঘৰৰ কোনো সুব্যৱস্থা কৰিব নোৱাৰে। সেই দেখি বিশ্ববিদ্যালয়ৰ দৰে এটি কাম সৰুকৈ আৰম্ভ কৰিও লাহে লাহে বঢ়োৱা বেয়া নহয়। উদাহৰণ, কটন কলেজ। শ্ৰীযুত নীলমণি ফুকন, ৰায়বাহাদুৰ শ্ৰীযুত সদানন্দ দুৱৰা, শ্ৰীযুত বৃন্দাবন গোস্বামী ডাঙৰীয়াআদি এই কলেজৰ প্ৰথম দলৰ। তেওঁলোকে জানে এই কলেজৰ প্ৰথম কেইবছৰৰ কথা। শ্ৰীযুত কমলাকান্ত

ভট্টাচাৰ্য্যই এতিয়া কেবাবাৰো কাকতে পত্ৰে লেখিছে যে আমাৰ গোসাঁইসকলে এই কামত সহায়তা কৰিব পাৰে। কৰিব পাৰে যে ই কথা কোনে নকৰ? তেখেতসকলে কৰিব নে? তেখেতসকলে কৰোঁ বুলিলে নো কিয় কৰিব নোৱাৰিব? কিন্তু উপদেশ উদ্দেশ দিওঁতা, আৰু লিয়াই দিওঁতা মানুহ লাগে। অসমৰ বিশ্ববিদ্যালয় যদি নহয়, কি হবৰ আশা নাই, তেনে-হলে কলিকতা মাতৃ-বিশ্ববিদ্যালয়লৈ অসমৰ পৰা যোৱা প্ৰতিনিধি বঢ়াই দিবলৈ আমাৰ খটা ভাল। এইখিনিতে কওঁ যে বিশ্ববিদ্যালয় হলে মোৰ আৰু আপোনালোকৰ ভাষাৰ যি অলপ বিশৃঙ্খলতা আছে সি দূৰ হব। আখৰ-জোটনি আৰু উচ্চাৰণ আদিৰ ব্যতিক্ৰম বেমেজালি যি আছে সেইবোৰ আঁতৰ হব। আমাৰ ভাষা আমাৰ নিজৰ। সেই ভাষাক মাতৃৰ দৰে মৰম-ভক্তি কৰিম। কিন্তু সেই বুলি যেন আন ভাষাকো শিকিবলৈ আগ্ৰহ ৰাখি, শিকি, পৃথিৱীৰ আন আন মানুহৰ সমকক্ষ হব পাৰোঁ।

হিন্দু-মহম্মদীয়, মহম্মদীয়-হিন্দু এই ভিন ভাব অসমত নাই। আমি আমাৰ ভাৰতৰ আন ঠাইতকৈ এই বিষয়ত ভগৱানৰ ইচ্ছাত বহুত আগত দেই। আমি ইছলাম ধৰ্ম্মৰ কিতাপ পঢ়িব লাগে। ইছলাম ধৰ্ম্মাৱলম্বীসকলে হিন্দু ধৰ্ম্মৰ কিতাপ পঢ়িব লাগে। এই দুয়ো ধৰ্ম্ম উদাৰ ধৰ্ম্ম। এনে কিতাপৰ চলাচল অসমত হলে দুয়ো ধৰ্ম্মাৱলম্বীৰ মিত্ৰতা আৰু ঘন হব। বাইবেল গ্ৰন্থৰ কথা আমি যিমান জানি আমাৰ জ্ঞান বঢ়াইছোঁ, কোৰাণৰ কথা জানোনে? আৰু মুছলমান ভাইসকলক কওঁ, তেওঁলোকে বাইবেল গ্ৰন্থৰ কথা যিমান জানে হিন্দু শাস্ত্ৰাদিৰ কথা জানেনে? আমাৰ বাইবেলৰ বিষয়ে যেনে জনা দৰকাৰ আন আন ধৰ্ম্মাৱলম্বীসকলৰ গ্ৰন্থৰ বিষয়েও জনা দৰকাৰ। সকলো, যি কোনো ধৰ্ম্মৰেই হওক, ধৰ্ম্মগ্ৰন্থৰ মাজেদিহে আমাৰ সাহিত্য শকত কৰিব পৰা যায়। আমি যেন এই কথা ভাবোঁ যে আমি অসমীয়া ভাষা আৰু সাহিত্যৰ পূজাৰী আমাৰ যিকোনো ধৰ্ম্মই হওক, আমি "অসমীয়া", এই কথা যেন সকলো সময়তে ভাবোঁ। সকলো সময়তে, সকলো কামতে এই কথা প্ৰকাশ পায় যেন আমি অসমীয়া। আমি ভাৰতীয়। সেই গুণেই কওঁ আমাৰ প্ৰকাশক সঙ্ঘ লাগে। যিসকল প্ৰকাশকে জগতৰ ডাঙৰ ডাঙৰ মানুহৰ জীৱনীৰ দৰে ভাল ভাল কিতাপ আৰু আন আন গ্ৰন্থ দিব পাৰে, চমুকৈ কবলৈ গলে জগতৰ জ্ঞানৰ সমষ্টি আমাৰ ঘৰে ঘৰে অতি কম বেচতে যিসকলে বিলাব পাৰে, এনে প্ৰকাশক সঙ্ঘ হলেই আমাৰ ভাষা, আমাৰ সাহিত্য আধুনিকভাৱে আগ বাঢ়িব। ইংলণ্ডত শ্বিলিং গ্ৰন্থাৱলী আছে, ছয় পেনি গ্ৰন্থাৱলী আছে। কলিকতাৰ শ্ৰীযুত যোগেন সৰকাৰ, গুৰুদাস চ্যাটাৰ্জ্জি এণ্ড ছন্স্, বসুমতী ছাপাখানা ইত্যাদিয়ে অতি সুলভ বেচতে কিতাপ উলিয়াই বঙ্গদেশৰ আৰু ভাষাৰ বিশেষ উপকাৰ সাধিছে।

সাধাৰণভাবে সাহিত্য বুলিলে মাথোন যাক আমি "পদ্য", "গদ্য" কওঁ তাক বুজায়। ইতিহাস-সাহিত্য, সঙ্গীত-সাহিত্য, গণিত-সাহিত্য, জীৱনী-সাহিত্য, স্থাপত্য বিদ্যা-সাহিত্য, ফলিতজ্যোতিষ-সাহিত্য, জ্যোতিৰ্ব্বিদ-সাহিত্য, ভাস্কৰবিদ্যা-সাহিত্য, বৈদ্যবিদ্যা-সাহিত্য, ব্যৱহাৰবিদ্যা-সাহিত্য, ব্ৰহ্মবিদ্যা-সাহিত্য, চিত্ৰবিদ্যা-সাহিত্য, বাণিজ্যবিদ্যা-সাহিত্য, কৃষিবিদ্যা-সাহিত্য আৰু কিমান ক'ম? যি বিদ্যাই জ্ঞান বঢ়াই মানুহক এন্ধাৰৰপৰা পোহৰলৈ লৈ যায়, সি সকলোৱেই সাহিত্য। ইংৰাজী ভাষাৰ Literature শব্দৰ অৰ্থ ইমান বহল যে ব্যৱসায়ী

সকলে তেওঁলোকৰ মূল্য-তালিকা (Catalogue) আদিকো সাহিত্য বুলিহে প্ৰচাৰ কৰে। সাহিত্যৰ ইমান বিশ্বজনীন ভাব।

যেতিয়া অসমীয়া ভাষাৰ এইসকল বিদ্যাৰ চৰ্চ্চা বাঢ়িব, আৰু মই নোকোৱা আৰু বহুত আন আন জ্ঞান বঢ়োৱা বিদ্যাৰ চৰ্চ্চা বাঢ়িব, তেতিয়াহে অসমীয়া ভাষা সৰ্ব্বাঙ্গীন সুন্দৰ হব। মই ন-ন লেখকসকলক নত হৈ কওঁ যে সাহিত্য-দেবীক সৰ্ব্বাঙ্গীন সুন্দৰী কৰাৰ বাব তেওঁলোকৰহে।

শ্ৰীযুত দণ্ডিৰাম দত্ত কামৰূপৰ পঢ়াশালীৰ শিক্ষকক সাহিত্য-সভাই চিনে। তেওঁ নগাওঁ সভাত গণিতত নিপুণতা দেখুৱাই আমাক তধা লগোৱা মনত আছে। তেওঁ বহুতৰ প্ৰশংসা পাইছে।

প্ৰচীন কামৰূপত অঙ্কবিদ্যাৰ (কাইথেলী অঙ্ক আৰু জ্যোতিব) চমৎকাৰ চৰ্চ্চা আছিল। অঙ্কৰ কৌতুক ৰহস্য দেখুৱাই নিজ উদ্ভাৱনা শক্তিৰে বহুত অঙ্ক উলিওৱা শ্ৰীযুত দণ্ডিৰাম দত্তই (বেলশৰ, কামৰূপ) বহুত শ্ৰম কৰি প্ৰাচীন কাইথেলী পুথি প্ৰকাশ কৰিছে। এই সম্পৰ্কে সাহিত্য সভাই অসমৰ মন্ত্ৰী দুজন, ডি, আই, হেড্ মাষ্টৰ সকলে, স্কুল ইন্সপেক্টৰে আৰু ঢেৰ গণ্যমান্য লোকে, কলেজৰ গণিতজ্ঞ প্ৰফেছাৰসকলেও "দত্ত"ক ছাৰ্টিফিকেট" দিছে। তেওঁ সম্প্ৰতি "কৌতুক কাইথেলী" অঙ্ক নামেৰে এখন বৃহৎ পুথি লেখিছে। কটন কলেজৰ আৰু যোৰহাট কলেজৰ প্ৰিন্সিপাল প্ৰভৃতিয়ে এই পুথি ইংৰাজী কৰিবলৈ "দত্ত"ক উপদেশ দিছে। অসমৰ গৌৰৱ ৰক্ষাৰ্থে সাহিত্য সভাই, অসম গবৰ্ণমেণ্টে এই পুথি প্ৰকাশ কৰি "দত্ত"ক উৎসাহ দিলে প্ৰাচীন অসমৰ "অঙ্ক-চৰ্চ্চা"ৰ পোহৰ ভাৰতত নিশ্চয় জিলিকিব।

কিছুদিন আগেয়ে ৰায়বাহাদুৰ শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালা ডাঙৰীয়াই "আৱাহন"ত প্ৰস্তাৱ কৰিছিল যে যদি কোনোজনে সামাজিক বুৰঞ্জী লেখিবলৈ হাতত লয় তেওঁক দেশৰ সকলোজনে সহায় কৰিব লাগে। সেই প্ৰস্তাৱ মতে কোনোজনে কাম হাতত লৈছে নে আৰু তেওঁ কিবা সাহায্য পাইছে নে? শ্ৰীযুত সোণাৰাম চৌধুৰী ডাঙৰীয়াই এই কাম হাতত লবৰ যোগ্য বুলি মোৰ মনে ধৰে। তেখেতক এই কাম লবলৈ অনুৰোধ কৰিব পাৰোনে?

আখৰ-জোটনিৰ বিষয়ে দুবাৰ এবাৰ কৈছিলোঁ। এইবাৰো একাষাৰ কওঁ। (তিনিটা) শ, ষ, স ; চ, ছ এই কেইটা শব্দৰ ব্যৱহাৰ সংস্কৃতৰ দৰেই ব্যৱহাৰ কৰা মোৰ মনেৰে ভাল। আৰু আমি যে প্ৰথম চ, দ্বিতীয় ছ, আৰু মূৰ্দ্ধণ্য ট, দন্ত্য ত কওঁ, সেইটো বেয়া। সেইদৰে নকৈ উচ্চাৰণৰ দ্বাৰাই দেখুৱাব লাগে যে আমি সেইবোৰ সেইদৰেই উচ্চাৰণ কৰিছোঁ।

আৰু এটি কথা কওঁ। সেই বিষয়ে গ'ল বাৰ কি তাৰ আগৰ বাৰ আলোচনা হৈ গৈছে হবলা। অসমীয়া ভাষাত পাণ্ডিত্য-পূৰ্ণ প্ৰবন্ধ লেখা সুধীবৃন্দক অসম সাহিত্য সভাই উপাধি দিয়াটো শোভনীয় হব। আশাকৰোঁ এই বিষয়েও সাহিত্য সভাই গমি চাব। অসম সাহিত্য সভাই গুণী সাহিত্যিকক বৃত্তি দানৰ কথাও এই কথাৰ লগতে ভাবিব পাৰে। ৰাইজে জানে, কেনেকৈ গুণীজনক উপাধি আৰু বৃত্তি দিয়া যায়, কি দিওৱা যাব পাৰে, কি বাট অৱলম্বন কৰা ভাল।

বৰ সুখৰ কথা শ্ৰীযুত জ্যোতিপ্ৰসাদ আগৰৱালাই অসমীয়াৰ পক্ষে এটি অতি নতুন কাম

হাতত লৈছে। সেইটি হৈছে সবাক চিত্ৰ (Talkie) কি নিমাতী পটৰ (Silent Picture) কাৰবাৰৰ যো-জা কৰা। আশাকৰোঁ এই ডেকা উদ্যোগী পুৰুষজন ভগৱানৰ ইচ্ছাত কৃতকাৰ্য্য হব। ইও সাহিত্য। এই সবাক সচিত্ৰ কি নিমাতী পট নাটে আমাৰ সাহিত্যৰ পুষ্টিসাধন কৰিব। কিন্তু আশাকৰোঁ বিষয় বাছোঁতে অতি সাৱধানে বছা হব। কিয়নো এনে চিত্ৰবোৰে যেনে এপিনে শিক্ষা দিয়ে, সভ্যতা বিস্তাৰ কৰে, তেনে আনপিনে কুৰুচি-পূৰ্ণ নাটবিলাকে দেশৰ বহুত অমঙ্গল কৰে। আমাৰ ভাৰতীয় পিতৃ-মাতৃয়ে কোনো কোনো চিত্ৰ নিঃসঙ্কোচে লৰা-ছোৱালীৰে সৈতে চাব নোৱাৰে; আমি জানো। কুৰুচি যেন অসমলৈ নাহে। মই শ্ৰীযুত জ্যোতিপ্ৰসাদক এই কামত কৃতকাৰ্য্য হবৰ নিমিত্তে শুভ ইচ্ছা জনাওঁ।

আৰু এটি সুখৰ কথা, উজনিৰ ফালে চেনিৰ যৌথ কাৰবাৰৰ যো-জা কৰা হৈছে। এনে-বোৰ প্ৰতিষ্ঠান চলি আছে দেখিহে কওঁ যে এলাহ কুঁৱলী ভেদি অসমীয়াৰ কৰ্ম্মক্ষমতা ওলাব লাগিছে। এনে চিনবোৰে আমাক সুখী কৰিছে।

অলপতে এটি কথা "অসমীয়া" কাকতত পঢ়ি বৰ আনন্দ পালোঁ। অসম-হিতৈষী সাহিত্যসেৱী শ্ৰীযুত লক্ষীনাথ বেজবৰুৱা ডাঙৰীয়াক বৰোদাৰ মহাৰজাই বৈষ্ণৱ ধৰ্ম্মৰ বিষয়ে বক্তৃতা দিবলৈ অতি আদৰেৰে তেওঁৰ ৰাজ্যলৈ নিমন্ত্ৰণ কৰি লৈ যোৱাৰ বাতৰি পাই ভাবিলোঁ যে বেজবৰুৱা ডাঙৰীয়াক সন্মান দেখুৱাই বৰোদাৰ মহাৰজাই অসমকো সন্মান দেখুৱালে। এই বাতৰি পঢ়ি কোন অসমীয়াৰ হৃদয় উৎফুল্ল নহয়? বেজবৰুৱা ডাঙৰীয়া শঙ্কৰদেৱ-সেৱক। তেওঁৰ বক্তৃতা যে শুনিবলগীয়া, স্মৰণ ৰাখিবলগীয়া হৈছে ই নকলেও হয়। বৰোদাৰ মহাৰজাক আমাৰ সন্মান অভিবাদন জনাওঁ।

এই উত্তৰ লক্ষীমপুৰৰে এজন ডেকা মহম্মদীয় বন্ধুৱে এখন অসমীয়া কাকত উলিয়াই-ছিল। দুখৰ বিষয় সেই দেশহিতৈষী বন্ধুও এতিয়া নাই, কাকতো নাই। এই অসমীয়া ডেকাজন অসমৰ প্ৰকৃত বন্ধু আছিল। সেই বন্ধুজনৰ আত্মাৰ সদগতিৰ অৰ্থে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰোঁ।

বন্ধুসকল, বহুতো আমনি কৰিলোঁ। ক্ষমা কৰিব। খ্ৰীষ্টিয় বন্ধুসকলে দেওবাৰে পূজা কৰোঁতে একাষাৰ কথা আন আন স্তুতিবাক্যৰ লগত ঈশ্বৰক জনায়। সেই কথা হৈছে—

"We have done those things which we ought not to have done and we have left undone those things which we ought to have done" ইত্যাদি—ময়ো সেইফেৰি কথাকে আপোনাসকলক নিবেদন কৰোঁ। মোৰ এই কাকতত হয়তো বা এনে কথা আছে যি কথা নথকা হলেই ভাল হ'লহেঁতেন আৰু যি কথা ইয়াত লেখা উচিত আছিল সেই কথা কিমান যে লেখা নাই! এনেবোৰ ত্ৰুটিৰ নিমিত্তে মই কৰযোৰে ক্ষমাহে মাগিছোঁ। মোক ক্ষমা কৰিব দেই।

বন্ধুসকল, যদি আমি দেশৰ, ভাষাৰ, সাহিত্যৰ, জাতিৰ উপকাৰ কৰিব খোজোঁ, তেনেহলে নিজৰ যিখিনি কাম আছে সেইখিনি কাম কৰি যেন এইসকল কামৰ নিমিত্তেও প্ৰতিদিন অলপ সময় দিওঁ! নিজেও শান্তি আৰু আনন্দত থাকি আনকো শান্তি আৰু আনন্দত যেমন বাখোঁ। অশান্তি নিৰানন্দত কোনো কামেই ভাল কৰি নহয়। আমি যেন

সকলো সময়তে এই কথা নেপাহৰেঁ। বন্ধুসকল, আমি যে অমৃতৰ সন্তান। সেই অমৃতময় পৰমেশ্বৰে আমাক তেওঁৰ শক্তি যে দান কৰিছে এই কথা নেপাহৰেঁ। আৰু নেপাহৰেঁ। যে ঈশ্বৰৰ কৃপাই আমাক সকলো সময়তে ৰক্ষা কৰি আছে। আমি সকলোৱে ঈশ্বৰৰ ওপৰত ভৰসা কৰি আৰু বাধি কাম কৰিলে অসম সাহিত্য সভাৰ জয় নিশ্চয় নিশ্চয় নিশ্চয়।

অসতোমা সদ্গময়
তমসোমা জ্যোতির্গময়
মৃত্যুর্মামৃতঃ গময়
আৱিৰাবীৰ্ম্মএধি ৰুদ্ৰ যত্তে
দক্ষিণং মুখং তেন মাং পাহি নিত্যম্।
একমেবাদ্বিতীয়ম্।
ব্ৰহ্মকৃপাহিকেৱলম্।

---

# পঞ্চদশ অধিবেশন

মঙলদৈ—১৯৩৪ ডিচেম্বৰ

**সভাপতি—আনন্দচন্দ্ৰ আগৰৱালা**

"প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ ॥"                (কীৰ্ত্তন—শঙ্কৰদেৱ)

হে পূৰ্ণ পৰব্ৰহ্ম জ্যোতিস্বৰূপ, জগতৰ মাতা-পিতা, গুৰু, আত্মা, তুমিয়েই নিৰাকাৰ নিৰ্গুণ সাকাৰ সগুণ, ত্ৰিগুণাত্মা জগৎ চৰাচৰক লৈ প্ৰত্যক্ষ পূৰ্ণৰূপে বিৰাজমান আছা। তোমাক বাৰম্বাৰ প্ৰণাম কৰোঁ। তুমি নিজগুণে আমাৰ সকলো অপৰাধ ক্ষমা কৰি শান্তিবিধান কৰাঁ, মঙ্গলবিধান কৰাঁ। তোমাৰ কৃপাত যেন এই সম্মিলনৰ কাৰ্য্য সুকলমে সমাধা হৈ সাফল্য হয়, এই প্ৰাৰ্থনা।

অসত্য অজ্ঞান নাশি দিয়া সত্যজ্ঞান।
তিমিৰ বিনাশি প্ৰভু, দিয়া জ্যোতিদান॥
মৃত্যু হন্তে দিয়া প্ৰভু অমৃতৰ ধাম।
হে সত্য ধ্ৰুবজ্যোতি তোমাক প্ৰণাম॥

আৰম্ভন। আদৰণী সমিতিৰ সভাপতি ডাঙৰীয়া, আইসকল আৰু সভাসদ বন্ধুসকল, আপোনাসকলক নমস্কাৰ কৰিছোঁ। অসম সাহিত্য সভাৰ এই অধিবেশনৰ মোক সভাপতি পতা বাবে আপোনাসকললৈ মোৰ আন্তৰিক শলাগ জনাইছোঁ। সম্মিলনৰ গধুৰ ভাৰখন মোৰ নিচিনা নিচলা নিশকতীয়াৰ পক্ষে বলে নোৱাৰা শিল যেন লাগিছে। বলে নোৱাৰা শিলক পৰি নমস্কাৰ কৰি দূৰতে বিদূৰ হোৱাই বোধকৰোঁ ভাল আছিল। কিন্তু ভাবি চালোঁ, এই অভাজনৰ ওপৰত দেশ-মাতৃৰ ডাক পৰিছে। সেই ডাক শুনিলে কি কোনো সন্তানে হাত-সাৱটি নীৰবে বহি থাকিব পাৰে? আপোনাসকলৰ আদেশ শিৰোধাৰ্য্য কৰি বিনীত ভাবে মাতৃ-পূজাৰ বেদীৰ সম্মুখত থিয় হৈ আপোনাসকলৰ আশীৰ্ব্বাদ মাগিছোঁ। তাহানি ছাত্ৰ অৱস্থাত এদিন লিখিছিলোঁ—

"যদিও বীণত মই নহওঁ পাৰ্গত,
যদিও বা কণ্ঠ মোৰ নিচেই কঠুৱা,
যদিও বা বাহু মোৰ নহয় শকত,
যদিও বা ভাব মোৰ নহয় সাকুৱা,
তথাপি ই মুখে আই তযু গুণ গাম,
তোমাৰ কাৰণে এই বাহুৰে যুঁজিম,
তোমাৰ কাৰণে আই ই বীণ বজাম,
তোমাৰ কাৰণে আই লিখনী ধৰিম।



আনন্দচন্দ্ৰ আগৰৱালা

বজাই ই ক্ষুদ্ৰ বীণ তুলিম ৰাগিণী,
পৰিলে কাণত আই ই বীণৰ তান,
শুনিলে প্ৰাণৰ মোৰ আকুল বিননি,
কিজানি উঠেবা জাগি এটি সুসন্তান।"

ছাত্ৰ অৱস্থাত যি অদম্য উদ্যম, মহতী আশা বুকুত বান্ধি মাতৃভূমি আৰু মাতৃ-ভাষাৰ সেৱা কৰিম বুলি আলচিছিলোঁ, কাৰ্য্যক্ষেত্ৰত সেইটো হৈ নুঠিল। বাবে কুৰি জঞ্জালেৰে ভৰা পুলিচ-বিভাগত সোমাই ৩৫ বছৰ কাম কৰি যোৱা ১৯৩০ চনত অৱসৰ ললোঁ। জীৱনৰ যিখিনি উত্তম সময়, সেইখিনি এই দৰেই অতিবাহিত হল। কেৱল মাজে সময়ে ছুটি এটি অলাগতিয়া প্ৰবন্ধ লিখি মনৰ হেঁপাহ পলুৱাইছিলোঁ। যদিও মই আশানুৰূপে মাতৃ-ভাষাৰ সেৱা কৰিব নোৱাৰিলোঁ তথাপি বিহগী-কৱি শ্ৰীযুত ৰঘুনাথ চৌধাৰীদেৱৰ ভাষাৰে ক'বৰ মন যায়—

"মাতৃভাষা, তুমি মোৰ জীৱন দায়িনী,
সাহিত্যৰ অধিষ্ঠাত্ৰী জ্ঞান-প্ৰসৱিনী।
নেজানো পূজাৰ বিধি সৰল বন্দনা,
নোৱাৰো ৰচিব তয়ু গীত আৰাধনা,
নেজানো গঢ়িব আই প্ৰেম-পুষ্পহাৰ,
নাই ক্ষুদ্ৰ হৃদয়ত কবিত্ব সম্ভাৰ।
তল-সৰা ছুটিমান ভাবৰ কুসুম,
আনিছোঁ পূজিব তয়ু চৰণ পদুম।

অসম সাহিত্য সভাৰ পঞ্চদশ বছেৰেকীয়া অধিবেশন মঙলদৈ চহৰত পতাৰ কাৰণে অভ্যৰ্থনা সমিতিৰ সভাপতি, সভ্যসকল, স্বয়ং-সেৱকসকল, মঙলদৈ মহকুমাৰ ৰাইজ আৰু সুযোগ্য মহকুমাধিপতি বন্ধুবৰ শ্ৰীযুত কালিৰাম মেধি, এম-এ ডাঙৰীয়াৰ শলাগ লওঁ। মঙলদৈৰ এই শুভ জাগৰণত সদৌ অসমে ৰং পাইছে। এই সাহিত্য সম্মিলনীৰ নিমন্ত্ৰণৰ সুযোগ লৈ মই সকলোৰে ওচৰতে মূৰ দোঁৱাই মোৰ প্ৰীতি-সম্ভাষণ আৰু আন্তৰিক শ্ৰদ্ধা জনাইছোঁ। আশা কৰোঁ আপোনাসকলৰ পৰা বন্ধুত্বৰ প্ৰাণৰ পৰশ পাই কৃতাৰ্থ হ'ম।

আজি আমাৰ আনন্দৰ দিন। আজি চাৰিওফালৰ পৰা জাতিবৰ্ণ নিৰ্ব্বিশেষে অসম-মাতৃৰ সন্তান সকলে মাতৃ-পূজাৰ অৰ্ঘ্য হাতত লৈ এই মঙ্গলদৈ চহৰত, এই সভামণ্ডপত উপস্থিত। বাণীৰ মন্দিৰত কোনো ভেদ বৈষম্য নাই, অস্পৃশ্যতা নাই।

"সৌভাগ্যৰ দিন আজি সুখ-আৱাহন
ভাই-বন্ধু চেনেহৰ অপূৰ্ব্ব মিলন।"

* * * *

মঙ্গলদৈ। "মঙলদৈ," এই নামটি সুন্দৰ, এই নামটিৰ লগত কোচ-ৰাজবংশৰ এগৰাকী ৰাজকুঁৱৰীৰ নাম গাঁথা আছে। বুৰঞ্জীৰ পৰা জনা যায় যে সপ্তদশ খৃষ্টাব্দৰ আগছোৱাত কোচবিহাৰৰ পৰা অসমৰ ফালে অহা ৰজা ৰঘুদেৱনাৰায়ণে নিজৰ দেশত শান্তিৰে থাকিবলৈ তেওঁৰ মঙ্গলদৈ নামে জীয়েকক অসমৰ বুদ্ধি স্বৰ্গনাৰায়ণ বা চুচেংফা

স্বৰ্গদেৱক সম্প্ৰদান কৰাত স্বৰ্গদেৱে তেওঁক অভয় দান কৰিলে। ৰজা ৰঘুদেৱনাৰায়ণ অসম-গৌৰৱ শুক্লধ্বজ বা চিলাৰায়ৰ পুতেক। ৰঘুদেৱৰ দ্বিতীয় পুত্ৰ ধৰ্ম্মনাৰায়ণ আৰু তেওঁৰ বংশধৰসকলে বহু কাল দৰঙত ৰাজত্ব কৰিছিল। দৰঙী ৰজাসকলৰ আশ্ৰয়ত অনেক বিদ্যাৱন্ত শাস্ত্ৰজ্ঞ ব্ৰাহ্মণ আৰু দৈৱজ্ঞ পণ্ডিত এই অঞ্চলত বাস কৰিছিল। ইয়াত সূৰ্য্যখড়ি দৈৱজ্ঞই লিখা "দৰং-ৰাজ-বংশাৱলী" পুথিখন গৱৰ্ণমেণ্টে প্ৰকাশ কৰিছে। ভৱানন্দ মিশ্ৰৰ "গোবিন্দ চৰিত," কবিৰাজ দৈৱজ্ঞৰ "শিয়াল গোসাঁইৰ পুথি" এতিয়ালৈকে ছপা হৈ ওলোৱা নাই। তেনেকুৱা ছপা নোহোৱা ভালেমান পুৰণি পুথি এই ফালে আছে বুলি শুনিছোঁ। দৰঙৰ এইখণ্ড ওজা-পালীৰ নিমিত্তে প্ৰসিদ্ধ। সাধাৰণ লোক-শিক্ষা আৰু আমোদৰ কাৰণে ওজা-পালী লাগতিয়াল।

এই মহকুমাৰ পশ্চিম সীমাত থকা বৰনদীৰ নাম সুমঙ্গলা বা মঙ্গলা আছিল। এই চহৰৰ কাষেদি মঙলদৈ নামেও এখন নদী বৈ আছে। বড়ো বা কচাৰী ভাষাত নদীক দি, দিয়া বা দৈ বোলে। যেনে দিখৌ, দিচাং, পগলাদিয়া, কালদিয়া, দৈপাং বা ত্ৰিশূলদৈ। "দৈ" শব্দটো "দেৱী" শব্দৰ অপভ্ৰংশ বুলিও বোধ হয়। এই মহকুমাৰ ভিতৰত ভৈৰৱ কুণ্ড নামে প্ৰসিদ্ধ তীৰ্থস্থান আছে। সেই তীৰ্থ ওদালগুৰিৰ পৰা উত্তৰে ১০ মাইল দূৰৈত। ৰৌটা আৰু ধনশিৰি বা ধনিষ্ঠা বা ধনদা নৈ দুফালৰ পৰা কুল্ কুল্ কৰে শিলৰ ওপৰেদি বৈ আহি যি ঠাইত লগ লাগিছে, সেয়ে ভৈৰৱকুণ্ড। "দৰং-ৰাজ-বংশাৱলী" পুথিত লিখা আছে যে যেতিয়া মহাৰাজ নৰনাৰায়ণ আৰু তেওঁৰ ভায়েক চিলাৰায়ে অসম আক্ৰমণ কৰিবলৈ আহে, তেতিয়া তেওঁলোকে ভৈৰৱকুণ্ডৰ ওচৰত দিছু দিন বাস কৰি তাত এক নগৰ কৰাইছিল আৰু চণ্ডিকা দেৱীৰ মঠ সজাইছিল। ত্ৰিশূলদৈ বা দৈপাং নৈৰ পুবে দেৱীৰ মঠ আছিল। উক্ত পুথিত আছে,—

"অনন্তৰে ভ্ৰামৰী কুণ্ডক গৈয়া পাইলা।  
দো নদীৰ মুখে ৰাজা নগৰ সজাইলা॥  
পৰ্ব্বতৰ শিল আনি গড়ক নিৰ্ম্মিলা।  
চণ্ডিকা বেহাৰ হেন নগৰ কৰিলা॥  
ত্ৰিশূলদৈৰ পূৰ্ব্বে দেৱী গৃহ অনুপম।

*　　*　　*

মঠ আদি বহু যত্নে নৃপতি নিৰ্ম্মিলা।  
দেৱীৰ প্ৰতিমা আনি তাহাত থাপিলা॥"

ইয়াত দো নদীৰ মুখ হৈছে ৰৌটা আৰু ধনশিৰীৰ মুখ। ভৈৰৱ হৈছে—মহাভৈৰৱ, আৰু ভৈৰৱী—ভ্ৰামৰী দেৱী। সেই বাবেই পুথিত ভৈৰৱকুণ্ড নুবুলি ভ্ৰামৰী কুণ্ড বোলা হৈছে। মঙলদৈ মহকুমাৰ ভিতৰত কুকুৱা নামে যিটো পৰ্ব্বত আছে তাৰ নাম পূৰ্ব্বে ক্ৰৌঞ্চ পৰ্ব্বত আছিল। কুকুৱাৰ উত্তৰে যি সাতখন পৰ্ব্বত আছে তাক সপ্তৰ্ষি বোলে। ক্ৰৌঞ্চ পৰ্ব্বতৰ

অগ্নিদিশত যিটো "মাছ-পুৰি-খোৱা" নামৰ পৰ্ব্বত আছে, তাৰ নাম পূৰ্ব্বে দশাশ্বমেধ আছিল। এইবিলাক তীৰ্থক্ষেত্ৰ। ইয়াৰ বাহিৰেও ইয়াত কেইখনমান দেৱালয় আৰু সত্ৰ আছে।

বীৰ-পূজা

বন্ধুসকল, "A nation lives by the memory of its heroes" এই কথাষাৰ এখন ইংৰাজী কিতাপত পাইছিলোঁ। এটা জাতিৰ বীৰসকলৰ স্মৃতিয়ে সেই জাতিটোক জীৱন্ত কৰি ৰাখে। যি জাতিয়ে নিজৰ জাতীয় বীৰসকলক পাহৰি যায়, বীৰপূজা নকৰে, সেই জাতি ক্ৰমে ক্ৰমে ভূতপ্ৰায় হৈ অধোগতি প্ৰাপ্ত হয়। অসম-মাতৃ ৰত্নগৰ্ভা। ইয়াত কালে কালে অনেক ধৰ্ম্মবীৰ আৰু কৰ্ম্মবীৰে জন্মগ্ৰহণ কৰি এই দেশক মহৎ, পবিত্ৰ আৰু ধন্য কৰি গৈছে। আজিৰ এই শুভ-সন্মিলনত আহক আমি সকলোটিয়ে তেওঁলোকক স্মৰণ কৰোঁ। অসমৰ উজ্জ্বলতম নক্ষত্ৰ চিৰপূজ্য শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰমুখ্যে যি সকল মহাপুৰুষে আমাৰ ভাষা আৰু সাহিত্যৰ হিৰণ্ময় মন্দিৰ নিৰ্ম্মাণ কৰি গল, সেই পুণ্যাত্মা সকলৰ উদ্দেশে আমাৰ ভক্তিৰ পুষ্পাঞ্জলি দিওঁ আহক। আনন্দৰাম বৰুৱা, আনন্দৰাম ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, লম্বোদৰ বৰা, সত্যনাথ বৰা, হেমচন্দ্ৰ গোস্বামী আদি যি সকলে সেই মন্দিৰ মেৰামত কৰি ভাগিবলৈ নিদিয়াকৈ ৰাখিলে সেই সকলক স্মৰণ কৰোঁ আহক। অসমীয়া জাতি অগুণকাৰী নহয়। অগুণকাৰী হোৱা হ'লে তেওঁলোকে আজি অতকাল মহাপুৰুষ সকলৰ তিথি পালন কৰি নাথাকিলহেঁতেন। কিন্তু অকল ৩/৪ জন মহাপুৰুষৰ তিথি পালন কৰিলেই বীৰ-পূজা নহয়। অসমৰ প্ৰায় প্ৰত্যেক স্কুলতে সৰস্বতী পূজা হয়। কিন্তু জাতীয় বীৰ-পূজা কেইখন স্কুলত হয়? অসমীয়া লৰ-ছোৱালী অসমীয়া জাতিৰ অমূল্য সম্পত্তি, জাতিৰ ভৱিষ্যৎ আশা ভৰসাৰ থল। এই লৰা-ছোৱালী বিলাকৰ অন্তৰত শিশুকালৰ পৰাই স্বদেশানুৰাগ আৰু স্বজাতি-প্ৰেমৰ বীজ বপন কৰিব লাগিব। সিহঁতক প্ৰকৃত মানুহ, প্ৰকৃত বীৰ কৰি তুলিবলৈ হলে, অসমীয়া জাতীয় বীৰ সকলৰ স্মৃতি-সভা পতা উচিত বুলি ভাবোঁ।

অসম

অসম দেশ আমাৰ মাতৃভূমি। শিশু সন্তানে যেনেকৈ মাকৰ পিয়াহ খাই মাকৰ কোলাত ডাঙৰ দীঘল হয়, আমিও তেনেকৈ আমাৰ দেশ-মাতৃৰ অন্ন-পানী, ফল-ফুল, ৰদ, বতাহ-বৰষুণ উপভোগ কৰি তেওঁৰ কোলাত ডাঙৰ-দীঘল হৈ সুখেৰে বাস কৰিছোঁ। অসমৰ মাটি, অসমৰ পানী, ফল-ফুল, শস্য, গছ-লতা, এনেকি ঘাহ-বনবিলাকো আমাৰ প্ৰিয়। আমি এই দেশত উপজি এই দেশতে মৰিবলৈ বাঞ্ছা কৰোঁ। এই দেশত জন্ম লাভ কৰি আমি আমাৰ জীৱন সাৰ্থক বুলি ভাবোঁ। আমি অসমীয়া বুলি জগতৰ আগত চিনাকি দি গৌৰৱ লাভ কৰোঁ। কিন্তু আমাৰ এই "স্বৰ্গতো অধিক জনমভূমি"ৰ নাম আগেয়ে অসম নাছিল। আহোম-ৰাজত্বত আমাৰ দেশৰ নাম অসম হয়। শ্যাম বা স্যাম্ জাতিৰ ভিতৰত "টাই" এটা সম্ভ্ৰান্ত পৰিয়াল। আহোমসকল সেই পৰিয়ালৰ লোক। আদিতে তেওঁলোকে চিনাকি দিওঁতে 'আস্যাম্' বা 'আশ্যাম' বুলি কৈছিল। সেই শব্দৰ লেচু লৈ আমাৰ বাপুসকলে বিজয়ী চুকাফা ৰজা আৰু তেওঁৰ লগৰ সৈন্য-সামন্ত বিলাকৰ প্ৰতি সংস্কৃত মূলক "অসম" নাম প্ৰয়োগ কৰিলে। পাছে যিমান দূৰলৈকে আহোম ৰজাই দেশ অধিকাৰ কৰিলে, সিমান দূৰলৈকে দেশৰ নামো "অসমৰ দেশ" বা "অসম দেবুশ" লি

জনাজাত হল। আহোম বা অহম সকলক যে পূৰ্ব্বে অসম বোলা হৈছিল, সেইটো পুৰণি পুথি আদিৰ পৰাও জনা যায়।

"অসম" শব্দটো সংস্কৃত ভাষাৰ "অসমঃ" শব্দৰ অপভ্ৰংশ। বিশেষ্যত তাৰ অৰ্থ বুদ্ধ, আৰ্য্য, গুণাকৰ, জিতাৰি, মহাবল, জ্ঞানী আৰু সম্ভ্ৰান্ত ডাঙৰ বংশৰ লোক বুজায়। বিশেষণত "অসমঃ" বুলিলে অতুল্য আৰু বিষম বুজায়। "অসম" শব্দ ব্যৱহাৰ কৰাৰ পৰা আমাৰ দেশৰ বিষয়ে তিনিটা কথা মনত খেলায়। যেনে:—(১) প্ৰাকৃতিক সৌন্দৰ্য্য আৰু মাহাত্ম্যত এই দেশৰ সম বা সমান আৰু কোনো দেশ নাই; (২) ইয়াৰ ভূ-ভাগ সকলো ঠাইতে সম বা সমতল নহয়; (৩) অতীত গৌৰৱত ইয়াৰ সমতুল্য দেশ বিৰল আছিল। ই আদিস্বৰ্গ, সুৰালয় আৰু পুণ্যভূমি। এসময়ত ই এখন প্ৰতাপী সাম্ৰাজ্য আছিল।

ছশ বছৰীয়া আহোম ৰাজত্বৰ অমৰ কীৰ্ত্তিস্বৰূপে আমাৰ দেশে "অসম" নামৰ মুকুট পিন্ধি জগতত জনাজাত হল। কালত অহম জাতিৰ অন্যান্য কীৰ্ত্তিকলাপ লোপ পালেও "অসম" নামেই তেওঁলোকক চিৰস্মৰণীয় কৰি ৰাখিব। মোৰ বোধেৰে লোকে আমাৰ দেশক "আসাম" (আচাম) বুলিলেও আমি "অসম" লিখাহে উচিত। আমাৰ দেশৰে দুই এজন শিক্ষিত লোকৰ মুখে শুনিছোঁ যে "অসম" নামৰ পৰিবৰ্ত্তে আকৌ ইতিহাস-পুৰাণ-প্ৰসিদ্ধ পুৰণি গৌৰৱমণ্ডিত প্ৰাগ্‌জ্যোতিষ বা কামৰূপ নাম চলাবলৈ চেষ্টা কৰিব লাগে। কিন্তু সেইটো মোৰ মনত নহয়, অনেকৰ মত নহয়। আমি আমাৰ মৰমৰ মাতৃ-ভূমিৰ যি নাম এতিয়া পাইছোঁ, তাকে মূৰ দোঁৱাই সাদৰে গ্ৰহণ কৰি, আগলৈকো গ্ৰহণ কৰি থকাই ভাল দেখোঁ। ইয়াৰ পৰা বিশেষ একো হানি নাই। গোলাপ ফুলক যদি আমি গোলাপ নুবুলি আন এটা নাম দিওঁ তেন্তে গোলাপৰ সুগন্ধত কিবা ব্যতিক্ৰম ঘটিব নে?

স্বৰ্গীয় হৰকান্ত বৰুৱাৰ "অসম-বুৰঞ্জী"ত 'অসম' নামৰ উৎপত্তিৰ বিষয়ে এই দৰে লিখা আছে,—'চুকাফা ৰজাদেৱে মট্‌কক খৰিভাৰী ও বাৰীচোৱা কৰি কৌশলে ললে। বৰাহীক কাঠকটীয়া ও ৰান্ধনি চাংমাই ও ভৰালী ও জৰাধৰা ও বেজ ও কুকুৰাচোৱা, এনে বহুৱা কৰি ললে। এই বৰাহীয়ে এই ৰাজ্যত কোৱা-মেলা কৰিবলৈ ধৰিলে বোলে এই ৰজা-প্ৰজাখন আহি আমাক ছলেৰে বহুৱা কৰি ললে, তথাপি আমাৰ মনে বিষম নালাগে। এই দৰেই খাটি লুটি অহা-যোৱাকৈ থাকিবৰ মনহে যায়। এতেকে ইহঁত দেও-সঁচ মানুহ। ইহঁতৰ সম কোনো নাই। ইহঁত অসম মানুহ। এইৰূপে ৰাজ্যত কৈ ফুৰোঁতে অসম নাম খ্যাত হ'ল দেখি, তেতিয়াৰ পৰা ৰজা আৰু প্ৰজা সকলকো অসম বুলিলে। এই অসমৰে দেশ হ'ল কাৰণে "অসমৰ দেশ" বোলে ও অহম জাতিও বোলে।"

স্বৰ্গীয় কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জীতো সেই একে কথাই লিখা আছে।

অসমৰ মাটি অতিশয় উৰ্ব্বৰা। ইয়াত মানুহৰ জীৱন-ধাৰণৰ লাগতিয়াল সকলো প্ৰকাৰৰ শস্য, গছ-লতা ফল-ফুল জন্মে। ইয়াৰ অৰণ্যত শাল, সোণাৰু, কহিৰ, নাহৰ, সৰল পদ্ম আদি গছ পোৱা যায়। ইয়াৰ কোনো কোনো পৰ্ব্বতত অগৰু পোৱা যায়। ইয়াৰ মৃগনাভি নেপাল, কাশ্মীৰ আদি দেশৰ মৃগনাভিতকৈ উৎকৃষ্ট বুলি শাস্ত্ৰত লিখা আছে। অসমৰ এৰি, মুগা, পাট, চাহ, ৰবৰ, কোমল চাউল জগৎ-বিখ্যাত।

সোণৰ অসম।

ব্ৰহ্মপুত্ৰৰ উত্তৰ কুলৰ প্ৰায় সকলো নদীতে আগৰ দিনত মানুহে সোণ কমাইছিল। সোণৰ নিমিত্তে অসম প্ৰসিদ্ধ আছিল। অতীজত ভূতস্থান বা ভোটান অসমৰ ভিতৰত আছিল। ভোটানত সোণৰ আৰু তামৰ খনি আছিল বুলি জনা যায়। আমাৰ মানুহে এতিয়াও "ভোটৰ সোণ" কোৱা শুনা যায়। এইদেশত লো তৈয়াৰ হৈছিল। চীন দেশৰ মানুহৰ বিশ্বাস যে বাৰুদ প্ৰথমে অসমত আবিষ্কাৰ হৈছিল। "যুক্তিকল্পতৰু" পুথিত লিখা আছে যে অসম-কামৰূপৰ পুব-দক্ষিণ ফালে থকা মাতঙ্গ নামে ঠাইখন হীৰাৰ খনিৰ নিমিত্তে বিখ্যাত আছিল। নাগমাটি বা কয়লা, মাটিতেল বা কেৰচিনতেল, পেট্ৰল, শিলচুণ, বালিচন্দা আদিৰ খনি আৰু লোণ-পুং অসমত আছে। অসম প্ৰকৃতিৰ কাম্য-কানন। এজন মুছলমান ঐতিহাসিকে অসমৰ প্ৰাকৃতিক সৌন্দৰ্য্যত মুগ্ধ হৈ ইয়াক "আস্মান" অৰ্থাৎ স্বৰ্গ বুলিছিল। আহোম সকলে যেতিয়া এই দেশ অধিকাৰ কৰে, তেতিয়া তেওঁলোকে ইয়াক "সোণোৱালী বাগিচাৰ দেশ" (মুংদুন্ চুন্খাম্) আৰু "সোণৰ সঁফুৰা" বুলিছিল। অতীজত এই দেশৰ পশ্চিমে এখন সাগৰ আছিল। গোৱালপাৰা জিলাৰ পশ্চিমাংশ, সুৰমা উপত্যকাৰ কিছু অংশ আৰু প্ৰায় গোটেইখন বঙ্গদেশ সেই সাগৰৰ গৰ্ভত আছিল। গাৰো পাহাৰ সেই সাগৰৰ এটা অংশ আছিল। তেতিয়া এই দেশ অতিশয় স্বাস্থ্যকৰ আছিল। সেই নিমিত্তে এসময়ত ইয়াক স্বঃ বা ভূস্বৰ্গ বোলা হৈছিল। আমাৰ মানুহে এতিয়াও এই দেশক 'সোণৰ অসম' বোলে।

প্ৰায় ৩০০ বছৰৰ আগেয়ে ট্ৰেভেৰ্নিয়াৰ ছাহাবে লিখি গৈছে,—"এশিয়াৰ ভিতৰত অসম দেশ এখন অতি উত্তম দেশ। কিয়নো এই দেশত মানুহে জীৱন ধাৰণ কৰিবলৈ যি যি বস্তু লাগতিয়াল, সেই সকলোবোৰেই জন্মে। এই দেশৰ মানুহে একো বস্তুৰ নিমিত্তে পৰদেশৰ ওচৰত হাত পাতিব নালাগে। এই দেশৰ মাটি অত্যন্ত সাৰুৱা। এই দেশত সোণ, ৰূপ, তীখা, সীহ আৰু লোৰ খনি আছে; আৰু ইয়াত এবিধ মঠঙ্গা ৰেছমী কাপোৰ অপৰিমিতৰূপে তৈয়াৰ হয়। এই দেশত এবিধ বৰ উত্তম ৰহন দিয়া বোল পোৱা যায়, তাৰ ৰসেৰে কাপোৰ আদি বোলোৱা হয়, আৰু সিটাৰে কাঠৰ সঁজুলি বিলাক ৰং কৰা হয়। এশিয়া মহাদেশৰ ভিতৰত ই অতি উত্তম ৰহন।"

"অসমা সুষমা কামৰূপা,  
জয়তু জননী ধৰিত্ৰী-দুহিতা,  
স্বভাৱ কাম্য কাননা,  
শ্যামলা স্বৰ্ণশস্যমালিকা।"

অসম দেশ, বিশেষকৈ অসমৰ পৰ্ব্বত বিলাক অতি পুৰণি। পুৰাণ আৰু তন্ত্ৰত কামাখ্যাৰ যি বিবৰণ আছে তাৰ পৰা বোধ হয় কামাখ্যা পৰ্ব্বতৰ মনোভৱ গুহাত আদি মানৱ-দম্পতী স্বায়ম্ভুৱ মনু আৰু গায়ত্ৰীৰ জন্ম হৈছিল। সেই নিমিত্তে কামাখ্যাক জগতাং প্ৰসূঃ ব্ৰহ্মযোনি বোলা হৈছে।

অসমৰ প্ৰাচীনত্ব

Encyclopaedia Britannica পুথিৰ দ্বিতীয় ভাগৰ ৭৬৮ পিঠিত লিখা আছে;—

"There is positive evidence that much of north and east of Asia has been land since the palaezoic era."

অৰ্থাৎ প্ৰাথমিক যুগতে এশিয়া মহাদেশৰ উত্তৰ-পূবৰ ভালেখিনি ঠাই স্থলত পৰিণত হৈছিল। আমাৰ অসম দেশখনো সেই স্থলভাগৰ ভিতৰত পৰে।

আদিম অৱস্থাৰ মানুহে ধাতুৰ ব্যৱহাৰ নাজানিছিল; শিলৰ অস্ত্ৰশস্ত্ৰ ব্যৱহাৰ কৰিছিল; পৰ্ব্বতৰ গুহাত বাস কৰিছিল। আদিম অৱস্থাৰ মানুহে ব্যৱহাৰ কৰা শিলৰ কুঠাৰ, মুষল আদি অসম আৰু ব্ৰহ্মদেশত পোৱা হৈছে।

আমাৰ দেশখনেই ভাৰতৰ পূৰ্ব্ব প্ৰদেশ। ইয়াক প্ৰাক্ বা প্ৰাচী দিশ বুলিও কয়। প্ৰাচী দিশৰ ভিতৰত অকল যে আমাৰ দেশখনেই পৰে এনে নহয়, ব্ৰহ্মদেশ আৰু হিমালয়ৰ পূৰ্ব্বাংশও পৰে। "অমৰকোষ" মতে দেৱৰাজ ইন্দ্ৰ প্ৰাচী দিশৰ অধিপতি। "কৃষ্ণ যজুৰ্ব্বেদ"ৰ এটা মন্ত্ৰত লিখা আছে,—"প্ৰাচ্যাং দিশি ত্বমিন্দ্ৰাসি ৰাতা" অৰ্থাৎ হে ইন্দ্ৰ তুমি পূৰ্ব্ব দিশৰ ৰাতা। উক্ত বেদতে লিখা আছে, "প্ৰাচ্যাং দেৱাঃ, প্ৰতীচিং মনুষ্যাঃ, উদীচিং ৰুদ্ৰাঃ।" অৰ্থাৎ ভাৰতৰ পূৰ্ব্বাংশত দেৱতা, পশ্চিমাংশত মনুষ্যসকলৰ আৰু উত্তৰ ফালে ৰুদ্ৰ। "কালিকা পুৰাণ" আৰু "ব্ৰহ্মাণ্ডপুৰাণে"ও কয় যে পূৰ্ব্ব দিশাই ইন্দ্ৰদ্বীপ বা সুৰালয়। "কালিকাপুৰাণে" কামৰূপক সুৰালয় বুলি স্পষ্টকৈ কৈছে। "যোগিনী তন্ত্ৰই" কামৰূপৰ মানুহক দেৱ বুলিছে। এই দেশৰ কামাখ্যা-পীঠত প্ৰজাপতি দক্ষৰ মায়াপুৰী আছিল। এই দেশৰে বিশ্বনাথত উমা-বন আছে। ইয়াতেই ইন্দ্ৰাদি দেৱতাসকল আদিতে বাস কৰিছিল। এই পুণ্যভূমিতেই বশিষ্ঠাদি ঋষি-মুনি সকলৰ আশ্ৰম আছিল। ইয়াত অনেক তীৰ্থস্থান আছে।

স্বায়ম্ভুৱ মনুৰ প্ৰিয়ব্ৰত আৰু উত্তানপাদ নামে পুতেক আৰু প্ৰসূতি নামে এজনী জীয়েক আছিল। প্ৰজাপতি দক্ষৰ লগত প্ৰসূতিৰ বিয়া হৈছিল। প্ৰিয়ব্ৰতৰ পুতেক আগ্নীধ্ৰ। ৰজা আগ্নীধ্ৰই স্বৰোচিত মনু নাম লৈ হিমালয় প্ৰদেশত ৰাজত্ব কৰিছিল। তেওঁ তেওঁৰ বিজয় নামে পুতেকক জয়ন্তীয়া পৰ্ব্বতত প্ৰাগ্ বিজয় বা প্ৰবিজয় নামে ৰাজ্যাভিষেক কৰাৰ কথা "মাৰ্কণ্ডেয় পুৰাণ"ৰ ৫৭ আধ্যাত লিখা আছে। এই প্ৰাগ্ বিজয় পুৰী যে অসমৰ জয়ন্তীয়া পৰ্ব্বতত আছিল, সেইটো বাবু নন্দলাল দে প্ৰণীত "The Geographical Dictionary of Ancient India" পুথিৰ ১৫৯ পিঠিত লিখা আছে।

ইলা নামে বৈবস্বত মনুৰ এজনী জীয়েক আছিল। ইলাৰ লগত চন্দ্ৰবংশী বুধৰ বিয়া হৈছিল। তেওঁলোকৰ পুতেকৰ নাম পুৰুৰৱা। উৰ্ব্বশী পুৰুৰৱাৰ ভাৰ্য্যা। তেওঁলোকৰ বংশধৰ অমূৰ্ত্তৰজঃ নামে ৰজাই ত্ৰেতা যুগত প্ৰাগ্ জ্যোতিষপুৰ নগৰ স্থাপন কৰি তাত ৰাজত্ব কৰাৰ কথা আদিকাণ্ড ৰামায়ণত আছে।

মহাকবি কালিদাসৰ "ৰঘুবংশ" কাব্যত ৰঘুৰ দিগ্বিজয় বৰ্ণনাত কামৰূপ আৰু প্ৰাগ্ জ্যোতিষ এই দুয়োটা নামকে পোৱা যায়। কামৰূপৰ ৰজাই অনেক হাতী দি ৰঘু ৰজাৰ লগত মিত্ৰতা কৰিছিল। এই ৰঘুৰজা দাশৰথী ৰামচন্দ্ৰৰ উপৰি পুৰুষ। তেওঁ ত্ৰেতা যুগৰ ৰজা। প্ৰাগ্ জ্যোতিষৰ ৰজাই ৰঘুৰ যজ্ঞত বিশেষ সন্মান পাইছিল।

স্বৰ্গীয় দুৰ্গাদাস লাহিড়ী প্ৰণীত "পৃথিবীৰ ইতিহাস"ৰ দ্বিতীয় খণ্ডত লিখা আছে, "ত্ৰেতা যুগ হইতে আৰম্ভ কৰিয়া যুগে যুগে প্ৰাগ্ জ্যোতিষ বা কামৰূপ ৰাজ্যেৰ মাহাত্ম্য-তত্ত্ব পৰিকীৰ্ত্তিত হইয়া আসিতেছে। এক সময়ে কামৰূপ এক প্ৰকাণ্ড ৰাজ্য ছিল।"

শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত নগেন্দ্ৰনাথ বসু প্ৰাচ্যবিদ্যাৰ্ণৱ মহাশয়ৰ মতে এসময়ত কামৰূপৰ ভৌম নৃপতিসকলৰ ক্ষমতা পূবে প্ৰশান্ত মহাসাগৰৰ পৰা পশ্চিমে মগধৰ সীমালৈকে আৰু উত্তৰে হিমালয়ৰ পৰা দক্ষিণে মান্দ্ৰাজ প্ৰদেশৰ গঞ্জামলৈকে বিস্তৃত হৈছিল। প্ৰাগ্‌জ্যোতিষৰ শ্ৰীহৰ্ষবৰ্ম্মদেৱৰ ৰাজত্বৰ কালত অঙ্গ, বঙ্গ, ওড্ৰ, কলিঙ্গ আৰু দক্ষিণ কোশল কামৰূপৰ অধীনত আছিল। মহাভাৰতত গালৱ আৰু গৰুড়ৰ ভ্ৰমণ-প্ৰসঙ্গত গৰুড়ে প্ৰাচী দিশৰ বৰ্ণনা কৰোঁতে কৈছিল :—এই প্ৰাচী দিশ স্বৰ্গৰ দুৱাৰ স্বৰূপ। এই পিনেই দক্ষ প্ৰজাপতিৰ জীয়েক অদিতি আদিৰ গৰ্ভত কশ্যপৰ ঔৰসত প্ৰজাসকলৰ উৎপত্তি হৈছিল। এইপিনে দেৱতাসকলে শ্ৰীলাভ কৰিছিল ; যশগৌৰৱ সম্পন্ন হৈছিল ; আৰু এইপিনেই দেৱতাসকলে তপস্যা কৰিছিল। পূৰ্ব্বকালত দেৱতাসকল এইপিনে বাস কৰিছিল। এই নিমিত্তে ইয়াৰ নাম প্ৰাচী বা পূৰ্ব্বদিশ হৈছে, আৰু পূৰ্ব্বপুৰুষ সকলৰ অধিকৃত বুলি বিখ্যাত। এই পিনে দেৱতাসকলে সুখাৰ্থী হৈ আটাইবিলাক কাম সমাধা কৰিছিল ; এই পিনে ভূতভাৱন ভগৱান ব্ৰহ্মাই সমস্ত বেদগান কৰিছিল ; এইপিনে সাবিত্ৰী দেবী সৱিতাৰ মুখৰ পৰা উৎপন্ন হৈ ব্ৰহ্মবাদী সকলক আশ্ৰয় কৰিছিল ; এই পিনে সূৰ্য্যদেৱে যাজ্ঞবল্কক যজুৰ্ব্বেদবিলাক দান কৰিছিল ; এই পিনে বৰুণদেৱে পাতাল আশ্ৰয় কৰি শ্ৰীলাভ কৰিছে ; এই পিনে মিত্ৰ আৰু বৰুণৰ যজ্ঞকালত পুৰণি বশিষ্ঠৰ উৎপত্তি, প্ৰতিষ্ঠা আৰু নিধন হৈছিল ; এই পিনে ওঁকাৰৰ দহ হেজাৰ পথ উৎপন্ন হৈছে ; এইপিনে ধূমপায়ী মুনি সকলে আজ্যধূম পান কৰি থাকে ; এইপিনে দেৱৰাজে দেৱতাসকলৰ নিমিত্তে যজ্ঞভাগ কল্পিত কৰিছে। এই পূৰ্ব্ব দিশেই ত্ৰিলোকৰ দ্বাৰ, স্বৰ্গৰ দ্বাৰ আৰু মোক্ষৰ দ্বাৰ।

প্ৰায় পাঁচ হেজাৰ বছৰৰ পূৰ্ব্বে কুৰুক্ষেত্ৰত মহাভাৰতৰ যুদ্ধ হৈছিল। সেই যুদ্ধলৈ প্ৰাগ্‌জ্যোতিষাধিপতি ভগদত্ত তেওঁৰ বৈনায়েক দুৰ্য্যোধনৰ ফলীয়া হৈ মহা আড়ম্বৰেৰে গৈছিল। কিন্তু তাৰ বহুপূৰ্ব্বে এই দেশেই ইন্দ্ৰৰ কান্তা বনাদিমণ্ডিত আদিস্বৰ্গা আছিল। দেৱাসুৰৰ যুদ্ধত দেৱতাসকলে হাৰি ব্ৰহ্মদেশত গৈ আশ্ৰয় লৈ তাত নতুনকৈ স্বৰ্গৰাজ্য স্থাপন কৰিলত এই দেশ স্বৰ্গৰাজ্যৰ দুৱাৰস্বৰূপ হৈছিল। স্বৰ্গভূমিৰ ৰজাৰ উপাধি ইন্দ্ৰ। প্ৰাগ্‌জ্যোতিষৰ ভগদত্ত তেওঁৰ সময়ৰ ইন্দ্ৰৰ সখিয়েক আছিল। "কালিকা পুৰাণ" আৰু প্ৰায় সকলো পুৰাণতে প্ৰাগ্‌-জ্যোতিষ নাম পোৱা যায়। গোটেইখন "কালিকাপুৰাণ" কামৰূপৰ কথাৰেই ভৰা। উক্ত পুৰাণৰ ৩৭ আধ্যাত লিখা আছে,—ভগৱান বিষ্ণুৱে তেওঁৰ পুতেক নৰকক কৈছিল,— "কৰতোয়া নামে সত্যগঙ্গাৰ পূব পাৰৰ পৰা ললিতকান্তা বা দিকৃকৰবাসিনী পৰ্য্যন্ত এই সমুদায় ঠাই তোমাৰ ভৱন হব। তাত দেবী মহামায়া জগৎ-প্ৰসবিনী যোগনিদ্ৰাই কামাখ্যাৰ ৰূপ ধাৰণ কৰি সদায় বিৰাজ কৰিছে ; ব্ৰহ্মপুত্ৰ নদৰাজ লৌহিত্য বৈ আছে ; পুণ্যভূমিৰ দশদিকপাল সকলেও নিজৰ নিজৰ ঠাইত অৱস্থান কৰি আছে ; ইয়াত স্বয়ং মহাদেৱ, ব্ৰহ্মা আৰু মই ( বিষ্ণু ) সদায় থাকোঁ ; চন্দ্ৰ-সূৰ্য্যও সততে ইয়াত বাস কৰে ; ই অতি ৰহস্যময় উত্তম স্থান ; এই নিমিত্তে সকলো দেৱতাই ক্ৰীড়া কৰিবলৈ ইয়ালৈ আহে ; ইয়াতে ভদ্ৰা নামে লক্ষ্মী থাকে ; ই অতি গোপনীয় আৰু ভোগৰ ঠাই। পূৰ্ব্বে ব্ৰহ্মাই ইয়াত অৱস্থান কৰি এটি নক্ষত্ৰ সৃষ্টি কৰিছিল। সেই নিমিত্তে ইন্দ্ৰপুৰীৰ নিচিনা এই পুৰীৰ নাম প্ৰাগ্‌জ্যোতিষপুৰ হল।"

অসমৰ প্ৰাচীনত্বৰ বিষয়ে সৰহ কথা কৈ আপোনাসকলক আমনি কৰিবৰ ইচ্ছা নকৰোঁ।

ৰায় বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱাৰ "Early History of Kamarupa" পুৰণি অসমৰ এখন মূল্যবান ইতিহাস। সেই পুথি আৰু "অসমৰ পুৰাবৃত্ত" নামে মোৰ যি প্ৰৱন্ধাৱলী "বাঁহী" কাকতত প্ৰকাশ হৈ গৈছে তাক পঢ়িলে এই সম্বন্ধে সকলো কথা জানিব পাৰিব। ইমান এখন প্ৰাচীন, পবিত্ৰ আৰু মহিমামণ্ডিত দেশৰ মানুহৰ ভাষাও যে প্ৰাচীন তাক বোধ কৰোঁ নকলেও হ'ব। সমগ্ৰ সভ্য জগতৰ আদি পুথি ঋগ্বেদত আৰ্য্য জাতিৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, পিন্ধা-উৰা, কৃষি-কৰ্ম্ম, জল-বায়ু, গছ-লতা, পশু-পক্ষী আদিৰ যি বৰ্ণনা আছে, সেই বিলাকৰ লগত আমাৰ দেশৰ ৰীতি-নীতি আদিৰ এতিয়াও কিছু মিল দেখা যায়। ঋগ্বেদৰ নিয়মে এতিয়াও আমাৰ দেশত তিৰোতাই তাঁত বাতি কৰে, কাপোৰ বয়, কেৰুমণি পিন্ধে; মতা মানুহৰ সাজপাৰো বৈদিক যুগৰ নিচিনা। অনেক বৈদিক শব্দ আমাৰ ভাষাৰ শব্দাৱলীৰ মাজত অল্পাধিক ৰূপান্তৰিত ভাৱে চলি আছে। প্ৰাচীন কালৰ যিবিলাক শিলৰ মূৰ্ত্তি আমাৰ দেশত পোৱা গৈছে, সেই বিলাকৰ বসন-ভূষণো বৈদিক সাহিত্যত লিখা বসন-ভূষণৰ লগত প্ৰায়েই মিলে। উপনয়ন বা লগুণদিয়নিত আৰু বিয়াত আমাৰ দেশৰ নামতীসকলে যিবিলাক নাম গায় তাতো বৈদিক ভাষা আৰু সভ্যতাৰ আভাষ পোৱা যায়। বিশেষকৈ মন কৰিবলগীয়া এই যে কেৱল আমাৰ দেশতহে সম্বোধনত "দেৱ" শব্দৰ ব্যৱহাৰ আছে। যেনে, পিতাদেৱ, আইদেৱ, খুড়াদেৱ, খুড়ীদেৱ, পেহাদেৱ, পেহীদেৱ, ককাইদেৱ, বৌদেৱ, বাইদেৱ, ভিনিহীদেৱ ইত্যাদি।

কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰ মতে—

"পৃথিব্যাং ভাৰতবৰ্ষে কামৰূপং সুৰালয়ম্।

বৈদিক যুগৰ পৰা এতিয়ালৈকে অনেক হেজাৰ বছৰ অতীত হৈ গৈছে। ইয়াৰ ভিতৰত এই দেশলৈ নানা ঠাইৰ পৰা নানা জাতিৰ মানুহৰ সমাগম হৈছে; নৈসৰ্গিক কাৰণত আৰু ৰাজনৈতিক ঘাত-প্ৰতিঘাতত আৰু ধৰ্ম্ম-বিপ্লৱত ইয়াৰ পৰা অনেক লোক আন ঠাইলৈ উঠি গল; অনেক লোক আন ঠাইৰ পৰা ইয়ালৈ আহিল। আৰ্য্য আৰু অনাৰ্য্যৰ সংমিশ্ৰণত অনেক জাতি আৰু উপজাতি মিলি বৰ্ত্তমান অসমীয়া জাতি গঠিত হৈছে। এতিয়াও বিদেশীৰ সোঁত প্ৰবলভাৱে এই দেশৰ ফালে বব লাগিছে। অসমীয়া ভাষা আৰু সাহিত্যৰ ভিতৰেদি, পাৰিলে ধৰ্ম্মৰ বান্ধেদি বান্ধি, বিদেশীক আমাৰ ভিতৰত সুমাই লৈ অসমীয়া জাতিক সবল সুঠাম কৰিবলৈ চেষ্টা কৰিব লাগিব। উত্তৰ-বঙ্গৰ বাৰেন্দ্ৰ ব্ৰাহ্মণ আৰু কায়স্থ সকলৰ পূৰ্ব্বপুৰুষ বিলাক অতীজত প্ৰাগ্‌জ্যোতিষত আছিল বুলি বিশ্বাস হয়। আমাৰ দেশৰ Highlander বা পৰ্ব্বতীয়া লোকসকল, আৰু Low-lander বা ভৈয়ামৰ লোকসকল, হিন্দু, মুছলমান, বৌদ্ধ, খৃষ্টীয়ান, জৈন, শিখ, জড়োপাসক, সকলোবোৰ আমাৰ বুকুৰ বান্ধৱ অসমীয়া। পুৰণি কালত কামৰূপীয়া বুলিলে ভাটী আৰু উজনিৰে সৈতে সমগ্ৰ কামৰূপ ৰাজ্যৰ মানুহক বুজাইছিল, অসমীয়া বুলিলেও এতিয়া সেই দৰে স্বৰ্ণকোষৰ পৰা পৰশুকুণ্ডলৈকে এই গোটেই ভূখণ্ডৰ মানুহক বুজায়। এই ভূখণ্ডই এতিয়াৰ অসম দেশ। কিন্তু অসমৰ লগত শ্ৰীহট্ট অজীৰ্ণকাৰী হৈছে। কোৱা বাহুল্য যে "অজীৰ্ণে বিষমং দোষম্।" আমি শ্ৰীহট্ট বিচ্ছেদ কামনা কৰোঁ।

অসমীয়া জাতি

অসমক সকলো প্ৰকাৰে অসমীয়া বা অতুলনীয়া কৰি ৰাখিবলৈ চেষ্টা কৰা প্ৰত্যেক

অসমীয়াৰ কৰ্ত্তব্য। সকলো অসমীয়াই মুঠ বান্ধি একতা সূত্ৰত আবদ্ধ হৈ সমবেত চেষ্টা কৰিলেহে আমাৰ উন্নতি হ'ব। জাতীয় উন্নতিৰ নিমিত্তে লাগে ঐক্যতা, গভীৰ স্বদেশানুৰাগ আৰু স্বজাতিপ্ৰেম; লাগে অদম্য উদ্যম, একাগ্ৰতা, সেৱা-পৰায়ণতা আৰু স্বাৰ্থত্যাগ; লাগে জাতিৰ বিশিষ্টতাৰ সন্ধান আৰু সেই বিশিষ্টতাক ফুলাই তুলিবলৈ একান্ত চেষ্টা।

এখন দেশৰ সকলো মানুহ এক ভাষাভাষী নহলে জাতীয়তা গঠন কৰা টান। আমেৰিকাৰ সম্মিলিত ৰাজ্যত ইউৰোপৰ নানা দেশৰ নানা সম্প্ৰদায়ৰ মানুহে গৈ উপনিবেশ স্থাপন কৰিছিল। কিন্তু তাৰ অধিকাংশ লোকৰ ভাষা ইংৰাজী হোৱাত বাকী বিলাকেও ইংৰাজী ভাষাকে গ্ৰহণ কৰি সকলোটি মিলি এক দেশী, এক বেশী, এক ভাষাভাষী হৈ এটা প্ৰবল প্ৰতাপী জাতি গঠন কৰি পেলালে। আমাৰ দেশৰ সমথলত থকা মিৰি, মিকিৰ আৰু নগাই অসমীয়া ভাষা লৈছে। অন্যান্য পৰ্ব্বতীয়া জাতি আৰু চাহ-বাগিচাৰ বনুৱা আৰু আন আন দেশৰ পৰা আহি ইয়াত নিজাপীকৈ থকা লোকসকলৰ ভিতৰত অসমীয়া ভাষা আৰু সাহিত্যৰ ভিতৰেদি ধৰ্ম্ম আৰু জ্ঞান বিলাব লাগিব। সিহঁতক আমাৰ আপোন কৰিব লাগিব। অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ ওপৰত আমাৰ জাতীয় উন্নতি ঘাইকৈ নিৰ্ভৰ কৰিছে। আমাৰ ভাষা, সাহিত্য, ইতিহাস, নৃ-তত্ত্ব, প্ৰত্ন-তত্ত্ব, জ্যোতিষ-তত্ত্ব, উদ্ভিদ-তত্ত্ব, পশু-পক্ষীৰ তত্ত্ব প্ৰভৃতি বিষয় সকলো অসমীয়াৰ, বিশেষকৈ আগলৈ উঠি অহা শিক্ষিত ডেকা সকলৰ আলোচনাৰ বিষয় হ'ব লাগে। বিশ্ব-ব্ৰহ্মাণ্ডক বুজিবলৈ হলে এখন নিৰ্দ্দিষ্ট সীমাবদ্ধ ঠাইত প্ৰথমে হাত দিব লাগিব। দূৰণিক ওচৰ কৰিবৰ উপায় হৈছে ওচৰৰ পৰা ক্ৰমে ক্ৰমে দূৰলৈ যোৱা। নিজৰ ভিতৰত এটা স্বাতন্ত্ৰ্যৰ অনুভূতি নহলে শক্তিৰ যথাৰ্থ বিকাশ হব নোৱাৰে। এই শক্তি কোনো এফালে বিকশিত হবলৈ আৰম্ভ কৰিলেই সি সকলো পিনেই ক্ৰমে বিকশিত হ'ব। পৰ্ব্বতৰ ক্ষুদ্ৰ উহ্ বা নিজৰাৰ পৰাহে বৰ নৈৰ উৎপত্তি হয়। বিশ্বৰ কথা বা ভাৰতৰ কথা ভবাৰ আগেয়ে আমাৰ নিজৰ মাতৃ-ভূমিৰ কথা ভাবিব লাগিব। আগেয়ে নিজৰ ক্ষুদ্ৰ নিজৰাক বৰ নৈৰ নিচিনা বেগৱতী কৰিব পাৰিলে নিজৰাই নিজেই গৈ সাগৰৰ লগত মিলিব পাৰিব। আমাৰ সকলো শক্তি স্বদেশ আৰু স্বজাতিৰ সেৱাত, অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিত লগাব লাগিব। শক্তিৰ কাম সৃষ্টি কৰা, বিনাশ কৰা নহয়। যাৰ শক্তি আছে, তেওঁলৈ কামো আছে। যাৰ প্ৰীতি আছে, তেওঁলৈ সেৱাৰ পাত্ৰও আছে। সৰুটি হৈ অৰ্থাৎ বিনয়ী, সংযমী আৰু সবলচিতীয়া হৈহে সংসাৰত সৰকিব পাৰি। তেম আৰু অহঙ্কাৰেৰে; ভয়, এলাহ, হিংসা আৰু পৰশ্ৰী-কাতৰতাৰে উন্নতি কৰিব নোৱাৰি। সেৱক হৈহে নায়ক হব পাৰি। শক্তিৰ চৰ্চ্চা মানে আত্ম-বিশ্বাস, আত্ম-সম্মান, স্বাৱলম্বন বা স্বাধীনতা। স্বাধীনতাই আনন্দ।

শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষীনাথ বেজবৰুৱা ডাঙৰীয়াই প্ৰথম বছৰৰ প্ৰথম সংখ্যা 'বাঁহী'ত লিখিছিল,—"অসমৰ মাটি সাৰুৱা; অলপ আয়াসতে তাত নানা শস্য উৎপন্ন হয়; সেইদেখি ভাৰতবৰ্ষৰ আন ঠাইৰ পৰা আৰু ভাৰতৰ বাহিৰৰ পৰাও অসমলৈ মানুহ আহি সুচল পাই তাত বসতি কৰি থাকিছিল। ঘাইকৈ অসমত কামাখ্যা, পৰশুৰামকুণ্ড আদি অনেক তীৰ্থস্থান থকাৰ নিমিত্তে অসমলৈ তীৰ্থ কৰিবলৈ অহা বিদেশী মানুহেও উৰ্ব্বৰা অসম এৰি নিজৰ কটুৰ দেশলৈ উভতি নগৈছিল। তাৰ উপৰিও এটা মস্কিল এই আছিল যে সেই কালত অসমলৈ অহা-যোৱা

# ষোড়ষ অধিবেশন

তেজপুৰ—১৯৩৬ চন এপ্ৰিল

সভাপতি—**শ্ৰীযুত ৰঘুনাথ চৌধাৰী**

"যো দেৱানাং প্ৰভৱশ্চোভৱশ্চ
বিশ্বাধিপো ৰুদ্ৰো মহৰ্ষিঃ।
হিৰণ্যগৰ্ভং জনায়ামাস পূৰ্ব্বং
সনো বুদ্ধ্যা শুভয়াসংযুক্ত শ্বেতাশ্বতৰ।"

যিজন দেৱতা সকলোৰে উৎপত্তিৰ কাৰণ, যিজনে গোটেই বিশ্বক ৰক্ষা কৰি আছে, যি জন সৃষ্টি, স্থিতি, লয়ৰ গৰাকী, যি জন সৰ্ব্বজ্ঞ, যি জন সকলো প্ৰাণীৰে জন্মদাতা, যিজনে হিৰণ্যগৰ্ভ পুৰুষকো জন্ম দিছিল, সেই পৰম পুৰুষৰ চৰণত আমাৰ সহস্ৰ প্ৰণিপাত, তেওঁ যেন আমাক শুভমতি দিয়ে।

"মধুবাতা ঋতায়তে মধু ক্ষৰন্তি সিন্ধৱঃ
মাধ্বীৰ্ণঃ সন্তোষধিঃ
মধুনক্ত মধুষসো মধুমৎ পাৰ্থিবং ৰজঃ
মধুদ্যৌৰস্ত ন পিতা মধুমানো বনস্পতিঃ
মধুমানোহস্ত নঃ সূৰ্য্য মাধ্বীৰ্গাবো ভৱন্তনঃ।"

সত্যলোকত থকা জনৰ কাৰণে বায়ুৱে মধু বৰ্ষণ কৰক, সিন্ধু, নদীয়েও মধু দান কৰক, ওষধিবিলাকো আনন্দদায়ক হওক, নিশা, উষা কাল আৰু পৃথিবীৰ ওপৰত থকা নভোমণ্ডল মধুময় হওক। সকলোৰে পিতৃ স্বৰূপ আকাশমণ্ডল মধুময় হওক, বনস্পতিসকলো মধুময় হওক। জ্যোতিৰ্ম্ময় সূৰ্য্য আৰু গাভীসকলেও আমাক আনন্দ বিতৰণ কৰক। বৰ্ত্তমান ঋতু, মধু ঋতু। জল, স্থল, ভূচৰ খেচৰ সকলো মধুময়। ভগৱন্তৰ চৰণত প্ৰাৰ্থনা আমাৰ এই বিৰাট জাতীয় যজ্ঞটিও মধুময় কৰি সকলোকে আনন্দ দিয়ে যেন।

শ্ৰদ্ধেয় আদৰণি সমিতিৰ সভাপতি ডাঙৰীয়া, শ্ৰদ্ধেয় প্ৰতিনিধিবৰ্গ, সমজুৱা বন্ধুসকল আৰু ভদ্ৰমহিলাসকল!

মোক এই অধিবেশনৰ সভাপতিৰ আসনলৈ তোলা বাবে মই আপোনাসকলক মোৰ আন্তৰিক শলাগ জনাও। মই ধ্ৰুৰূপকৈ জানো যে আজিৰ এই সম্মানৰ বাবে মই অকণো যোগ্য নহওঁ, বিশেষকৈ অসমীয়া জাতিৰ, তথা অসমীয়া সাহিত্যৰ এই সন্ধিক্ষণত সাহিত্য সভাৰ ৰথ পৰিচালনা শক্তি এই নিঃকিনৰ নাই। তথাপি আপোনালোকৰ চেনেহ, সমাদৰ, নেওচিবলৈও মোৰ সাধ্য নহয় বুলি হে মই মৰসাহ কৰি এই আসনলৈ আগবাঢ়িছোঁ।

আপোনালোকৰ ওচৰত অযোগ্য হোৱাতকৈ অবাধ্য হবলৈ মই বেছি টান পাওঁ, তদুপৰি দুৰ্ভাগ্যবশতঃ এইবাৰ সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন সম্পৰ্কে যোৱা ৪।৫ মাহ কাল যি অসুবিধা আমোঠাহ ঘটি আছিল, তালৈ চাই, আপোনাসকলৰ শেষ মুহূৰ্তৰ আহ্বান প্ৰত্যাখ্যান কৰাটোও মোৰ কৰ্ত্তব্যৰ চ্যুতি হব বুলি ভয় কৰি, নিতান্ত মুৰামুৰি সময়তো আৰু মোৰ অশেষ ত্ৰুটি-ঘাটি স্বত্বেও এই গুৰুভাৰ লবলৈ আগবাঢ়িলোঁ। আপোনালোকে যে মৰম কৰি অনুগতজনক এই সভা পৰিচালনাৰ ভাৰ দিছে, তাৰ বাবে মোৰ শত ত্ৰুটি-বিচ্যুতি আপোনালোকেই মৰিষণ কৰিব।

এই সময় সমগ্ৰ পৃথিবীৰ পক্ষে এটা সন্ধিৰ যুগ। সকলো জাতিয়ে আজি আত্ম-প্ৰতিষ্ঠাৰ বাবে প্ৰাণপণ চেষ্টা কৰিছে, চাৰিওফালে অন্যায় অবিচাৰৰ বিৰুদ্ধে এটা বিৰাট বিদ্ৰোহৰ সূচনা হব ধৰিছে, প্ৰত্যেক সমাজে যুগব্যাপী মোহ অন্ধকাৰৰ পৰা মুক্ত হবলৈ বিচাৰিছে; অসত্যৰ ঘন কুঁৱলি ফালি সত্যৰ উজ্জ্বল বেলিৰ সোণালী কিৰণ মানৱাত্মাৰ দিক্-প্ৰান্তত উক দি উঠিছে,—লগে লগে ভাষা, কৃষ্টি আৰু সাহিত্যধাপৰ দ্ৰুত পৰিবৰ্ত্তন আৰম্ভ হৈছে। প্ৰত্যেক জাতিয়ে নিজ ভাষা আৰু সাহিত্যৰ নতুন গঢ় দি পৰিবৰ্ত্তনশীল বিশ্বৰ লগত সামঞ্জস্য ৰাখি নিজৰ মৌলিকত্ব প্ৰচাৰ কৰাৰ চেষ্টাত আছে। এই সময়তে অসমীয়া সাহিত্যৰ পক্ষেও বহুমুখী প্ৰচেষ্টা আৰু আত্মপ্ৰতিষ্ঠাৰ দিন,—এনেক্ষণত আপোনালোকক বাট দেখুৱাবলৈ মোতকৈ এজন যোগ্য লোকৰ আৱশ্যক আছিল; আৰু আমাৰ মাজত অনেক তেনে যোগ্য-বিজ্ঞ থকা সত্বেও এই অভাজনক সেই গুৰুভাৰ দিয়াৰ ফল যে নৈৰাশ্যজনক তাক বহলাই সকলেও বুজিব পাৰিব।

বিশ্ব জগতত মানৱৰ মানৱত্ব বিকাশ পায় ক'ত? দেৱ-দানৱৰ মন্থন-ক্ৰিয়াত ক্ষীৰোদধিৰ পৰা যি সুধাভাণ্ড উদ্ভৱ হৈছিল, সেই দেৱাৰাধ্য সুধাভাণ্ড ক'ত? যিজন হিৰণ্যগৰ্ভ বিৰাট পুৰুষে বিশ্বৰূপ ধৰি প্ৰলয় পয়োধিৰপৰা চাৰি হাতে চাৰিটি মহাৰত্ন তুলি জগত চিৰজ্যোতিৰ্ম্ময় কৰি ৰাখিছে, সেই দিব্যজ্ঞান-ৰূপ প্ৰতিভা শক্তি ক'ত? যি তপোবনত সৌন্দৰ্য্যলিপ্সু ভাৱপ্ৰৱণ কবিৰ স্নেহবিগলিত "মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীসমাঃ যৎ ক্ৰৌঞ্চ মিথুনাদেকমবধীঃ কাম মোহিতম্" অমৃত নিস্যন্দিনী প্ৰেম-প্ৰবাহত জগত প্লাবিত হৈছিল, সেই অমৃতধাৰাৰ সঞ্জীৱনী শক্তি ক'ত? প্ৰকৃতিৰ সেই ৰসাত্মিকা মহীয়সী শক্তিয়েই সাহিত্য। ভাৱ-ৰাজ্যৰ বিপুল সম্পদ, সাহিত্য বাস্তৱ জগতৰ জীৱন্ত ছবি। মানৱ-হৃদয়ৰ এটি নৈসৰ্গিক স্পন্দন, নিহিত শক্তিৰ উন্মেষ সাংসাৰিক ঘাত-প্ৰতিঘাতৰ ধাৰাবাহিক গতি।

সাহিত্য

সাহিত্যৰ সৃষ্টি আৰু ক্ৰমবিকাশ কেনেকৈ, কেতিয়াৰপৰা উদ্ভৱ হ'ল তাক নিৰ্ণয় কৰা কঠিন। বৈজ্ঞানিকসকলে অনুমানৰ ওপৰত আদি মানৱৰ যুগ, পাষাণ যুগৰপৰা নিৰূপণ কৰিবলৈ চেষ্টা কৰিছে, ক্ষুদ্ৰ বুদ্ধিৰে যিখিনি উপলব্ধি কৰিবলৈ সমৰ্থ হৈছোঁ, তাৰে দু-আষাৰ কবলৈ আগবাঢ়িলোঁ।

আদিম অৱস্থাৰপৰা জ্ঞান আৰু বুদ্ধি-শক্তিৰে সাহিত্যত বিকাশৰ চেষ্টা চিন্তাশীল পুৰুষসকলৰ চিন্তা জগতৰ এটা অখণ্ডনীয় কাৰ্য্য। হৰ্ষ-বিষাদৰ মাজেৰে স্বাভাৱিক জীৱন

পৰিস্ফুট কৰাৰ অদম্য প্ৰয়াস। মানুহে কল্পনা শক্তিৰ বলত কিছুমান পদ্ধতি আৰু আদৰ্শৰ সহায় লৈ নানা উপায়েৰে উদ্ভাৱনী ক্ৰিয়াৰ নিদৰ্শন ৰাখি যায়। আদিম যুগত মানৱ জাতিৰ মনোবৃত্তিবিলাক মাৰ্জ্জিত নাছিল; সেই দেখি জীৱনৰ চিত্ৰবিলাক অস্বাভাৱিক কেতবোৰ ভুত-প্ৰেতৰ ছবি, অদ্ভুত অদ্ভুত ব্যঙ্গ ভাৱৰ প্ৰক্ৰিয়াৰে সাহিত্য স্মৃষ্টি কৰা হৈছিল; তাৰ পাচত কিছুমান চিন, ৰেখা, চিত্ৰ ভিন ভিন বস্তুৰ আকাৰ প্ৰকাৰৰ ক্ষীণ আভাস দি মনৰ ভাৱ ব্যক্ত কৰা হৈছিল। ক্ৰমে যেতিয়া মানুহৰ মনোবৃত্তি বিলাক পৰিমাৰ্জ্জিত হবলৈ ধৰিলে, তেতিয়া ভাষা-ভাৱৰ সামঞ্জস্যৰ ক্ৰমবিকাশ হৈ সংস্কৃত সাহিত্যৰ স্মৃষ্টি হয়। কালক্ৰমত সাহিত্যৰ ক্ৰমোন্নতিৰ লগে লগে মূল সাহিত্যৰ কলেবৰ বাঢ়িবলৈ ধৰে। পিছত কথাসাহিত্য, কাব্য, দৰ্শন, বিজ্ঞান, গণিত, জ্যোতিষ আদি বিষয়বিলাক শাখা সাহিত্য ৰূপে বিবিধ শ্ৰেণীত ভাগ হৈ উন্নত জগতত বিস্তৃতি লাভ কৰে।

সাহিত্যৰ তিনিটা স্তৰ। উপলব্ধি, অনুভূতি আৰু ভাব প্ৰকাশ। কিছুমান শব্দৰ সমষ্টিয়ে ভাষা নহয়, শব্দৰ লগত এটা সচেতন চিন্তা নিহিত থাকে। ইন্দ্ৰিয়ৰ সহায়ত উপলব্ধি কৰিব পৰা অনুভূতিবিলাকৰ শব্দময় অভিব্যক্তিয়ে ভাষা। মানুহৰ সচেতন চিন্তা-ধাৰাক ভাষাই পৰিচালিত কৰি সাহিত্য স্মৃষ্টি কৰে।

সাহিত্যই মানৱ-সভ্যতাৰ কেন্দ্ৰ। মহামানৱতাৰ অস্তিত্বৰ হেতু, জ্ঞানৰ মাণমন্দিৰ। জীৱনৰ আশা আকাঙ্ক্ষাৰ, দুৰ্জ্জয় বাসনা, অদম্য জ্ঞান-লিপ্সা সকলো সাহিত্যতহে বিকাশ হয়। ই প্ৰকৃতিৰ অপূৰ্ব্ব দান।

সাহিত্যৰ প্ৰাণ স্বৰূপ ঘাই উপাদান ৰস আৰু ৰূপ। ৰসসিক্ত কল্পনা শক্তিয়ে অনুভূতিৰ সহায়ত সুন্দৰৰ সাধনা কৰে,—স্মৃষ্টি কৰে। প্ৰকৃত ৰস কামনাহীন। যি ভাৱ বা কল্পনাই চিত্তত চাঞ্চল্য ঘটায়, সেই ভাৱ বা কল্পনাৰ লগত ৰসৰ কোনো সম্বন্ধ নাই। অহৈতুকী প্ৰেমৰ সাধনাই চিৰসুন্দৰৰ ধ্যানমূৰ্ত্তি! সাধকে দেৱবাঞ্ছিত অৰূপ ৰূপৰ স্বৰূপ ধ্যানত ধ্যানমগ্ন হৈ সাহিত্য স্মৃজন কৰে। ৰসাপ্লুত সাধকে দৃশ্যমান বস্তুৰ মাজত প্ৰকৃতিৰ সুষমা দেখিবলৈ পায়, অন্তৰত ভাৱ-ভাবনাৰ সামঞ্জস্য লক্ষ্য কৰে আৰু সেই সেই দিব্যদৰ্শনৰ ৰূপ প্ৰকাশ কৰে। অৰূপ ৰূপৰ সুঠাম তনু দিয়ে,—ভাষাৰ সাহায্যত। মকৰাই যেনেকৈ জাল বয়,—মুখৰ লালটি দি, তেনেকৈ কৃষ্টিৰ পূজাৰীসকলে ৰসপ্ৰধান কল্পনা-শক্তিৰ বলত, সহজ ভঙ্গীত, বাক্যৰ সহযোগত সুচাৰু কলা প্ৰতিভাৰ প্ৰাণ প্ৰতিষ্ঠা কৰে।

মানৱ-মনৰ অসীম প্ৰেম-তৃষ্ণা, কোটি কোটি অসহায় জড় প্ৰকৃতি নৰনাৰীৰ মৌন বেদনা, সমাজ, ধৰ্ম্ম আৰু ৰাষ্ট্ৰ, অধীনতাৰ নাগপাশৰপৰা মুক্তি, এই বিলাক ডাঙৰ ডাঙৰ সমস্যাৰ সমাধানেই কথাসাহিত্য স্মৃষ্টিৰ মৌলিক উপাদান। কল্পনা, সত্য অনুভূতি আৰু সহজ অন্তৰ্দ্দৃষ্টি থাকিলে প্ৰকৃত সাহিত্য স্মৃষ্টি হয়। ব্যৰ্থ প্ৰেমৰ কাহিনী বিয়োগান্ত সাহিত্য নহয়। পৰিপূৰ্ণ সংযম আৰু গাম্ভীৰ্য্যৰ ভিতৰেদি হে দুখৰ অভিব্যক্তি, বিয়োগৰ আত্ম-প্ৰকাশ। ব্যৰ্থ যত কৰুণ আৰু গভীৰ কলা প্ৰতিভাৰ সৌন্দৰ্য্য,—সেই খিনিতে। ব্যথাৰ পূজাই সেইখিনিতে সাৰ্থকতা লাভ কৰে।

নৰনাৰীৰ প্ৰেম আশু প্ৰীতিপ্ৰদ আৰু সুখদায়ক, কিন্তু সি ক্ষণভঙ্গুৰ। ই দৈহিক ইন্দ্ৰিয়ৰ বুভুক্ষা মাথোন। স্বপ্ন মদিৰাৰ ৰাগীত আত্ম-বিস্মৃতি ঘটি চিত্তত বিক্ষোভ আৰু আত্ম-বিদ্ৰোহ জাগে। অসংযত চিত্তত সেই আত্মঘাতী বিৰোধ মূৰ্ত্ত হৈ উঠে। সন্দেহৰ তীব্ৰ জ্বালাত আৰু ঈৰ্ষাৰ বিষত হৃদয় তিল তিল কৰি ভস্ম কৰি পেলায়। তেতিয়া সাহিত্যৰ অধিষ্ঠাত্ৰী বাণী অতীন্দ্ৰিয় জগতৰ বাহিৰত বাস কৰে।

কিছুমান সত্য অসত্যৰ ঘটনাৰ বিবৰণ কাব্যৰ ছন্দত, কথাৰ মালাৰে গাঁথিলে সাহিত্য স্ৰষ্টি নহয়; য'ত অন্তৰৰ দৈন্য, ভাৱৰ অসংযম, সাহিত্য সেই কল্পলোকৰ পৰা চিৰকাললৈ নিৰ্ব্বাসিত।

দৈনন্দিন জীৱনৰ পাৰিপাৰ্শ্বিক ঘটনাৰ আলম লৈ সাহিত্য ৰচিত নহয়। যি মানৱ জীৱনৰ বিচিত্ৰ সুখ-দুখৰ ইতিহাস, মানৱ-চৰিত্ৰৰ বিচিত্ৰ অভিব্যক্তি, মানুহৰ মৰ্ম্ম-বাণী, সমাজৰ সকলো সমস্যা ফুটাই তুলিবলৈ চেষ্টা কৰে সেয়ে বাস্তৱ সাহিত্য,—সেয়ে বিশ্ব-সাহিত্য। সমাজ আৰু ব্যক্তিৰ ওপৰত আচৰিত ভাৱে প্ৰভাৱ বিস্তাৰ কৰে সাহিত্যই। গণ-মানৱক নিয়ন্ত্ৰিত কৰে সাহিত্যই। গণ-সাহিত্য তেতিয়া স্ৰষ্টি হয়—যেতিয়া মানুহে মানুহক চিনি পায়, মানুহে মানুহৰ মৰম বুজিব পাৰে, ইজনৰ মৰ্ম্মবেদনাত সিজনৰ নিভৃত তন্ত্ৰীত ব্যথাৰ ঝঙ্কাৰ উঠিব; কোটি কোটি নৰ-নাৰীৰ প্ৰাণক উদ্বুদ্ধ কৰি তুলিব পাৰে। আবহমান কাল ভুগি থকা নিপীড়িত, লাঞ্ছিত, পদ-দলিত গণ-মানৱৰ ভয়াৰ্ত্ত জীৱনত আশাৰ অভয়-বাণী সাহিত্যত বৈ বৈ প্ৰতিধ্বনিত হব—শুনিবলৈ পাম যিদিনা কোটি-কণ্ঠৰ আৰ্ত্তনাদৰ ভিতৰেদি নৰনাৰায়ণৰ আগমনী সঙ্গীত; তেতিয়াহে বাস্তৱ সাহিত্যৰ সাৰ্থকতা।

কবি, দাৰ্শনিক, ঔপন্যাসিক আৰু বৈজ্ঞানিক সাহিত্য-সেৱকসকলে বিশ্ব ভুৱনৰ ৰহস্য কুহেলিকা ভেদ কৰি অন্তৰ্নিগূঢ় সত্য বস্তুখিনি প্ৰকাশ কৰে।

সঙ্গীত, সাহিত্য, ভাস্কৰ্য্য, স্থাপত্য আদি সুকুমাৰ কাৰুকাৰ্য্যৰ দ্বাৰা কোন জাতি কিমান উন্নত, তাৰ বিচাৰ হয়,—বিশ্ব-সভাত। জাতীয় জীৱনত এইবিলাক চাৰু শিল্পৰ অভিব্যক্ত বা বিকাশত যেতিয়া প্ৰবল বাধা জন্মিব তেতিয়া বুজিব লাগিব, জাতিৰ জীৱনৰ কোনোবা এটা অংশত সংক্ৰামক ব্যাধিয়ে স্পৰ্শ কৰিছে। জাতীয় জীৱনত প্ৰগাঢ় অনুভূতিৰ আশ্ৰয় লৈ জাতীয় সাহিত্য, সঙ্গীত আৰু শিল্প কলাৰ বিকাশ হয়। জাতীয় জীৱনৰ ৰসধাৰাৰ গাঁত বন্ধ হলেই জাতিক ধ্বংসৰ ফাললৈ টানি নিয়ে।

যি সুগভীৰ অন্তৰ্দৃষ্টিৰ প্ৰভাৱত বিশ্ব-সাহিত্য গঢ়ি উঠিছে, বাণীমন্দিৰৰ উচ্চ সিংহাসন জিলিকি আছে, তেনে সাহিত্য আমাৰ দেশত কেইখন? আজি মই মোৰ ঘৰত বৰ মানুহ বোলাই শিৰোমণি ভূঞা হব পাৰোঁ, কিন্তু বিশ্ব-সভাত আমাৰ ঠাই ক'ত?

সাহিত্যৰ সৌন্দৰ্য্যই কবিতা, কল্পনাৰ স্বাভাৱিকতাই কবিতা; জীৱন প্ৰবাহত অসংযতভাৱে উঠা ভাব-তৰঙ্গৰ কৰুণ উচ্ছ্বাসেই কবিতা। মানুহে যেতিয়া গভীৰ নিৰাশাত ডুব গৈ সংসাৰৰ অসাৰতা অনুভৱ কৰে, মৰ্ম্মভেদী বেদনাৰ কৰুণ সুৰত মানুহৰ হৃদয় উদ্বেলিত হয়, দুৰ্জ্জয় আকাঙ্ক্ষাৰ প্ৰবল ধুমুহাত মানুহে যেতিয়া জীৱনৰ আঁত হেৰুৱায়; আশা মৰীচিকাত পৰি বাসনাৰ তীব্ৰ পিয়াহত কণ্ঠাগত হৈ প্ৰাণে

কবিতা

যেতিয়া সান্ত্বনাৰ শীতল ছায়া চিদানন্দৰূপ 'ওৱেচিছ' বিচাৰিবলৈ প্ৰয়াস পায়; তেতিয়াহে ভাৱ-ৰাজ্যত কবিতাৰ সৃষ্টি হয়। অন্তৰৰ এই হ্লাদিনী শক্তিয়েই কবিতা।

সংযত অৱস্থাৰ মাজেদি কবিসকলৰ ভাবৰ স্ফুৰণ হয়। পৰিদৃশ্যমান জগতত সচৰাচৰ ঘটি থকা ইন্দ্ৰিয়গ্ৰাহ্য বিষয়বিলাকৰ অনুশীলন কৰি লোৱা ভাবৰ সমষ্টিৰ পৰিকল্পনাই কাব্য। প্ৰাণৰ উদ্দাম আকুলতা সংযত ভাবে ৰাখি নিৰ্ম্মল প্ৰেমৰ উপাসনা কৰা সকলেই মহাকবি। প্ৰকৃতিৰ লীলামাধুৰ্য্য আৰু কমনীয়তা সৌন্দৰ্য্য-পিপাসু কবিসকলৰ উপভোগৰ সামগ্ৰী। সিবিলাকে আকুল আবেগপূৰ্ণ বিৰহ নিদাঘৰ শেষত শৰতৰ নিৰ্ম্মল জোনালী নিশাত শেৱালিৰ মধুৰ হাঁহি দেখি তৃপ্তি পায়; নিষ্ঠুৰ হেমন্তৰ অন্তত বসন্তৰ বিশ্ববিমোহন ৰূপত অপাৰ আনন্দ উপভোগ কৰে। কবিয়েই প্ৰকৃতি ৰাণীৰ প্ৰিয় পুত্ৰ। কবিয়েই প্ৰকৃতিৰ প্ৰধান সেৱক। কবিয়েই কাব্য-মন্দিৰৰ নীৰৱ পূজাৰী—জ্ঞান-মাৰ্গৰ সাধক।

করুণ কোমল অন্তৰৰ ভাল পোৱাই অনুভূতিৰ কাৰণ। জগতক ভাল পাই তেঁৱেই,—যিজনে কল্পনা শক্তিৰ প্ৰভাৱত সৃষ্টিৰ প্ৰেৰণা পায়, আনৰ অন্তৰৰ মৌন ব্যথাই হৃদয় উদ্বেলিত কৰে। তেতিয়া তেওঁ বাহিৰৰ প্ৰকৃতিক ভালপোৱাৰ ভিতৰেদি অনুভূতিৰ ৰঙেৰে বোলাই নতুন ৰূপ দিয়ে; আনৰ দুখ-বেদনা গভীৰ ভাবে উপলব্ধি কৰি সুপ্ত চৈতন্য জগাই তোলে আৰু গভীৰ বেদনাৰ অনুভূতিখিনি জগতক বিলাই দি আত্মপ্ৰসাদ লাভ কৰে; তেৱেঁই বিশ্ব-ভোলা মহাকবি, তেৱেঁই অতিমানৱ। শ্ৰীকৃষ্ণ, যীশু, মহম্মদ, বুদ্ধ, গান্ধী প্ৰভৃতি যুগপ্ৰৱৰ্ত্তক মহামানৱসকল।

প্ৰেম শাশ্বত, সত্য আৰু সনাতন বস্তু। এই প্ৰেমকে কেন্দ্ৰ কৰি জগতৰ মহাকাব্য-বিলাক ৰূপ আৰু ৰসত ৰচিত হৈছে। অবৈধ প্ৰেম-কাহিনী, কাহিনী হব পাৰে, কাব্য নহয়, পূতিগন্ধময় নৰকৰ চিত্ৰ। মহাকাব্যৰ ৰসত দেহাতীত, জীৱনাতীত সকলো মোহ, সকলো অশুচি আৰু সকলো পাপৰপৰা মুক্ত উৰ্দ্ধলোকত এখন ধুনীয়া কল্পলোক সৃষ্টি হয়। য'ত উদ্দাম লালসা, কামনাৰ লেলিহান বহ্নিশিখাই স্পৰ্শ কৰিব নোৱাৰে,—সেয়ে প্ৰকৃত কাব্য। যিয়ে জগতৰ বাহিৰৰ নজনাক জানিবলৈ প্ৰাণৰ হেঁপাহ, সাধনাৰ নিৰ্দ্দেশ দিয়ে, সেয়ে কাব্যৰ চৰম আৰু পৰম অভিব্যক্তি। কাব্য ব্যক্তিগত জীৱনৰ অভিজ্ঞতাৰ ৰূপময় চিত্ৰ।

কাব্যৰ অঙ্গ ঘাইকৈ দুটা—সঙ্গম আৰু বিৰহ। কবিয়ে সঙ্গম আৰু বিৰহৰ তুলনাত বিৰহকে শ্ৰেষ্ঠ আসন দিছে। প্ৰিয়তম জনৰ বিৰহত পৰম বেদনাৰ দাবানলত দগ্ধ হৈ অশ্ৰু সম্বৰণ কৰিবলৈ কৰা ব্যৰ্থ প্ৰয়াস। প্ৰাণৰ ঐকান্তিক আৰাধনাই বিৰহ; জীৱনৰ অপূৰ্ণতাই বিৰহ; দুৰ্লভ প্ৰেমৰ সাধনাই বিৰহ। বিৰহ দুৰ্ল্লভ বস্তু দেখিয়েই শ্ৰেষ্ঠ। 'বৰমিহ বিৰহো ন সঙ্গমস্তস্যাঃ'। উভয়ৰ মূলত পবিত্ৰ প্ৰেম। অমৰ কবিয়ে অমৰ লেখনীত দুষ্যন্ত আৰু শকুন্তলাৰ সঙ্গম আৰু বিৰহৰ চিত্ৰ অঙ্কন কৰি থৈ গৈছে। সেই চিত্ৰত সঙ্গমতকৈ বিৰহৰ শ্ৰেষ্ঠতাই প্ৰতিপন্ন হয়। হিমালয়ৰ ওচৰৰ কণ্ব আশ্ৰমত থকা ঋষি-কন্যা শকুন্তলা যেতিয়া মালিনী তীৰৰ শিলাখণ্ডত বহি থাকোঁতেই দুষ্যন্তৰ লগত সঙ্গম হৈছিল, তেতিয়া তৃষাতুৰ দুষ্যন্তই শকুন্তলাক প্ৰাণৰ আকাঙ্ক্ষা জনাইছিল,—

কাব্যৰ ৰূপ সঙ্গম

'অপৰিক্ষত কোমলস্য তাবৎ কুসুমস্য নবস্য ষট্পদেন অধৰস্য পিপাসতা ময়া তে সদয় সুন্দৰি! গৃহ্যতে ৰসোঽস্য' সেই সময়ত উভয়ৰ গান্ধৰ্ব্ব বিবাহ দাম্পত্য জীৱনৰ সম্ভোগ! তাৰ পাছত দুৰ্ব্বাসাৰ শাপত স্মৃতিভ্ৰষ্ট দুষ্মন্তই শকুন্তলাক নিষ্ঠুৰৰূপে প্ৰত্যাখ্যান কৰে। অভিজ্ঞান লাভ কৰাৰ পাছত লব্ধস্মৃতিয়ে দুষ্মন্তৰ তীব্ৰ বিৰহ বেদনা জগাই দিয়ে,—

'স্বপ্ন নু মায়া নু মতিভ্ৰমো নু
ক্লিষ্টং নু তাবৎ ফলমেব পুণ্যম্।
অসন্নিবৃত্তৈ তদতীতমেতে
মনোৰথানামতট প্ৰপাতাঃ।'

ইপিনে, হেমকূট গিৰিৰ ওচৰত মাৰীচ ঋষিৰ পুণ্যাশ্ৰমত থকা বিৰহিণী শকুন্তলাৰ কি অৱস্থা! দুষ্মন্তই কৈছে,—

'বসনে পৰিধূসৰে বসানঃ নিয়ম ক্ষামমুখী ধৃতৈক বেণী
অতি নিষ্কৰুণস্য শুদ্ধশীলা মম দীৰ্ঘং বিৰহব্ৰতং বিভৰ্ত্তি॥'

এয়ে প্ৰকৃত বিৰহ। যি আশ্ৰমত বিৰহিণী শকুন্তলা বৃহৎ শূন্যতাৰ মাজত নিজক নিয়ম-সংযতভাৱে ৰাখি, অপৰিমেয় দুখ বেদনা বুকুত বান্ধি লৈ জীৱন যাপন কৰিছিল, সেয়ে প্ৰকৃত প্ৰেম-বিৰহ!

বিৰহীয়ে প্ৰাণত যি ৰিক্ততা অনুভৱ কৰে, সেই কাতৰোক্তিৰ বৰ্ণনাই কাব্যৰ সফলতা। এই বিৰহ-সঙ্গম আধ্যাত্মিক ভাৱে চালে দেখিবলৈ পাওঁ, যেতিয়া ভক্তই ভগৱানক প্ৰেমানন্দ বুলি ভাবি পৰম আনন্দ উপভোগ কৰে, অধ্যাত্ম-জগতৰ ৰহস্যখিনি স্বৰ্গীয় সঙ্গীতৰ মূৰ্চ্ছনাত ফুটাই তোলে, সেই আনন্দ নন্দনাতীত, অবিনশ্বৰ আৰু অবৰ্ণনীয়।

মেঘদূত এখনি বিৰহ গীতিকা, নিবিড় প্ৰেমৰ জীৱন্ত ছবি। দয়িতাক পাবলৈ কৰা কাতৰোক্তি! বিশ্ব-মানৱৰ অন্তৰত যি শাশ্বত বিৰহ বেণু নিতৌ বাজি আছে, আবেগৰ তীব্ৰতা আৰু প্ৰাণৰ ব্যাকুলতাই গোটেই বিশ্ব-ব্ৰহ্মাণ্ড আলোড়িত কৰি তুলিছে, তাৰেই অনুকূল ভাবোদ্দীপক বুলি মেঘদূত কাব্য ইমান ভাল লাগে নে? কব নোৱাৰোঁ, কিয় ভাল লাগে; কিয় এনে মৰ্ম্মস্পৰ্শী। ইয়াৰ শব্দ-ঝঙ্কাৰ, উপমা, অনুপ্ৰাস, মন্দাক্ৰান্তা ছন্দৰ হিল্লোলত, সাৱলীল গতিত প্ৰাণত এটা বিশ্বজনীন ভাৱৰ উন্মাদনা জগাই দিয়ে। ইয়াত বহিঃ-প্ৰকৃতিৰ বিচিত্ৰ ৰূপ-সম্ভাৰ নাই।

সাহিত্যৰ ৰূপ বিৰহ

নাজানো কোন কাহানি উজ্জয়িনী নগৰৰ ৰেবা নদীৰ পাৰত সৰু জুপুৰি ঘৰ এটিৰ চোতালত বহি অমৃতৰ পুত্ৰ বিৰহী কবিয়ে মেঘাচ্ছন্ন আকাশলৈ চাই "কশ্চিৎ কান্তা বিৰহ গুৰুণা" বুলি মন্দাক্ৰান্তা ছন্দত অমৰ গীতি-কাব্য লেখিছিল! কল্পনাৰ কল্পলোক সৃষ্টি কৰি মেঘদূতৰ নিচিনা অনুপম ৰস-সাহিত্য সৃষ্টি কৰিছিল! এই বিৰহ মিথুন ৰাগৰ বিৰহ মিলন নহয়, সাময়িক উত্তেজনাত ওপজা ভাবোচ্ছ্বাস নহয়, সুখ দুখৰ তড়িত খেলা নহয়। এই বিৰহ বিৰাট বিপুল, বিৰহী যক্ষৰ অকৃত্ৰিম অন্তৰ-বেদনাৰ নিগূঢ় অভিব্যক্তি। বৰ্ষাকালত সজল জলদ ৰাশিৰ গুণ বৰ্ণনা অনবদ্য সুৰত গঁথা কবিত্ব সম্ভাৰেই মানুহৰ ভাষাত ফুটি ওলোৱা বিৰাট

প্ৰশস্তি। ভাৱময় প্ৰেমময় চৈতন্য স্বৰূপ জড়বস্তু মেঘক সঙ্গী কৰি লৈ অপৰূপ সৌন্দৰ্য্যৰ কল্পলোকত থকা, চিৰপ্ৰিয় চিৰসুন্দৰৰ লগত কবিৰ আনন্দ মিলনৰ ধ্যান বৰ্ণনা, এয়ে শাশ্বত আত্মাৰ ৰসৰ অভিসাৰ। এনে বিৰহৰ অৱসান নাই, ই অনন্তৰ মাজেদি ভূমাৰ চৰণত কৰা আত্ম-নিবেদন।

মেঘদূত দুটা সৰ্গত ভাগ হৈছে,—পূৰ্ব্বমেঘ আৰু উত্তৰ মেঘ। পূৰ্ব্বমেঘৰ বৰ্ণনাত কবিৰ প্ৰধান বিশেষত্ব আৰু অদ্ভুত কৃতিত্ব এই, এটা জড় বস্তুক কমনীয় কল্পনাৰ সম্পদ আৰু অনুপম বৰ্ণনাৰ গুণত সচেতন কৰি তুলিছে। প্ৰভাতত ফুলি উঠা কুটজ কুসুমৰ অৰ্ঘ্য ৰচনা কৰি মুগ্ধ অন্তৰৰ করুণ কাতৰতাৰ মিনতিৰে এইদৰে আবেদন জনাইছে,—

প্ৰত্যাসন্নে নভসি দয়িতা জীৱিতালম্বনাৰ্থী
জীমূতেন স্বকুশলময়ীং হাৰয়িষ্যন্ প্ৰবৃত্তিম্।
স সত্যগ্ৰৈঃ কুটজ কুসুমৈঃ কল্পিতাৰ্ঘায় তস্মৈ
প্ৰীতঃ প্ৰীতি প্ৰমুখ বচন; স্বাগত ব্যাজহাৰ ॥ ৪

উত্তৰ মেঘৰ অলকাপুৰীৰ বৰ্ণনাও অতি মনোৰম। অপূৰ্ব্ব ৰস সৃষ্টি আৰু অভিনৱ সৌন্দৰ্য্য সম্ভাৰেৰে ভৰপূৰ,—

হস্তে লীলা কমলামলকে বাল কুন্দানুবিদ্ধং
নীতা লোধ্ৰপ্ৰসৱ ৰজসা পাণ্ডুতা মাননে শ্ৰীঃ।
চূড়াপাশে নৱ কুৰুবকং চাৰু কৰ্ণে শিৰীষং
সীমন্তেৰ ত্বদুপগমজং যত্ৰ নীপ বধূনাম্ ॥ ২

অন্তৰঙ্গ সাহিত্যৰ ৰসধাৰাৰ গতি সাবলীল আৰু স্বচ্ছন্দ। মনৰ ৰুদ্ধ দুৱাৰ আঙুলিৰ সঙ্কেততে আপুনি মুকলি হয়। প্ৰকৃত কাব্যই অপৰূপ অঙ্গ-সৌষ্ঠৱ আৰু আভিজাত্য নিবিচাৰে, বিচাৰে অনাড়ম্বৰ প্ৰকাশভঙ্গী আৰু প্ৰাণসম্পদৰ প্ৰচুৰতা।

কাব্য মানুহৰ নাটকীয় জীৱনৰ পৰম বস্তু। কাব্যই মানৱৰ সম্পূৰ্ণ বিকাশ আৰু ব্যক্তিৰ অখণ্ড চৈতন্যৰ সৌম্য মূৰ্ত্তি।

সাহিত্যৰ গতি

আজিকালি বাস্তৱতাৰ নামত কিছুমান বীভৎস আৰু নিৰ্ল্লজ্জ সাহিত্য সৃষ্টি হবৰ উপক্ৰম হৈছে; ইয়াৰ প্ৰতিকাৰৰ উপায় কি, আমাৰ ভৱিষ্যৎ সাহিত্য পন্থাৰ নিৰ্দ্ধাৰণ কি? তাৰে অলপ আলোচনা কৰি চোৱা যাওক—

মানুহৰ অন্তৰৰ বিভূতি খিনিয়েই মানৱ-সৌন্দৰ্য্য, প্ৰাণৰ পৰশ। যেন ৰজনীগন্ধা ফুলৰ প্ৰীতিমণ্ডিত পৰিমলখিনি। কিন্তু বৰ্ত্তমান কথা-সাহিত্য আৰু কবিতাৰ মূলত এটা অতি স্থূল, হীন, অশুচি আৰু কুৰুচিপূৰ্ণ কল্পনাবিলাস সৃষ্টি হব ধৰিছে। বায়স্কোপৰ চলচ্চিত্ৰৰ নিচিনা এটা অনিশ্চিত লালসাৰ বা-মাৰলিত ঘূৰি ফুৰিব লাগিছে! মানুহে প্ৰকৃতিৰ নিৰ্দ্দেশ মানি চলিব লাগে সঁচা, নাৰীৰ অঙ্গ-সৌষ্ঠৱৰ কৃত্ৰিম সৌন্দৰ্য্য উপভোগ কৰিব লাগে লঁচা; কিন্তু ইয়াৰ শেষ কত? কোনোবাই কব পাৰে নে? দৈহিক সম্ভোগৰ ক্ষুধা আৰু চিত্ত-বিনোদক অশ্লীল চিত্ৰৰ বৰ্ণনাই সাহিত্য সৃষ্টি নহয়,—সি সাহিত্যৰ আবৰ্জ্জনা মাথোন; তাৰপৰা

বিষাক্ত বাষ্প উঠি সতেজ মনক সংক্রামিত কৰি তোলে। সম্ভোগ-বাসনাপূৰ্ণ পঙ্কিল জীৱন মোহৰ আৱৰ্ত্তত পৰি আপোন বৈশিষ্ট্য হেৰুৱায় আৰু ভৱিষ্যৎ জীৱন ব্যৰ্থ কৰি তোলে। বিশ্ব মানৱৰ আত্মিক যোগসূত্ৰ ছিগি পেলায়। এনে সাহিত্য আবৰ্জ্জনাৰ ওপৰত গজা কাঠফুলা। এনে সাহিত্যই গণ-মানৱক নিয়ন্ত্ৰিত কৰিব নোৱাৰে। সংসাৰৰ ঘাত প্ৰতিঘাতৰ সমস্যা পূৰণৰ উপকৰণেই সাহিত্য। এটা সম্মিলিত শক্তিৰ পূৰ্ণতা দিব লাগিলে সাহিত্যৰ সৃষ্টিয়েহে মূলীভূত কাৰণ। জাতিৰ সুখ-দুখ, আশা-আকাঙ্ক্ষা সহজ সাহিত্যৰ ভিতৰেদি পৰিস্ফুট হয়। প্ৰচাৰমূলক সাহিত্য ৰচনা কৰি জনসাধাৰণৰ মাজত বিলাই দি জাতিক নিয়ন্ত্ৰিত কৰি তোলা হয়।

অতীতৰ কুসংস্কাৰ, অন্ধ অনুৰক্তি আৰু দাসত্বই জাতিৰ অধঃপতনৰ মূল কাৰণ। বিশেষকৈ গণ-মানৱৰ অন্ন সমস্যাৰ সমাধান, নিৰক্ষৰতা দূৰ কৰিবলৈ কৰা প্ৰচেষ্টা—এই বোৰেই জাতীয় সাহিত্যৰ ধাৰা। মানুহে মানুহৰ ওপৰত কৰা অনাচাৰ, অত্যাচাৰ, জন্মগত অধিকাৰৰ দাবী, ৰাষ্ট্ৰীয় প্ৰভুত্ববাদ, ধৰ্ম্মৰ নামত সাম্প্ৰদায়িক বিদ্বেষবহ্নিৰ পৰা জাতিৰ মুক্তি, অস্পৃশ্যতা পাপৰ পৰা জাতিক উদ্ধাৰ কৰিবলৈ সাম্যবাদ প্ৰচাৰ কৰা আৰু আত্ম-মৰ্য্যাদা আদি জগাই তোলাই জাতীয় সাহিত্যৰ সাৰ্থকতা। শিক্ষা, সমাজ আৰু ধৰ্ম্ম সংস্কাৰৰ নতুন পন্থা উদ্ভাৱন কৰি জাতিক আত্ম-প্ৰতিষ্ঠিত কৰিবলৈ প্ৰাণস্পৰ্শী সাহিত্য ৰচনা কৰিব লাগিব। জনসাধাৰণৰ অন্তৰ স্পৰ্শ কৰিব পৰা সাহিত্যই প্ৰকৃত সাহিত্য।

সাহিত্যৰ উদ্দেশ্য আৰু আদৰ্শ

বিভিন্ন দেশৰ চিন্তাশীল মনীষী সকলে মানুহৰ চিৰন্তন সমস্যা বিলাকৰ সমাধান কৰিবলৈ উপায় উদ্ভাৱন, আৰু তাৰে সমালোচনা কৰি সত্য বস্তুটিক উপলব্ধি কৰিবলৈ তেওঁলোকৰ যি প্ৰয়াস, সি দুৰ্জ্জয় সাধনা,—দুৰ্লঙ্ঘ্য হিমালয় লঙ্ঘনৰ বিৰাট অভিযান।

আজি জগতৰ ভিন ভিন জাতিয়ে ভাৱৰ আদান-প্ৰদানৰ সহায়েৰে পৰস্পৰৰ লগত অঙ্গাঙ্গীভাৱে মিলি এটা বিৰাট দেহৰ সৃষ্টি কৰিবলৈ পৰিকল্পনা হব লাগিছে, এই আন্তৰ্জ্জাতিক মিলনৰ প্ৰচেষ্টা, মানৱ জাতিৰ ইতিহাসত এটা নতুন অধ্যায়ৰ সূচনা।

আজি ভাৰতে নৱজাগৰণৰ প্ৰেৰণা পাইছে মহামনীষী, অতিমানৱ গান্ধীৰ কঠোৰ সাধনাৰ বলত। সেয়েহে জাতীয় আন্দোলনৰ সৃষ্টি। ভাৰতে যদিও স্বৰাজ লাভ কৰিব পৰা নাই, কিন্তু ভাৰতৰ মৰ্য্যাদা ভালেখিনি বঢ়াই তুলিছে যে তাত কোনো সন্দেহ নাই। প্ৰত্যেক ভাৰতবাসীয়ে আত্ম-প্ৰতিষ্ঠাৰ বলত দেখুৱাব লাগিব,—সভ্যতা, কৃষ্টি আদি আপোন বৈশিষ্ট্য।

বৰ্ত্তমান যুগ আত্মপ্ৰতিষ্ঠাৰ যুগ। আজি নব্যভাৰতে, প্ৰাচীন ভাৰতৰ নিচিনাকৈ জগতক উপেক্ষা কৰি বৈৰাগ্যব্ৰতত ব্ৰতী হৈ থাকিলে নচলিব। ভাৰতৰ ৰাষ্ট্ৰীয় সাধনাক ঐশ্বৰ্য্য সম্ভাৰেৰে সমৃদ্ধিশালী কৰি তুলিবলৈ হলে দুৰ্জ্জয় শক্তিৰ আৱশ্যক। স্বদেশ-প্ৰেমৰ দৃঢ় সঙ্কল্পত অনুপ্ৰাণিত হৈ গণমানৱৰ কল্যাণ সাধন কৰিবলৈ সাজু হব লাগিব।

অন্ধ অনুকৰণ, ভাষ্য আৰু অনুবাদে জাতিক প্ৰেৰণা দিব নোৱাৰে। এটা জাতিৰ ভাৱ আৰু ভাবা দেশ কাল পাত্ৰ ভেদে আন এটা জাতিৰ ভাৱ আৰু ভাষাৰ লগত সমুলি খাপ

নাথায়। এটা জাতিৰ সুখ-দুখ, অভাৱ-অভিযোগ আন জাতিৰ পৰা সম্পূৰ্ণ পৃথক। মাথোন এটা আদৰ্শৰ ক্ষীণ আভাস পাব পাৰি, মৌলিক সাহিত্য ৰচনা নহয়।

পাশ্চাত্যৰ অন্ধ অনুকৰণ ভাৰতৰ পক্ষে যেনে অপমানজনক, তেনেকৈ ভাৰতৰ উন্নতি আৰু অভিব্যক্তিৰ বিৰোধী। দেশে আজি নিজৰ সাধনাৰ বলত অভিষিক্ত হৈ জীৱন সংগ্ৰামৰ যুদ্ধ ঘোষণা কৰিব লাগিব ; তেহে আমাৰ মুক্তি।

এফালে অশিক্ষিত, নিৰন্ন, অৰ্দ্ধনগ্ন, দীন-দৰিদ্ৰ দাৰিদ্ৰ্যৰ চৰম সীমাত উপস্থিত ; আনফালে শিক্ষিত তৰুণৰ দলে সংসাৰাশ্ৰমৰ দুৰ্ৱাৰদলিত জীৱিকাৰ পথ অৱৰুদ্ধ দেখি আৰ্ত্তনাদত গগণ ফালিব লগা কৰিছে। জাতিসঙ্ঘ অস্ত্ৰ-নিয়ন্ত্ৰণ সমিতিয়ে ৰক্ত-পিপাসু জাতিক সংযত কৰিবলৈ ব্যস্ত। এফালে আকৌ সুসভ্য বলদৃপ্ত জাতি, স্বাৰ্থসিদ্ধিৰ কাৰণে দুৰ্ব্বল জাতিক উৎপীড়ন কৰিবলৈ আসুৰিক শক্তিৰ প্ৰয়োগ ; শাসন-সংস্কাৰ লৈ ৰজা প্ৰজাৰ মাজত বিৰোধ ভাৱ। আনফালে নিজ নিজ অধিকাৰ লৈ বিভিন্ন সম্প্ৰদায় ব্যাকুল। এনে ভাবে আমাৰ দৈনন্দিন জীৱন সমস্যা-সঙ্কুল হৈ উঠিছে যে, ভাবিলে বুকু কঁপি উঠে।

জাতিৰ বা ব্যক্তিৰ আৰ্থিক অৱস্থাৰ উন্নতি নহলে কোনো প্ৰকাৰ সংস্কাৰৰ সম্ভাৱনা নাথাকে। আৰ্থিক স্বচ্ছলতা ঘাইকৈ নিৰ্ভৰ কৰে কৃষিজাত বস্তু আৰু শিল্পজাত বস্তুৰ ওপৰত।

সাহিত্য সাধনাৰ অন্তৰায়

আমাৰ দেশ কৃষিপ্ৰধান দেশ। কৃষি আৰু শিল্পৰ ৰীতি পদ্ধতি মান্ধাতাৰ দিনৰ পৰা চলি অহা প্ৰণালীকে আশ্ৰয় কৰি আহিছে। লাভৰ ভিতৰত এয়ে হৈছে, ক্ৰমে আমি হীনবল আৰু দৰিদ্ৰতাৰ চৰম সীমা পাইছোঁ গৈ। জাতীয় সম্পদ বাঢ়ে, কৃষি আৰু শিল্পত। আন দেশৰ তুলনাত বাণিজ্য বিষয়ত আমি সম্পূৰ্ণ অনভিজ্ঞ। কি উপায়ে কৃষিজাত সম্পদ, শিল্পজাত সম্পদত পৰিণত কৰিব পাৰি আমি সেই বিষয়েও অজ্ঞ। আমাৰ দেশৰ কৃষিজাত বস্তুবিলাকে প্ৰায়েই বিদেশলৈ ৰপ্তানি হয়, বিদেশজাত বস্তু আমাৰ দেশলৈ যেতিয়া ঘুৰি আহে, তেতিয়া আমি দহ গুণ মূল্য দি কিনিবলৈ বাধ্য হওঁ। দেশত ধন-সম্পদ বৃদ্ধি নোহোৱাৰ ইও এটা প্ৰধান কাৰণ। কৃষি আৰু শিল্প সম্পদ আমাৰ দেশত প্ৰচুৰ। তথাপি আমি পৰমুখাপেক্ষী। কৃত্ৰিম উচ্চ শিক্ষাৰ পদ্ধতিয়ে আমাৰ দেশৰ মানুহক এনে অকামিলা আৰু অভিমানী কৰি লৈছে যে, আমি আত্ম-সন্মান হেৰুৱাই দাসত্ব বৃত্তিকেই আমাৰ জীৱিকাৰ ঘাই অৱলম্বন কৰি লৈছোঁ। জাতিৰ মনোবৃত্তি, অভিৰুচি আৰু কৰ্ম্ম পদ্ধতিৰ সংস্কাৰ, শিক্ষাৰ সংস্কাৰ আমাৰ প্ৰধান লক্ষ্য হোৱা কৰ্ত্তব্য। জাতীয় চিন্তাধাৰাৰ গতি ঘুৰাই, মানসিক আৰু সামাজিক ব্যাধিৰপৰা মুক্ত হবলৈ সাহিত্যৰ প্ৰগতি বহুমুখী হব লাগিব।

আধুনিক শিক্ষা পদ্ধতিৰ বিৰুদ্ধে মোৰ প্ৰধান অভিযোগ, শিক্ষাৰ কেন্দ্ৰবিলাকত আমাক 'মানুহ' কৰি তুলিবলৈ কোনো ব্যৱস্থা নাই ; চৰিত্ৰ-গঠনত অন্তৰৰ সদ্‌বৃত্তিবিলাকৰ স্ফুৰণ নাই ;

বৰ্ত্তমান শিক্ষাৰ কেৰোণ

জীৱনৰ সম্পূৰ্ণ বিকাশ নাই। পাঠ্য পুথিৰ ভিতৰত নীতিমূলক প্ৰবন্ধ থাকিলেও চৰিত্ৰ গঠনৰ উদ্দেশ্যে লৈ শিক্ষা দিয়া হয় বুলি কব নোৱাৰোঁ। মানসিক আৰু শাৰীৰিক শিক্ষাৰ উৎকৰ্ষ সাধনৰ কোনো ব্যৱস্থা নাই। আমেৰিকা আৰু জাৰ্ম্মাণ দেশৰ প্ৰাথমিক শিক্ষা লৰা-ছোৱালীক বাধ্যতামূলক কৰি দিয়া হয়।

বিশেষকৈ ধৰ্ম্ম আৰু নৈতিক বলত অভিষিক্ত কৰিহে আত্মনিৰ্ভৰ হ'বলৈ শিক্ষা দিয়াৰ ব্যৱস্থা। বৰ্ত্তমান শিক্ষা প্ৰণালীত নানা প্ৰকাৰ শিক্ষাৰ আয়োজন থাকিলেও পৰমশিক্ষা আত্মশিক্ষা বা ধৰ্ম্ম শিক্ষাৰ অভাৱৰ কাৰণে শিক্ষাৰ মূল উদ্দেশ্যটিয়েই ভ্ৰষ্ট হৈছে। পাশ্চাত্য শিক্ষাবিস্তাৰৰ আদি যুগত শিক্ষাৰ যেনে ব্যৱস্থা আছিল, বৰ্ত্তমানে বহুত উন্নত আদৰ্শমূলক হলেও পাণ্ডিত্য আৰু জ্ঞান সাধনাৰ কাৰণে অধ্যৱসায় আৰু অনুৰাগ ছাত্ৰসকলৰ ওচৰত "সাধুকথা" যেন লাগে। সৰহ ভাগ ছাত্ৰক পল্লৱগ্ৰাহিতাৰ ফালেই ঢাল খোৱা যেন লাগে,—প্ৰধান লক্ষ্য কি উপায়ে পৰীক্ষাত উত্তীৰ্ণ হব পাৰে। চেক্সপিয়াৰৰ নাটক দুখন, সংস্কৃত নাটক, মনু সংহিতাৰ এট স্বৰ্গ আৰু অৰ্থনীতি অথবা ৰাজনীতিৰ 'বাজাৰী নোট' পঢ়ি সম্পূৰ্ণ জ্ঞান লাভ নহলেও সহজে 'বি-এ' পৰীক্ষাত উত্তীৰ্ণ হব পাৰে। ছাত্ৰৰ জীৱন-মৰণ নিৰ্ভৰ কৰিছে, পৰীক্ষাত উত্তীৰ্ণ হোৱা নোহোৱালৈ আৰু চাকৰিৰ লোভত উকলি পুঙ্গা হৈ অনাই-বনাই ফুৰা। জীৱনত যদি কোনোটোৱে সিদ্ধি নহয়, তেতিয়া অৱশেষত হয় নিৰুদ্দেশ নাইবা আত্মহত্যা। ইয়াৰ গূঢ় কাৰণ চাকৰিৰ মোহ আৰু সামাজিক মৰ্য্যাদা। (ইংৰাজী শিক্ষাত শিক্ষিতসকলৰ সমাজত অলপ সম্মান আছে। দুয়োটাই নৈতিক শিক্ষা আৰু চৰিত্ৰ গঠনত ছাত্ৰৰ প্ৰধান অন্তৰায়।)

আমাক লাগে কি

বৰ্ত্তমানে আমাক আদৰ্শ চৰিত্ৰ, সত্যনিষ্ঠ, জ্ঞানতপস্বী শিক্ষক এক শ্ৰেণীৰ আৱশ্যক হৈছে, যি শিক্ষক শ্ৰেণীয়ে তৰুণৰ দলক মানুহ কৰি তুলিব পাৰিব, যি তৰুণ দলে সত্যৰ কাৰণে প্ৰাণ দিব পাৰিব, দধীচিৰ দৰে আত্মত্যাগ কৰিব পাৰিব, আপোনাৰ চৰিত্ৰৰ মাহাত্ম্যত আৰু প্ৰগাঢ় পাণ্ডিত্যৰ গুণত জগতৰ শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিব। যি জাতিৰ তৰুণৰ দল আদৰ্শনিষ্ঠ, পূত-চৰিত্ৰ, নিৰ্ভীক আৰু জ্ঞানৰ পূজাৰী হৈ জাতি গঠনৰ কঠোৰ কৰ্ত্তব্য কান্ধত তুলি লবলৈ সমৰ্থ হব সেই জাতিৰ তৰুণৰ দলে বিশ্ব-সভাত ওলগৰ শৰাই লাভ কৰিব পাৰিব।

সাহিত্য ক্ষেত্ৰত পাঠাগাৰৰ আৱশ্যকতা

প্ৰায় দুহাজাৰ বছৰৰ আগেয়ে পুৰণি ভাৰতত হিন্দু বিশ্ববিদ্যালয় কেবাখনিও আছিল। তাৰ ভিতৰত জগদ্দল বিহাৰ, নালন্দা আৰু তক্ষশিলাৰ শিক্ষাকেন্দ্ৰই প্ৰধান। বিভিন্ন দেশৰ ছাত্ৰসকলে এই কেন্দ্ৰতে শিক্ষা লাভ কৰিছিল। সেই সময়ত কাগজ আবিষ্কাৰ হোৱা নাছিল। গছৰ পাত, ভূৰ্জ্জ, তাল পাতত হাতে লিখি পুথি ব্যৱহাৰ কৰিছিল। পাণিনি, চানক্য আদি বিদগ্ধ পণ্ডিতসকলে সেই শিক্ষা-কেন্দ্ৰত জ্ঞান উপাৰ্জ্জন কৰিছিল। তাত সাহিত্য, গণিত, জ্যোতিষ আদি ১৮ বিধ বিদ্যা, নৃত্য-গীতাদি ৬৪ বিধ কলাবিদ্যা আৰু যোগ শাস্ত্ৰৰ শিক্ষা দিয়া হৈছিল। বৰ্ত্তমান পাশ্চাত্য জগতৰ বিশ্ববিদ্যালয়বিলাকত যি যি বিষয়ৰ শিক্ষা দিয়া হয়, সেই বিষয় বিলাকৰো শিক্ষা হৈছিল। সকলো শিক্ষাৰ কেন্দ্ৰস্থল আছিল নালন্দাই। চীন পৰিব্ৰাজক হিউয়েন চাং, ফা-হিয়ানে এই নালন্দাতে যোগশাস্ত্ৰ শিক্ষা কৰিছিল। শিক্ষা শেষ হোৱাৰ পাছত তেওঁলোকে বহু পুথি দেশলৈ লৈ যায়। নালন্দাতে 'ৰত্নোদধি' নামৰ এটা ন মহলাৰ পাঠাগাৰ আছিল। ইয়াতেই প্ৰাচীন ভাৰতৰ সভ্যতা, দৰ্শন, বিজ্ঞান, সাহিত্যৰ প্ৰতীক আছিল। দুখৰ বিষয় বৌদ্ধ-বিদ্বেষীসকলে বিশ্ববিখ্যাত পাঠাগাৰটো জুই লগাই পুৰি পেলায়। বাৰাণসী বিক্ৰমশিলা জগদ্দল, বিহাৰ আৰু উদন্তপুৰীৰ পাঠাগাৰো বিশ্ববিখ্যাত। এই বিলাকত প্ৰচুৰ ধৰ্ম্মগ্ৰন্থ আছিল। বক্তিয়াৰ খিলিজিয়ে

উদন্তপুৰীৰ প্ৰকাণ্ড পাঠাগাৰটো জুই লগাই পুৰি মনৰ তৃপ্তি সাধন কৰে। বৌদ্ধ সন্ন্যাসী সকলে অত্যাচাৰীৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ অলপ কেইখনমান পুথি চীন আৰু তিব্বত দেশলৈ লৈ যায়। নালন্দাতে ভাৰতৰ বিশ্ববিত্যালয় আৰু চতুষ্পাঠী বিলাকৰ পণ্ডিত আৰু শিক্ষকমণ্ডলী সমবেত হৈ ভাৱৰ আদান-প্ৰদান কৰিছিল। প্ৰাচীন ভাৰতভকৈ আজি নব্য ভাৰতৰ কি অৱস্থা ?

আমাৰ দেশতকৈ স্বাধীন দেশবোৰত বিভিন্ন পদ্ধতিৰে শিক্ষা দিয়া হয়, বিভিন্ন সাহিত্যৰ বিভিন্ন পাঠাগাৰ, মৌলিক তথ্য, বিজ্ঞান, শিল্প-বিত্যা, কলা-বিত্যা, নৌ-বিত্যা, কৃষি, তাঁতশাল আদিৰ পাঠাগাৰ বিলাকত, উন্নত ধৰণে শিক্ষা দিয়া হয়। পাশ্চাত্য দেশত যি বিলাক বৈজ্ঞানিক তথ্য আবিষ্কাৰ হৈ জগতৰ অভাৱনীয় কাম সমাধা হব ধৰিছে, ভাবিলে বিস্ময় মানিব লাগে। তাত সদনুষ্ঠান বিলাকত ৰাজশক্তিৰ পূৰ্ণ সহানুভূতি। তদুপৰি ধনী সাউদবিলাকৰ কোটি কোটি অৰ্থ দান। সেই দেশৰ মানুহ, মানুহ নহৈ কোন দেশৰ হব ? সকলোৰে গুৰিত সাহিত্যৰ চৰ্চ্চা ; সাহিত্যৰ ভিতৰেদি জাতিক উদ্বোধিত কৰি দেশ উন্নত আৰু স্বাধীন কৰা।

**সাহিত্য ক্ষেত্ৰত পাঠাগাৰৰ দান**

নাৰী জাতিক আৰু অনুন্নত জনসাধাৰণৰ মাজত শিক্ষা বিস্তাৰৰ প্ৰধান উপায় পাঠাগাৰ স্থাপন। মানুহৰ ব্যক্তিগত আৰু সমষ্টিগত শিক্ষাৰ পন্থা নিৰ্দ্দেশ কৰি দিয়ে পাঠাগাৰবিলাকেহে। জাতীয় জীৱনৰ ধাৰা, সামাজিক জীৱনৰ সংস্কাৰ আৰু সাহিত্য-সম্পদ বৃদ্ধি হয়, লোক-সাহিত্য ৰচিত হয়, পাঠাগাৰৰ লগত সম্বন্ধ থাকিলেহে। এনেকি ৰাজনৈতিক, অৰ্থনৈতিক বিপ্লববাদবো প্ৰতিধ্বনি হয় নানান পুথি অধ্যয়নৰপৰা। দেশৰ মুক্তিদাতা জনসাধাৰণ। গাঁও সংগঠনৰ প্ৰধান কাম গাঁৱে গাঁৱে পঢ়াশালি আৰু পাঠাগাৰ স্থাপন কৰা আৰু তাত থাকি শিক্ষা পোৱা জাতিয়ে জাতিৰ মাজত আত্মপ্ৰকাশ কৰে। পাঠাগাৰবিলাকত পুথি অধ্যয়ন আৰু শিক্ষাৰ উপকাৰিতা আৰু তাৰ ফল স্বেচ্ছাসেৱকসকলে বিশদ ভাৱে বুজাই গাঁৱলীয়া নিৰক্ষৰ হোজা মানুহৰ মাজত জাতীয় জাগৰণৰ স্পন্দন আনিব লাগে, তেনেহলেহে জাতিৰ আৰু দেশৰ কল্যাণ।

প্ৰাচীন কামৰূপৰ মুকুটস্বৰূপ নৰনাৰায়ণ ৰজাৰ দিনত নানান ব্যৱসায় লৈ অহা ভাটী ফালৰ কিছুমান হিন্দু মানুহ আমাৰ দেশত বসতি কৰি থাকে। মোগল সেনাপতি ৰামসিংহৰ লগত অহা কিছুমান মুছলমান সৈন্য কামৰূপ বা অসমতে থাকি অসমীয়া হৈ পৰে। মহাপুৰুষ

**অসমীয়া সাহিত্য আৰু বিদেশীৰ সমস্যা**

শঙ্কৰদেৱৰ অনুগ্ৰহতে বিদেশী হিন্দু বিলাকে মহাপুৰুষীয়া ধৰ্ম্ম গ্ৰহণ কৰি নিভাঁজ অসমীয়াৰ লগত মিহলি হৈ যায়। মানৰ আক্ৰমণত সোণৰ অসম যেতিয়া ছাৰখাৰ হয়, অৰাজকতাৰ শ্মশানভূমি হৈ পৰে, সেই সময়ত ব্ৰহ্মপুত্ৰ উপত্যকাৰ অধিকাংশ ঠাই হাবি বন আৰু হিংস্ৰ জন্তুৰ আবাসস্থল হৈ পৰিছিল। বৃটিছে অসমৰ শাসনাধিকাৰ লোৱাৰ বহু বছৰৰ পাছত কোম্পানীয়ে যেতিয়া ৰেলৱে লাইন খুলি দিয়ে সেই সময়ৰপৰা বিদেশী মানুহ অসমলৈ আহি হাবি-বন কাটি পতিত মাটিবিলাক দখল কৰি লয়। ক্ৰমে ক্ৰমে বিদেশী মানুহৰ সমাগম বাঢ়ি আহিবলৈ ধৰিছে, এই প্ৰবল জনস্ৰোত ভেটা দি ৰখাও অসম্ভৱ হৈ উঠিছে। অসম গাঁওভূঁই, পৰ্ব্বত ভৈয়াম, নদীৰ চাপৰি অধিকাৰ কৰি স্থানীয় ভাৱে থাকিবলৈ যো-জা কৰিছে। বৰ্ত্তমান আমাৰ প্ৰধান কৰ্ত্তব্য সিবিলাকক

আমাৰ সাহিত্যৰ ভিতৰেদি সঙ্কীৰ্ণ সাম্প্ৰদায়িকতা গুচাই এটা বৃহত্তৰ জাতি গঠন কৰি আপোন কৰি লোৱা। আৱশ্যক হলে সহজে বোধগম্য হব পৰা সাহিত্যৰ সৃষ্টি কৰি লব লাগিব। বিশেষকৈ দেশীয় বোৰ্ড বিলাকে বাধ্যতামূলক অসমীয়া পঢ়াশালি পাতি শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগে। বক্তৃতা দিয়াৰ সময় পাৰ হ'ল। গঠনমূলক কাম হাতত লব লাগে। প্ৰত্যেক অসমীয়া মানুহে যেতিয়া জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে কথা আৰু কামৰ লগত সংযোগ ৰাখি কাম কৰিব পাৰিব, তেতিয়াহে জন্মভূমিৰ গৌৰৱমুকুট উজ্জল হৈ উঠিব।

প্ৰবেশিকা পৰীক্ষালৈ মাতৃভাষাকে শিক্ষাৰ বাহন আৰু পাঠ্যতালিকাৰ পৰিবৰ্ত্তন কৰি অসমৰ হাইস্কুল বিলাকত অসমীয়া ভাষাৰে শিক্ষা কৰিব লাগিব বুলি শিক্ষা বিভাগৰ কৰ্তৃপক্ষই অনুমোদন কৰিছে। এনেস্থলত প্ৰবাসী বঙালী ছাত্ৰৰ কাৰণে পৃথক বঙালী হাইস্কুল পাতিবলৈ কৰ্তৃপক্ষই কিয় সাহায্য দান কৰিছে, কব নোৱাৰোঁ। অসমৰ প্ৰবল জনমত উপেক্ষা কৰি কৰ্তৃপক্ষই স্বেচ্ছাচাৰিতাৰ হে পৰিচয় দিয়া দেখা গৈছে। ৰাজ-শক্তিয়ে কৰিব নোৱাৰে কি? অৱশ্যে হাতীক হাতেৰে বগৰাই দিব নোৱাৰি। অসমীয়া জাতি বাৰিষাৰ ঢলত জাজিত উটি নাযায়। মোগলৰ আক্ৰমণ মানৰ উপদ্ৰৱ, প্ৰবল ভূমিকম্প আদি খণ্ড প্ৰলয়ৰপৰা অসমীয়া জাতিয়ে নিজৰ বৈশিষ্ট্য ৰাখি আহিছে, ভৱিষ্যতলৈও থাকিব। যিটো জাতি বাণ, নৰক, ভগদত্ত আদি মহাপৰাক্ৰমী ৰজাসকলৰ দিনৰে পৰা আছে, যিটো ভাষাই দীপিকা-ছন্দ, ডাকৰ বচনৰ দিনৰপৰা গৌৰৱ ৰক্ষা কৰি আহিছে, সেই গৌৰৱমণ্ডিত জাতি বা ভাষা পচোৱা বতাহত উৰি নাযায়। আন কি, যি দিনত মধ্য ছাত্ৰবৃত্তি, নৰ্ম্মাল আৰু হাইস্কুল বিলাকত অখণ্ড প্ৰতাপে বঙলা ভাষাৰ প্ৰচলন হৈছিল, সেই সঙ্কটৰ দিনতো অসমীয়া ভাষাই নিজৰ অস্তিত্ব বজায় ৰাখি কাৰো ওচৰত মূৰ নোদোঁৱাই আত্মৰক্ষা কৰি আছিল। যদিবাও প্ৰবলৰ হেঁচাত অনেক বাধা বিঘিনি ঘটিবৰ সম্ভৱ, এমূঠি অসমীয়া মৰো জীওঁ কৰি জীয়াই থকালৈকে অসমীয়া ভাষা জীয়াই থাকিব—ভয়ৰ কোনো কাৰণ নাই। অসমীয়াৰ সাহিত্য, অসমীয়াৰ কৃষ্টি আজি বহুকালৰপৰা বিপন্ন। তাৰ ভিতৰত আটাইতকৈ চোকা শৰপাত হৈছে বঙালী সাহিত্য।

শিক্ষাৰ বাহন

অসম ইংৰাজ ৰাজত্বৰ তললৈ অহাৰ প্ৰথম কালডোখৰ অসমীয়া সাহিত্যৰ পক্ষে এটা দুৰ্ভাগ্যৰ যুগ। আমোলাতন্ত্ৰৰ বিষয়াসকল আছিল বঙালী আৰু তেওঁলোকে ছৰ্কাৰক বুজালে যে অসমীয়া ভাষা বুলি এটা সুকীয়া ভাষা নাই। অসমীয়া ভাষা বঙালী ভাষাৰে এটা অপভ্ৰংশ। ইত্যাদি কথা কৈ স্কুল, কাছাৰী আদিত বঙালী ভাষা চলোৱালে, হাড়ে-হিমজুৰে খাৰ-খোৱা অসমীয়া ডা-ডাঙৰীয়াসকলে বঙালী শিকিবলৈ ধৰিলে। কিন্তু প্ৰকৃততে উন্নত ভাষা আৰু সাহিত্য এটাক জোৰকৈ হেচি তলত পেলাই থবলৈ যোৱাৰ নিচিনা বাতুলতা আৰু একো নাই। অসমীয়াৰ সৌভাগ্যৰ গুণে ৺আনন্দৰাম ঢেকিয়াল ফুকন, ৺হেমচন্দ্ৰ বৰুৱা আদিৰ দৰে সুসন্তান সকলক জন্ম দি অসম আই ধন্যা হ'ল। অহোপুৰুষাৰ্থ কৰি ৰঘুমলা বঙালী ভাষাৰ তেওঁলোকে উচ্ছেদ সাধন কৰিলে। অসমীয়া ভাষা আৰু সাহিত্যই উশাহ লৈ জী উঠিল, ছাইয়ে ঢাকি থোৱা জুইৰ প্ৰকৃত ৰূপ ওলাই পৰিল। অসমীয়াৰ ককাল ভাঙি থৈ যোৱা মানৰ আক্ৰমণ আৰু বঙালী

অসমীয়া সাহিত্যৰ ওপৰত বিজাতীয় সাহিত্যৰ প্ৰভাৱ আৰু তাৰ প্ৰতিকাৰ

ভাষাৰ কাল-ৰাহুৱে অসমীয়া সাহিত্য আৰু কৃষ্টি গ্ৰাস কৰি পেলাইছিল। কিন্তু প্ৰাণৱন্ত ভাষা এটাই পুনৰ ঠন ধৰি উঠিবলৈ সৰহ দিন নেলাগিল। শঙ্কৰী সাহিত্যৰ নাট, গীত আৰু পদে, ভট্টদেৱৰ গদ্য-সাহিত্যই আকৌ অসমীয়া সাহিত্যক ৰূপে ৰসে সমৃদ্ধিশালী কৰি তুলিলে। অসমীয়া ভাষা আৰু সাহিত্যৰ সি এটা গৌৰৱময় যুগ।

কিন্তু অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগৰ অৱস্থালৈ চালে আমি গৌৰৱ কৰিবলৈ একো নাপাওঁ। মাথোঁ গৌৰৱময় অতীতৰ কথা সুঁৱৰি এটা হতাশৰ হুমুনিয়াহ পৰে। অতীত কীৰ্ত্তি-মণ্ডিত অসমীয়া ভাষা আৰু সাহিত্যক সৌ সিদিনাৰ বঙলা ভাষায়ো আজি আধিপত্য কৰিবলৈ বিচাৰে। আজি বহুতৰে মুখত cultural conquest অৰ কথা শুনো। কিন্তু বঙালী ভাষাক এই cultural conquest কৰিবলৈ সুবিধা দিলে কোনে? দুটা ওচৰচুবুৰীয়া সাহিত্যৰ ভিতৰত উন্নততৰ সাহিত্যই আনটোক প্ৰভাৱান্বিত কৰিবই। আমাৰ গৌৰৱমণ্ডিত পুৰণি সাহিত্যই বঙলা ভাষাক প্ৰভাৱান্বিত কৰিব নোৱাৰিলে, কিন্তু বৰ্ত্তমান বঙলা ভাষা আৰু সাহিত্যই আমাৰ ভাষা আৰু সাহিত্যৰ ওপৰত যে কুদৃষ্টি পেলাইছে তাক স্বীকাৰ নকৰি নোৱাৰি। আৰু আজি আমাৰ ভাষা আৰু সাহিত্যৰ দশা আমাৰ নিজৰ দুৰ্ব্বদ্ধি আৰু এলাহৰ কাৰণেই এনেকুৱা হবলৈ পালে। বৰ্ত্তমান যুগত আমাৰ সাহিত্যৰ অৱস্থা দেখিলে সঁচাকৈয়ে দুখ লাগে। আমাৰ ভাষাত উন্নত ধৰণৰ মৌলিক প্ৰবন্ধ, মৌলিক গল্প উপন্যাস কিমান? আমাৰ বৰ্ত্তমান লেখকসকলৰ ভাৱৰ আৰু ভাষাৰ দৈন্য দেখি দুখ লাগে। নিজৰ ভাষাত উন্নত ধৰণৰ সাহিত্য নেথাকিলে, আন ভাষাৰ সাহিত্য মানুহে পঢ়িবই, কাৰণ জ্ঞানোপাৰ্জ্জনৰ আকাঙ্ক্ষা মানুহ মাত্ৰৰেই এটা শাশ্বত গুণ। কেতবোৰে জ্ঞানোপাৰ্জ্জনৰ বাবে consciously আৰু কেতবোৰে unconsciously নানা কিতাপ-পত্ৰ অধ্যয়ন কৰে। ইয়াতে আমি এটা ভুল কৰিলোঁ, যে আমাৰ সেই শাশ্বত জ্ঞানলিপ্সাৰ তৃপ্তিৰ বাবে আন ভাষাৰ উন্নততৰ সাহিত্যৰ আশ্ৰয় নলৈ বঙালী সাহিত্যৰ আশ্ৰয় ললোঁ। সুখৰ বিষয় যে আমাৰ উঠি অহা সাহিত্যিক সকলৰ এই বিপদটোৰ কথা বোধগম্য হৈছে। এতিয়া আমি অকল খবৰৰ কাগজত আৰু বক্তৃতাৰে বঙালী ভাষাৰ কৃষ্টিমূলক গৰাহৰ (cultural conquest) বিৰুদ্ধে লেখিলে বা বা কলেই নচলিব, তাৰপৰা বিশেষ একো লাভ নাই। বঙালী সাহিত্যৰ এই অন্যায় প্ৰভাৱৰপৰা মুক্ত হব লাগিলে আমাক লাগে অসমীয়া ভাষাত নানান প্ৰবন্ধ, গল্প, উপাখ্যান আদি সকলোতে মৌলিকতা।

আগেই কৈছোঁ যে শিক্ষাৰ বিস্তাৰ নহলে, শিক্ষাৰ উন্নতি নহলে, জাতিৰ সাহিত্য উন্নত হব নোৱাৰে। সমাজত শিক্ষা বিস্তাৰৰ কাৰণে, ঘাইকৈ উচ্চ-শিক্ষা বিস্তাৰৰ কাৰণে বিশ্ববিদ্যালয় হৈছে মুখ্য অনুষ্ঠান। বিশ্ববিদ্যালয়ে দেশত উচ্চ-শিক্ষাৰ প্ৰচাৰ কৰি, দেশত উন্নত সাহিত্য গঢ়ি তোলাত পৰোক্ষ-ভাৱে সহায় কৰাৰ উপৰিও দেশৰ ভাষা আৰু সাহিত্যৰ উন্নতিৰ কাৰণে পোন-পটীয়া ভাবেও বহুত কাম কৰিব পাৰে।

অসমত বিশ্ববিদ্যালয়

বঙ্গ-ভাষা আৰু সাহিত্যৰ কাৰণে কলিকতা বিশ্ববিদ্যালয়ে আজি যি কৰিছে তালৈ মন কৰিলেই সাহিত্যৰ উন্নতিত বিশ্ববিদ্যালয়ৰ প্ৰভাৱ বুজা যায়। ডাঃ দীনেশচন্দ্ৰ সেন, ডাঃ সুনীতিকুমাৰ চাটাৰ্জ্জী প্ৰভৃতি লোক সকলে কলিকতা বিশ্ববিদ্যালয়ৰ সহায়তে বঙ্গ ভাষা আৰু সাহিত্যৰ

কেনেকৈ গৌৰৱ বৃদ্ধি কৰিছে, সেই কথা বহলাই নকলেও হব। অসমত আজিও নিজৰ বিশ্ববিদ্যালয় স্থাপিত নোহোৱাটো অসমীয়া জাতি আৰু অসম গৱৰ্ণমেণ্ট উভয়ৰ পক্ষে অতি অগৌৰৱৰ কথা। যি নহওক, যোৱা দুবছৰমানৰপৰা ইয়াৰ কাৰণে জন-সাধাৰণৰ প্ৰবল ভাৱে আন্দোলন হোৱাত এতিয়া গৱৰ্ণমেণ্টে এই বিষয়ত অলপ গা লবাইছে। কিন্তু বিশ্ববিদ্যালয়ৰ পৰিকল্পনা দিবৰ কাৰণে অসমৰ ভূতপূৰ্ব্ব শিক্ষা ডিৰেক্টৰ মিঃ কানিংহাম ছাহাবক বিশেষজ্ঞ কৰ্ম্মচাৰী নিয়োগ কৰি তেওঁলোকে মিঃ কানিংহামৰ পৰা যি ৰিপোৰ্ট পালে, সি অসমীয়া জাতিৰ পক্ষে কোনো মতেই গ্ৰহণীয় হব নোৱাৰে, বৰং সেই ৰিপোৰ্টৰ পৰিকল্পনা বৰ্ত্তমান অৱস্থাতকৈও বিপজ্জনক। মিঃ কানিংহাম ছাহাবৰ কুটনীতিৰে দূষিত ৰিপোৰ্টখনিৰ দ্বাৰা সমগ্ৰ অসমীয়াৰ আকাঙ্ক্ষাক তাচ্ছিল্য আৰু বিদ্ৰূপ কৰা হৈছে, আৰু অসমীয়া জাতিক নৈৰাশ্যৰ আঘাত দিয়া হৈছে মাথোন।

আমাক কেনে ধৰণৰ বিশ্ববিদ্যালয় লাগে, সেই বিষয়ে সাধাৰণ জ্ঞানেৰে বিবেচনা কৰি পাওঁ যে আমাৰ কাৰণে এটা ঐকিক আৰু ৰেছিডেন্সিয়েল বিশ্ববিদ্যালয়ৰ,—যত গুৰু শিষ্য পৰম্পৰ ঘনিষ্ঠ সম্বন্ধ ৰাখি জ্ঞান-বিজ্ঞানৰ সাধনা কৰি প্ৰকৃত শিক্ষাৰ অধিকাৰী হব পাৰে,—বিশেষ আৱশ্যক।

এই ৰেছিডেন্সিয়েল বিশ্ববিদ্যালয়েই ভাৰতৰ শিক্ষা সংস্কৃতিৰ অনুকূল, আৰু পূৰ্ব্বকালৰপৰা চলি অহা ভাৰতীয় লোকৰ ৰুচিসন্মত শিক্ষানুষ্ঠান। নালন্দা, তক্ষশীলাৰ দিনৰেপৰা আজিও ভাৰতীয় এই ধৰণৰ বিশ্ববিদ্যালয়ৰ অসাধাৰণ কৃতকাৰ্য্যতা দেখি আজি য়ুৰোপ, আমেৰিকাৰ বহুত দেশেও ৰেছিডেন্সিয়েল বিশ্ববিদ্যালয়ৰ সমৰ্থন কৰিছে। ছাৰ মাইকেল ছেড্‌লাৰ, ছাৰ আশুতোষ মুখাৰ্জ্জী প্ৰভৃতি শিক্ষাবিদ মনীষী সকলেৰে গঠিত ছেড্‌লাৰ কমিশ্যনেও অসমৰ কাৰণে এনে এটা বিশ্ববিদ্যালয়ৰ সমৰ্থন কৰি গৈছে। অসম এছ'ছিয়েশ্যন প্ৰমুখ্যে ৰাজহুৱা অনুষ্ঠান আৰু অসমৰ জনমতো আজি সম্পূৰ্ণ এই ধৰণৰ বিশ্ববিদ্যালয়ৰ পক্ষে বুলিলেও হয়। এনেস্থলত কানিংহাম ছাহাবৰ বাটেদি কোনো অসমীয়াই বাট বুলিবলৈ সন্মত নহয়। অসমীয়াৰ উন্নতিৰ হকে হবলৈ হলে গুৱাহাটী নগৰত বাজে আন ঠাইত বিশ্ববিদ্যালয় হব নোৱাৰে। নহলে সেই বিশ্ববিদ্যালয়ৰ দ্বাৰা বিন্দুমানো অসমীয়া সাহিত্যৰ উন্নতিৰ বাট মুকলি হোৱাৰ আশা নাই।

অসম গৱৰ্ণমেণ্টে বিচাৰি পোৱা বিশেষজ্ঞ কানিংহাম ছাহাবে অসমক বিশ্ববিদ্যালয় দিয়াৰ ভুৱা দিবলৈ গৈ একবকম "এফিলিয়েটিং আৰু একজামিনিং বৰ্ড" এটা স্থাপনৰ সপক্ষে মত দিছে। এই তথা-কথিত বিশ্ববিদ্যালয়ৰ পৰিচালনাও কানিংহাম ছাহাবে সম্পূৰ্ণ গৱৰ্ণমেণ্টৰ মুঠিত ৰখাৰ অনুমোদন কৰিছে। উদ্দেশ্য যে ৰাজনৈতিক, সেই কথাও তেওঁৰ কেইটামান মন্তব্যত স্পষ্ট প্ৰকাশ পাইছে। বিশ্ববিদ্যালয়ৰ নামত এনে এটা উদ্দেশ্যবিহীন, তৰুণ শিক্ষাৰ, নিবনুৱা দাস-মনোবৃত্তিসম্পন্ন যুৱক তৈয়াৰৰ কাৰখানাত অসমীয়া কেতিয়াও ভোল নাযায়।

তাতোকৈ অভাৱনীয় কথা—কানিংহাম ছাহাবে উক্ত বিশ্ববিদ্যালয়ৰ ঠাই শ্বিলং পাহাৰত অনুমোদন কৰাটো। ছেডলাৰ কমিশ্যনৰ দৰে বিশিষ্ট শিক্ষাবিদসকলে অসম বিশ্ববিদ্যালয়ৰ স্থান একমাত্ৰ গুৱাহাটীত হোৱা উচিত বুলি মত দিয়া সত্বেও, আৰু গুৱাহাটীৰ সপক্ষে সকলো অকাট্য যুক্তি থকা সত্বেও, সমগ্ৰ অসম উপত্যকাৰ সৰ্ব্বসন্মত জনমত উপেক্ষা কৰি উভয়কূল ৰক্ষা কৰিবলৈ

যোৱাৰ চলতে কানিংহাম ছাহাবে যি মাৰাত্মক প্ৰস্তাৱ কৰিছে, সি পক্ষপাতমূলক আৰু চৰম স্বেচ্ছাচাৰিতাৰ নিদৰ্শন। অসমৰ তথা অসমীয়াৰ অনুকূল বিশ্ববিদ্যালয়ৰ আঁচনি দিবলৈ আহি লক্ষ্যভ্ৰষ্ট মিঃ কানিংহামে ভবা উচিত নাছিল যে দুই উপত্যকাৰ মেকুৰীৰ দ্বন্দ্ব ভাঙিবৰ বাবে পিঠা ভগাবলৈ বান্দৰৰ প্ৰয়োজন হৈছে। তেনে পিঠা ভগোৱা বান্দৰ আমাৰ দেশত যথেষ্ট আছে, বিলাতৰ পৰা অনাৰ দৰ্কাৰ নাছিল। অসমীয়াৰ সকলো প্ৰচেষ্টা পণ্ড কৰিবলৈ গৈ ছিলেটক বিশ্ববিদ্যালয় নালাগে বোলা সত্বেও মিঃ কানিংহামে, তেওঁলোকৰ সুবিধাৰ কাৰণে শ্বিলঙতে বিশ্ববিদ্যালয় হোৱাই ভাল বুলি যি সিদ্ধান্ত কৰিছে, তাৰ দ্বাৰা অসমীয়াক কেৱল এটা উৎকট ব্যঙ্গ কৰা হৈছে মাথোন। প্ৰাচীন শিক্ষা সভ্যতা আৰু সমতলৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন, একৰকম অজাতি মুলুক শ্বিলং পাহাৰত বিশ্ববিদ্যালয় পতাৰ সপক্ষে আন কি যুক্তি উলিয়াব পাৰে? বিচাৰি বিচাৰি মিঃ কানিংহামে আবিষ্কাৰ কৰিলে যে দুয়ো ফালৰ ভৈয়ামৰপৰা আহিবলৈ শ্বিলঙলৈ দুটা সুন্দৰ ৰাজবাটো আছে। এনে ল'ৰালি যুক্তি এজন ন্যায়বিচাৰক, পক্ষপাতশূন্য কৰ্ম্মচাৰীৰ মুখত কেতিয়াও শোভা নাপায়। ছিলেট বঙ্গদেশলৈ যাওক নাযাওক, আৰু ছিলেট অসম বিশ্ববিদ্যালয়ৰ পক্ষপাতী হওক বা নহওক, অসমৰ বাবে বিশ্ববিদ্যালয়ৰ পৰিকল্পনা কৰাক তাহানিৰ সমগ্ৰ এছিয়া-বিখ্যাত শিক্ষাকেন্দ্ৰ, বুৰঞ্জী-প্ৰসিদ্ধ প্ৰাগ্‌জ্যোতিষপুৰ, বৰ্ত্তমান অসমৰ সকলো সুবিধাৰ কেন্দ্ৰ গুৱাহাটী নগৰৰ বাহিৰে আন ঠাইৰ কথা কোনোবাই ভাবিব পাৰেনে?

অসমীয়া সাহিত্যৰ উন্নতিৰ কাৰণে চিন্তা আৰু চেষ্টা কৰিবলৈ আমাৰ সমাজত গুণী, জ্ঞানী, যোগ্য লোকৰ যে অভাৱ, তেনে নহয়। অভাৱ কেৱল তেখেত সকলৰ একাগ্ৰতা আৰু ঐকান্তিক চেষ্টাৰ। বহু প্ৰধান বিজ্ঞ লোক আছে, যিসকলে সাহিত্যৰ অলপ সময়ৰ সদ্ব্যৱহাৰ কৰিলেও আমাৰ সাহিত্যৰ ৰথ দহগুণ বেগেৰে আগুৱাব পাৰে বুলি মোৰ বিশ্বাস।

যদিও আজন্ম সাহিত্যানুৰক্ত আমাৰ দেশৰ বিখ্যাত লিখক কেইগৰাকীৰে অদ্যাবধি সাহিত্য চৰ্চ্চাৰ কোনো ত্ৰুটি কৰা নাই, তথাপি এতিয়াও আমাৰ নজনা-নুশুনাকৈ এনে বহু প্ৰবীণ চিন্তাশীল লোক লুকাই আছে, যিসকলে ভাটী বয়সত পেন্সন আদি লৈ বা জীৱন-যাত্ৰাৰ তুমুল সংগ্ৰামৰপৰা বিৰতি পাই যথেষ্ট অৱসৰ লভিছে, এনে শ্ৰেণীৰ সকলৰ ভিতৰত যথেষ্ট অৱসৰ-প্ৰাপ্ত হাকিম আদি উচ্চ-পদস্থ বিষয়া আৰু সুশিক্ষিত উপাধিধাৰী বিজ্ঞ লোক অনেক আছে। তেখেতসকলে অৱসৰৰ সুস্বাদ লোৱাৰ লগে লগে একো ক্ষন্তেক সাহিত্য চৰ্চ্চালৈ আচুতীয়াকৈ থলেও তেখেতসকলৰ প্ৰবীণ বয়সৰ বহুমুখী অভিজ্ঞতাৰ ফুলি থকা নানা উপচাৰেদি জাতীয় সাহিত্যৰ সম্ভাৰ বৃদ্ধি কৰিব পাৰে। এইৰূপে প্ৰবীণসকলৰ পৰা অতি সহজে জাতি আৰু সাহিত্যৰ উপকাৰ হব পাৰে আৰু নিজৰো অৱসৰ কালখিনি উপভোগ্য হয়। তাকে নকৰি আমাৰ বৰ্ত্তমানে যি কৰা হৈছে সি একো আমাৰ পক্ষে সু-ব্যৱস্থা নহয়। আজি-কালিৰ বিজ্ঞ আৰু অভিজ্ঞ প্ৰাচীন দলৰ অধিকাংশই সাহিত্যৰ প্ৰতি কাণ-সাৰ নকৰাৰ ফলত আজি অসমীয়া সাহিত্যৰ ডিঙা নবীন কৰ্ণধাৰসকলৰ হাতত এৰি দিয়া হৈছে মাথোন; গুটিদিয়েক তৰুণ কোমল শিক্ষাৰ্থী আৰু কোমল বয়সীয়া সাহিত্যানুৰাগী ডেকা বা ছাত্ৰ-ছাত্ৰীয়ে হে আজি অসমীয়া সাহিত্যৰ পূজাৰ সম্ভাৰ যোগাব লগা হোৱাত গভীৰ আৰু মৌলিক সাহিত্যৰ সৃষ্টিত প্ৰৱল ভেটা

সাহিত্য চৰ্চ্চাৰ প্ৰতি এদল সক্ষম লোকৰ উদাসীনতা

পৰিছে। অৱশ্যে মই এইটো কব খোজা নাই যে তৰুণ সাহিত্যানুৰাগীসকলৰপৰা মৌলিক বা উচ্চ সাহিত্য সৃষ্টি হোৱা নাই বা নহব, আৰু মই এইটোও নকওঁ যে, প্ৰাচীন দলৰ সকলোৱেই সাহিত্যৰ প্ৰতি উদাসীন; মই কেৱল কব খোজোঁ। যে আমাৰ ভিতৰত এনে আৰু বহুতো প্ৰাচীন বিজ্ঞলোক লুকাই আছে যি সকলৰ প্ৰচেষ্টাৰ পৰা আমাৰ এই সঙ্কটৰ দিনত উন্নতিৰ বাট বহুদূৰ সুগম হ'লহেঁতেন। প্ৰায়ভাগ তৰুণৰে অভিজ্ঞতা আৰু অৰ্থৰ অভাৱ, তদুপৰি তেওঁলোকৰ জীৱন যাত্ৰাৰ দুৰ্গম বাটত নানা বিঘিনি লাগি আছে, প্ৰাচীনসকলৰ ভিতৰত অনেকৰ তেনে অভাৱ বা অসুবিধা নাই। তেওঁলোকৰ প্ৰত্যেকৰ সুস্থিৰ জীৱনৰ গভীৰ চিন্তাপ্ৰসূত সম্পদ অসমীয়া সাহিত্যই পাবলৈ বাঞ্ছা কৰে। তেওঁলোকৰ ভিতৰত নিজে চৰ্চ্চা কৰিব নোৱাৰাসকলে অৰ্থ সহায় কৰিলেও অভাৱগ্ৰস্ত কিন্তু চৰ্চ্চাশীল সকলৰপৰা কাম বাহিৰ কৰিব পাৰে।

বঙ্গদেশ আৰু অন্যান্য দেশৰ বহু অমূল্য গ্ৰন্থ অৱসৰ-প্ৰাপ্ত বিষয়া বা ছৰ্কাৰী চাকৰীয়ালৰ কাপৰপৰা ওলাইছে। বঙ্কিমচন্দ্ৰ, দ্বিজেন্দ্ৰলাল, ৰমেশ দত্ত, ভুদেব বাবুৱে চাকৰি কৰা কালৰ ভিতৰতে ইমানবিলাক উপন্যাস, নাটক আদি গ্ৰন্থ লিখি চালুকীয়া বঙ্গ-সাহিত্যৰ পুষ্টিসাধন কৰিছিল। আমাৰ দেশৰ চাকৰীয়াল আৰু অৱসৰ পোৱা বিষয়া সকলৰো যে অসমীয়া সাহিত্যৰ প্ৰতি তেনে কৰ্ত্তব্য আছে, তাক তেখেতসকলে পাহৰা উচিত নহয়। স্বাধীন ব্যৱসায়ী আৰু ব্যৱহাৰজীৱী শিক্ষিত সম্প্ৰদায় নানা ৰাজনৈতিক বা অৰ্থ নৈতিক অনুষ্ঠানত লিপ্ত থকা গতিকে সাহিত্যৰ প্ৰতি সম্পূৰ্ণ আত্মনিয়োগ কৰাত টান পাব পাৰে; কিন্তু বিষয়াসকলে সাহিত্যত একান্ত মনোনিবেশ কৰাত বাধা নাই। আশা কৰোঁ এই বিষয়টি সুধীসকলে ভাবি চাব।

এই বছৰৰ এটি লেখত লবলগীয়া কাম—আমাৰ শ্ৰদ্ধেয় অধ্যাপক ডাঃ কাকতী দেৱৰ অসমীয়া ভাষাৰ গঠন আৰু তাৰ ক্ৰমবিকাশ সম্পৰ্কে লিখা "থিছিছ"—এই অমূল্য গ্ৰন্থৰ দ্বাৰা

আশাৰ ৰেখা —সামৰণি

কাকতী দেৱে চিৰস্থায়ী ভেটি বান্ধি অসমীয়া ভাষাৰ মৌলিক আৰু বিশিষ্টতা প্ৰতিপন্ন কৰি দেখুৱালে আৰু তাৰ লগে লগে নিজকো সন্মানিত আৰু অসমীয়া জাতিকো গৌৰৱান্বিত কৰিলে। এই অমূল্য থিছিছখনি আমাৰ জাতীয় সম্পদ। আন দেশত এনে উচ্চ ধৰণৰ গ্ৰন্থখানি কেতিয়াবাই প্ৰকাশিত হলহেঁতেন। কিন্তু দুৰ্ভগীয়া অসমত এনে আপুৰুগীয়া ৰত্নখনিও অৰ্থাভাৱৰ বাবে আজিও ডাঃ কাকতী দেৱৰ হাতনি পেৰাত লুকাই ৰবলগীয়া হৈছে।

আমি আশা কৰো, অসমৰ কোনো দানবীৰে বা সাহিত্য সভাই এই পুথিখনি শীঘ্ৰে ছপাই উলিয়াবৰ চেষ্টা কৰিব।

শ্ৰদ্ধেয় শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী, বি-এ ডাঙৰীয়াই অসমৰ প্ৰাচীন ঐতিহাসিকমূলক বক্তৃতাৰ বাবে "প্ৰতিভা ট্ৰাষ্ট ফাণ্ড" খুলি বিদ্যোৎসাহিতা আৰু মহানুভৱতাৰ পৰিচয় দিছে। যোৰহাটৰ প্ৰফেছৰ মফিজুল ইছলাম বৰা এম-এ; পি-এইচ-ডি ডাঙৰীয়াই গুৱাহাটীত ইয়াৰ প্ৰথম বক্তৃতা দি সন্মান লাভ কৰিছে। আমাৰ জাতীয় সাহিত্য উৎকৰ্ষ সাধনৰ অৰ্থে অসমীয়া প্ৰাচীন লিপি উদ্ধাৰ কৰি প্ৰচলনৰ আৱশ্যকতা বোধ কৰা হৈছে। এই অসমীয়া প্ৰাচীন লিপিৰ পুথি আজি আপোনালোকে পালে প্ৰত্নতত্ত্ববিদ শ্ৰীযুত সৰ্ব্বেশ্বৰ কটকী দেৱৰ অশেষ যত্নৰ ফলত। সেইবাবে তেখেত সকলো অসমীয়া ৰাইজৰ ধন্যবাদৰ পাত্ৰ।

শ্ৰদ্ধাস্পদ শ্ৰীযুত কুমুদেশ্বৰ বৰঠাকুৰ, বি-এ, বি-টি, ডাঙৰীয়াইও বিভিন্ন দেশৰ বিভিন্ন জাতিৰ ১৯ টা ভাষা তিনিটা চিনেৰে লেখিব পৰা যি প্ৰণালী উদ্ভাৱন কৰিছে সিও কম গৌৰৱৰ কথা নহয়। তেখেতে নিখিল ভাৰত সভা সম্মিলনতো সন্মান পাইছে। বুৰঞ্জীবিদ্ ৰায় শ্ৰীযুত কণকলাল বৰুৱা বাহাদুৰ মন্ত্ৰী ডাঙৰীয়াই "প্ৰাচীন কামৰূপ বুৰঞ্জী" পুথি ছপা কৰি জাতীয় সম্পদ বঢ়াইছে, আৰু অধ্যাপক ৰায় শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা বাহাদুৰ ডাঙৰীয়াইও অশেষ যত্ন কৰি অসমৰ লুপ্ত প্ৰাচীন গৌৰৱ-সম্পদ জাতিৰ ওচৰত দাঙি ধৰিবলৈ চেষ্টা কৰিছে। সেইবাবে তেখেতসকল অসমীয়া জাতিৰ শলাগৰ পাত্ৰ।

আজি অসমীয়া জাতিৰ ভাগ্য-আকাশত পোহৰৰ ক্ষীণৰেখা এটিয়ে দেখা দিছে। ই জাতিৰ শুভলক্ষণ। বন্ধুসকল, আহক আজি বাণী মন্দিৰত পূজা আয়োজনত যথাসাধ্যে স্বদেশ আৰু মাতৃভাষাৰ উন্নতিৰ কাৰণে ব্যক্তি নিৰ্ব্বিশেষে শৰীৰৰ শক্তি প্ৰয়োগ কৰি জীৱন সাফল কৰোহঁক। আহক সকলোৱে একেটি সুৰতে সুৰ মিলাই গাওঁ, জয় অসম জননীৰ জয়, অসমীয়া ভাষাৰ জয়, অসমীয়া জাতিৰ জয়।

ওঁ শান্তিঃ ওঁ শান্তিঃ ওঁ শান্তিঃ।

---

# সপ্তদশ অধিবেশন

গুৱাহাটী—১৯৩৭ চন, ডিচেম্বৰ

**সভাপতি—শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ**

সমবেত প্ৰতিনিধিবৰ্গ আৰু সমজুৱাসকল,

আজি এটা পবিত্ৰ উদ্দেশ্য লৈ অসমীয়া ভাষা আৰু সাহিত্যৰ নামত এই প্ৰাচীন নগৰত আমি সকলোটি গোট খাবলৈ পাই নিজকে ধন্য মানিছোঁ। অসম সাহিত্য-সম্মিলন আজি অসমীয়াৰ একমাত্ৰ জাতীয় সম্মিলন বুলিলে বঢ়াই কোৱা নহব। এই সম্মিলনত অসমীয়া হিন্দু মুছলমান আৰু খৃষ্টান সকলৰ বাহিৰেও অসমৰ দাঁতি-কাষৰীয়া জাতিবিলাকক কিদৰে যোগ দিয়াব পাৰি তাৰ ব্যৱস্থা কৰিবৰ সময়ো উপস্থিত হৈছে। এই দাঁতি-কাষৰীয়া জাতিবিলাকৰ মাজত অসমীয়া ভাষা প্ৰচাৰ কৰাটো অসম সাহিত্য সভাৰ প্ৰধান কৰ্ত্তব্য হোৱা উচিত। অসমীয়াৰ এই জাতীয় সঙ্কটৰ দিনত অসমীয়া ভাষাৰ বহুল প্ৰচাৰৰ অৰ্থে সাহিত্য সভাৰ এখন প্ৰচাৰ সমিতি স্থাপন কৰি শিক্ষাৰ সহায়েৰে অসমীয়া ভাষা কোৱা মানুহৰ সংখ্যা বৃদ্ধি কৰাৰ একান্ত আৱশ্যক হৈছে। যিবিলাক বিদেশী মানুহ আন প্ৰদেশৰ পৰা অসমলৈ আহিছে তেওঁ-বিলাকৰ মাজতো অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতি আদৰ জন্মোৱা আমাৰ কৰ্ত্তব্য হৈ উঠিছে। এই প্ৰচাৰ কাৰ্য্য কি দৰে হাতত ললে সিদ্ধি হোৱাৰ আশা তাক অভিজ্ঞসকলে আলোচনা কৰিলে ভাল হয়। অসমীয়াৰ পৰিচালনাত ঠায়ে ঠায়ে সৰু সৰু পঢ়াশালী পতা এটা উৎকৃষ্ট উপায়। বিশেষকৈ এই সম্মিলনৰ বছেৰেকীয়া অধিবেশন বিলাকত যাতে অসমৰ পৰ্ব্বতীয়া জাতিবিলাকৰ প্ৰতিনিধি সকলে যোগ দিব পাৰে সাহিত্য সভাৰ কৰ্ত্তৃপক্ষই তাৰ ব্যৱস্থা কৰিলে অতি শোভন হব। মুঠ কথা এই যে আমাৰ বৰ্ত্তমান অৱস্থালৈ চাই এই সাহিত্য সম্মিলন অনেক পৰিমাণে ভাষা সম্মিলনত পৰিণত হলেও একো বেয়া নহব। আমাৰ ইমান ওচৰতে গাতে লাগি যিবিলাক অসমীয়া ভাষা নজনা মানুহ আছে তেওঁবিলাকক আমি আকৰ্ষণ কৰি আনিব নোৱাৰিলে তেওঁবিলাকে নিজে আমাৰ ভাষা আৰু কৃষ্টিৰ ফালে মন দিব বুলি আশা কৰিব নোৱাৰি। এই আকৰ্ষণৰ আৱশ্যকতা আৰু প্ৰণালী সম্পৰ্কে আমি সমজুৱাকৈ এতিয়াও ভাবি চোৱা নাই। বেহা-বাণিজ্য, ধৰ্ম্মপ্ৰচাৰ আৰু আনকি গান অভিনয় কথাছবি আদিও ভাষা প্ৰচাৰৰ অতি উপযোগী সহায়। দুৰ্ভাগ্যবশতঃ এই বিলাক বিষয়ত আমি পাছ পৰি আছোঁ। কিন্তু ধৰ্ম্মপ্ৰচাৰ কৰিবলৈ হলে আমাৰ দেশত মহাপুৰুষ শঙ্কৰদেৱৰ নাম ধৰ্ম্ম আছে, এই নাম ধৰ্ম্ম প্ৰচাৰ কৰিব পাৰিলেও আমাৰ ভাষাৰ সীমা বৃদ্ধি হব। এই বিষয়ত আমাৰ সত্ৰাধিকাৰ সকলৰ অসমীয়া ভাষাৰ প্ৰতি এটা ডাঙৰ কৰ্ত্তব্য আছে। আন ভাষা ব্যৱহাৰ কৰা কোনো ধৰ্ম্ম প্ৰতিষ্ঠান বা ধৰ্ম্মপ্ৰচাৰ সভাই এই কাম হাতত ললে আমাৰ ভাষাৰ প্ৰভূত হানি হব। অসমত এটা শঙ্কৰ মিশ্যন কেতিয়াবাই স্থাপিত হব লাগিছিল। এই বিষয়ত ধৰ্ম্ম আৰু জাতীয়

অনুভূতি একযোগ হৈ কাৰ্য্যক্ষেত্ৰত আগবাঢ়িব বুলি বিশ্বাস হয়। ভাষা আৰু জাতীয় প্ৰগতিৰ কাৰণে শঙ্কৰ মিশ্ৰন স্থাপন তিথি পালনতকৈও বেছি আৱশ্যকীয় বুলি বোধ হয়।

আমাৰ বৰ্ত্তমান সাহিত্যৰ ফালে মন দিলে দেখা যায় যে অসমীয়া ভাষা আগতকৈ অনেক গুণে ঠন ধৰি উঠিছে, বাস্তৱতে সাহিত্য হিচাবে নহয়, ভাষা হিচাবে। স্কুল-কলেজত অসমীয়া ভাষাৰ প্ৰতি আগতকৈ বেছি মন কাণ দিয়াত আৰু বাতৰি কাকতৰ প্ৰচাৰো অলপ বেছি হোৱাত সৰ্ব্বসাধাৰণৰ মাজত অসমীয়া লিখাৰ অভ্যাস আৰু সাধাৰণ ৰচনা শক্তি বাঢ়িছে বুলি বোধ হয়। অসমীয়া লিখাৰ এটা ৰীতি বা style লাহে লাহে গঠিত হৈছে। বাতৰি কাকত, আলোচনী আদিৰ সংখ্যা যিমানেই বাঢ়ে তিমানেই এই ৰচনা ৰীতিৰ বিকাশ হব। এই ৰীতি গঠনত বিদেশী প্ৰভাৱ পৰাটো স্বাভাৱিক, কিন্তু যেনেকুৱা প্ৰয়োগৰ পৰা আমাৰ মাতৃভাষা আপচু আৰু আগটী হয় তেনে প্ৰয়োগ বাদ দিয়াটো আমাৰ কৰ্ত্তব্য। অসমীয়া ভাষাৰ বহুত শব্দ আৰু খণ্ডবাক্য আমাৰ সচৰাচৰ লিখিত ভাষাৰ পৰা এতিয়াও বাদ পৰি আছে। সাহিত্যিক সৌষ্ঠব ক্ষুণ্ণ নকৰাকৈ এই বিলাক আমাৰ লিখিত ভাষাৰ অন্তৰ্গত কৰি লব পাৰিলে আমাৰ ভাষাৰ সম্পদ বাঢ়িব। বিশেষকৈ পুৰণি অসমীয়া ভাষাৰ পৰাও শব্দ সম্পদ আৰু সজুলি আহৰণ কৰাটো শোভনীয় হব। পাশ্চাত্য সাহিত্যত ভাষাৰ ন-পুৰণি শব্দসামগ্ৰীৰ পূৰ্ণ ব্যৱহাৰ কৰাৰ এটা চেষ্টা দেখা যায়। বিশেষকৈ ফৰাছী সাহিত্যত গোটিয়ে (Gautier) আৰু ৰুছ সাহিত্যত টলষ্টয়, ৰেমিজফ আদিয়ে এই বিষয়ে বহুত কৰি গৈছে। আমাৰ ভাষাতো যে এনে এটা চেষ্টা একেবাৰেই হোৱা নাই তেনে নহয়। সজ পথত পৰিচালিত হলে ইয়াৰ পৰা আমাৰ ভাষাৰ উপকাৰ হব।

ভাষা-বিভ্ৰাটৰ দোহাই দি আমাৰ ভাষাৰ পৰা কিছুমান বৰ্ণ বাদ দি বৰ্ণবিন্যাস সৰল কৰাৰ এটা প্ৰস্তাৱ মাজে মাজে শুনা যায়। কিন্তু এনে কৰিলে কিছুমান বেমেজালি আঁতৰিলেও তাৰ ঠাইত নতুন বেমেজালি সৃষ্টি হোৱাৰ আশঙ্কা আছে। আন পক্ষে কোনো কোনো যুটীয়া আখৰৰ অনাৱশ্যক অংশ বাদ দিলে একো বেমেজালি নঘটিব বুলি বোধ হয়। "ধৰ্ম্ম" "কৰ্ম্ম" আদি শব্দৰ পৰা এটা "ম" বাদ দিলে প্ৰথম শিকাৰুৰ সুবিধা হব। এই বিলাক কথাত লাহে লাহে সংযত ভাবে অগ্ৰসৰ হলে সিদ্ধি হোৱাৰ আশা আছে।

ভাষাৰ কথা এৰি দি অসমীয়া সাহিত্যৰ বৰ্ত্তমান অৱস্থালৈ চালে তাক সন্তোষজনক বুলিব নোৱাৰি। ব্যক্তিগত প্ৰতিভা আৰু ক্ষমতাৰ বাহিৰেও পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰত সাহিত্যৰ বিকাশ অনেক পৰিমাণে নিৰ্ভৰ কৰে। জীৱনৰ অভিজ্ঞতাৰ লগত সাহিত্যৰ অতি ঘনিষ্ঠ সম্বন্ধ। অভিজ্ঞতাৰ গাম্ভীৰ্য্য আৰু বৈচিত্ৰ নহলে সজীৱ স্পন্দনপূৰ্ণ সাহিত্যৰ সৃষ্টি হব নোৱাৰে। বাস্তৱতে সাহিত্য এটা বিৰাট অভিজ্ঞতা। ব্যক্তিগত আৰু সামাজিক সকলো প্ৰকাৰ অভিজ্ঞতাৰ প্ৰকাশ থল হৈছে সাহিত্য। মহাকবি গ্যঠেই তেওঁৰ মৃত্যুৰ অলপ আগেয়ে লিখা এখন ৰচনাত তেওঁৰ সমসাময়িক জাৰ্ম্মাণ কবিসকলক এই অভিজ্ঞতাৰ গাম্ভীৰ্য্যৰ বিষয়েই উপদেশ দিছিল। অকল কাব্য-সাহিত্যতে নহয়, সাহিত্যৰ সকলো বিভাগতে অভিজ্ঞতাৰ সঞ্জীৱনী শক্তি আৱশ্যক। আধুনিক ইউৰোপীয় সাহিত্যৰ অভিব্যক্তি আলোচনা কৰোতেও জাৰ্ম্মাণ মনীষী ডিল্‌থায়ে এই জীৱন-অভিজ্ঞতাৰ প্ৰভাৱৰ ওপৰত ভৰ দিছে।

বাস্তৱতে মানসিক, আধ্যাত্মিক, সামাজিক, ৰাজনৈতিক, ব্যক্তিগত—এনে কোনো অভিজ্ঞতা নাই যি সাহিত্যৰ অন্তৰঙ্গ হোৱা নাই। সপোনৰ ছঁয়ামৱা অভিজ্ঞতাও সাহিত্যৰ আকৰ্ষণ শক্তিৰ বশ হৈছে।

কাৰ্লাইলে এঠাইত কৈছে যে সাহিত্য চিন্তাশীলৰ চিন্তা, এই চিন্তাবো যোগান ধৰে জীৱনৰ অভিজ্ঞতাই। উনৈচ শতিকাৰ প্ৰথম ভাগত ইংলণ্ডত যি বিৰাট সামাজিক পুনৰ্গঠন হৈছিল তাৰ আলম লৈহে কাৰ্লাইলৰ চিন্তা বিকশিত হব পাৰিছিল। আন এটা যুগত আৱিৰ্ভাৱ হোৱা হলে তেওঁৰ চিন্তাই আনফালে গতি ললেহেঁতেন বুলি অনুমান কৰিব পাৰি। ফৰাছী বিপ্লৱৰ আগে আগে পাশ্চাত্য সমাজত সামাজিক বিদ্ৰোহমূলক চিন্তাৰ যি এটা ঢৌ উঠিছিল তাৰ সকলো আন্দোলন সমসাময়িক সাহিত্যত প্ৰতিফলিত হৈ আছে। এই বিৰাট সামাজিক অভিজ্ঞতাৰ ধাৰা ওঠৰ শতিকাৰ শেহ ভাগৰ ফৰাছী গদ্য আৰু জাৰ্ম্মাণ কাব্য সাহিত্যত লীন হৈ আছে।

আধুনিক যুগত সামাজিক অভিজ্ঞতাৰ প্ৰভাৱ উপন্যাস-সাহিত্যত অতি স্পষ্টভাবে দেখা যায়। আধুনিক উপন্যাস সাহিত্যৰ দুটা প্ৰধান ধাৰা পোৱা যায় ফৰাছী আৰু ৰুছ সাহিত্যত। ফৰাছী সমালোচক ব্ৰুন্‌টিয়েৰে এঠাইত কৈছে যে ফৰাছী উপন্যাসত বিছাৰ্দছন বা জৰ্জ্জ ইলিয়টৰ উপন্যাসৰ দৰে মানসিক বিশ্লেষণ নাই, ফৰাছী উপন্যাসবিলাক একোটা একোটা সামাজিক প্ৰতিবিম্ব। কিন্তু ৰুছ সাহিত্যতো একে দৃশ্যকে দেখা যায়। গগলৰ দিনৰে পৰা আৰম্ভ কৰি প্ৰায়বিলাক ৰুছ উপন্যাসৰ উদ্দেশ্য সামাজিক বিশ্লেষণ আৰু প্ৰায় বিলাকেই সামাজিক চিন্তাৰ দ্বাৰা অনুপ্ৰাণিত সামাজিক উপাদানৰ প্ৰাধান্য দেখিয়েই কোনোৱে ৰুছ উপন্যাসবিলাক ৰুছ সামাজিক বুৰঞ্জীৰ আহিলাপাতি স্বৰূপে ব্যৱহাৰ কৰিব খোজে। আধুনিক যুগৰ সামাজিক অভিব্যক্তিৰ দুটা স্তৰ ফৰাছী উপন্যাস সাহিত্যত বালজাক আৰু এমিল জলাৰ উপন্যাসত অধ্যয়ন কৰিব পাৰি। আধুনিক সমাজৰ আৰ্থিক অভিজ্ঞতাৰ প্ৰতি বালজাকে বিশেষভাবে মন দিছিল আৰু আধুনিক সভ্যতাৰ ধনৰ ঠাই বিশ্লেষণ কৰিবলৈ গৈ বালজাকে শিল্প ব্যবসায় আৰু বেঙ্ক আদি আৰ্থিক প্ৰতিষ্ঠানৰ পৰা সজুলি লৈছিল। কিন্তু তেওঁৰ পৰৱৰ্ত্তী লেখক এমিল জ'লাৰ উপন্যাসত টকাৰ বজাৰৰ উথন-পতন, বিৰাট শিল্প প্ৰতিষ্ঠান, আধুনিক ৰাজধানীৰ প্ৰকাণ্ড প্ৰকাণ্ড দোকান, বেঙ্কৰ সমাজ কঁপোৱা অৰ্থসঙ্কট আদিৰ যি সম্ভেদ পোৱা যায় তাৰ তুলনাত বালজাক আৰু তেওঁৰ সমসাময়িক সমাজৰ আৰ্থিক অভিজ্ঞতা সংক্ষিপ্ত আৰু সীমাবদ্ধ বুলি বোধ হয়। আধুনিক সমাজৰ আৰু এটা নতুন অভিজ্ঞতা—বনুৱা সমস্যাৰ সন্ধানো এমিল জ'লাৰ উপন্যাসত বিস্তৃতভাবে পোৱা যায়। এই সমস্যালৈ বালজাকে মন দিয়া নাছিল। বনুৱাবোহৰ প্ৰথম স্মৰণীয় চিত্ৰ জ'লাৰ উপন্যাসতে পোৱা যায়। আধুনিক ইংৰাজী সাহিত্যতো গেল্‌ছ্‌ৱৰ্থিয়ে এই বনুৱাবোহৰ কথা লৈয়েই এখন উপাদেয় নাটক লিখি গৈছে। আমাৰ সাহিত্যত এনেকুৱা চিত্ৰ আঁকিব পাৰি নে নোৱাৰি আৰু নোৱাৰি যদি কিয় নোৱাৰি তাৰ উত্তৰ আমাৰ সামাজিক অৱস্থাৰ ফালে চালেই পোৱা যাব। সি যি হক, আধুনিক নাট্য সাহিত্যও সামাজিক চিন্তাৰে অনুপ্ৰাণিত আৰু সামাজিক বিশ্লেষণত তৎপৰ। ইবৰেন, বাৰ্ণাৰ্ড শ্ব আদিয়ে সামাজিক সমস্যাৰ পৰীক্ষামূলক অনুসন্ধান কৰি নতুন পথ দেখুৱাইছে। বাৰ্ণাৰ্ড শ্বই এঠাইত কৈছে যে আধুনিক

যুগত কেৱল এক প্ৰকাৰ নাটক টিকিব পাৰে, সি হৈছে চিন্তাশীল নাটক—drama of thought। চিন্তাশীলৰ চিন্তা বুলি কাৰ্লাইলে সাহিত্যৰ যি লক্ষণ দিছিল ইও তাৰে ৰূপান্তৰ মাথোন।

জাতীয় অভিজ্ঞতা বা জাতীয় আন্দোলনৰ লগত সাহিত্যৰ কি সম্বন্ধ সেই বিষয়ে একো নকৈ নেপলিয়ানৰ বিৰুদ্ধে জাৰ্ম্মাণ পদ্য আৰু গদ্য সাহিত্যত জাতীয় আত্মবোধৰ যি প্ৰচণ্ড ঢৌ উঠিছিল তালৈ আঙুলিয়ালেই যথেষ্ট হব। সামৰিক অভিজ্ঞতা জাতীয় জীৱনৰ এটা প্ৰধান অঙ্গ আৰু যুদ্ধবিগ্ৰহৰ অভিজ্ঞতায়ো সাহিত্যক নানা সজুলি যোগাইছে। গ্ৰীক সাহিত্যৰ প্ৰথম ডাঙৰ গদ্যশিল্পী হেৰডটাছে গ্ৰীছ আৰু পাৰ্ছিয়াৰ জাতীয় যুদ্ধ বৰ্ণাইছিল। লেটিন সাহিত্যত লুকানে চিজাৰ আৰু পম্পেৰ গৃহযুদ্ধ অৱলম্বন কৰি মহাকাব্য ৰচনা কৰিছিল। চিজাৰে নিজে লিখা যুদ্ধৰ কাহিনীও লেটিন গদ্যৰ ভূষণ স্বৰূপ। ক্ৰুছেদবিলাকে ত্ৰয়োদশ শতিকাৰ ফৰাছী গদ্য সাহিত্যৰ যোগান ধৰিছিল আৰু এই ক্ৰুছেদবিলাকৰ পৰাই ইটালীয় সাহিত্যই টাছ্‌ছোৰ মহাকাব্য পায়। আধুনিক সাহিত্যতো টলষ্টয়ে "যুদ্ধ আৰু শান্তি", "ছেবাস্তপুল" আদি ৰচনাত সামৰিক জীৱনৰ চিত্ৰ আঁকিছে। ষ্টেনডালৰ ৱাটাৰলু যুদ্ধৰ বিবৰণ ফৰাছী সাহিত্যত সুবিখ্যাত আৰু যোৱা মহাসমৰেও সাহিত্যৰ ওপৰত বহুত চাব ৰাখি গৈছে।

সুকুমাৰ কলাৰ লগত সাহিত্যৰ কি সম্বন্ধ সেই বিষয়ে সম্ভৱতঃ আমাৰ সাহিত্যত একো আলোচনা কেতিয়াও হোৱা নাই। কিন্তু চিত্ৰকলা, ভাস্কৰশিল্প আদিৰ অভিজ্ঞতাই সাহিত্যক বহুত সজুলি দি আহিছে। প্ৰাচীন গ্ৰীক আৰু ভাৰতীয় সাহিত্যত চিত্ৰৰ আৰু চিত্ৰকলাৰ নানা বৰ্ণনা পোৱা যায়। আধুনিক সাহিত্যত লেছিঙে সুকুমাৰ কলা আৰু কবিতাৰ প্ৰকৃতি নিৰ্ণয় কৰিবলৈ গৈ এটা নতুন আলোচনাৰ বাট মুকলি কৰে। তেওঁৰ পাছতে আকৌ জাৰ্ম্মাণ ৰোমাণ্টিক কবিসকলে বিষয়টো পুনৰ আলোচনা কৰি এটা নতুন সূত্ৰৰ আভাস দিয়ে। সুকুমাৰ কলাৰ গভীৰ আলোচনা কৰি ৰাস্কিনে ইংৰাজী সাহিত্যৰ কাৰণে এখন নতুন ৰাজ্য দখল কৰি গৈছে বুলিব লাগে। তেওঁ সুকুমাৰ কলাকো সামাজিক অভিজ্ঞতাৰ এটা ৰূপ বুলি ভাবিছিল আৰু এই কাৰণেই শেষত তেওঁৰ চিন্তাই সমাজতত্ত্বৰ ফালে ঢাল লৈছিল। কিন্তু চিত্ৰকলাৰ আলোচনা হবলৈ হলে পোনতে চিত্ৰকলাৰ অনুশীলন লাগে আৰু চিত্ৰসংৰক্ষণৰ কাৰণে মিউজিয়াম লাগে। তেহে এইবিলাক বিষয়ত অভিজ্ঞতা জন্মি সাহিত্যক সজুলি দিব পাৰে। এইবিলাক বিষয়ত আমাৰ অভিজ্ঞতা কিমান ঠেক তাক আমি সকলোৱে জানো। আন ক্ষেত্ৰতো যে আমাৰ অভিজ্ঞতা বৰ বেছি তেনে কথা কব নোৱাৰি।

ব্যক্তিগত অভিজ্ঞতাৰ এটা সামান্য নিদৰ্শন ভ্ৰমণেও সাহিত্যক আহিলাপাতি দিছে। ফৰাছী সাহিত্যৰ বৰ সৌভাগ্য যে ইটালীয় হৈও মাৰ্ক' প'লই ত্ৰয়োদশ শতিকাৰ শেহ ভাগত তেওঁৰ বিশ্ব-বিখ্যাত ভ্ৰমণ কাহিনী ফৰাছী ভাষাত লিখিছিল। পৰ্ব্বতে প্ৰান্তৰে, দ্বীপ দ্বীপান্তৰে বনাই ফুৰি ভগ্নস্বাস্থ্য ষ্টিভেন্‌ছনে ইংৰাজী সাহিত্যৰ ভৰাল বিতোপন গদ্যেৰে চহকী কৰি গৈছে। এই অনুপাতে ফৰাছী সাহিত্যত পিয়েৰ লোটিৰ দানো কম মূল্যবান নহয়। কাৰাবাস ব্যক্তিগত অভিজ্ঞতাৰ আৰু এটা অতি সাধাৰণ নিদৰ্শন, কিন্তু ষষ্ঠ শতিকাৰ বয়েথিয়াছৰ পৰা আৰম্ভ কৰি আধুনিক যুগৰ অছ্‌কাৰ ৱাইল্ডলৈকে কাৰাবাসৰ অভিজ্ঞতাই সাহিত্যক নানা সম্ভাৰ দিছে।

"মোৰ কাৰাবাস" ইটালী সাহিত্যৰ এখন প্ৰসিদ্ধ গ্ৰন্থ। ডষ্টয়েভস্কিৰ কাৰাবাসৰ বৰ্ণনা উপন্যাসৰ দৰে হৃদয়গ্ৰাহী।

জ্ঞান, বিদ্যা, ধৰ্ম্ম, দৰ্শন, বুৰঞ্জী, ব্যক্তি, সমাজ—সকলো অভিজ্ঞতাকে কল্পনাৰ অধীন কৰি লৈ মহাকবি দান্তেই তেওঁৰ অমৰ কাব্য লিখিছিল। তিৰোতাৰ সাজৰ পৰা দাৰ্শনিক চিন্তালৈকে মধ্যযুগৰ এনে কোনো অভিজ্ঞতা নাই যি দান্তেৰ কল্পনাৰ পৰশ পাই অভিনৱ ৰূপ লোৱা নাই। দান্তেৰ বিশ্বকোষতুল্য মহাকাব্যত বিবিধ জীৱন-অভিজ্ঞাৰ যি অপূৰ্ব্ব সমন্বয় পোৱা যায় বিশ্ব-সাহিত্যত তাৰ তুলনা নাই।

অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত হলেও সাহিত্য বাস্তৱতে অভিজ্ঞতাৰ কেটেলগ বা যাদুঘৰ নহয়। নিৰ্ব্বাচন-কৌশল, কল্পনা আৰু ৰীতিৰ সহায়েৰে অভিজ্ঞতাৰ কেঁচা সজুলি গঢ়ি পিতি ললেহে প্ৰকৃত সাহিত্যৰ সৃষ্টি হয়। মহাকবি গ্যেঠেই কৈছিল যে সকলো বিষয়তে কবিত্ব আছে, উলিয়াই লব পাৰিলেই হয়। এই কথাতো যে এটা গভীৰ সত্য লুকাই আছে সেই বিষয়ে সন্দেহ নাই, প্ৰতিভাৰ অসাধ্য একো নাই। তথাপি সাহিত্যৰ বুৰঞ্জী আলোচনা কৰিলে দেখা যায় যে সামাজিক আৰু জাতীয় অভিজ্ঞতা, গোটেই জীৱন-অভিজ্ঞতা ব্যাপক, বিস্তীৰ্ণ আৰু বৈচিত্ৰ্যপূৰ্ণ হলেহে আহল-বহল সাহিত্যৰ সৃষ্টি আৰু বিকাশ হয়। আমাৰ সাহিত্যৰ উন্নতিও যে অকল লেখকসকলৰ ব্যক্তিগত সাধনাৰ ওপৰতে নিৰ্ভৰ কৰিছে এনে নহয়, আমাৰ সমাজো শিক্ষা-দীক্ষা, শ্ৰম, শিল্প, আৰ্থিক প্ৰগতি—সকলো বিষয়তে আগ বাঢ়ি সাহিত্যৰ যোগান ধৰিব পৰা হব লাগিব। সাহিত্য আৰু সমাজ এটা ঘনিষ্ঠ সমন্ধত পৰস্পৰ সংশ্লিষ্ট হৈ আছে। সাহিত্যহীন সমাজ পঙ্গু আৰু বৰ্ব্বৰ আৰু সমাজৰ লগত সম্পৰ্ক নথকা সাহিত্য ক্ষীণ আৰু দুৰ্ব্বল।

উচ্চ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত জীৱন-ব্যাপী সাধনা নহলে ওখ থাপৰ সাহিত্যৰ সৃষ্টি হোৱা টান। আমাৰ মাজত ব্যক্তিগত সাধনাৰ অভাৱ অকল সাহিত্যতে নহয় জীৱনৰ সকলো ক্ষেত্ৰতে দেখা যায়। সাহিত্যৰ ক্ষেত্ৰত ইয়াৰ ফল অতি শোচনীয় হৈছে। অলপ মন কৰিলেই দেখা যায় যে আমাৰ প্ৰায়বিলাক লেখকেই তৰুণ অথবা প্ৰায়বিলাক ৰচনা লেখকসকলৰ তৰুণ অৱস্থাত লিখা। তৰুণৰ সাহিত্যসেৱা অতি প্ৰশংসনীৱ আৰু প্ৰয়োজনীয়, কিন্তু যি বয়সত মানুহৰ চিন্তা পূৰ্ঠ হয় আৰু অভিজ্ঞতা দ হয় তাৰ আগতে সাহিত্যসেৱাৰ ওৰ পৰিলে সাহিত্য তৰাং আৰু অপৈণত হোৱাটো স্বাভাবিক। আনৰ কথা নকওঁ আমাৰ তৰুণ লিখাৰুসকলে চুটি গল্প লিখাত বেছি সময় নষ্ট নকৰি নানা প্ৰকাৰৰ জ্ঞান আহৰণ কৰি সাহিত্যত যোগালে বেছি লাভ হব। অৱশ্যে চুটি গল্পও আধুনিক সাহিত্যৰ এটা প্ৰধান অঙ্গ, কিন্তু ইয়াৰ কাৰণেও সূক্ষ্ম কলা আৰু বিশ্লেষণ শক্তিৰ আৱশ্যক।

ৰংঘৰৰ উন্নতিৰ লগত সাহিত্যৰ উন্নতি জড়িত হৈ আছে। আমোদ-প্ৰমোদৰ বিষয়তো আমাৰ উৎসাহ আৰু নেৰা-নেপেৰা সাধনাৰ অভাৱ হলে অতি দুখৰ কথা হব। সকলো দেশতে ৰংঘৰে নাট্যসাহিত্য জীয়াই ৰাখিছে আৰু ছেক্‌্ছ্‌পীয়েৰৰ পৰা ইবছেনলৈকে প্ৰায়বিলাক ডাঙৰ নাট্যকাৰৰে ৰংঘৰৰ লগত ঘনিষ্ঠ সম্বন্ধ দেখা যায়। মস্কোৰ আৰ্ট থিয়েটাৰ স্থাপিত নোহোৱা হলে ৰুছ সাহিত্যই চেখকক নাট্যকাৰৰূপে নাপালেহেঁতেন। অনেক সময়ত অভিনেতাসকলেও নিজে নাটক লিখি সাহিত্যৰ সেৱা কৰিছে। ওঠৰ শতিকাৰ

শেহভাগত বিখ্যাত জাৰ্ম্মাণ অভিনেতা ছ্‌ৰ'ডাৰ আৰু ইফ্‌লাণ্ডে ৰীতিমতে নাটক লিখি জাৰ্ম্মাণ নাট্যসাহিত্যক সবল কৰাত সহায় কৰিছিল। বঙালী নাট্যসাহিত্য অভিনেতাসকলৰ ৰচনাৰ ওচৰত কম ঋণী নহয়। নাটক লিখিবলৈ ললেই যে ছেক্‌ছ্‌পীয়েৰ বা ছিলাৰ হব লাগে তাৰ কোনো মানে নাই। আমাৰ দেশত ৰংঘৰ আৰু নাট্যকলাৰ সেৱা যিমানেই বাঢ়ে তিমানেই আমাৰ সাহিত্যৰ লাভ হব সেই বিষয়ে সন্দেহ নাই। "জয়মতী", "শোণিতকুঁৱৰী" আদি নাট ৰেকৰ্ডত দিয়াৰ পৰাও আমাৰ সাহিত্যৰ লাভ হৈছে আৰু ভাষাৰ মৰ্য্যাদা বাঢ়িছে। অসমত এটা স্থায়ী ৰংঘৰ থকা হলে আমাৰ নাট্যসাহিত্যৰ বহুত উন্নতি হলহেঁতেন। সকলো দেশতে স্থায়ী ৰংঘৰৰ পৰা হে নাট্যসাহিত্যৰ পুষ্টি সাধন হৈছে। এই বিষয়ে অনেকৰ উৎসাহ থাকিলেও সামাজিক আৰু আৰ্থিক কাৰণত স্থায়ী ৰংঘৰ অসমত চলিব বুলি বোধ নহয়। সামাজিক অভিব্যক্তিৰ লগত সাহিত্য আৰু কলাচৰ্চ্চাৰ কিমান ঘনিষ্ঠ সমন্ধ তাকো এনেকুৱাবিলাক কথাৰ পৰাই স্পষ্টকৈ বুজা যায়।

পুৰণি অসমীয়া সাহিত্যৰ বিষয়ে প্ৰকৃত গবেষণা একো হোৱা নাই বুলিব লাগে। পুৰণি সাহিত্যৰ প্ৰসিদ্ধ গ্ৰন্থবিলাকৰ বৈজ্ঞানিক প্ৰণালীৰে পৰীক্ষামূলক সংস্কৰণ প্ৰকাশ কৰা হোৱা নাই। মাধৱকন্দলিৰ ৰামায়ণৰ ছপা কিতাপ আজি-কালি পাবলৈ নাই। সংস্কৃত ৰামায়ণৰ পাঠনিৰ্ণয় আৰু বুৰঞ্জী আলোচনা কৰিবৰ কাৰণে এই প্ৰাচীন অসমীয়া ৰামায়ণৰ সহায় আৱশ্যক হব। আমাৰ বিশ্বাস এই প্ৰাচীন গ্ৰন্থখন উলিয়াব পাৰিলে অসমৰ বাহিৰত পুৰণি অসমীয়া সাহিত্যৰ অন্যান্য গ্ৰন্থতকৈ ইয়াৰ সমাদৰ বেছি হব। অসম সাহিত্য সভাই এনেবিলাক কাম হাতত লব পাৰিলে সৌভাগ্যৰ কথা হব। বৰ্ত্তমান সময়ত অসমৰ বাহিৰে ভাৰতৰ প্ৰায়বিলাক প্ৰদেশতে শৃঙ্খলাবদ্ধ গবেষণাৰ এটা আন্দোলন চলিছে। যোৱা পোন্ধৰ-কুৰি বছৰৰ ভিতৰত ভাৰতত সংস্কৃত সাহিত্য আৰু ভাৰতীয় সভ্যতাৰ বিষয়ে গবেষণা ইমান বাঢ়িছে যে এইবিলাক আলোচনাৰ কেন্দ্ৰ ইউৰোপৰ পৰা ভাৰতলৈ উঠি আহিছে বুলিলে অত্যুক্তি নহব। এই গবেষণাৰ ধাৰাৰ পৰা অসম বাহিৰ হৈ থাকিলে আমাৰ জাতীয় মৰ্য্যাদা ক্ষুণ্ণ হব। এই সন্ধিক্ষণত অধ্যাপক ভূঞা, ডক্টৰ ইছলাম বৰা আৰু ৰায় বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱা ডাঙৰীয়াই অসম বুৰঞ্জী আলোচনাৰ যি সূত্ৰপাত কৰিছে তাৰ ভৱিষ্যত সফল হব বুলি সকলোৱে আশা কৰে। ৰায় বাহাদুৰ ডাঙৰীয়াই "অসম গবেষণা সমিতিৰ পত্ৰিকা" নাম দি ইংৰাজী ভাষাত যিখন আলোচনী উলিয়াইছে অসমৰ কাৰণে সি এটা সম্পূৰ্ণ নতুন উদ্যম আৰু তাত অসমৰ বুৰঞ্জী সম্পৰ্কে অনেক নতুন কথা ওলাব লাগিছে। ডক্টৰ বাণীকান্ত কাকতী ডাঙৰীয়াৰ ভাষানিবন্ধখনি ছপা হৈ ওলালে অসমীয়া ভাষাতত্ত্বৰ মূল সূত্ৰবিলাক পৰিষ্কাৰ হৈ উঠিব; অসমৰ বুৰঞ্জী, ভাষা আৰু সাহিত্যৰ কাৰণে এখন নতুন গবেষণাক্ষেত্ৰ লাহে লাহে মুকলি হব ধৰিছে। তৰুণসকলে ইচ্ছা আৰু পৰিশ্ৰম কৰিলে এই ক্ষেত্ৰত প্ৰতিপত্তি লাভ কৰিব পাৰে।

আমাৰ পুৰণি ভাষা, সাহিত্য আৰু কৃষ্টি বিষয়ক গবেষণাৰ সুচলাৰ্থে সকলোৱে এটা স্বকীয়া বিশ্ববিদ্যালয়ৰ আৱশ্যকতা অনুভৱ কৰিছে। এই গুৱাহাটী নগৰতে যদি অসমীয়াৰ পৰিচালনাত এটা বিশ্ববিদ্যালয় স্থাপিত হয় তেন্তে এই উদ্দেশ্য সিদ্ধি হব তাত সংশয় নাই।

কিন্তু খিলং পাহাৰৰ ওপৰত এটা চৰ্কাৰী বিশ্ববিদ্যালয় হলে অসমীয়া ভাষা আৰু কৃষ্টিৰ প্ৰাধান্য কিমান দূৰ থাকিব সেই বিষয়ে সন্দেহ আছে। বিশ্ববিদ্যালয়ৰ কাৰণে আন্দোলন কৰোতে এই কথাটো মনত ৰাখিলে ভাল হয়। নহলে হিতে বিপৰীত হোৱাৰ আশঙ্কা আছে। আনপক্ষে কলিকতা বিশ্ববিদ্যালয়ে অসমীয়া ভাষা আৰু সাহিত্যৰ কাৰণে একো নকৰা নহয়। স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াই সংকলন কৰা অসমীয়া সাহিত্যৰ চানেকী বুলি যিখন সংগ্ৰহগ্ৰন্থ বিশ্ববিদ্যালয়ে প্ৰকাশ কৰিছে সেইখন অসম সাহিত্য সভাই প্ৰকাশ কৰা হলে সভাৰ পক্ষে গৌৰৱৰ কথা হলহেঁতেন। শুনা যায় যে স্বৰ্গীয় ভোলানাথ বৰুৱা ডাঙৰীয়াই এই গ্ৰন্থ প্ৰকাশ কৰিবৰ কাৰণে বিশ্ববিদ্যালয়ক দহ হেজাৰ টকাৰ দানৰ প্ৰতিশ্ৰুতি দিছিল, কিন্তু বিশ্ববিদ্যালয়ে এই দানৰ দুহেজাৰ টকাহে পালে, বাকী খৰচ বোলে নিজেই বহন কৰিছে। বৰুৱা ডাঙৰীয়াৰ উত্তৰাধিকাৰী সকলৰ পৰা বাকী টকা পালে বিশ্ববিদ্যালয়ে এনে কাম আৰু হাতত লব পাৰে। অলপতে অধ্যাপক অম্বিকা নাথ বৰাৰ দ্বাৰা সম্পাদিত "ৰুক্মিণী হৰণো" বিশ্ববিদ্যালয়ে নিজ খৰচত উলিয়াইছে। বি-এ পৰীক্ষাত অসমীয়া ভাষা প্ৰধান বিষয় ৰূপে লবৰ কাৰণেও বিশ্ববিদ্যালয়ে এটা প্ৰস্তাৱ বিবেচনাধীন কৰি ৰাখিছে। এম্-এ পৰীক্ষাতো অসমীয়া ভাষা প্ৰধান ভাষা ৰূপে দিয়াত বিশ্ববিদ্যালয়ে আপত্তি কৰা নাই, কেৱল অধ্যাপক নিযুক্ত কৰিবৰ কাৰণে অসম চৰ্কাৰৰ পৰা আৰ্থিক সাহায্য বিচাৰিছে। অসম চৰ্কাৰে এই সাহায্য দিলেই অসমীয়া ভাষাই এম্-এ ত প্ৰধান ভাষাৰ আসন পাব বুলি শুনা যায়। ব্যৱস্থা-পৰিষদৰ অসমীয়া সভ্যসকলে এই বিষয়ে টানি ধৰিলে কাৰ্য্যসিদ্ধি হোৱাৰ আশা আছে। এম্-এ ত অসমীয়া ভাষা প্ৰধান ভাষাৰ শাৰীলৈ উঠিলে আমাৰ ভাষাৰ মৰ্য্যাদা বাঢ়িব আৰু সাহিত্যই উন্নতি পাব।

সৰশেহত যিসকলে নীৰৱে অসমীয়া ভাষা আৰু সাহিত্যৰ সেৱা কৰিছে তেখেত সকলৰ প্ৰতি অশেষ শ্ৰদ্ধা জনাই আজি এই উৎসাহমণ্ডিত আৰু আশানন্দিত শুভ দিনত এই মহা সভাৰ কাৰ্য্য উদ্বোধন কৰিবৰ কাৰণে আপোনালোকক আহ্বান কৰিলোঁ। হিন্দু, মুছলমান, খৃষ্টান, পাৰ্ব্বত্য, পমুৱা সকলোৱে যেন আমাৰ ভাষা আৰু সাহিত্যৰ সন্মান ৰাখে এয়ে আমাৰ সকলোৰে ঐকান্তিক ইচ্ছা। অসমীয়া সাহিত্যৰ বিশেষ একো সেৱা নকৰা স্বত্বেও কি উদ্দেশ্যে অভ্যৰ্থনা সমিতি আৰু শাখা-সভা সমূহে মোক ইয়ালৈ মাতি আনিছে কব নোৱাৰোঁ, কিন্তু আপোনাসকলৰ আগত এই খিনি কথাকে কবৰ সুবিধা দিয়া বাবে তেখেতসকলৰ ওচৰত শ্ৰদ্ধা আৰু আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ।

---

# অষ্টাদশ অধিবেশন

যোৰহাট—১৯৪০ চন, ডিচেম্বৰ

সভাপতি—**মফিজুল ইচলাম বৰা**

উপস্থিত প্ৰতিনিধিবৰ্গ আৰু সমজুৱাসকল,

আজি আপোনালোকে মোক এই অষ্টাদশ সাহিত্য সন্মিলনৰ সভাপতি নিৰ্ব্বাচন কৰি যি সন্মান দেখুৱাইছে, তাৰ বাবে আপোনালোকৰ নথৈ শলাগ লৈছো। যদিও আপোনালোকৰ প্ৰীতি আৰু শুভ কামনাৰ নিদৰ্শনত সন্মানিত হৈ নিজকে নিজে গৌৰবান্বিত বোধ কৰিছো, তথাপি এই দায়িত্বপূৰ্ণ ভাৰ বোৱাৰ অক্ষমতা আৰু আৱশ্যকীয় আহিলা-পাতিৰ অভাৱে প্ৰত্যেক মুহূৰ্ত্ততে মোৰ মনত এটা আশঙ্কাৰ ভাব জগাইছে। যিহওক, আপোনালোকৰ সহানুভূতি আৰু মৰমৰ ওপৰত ভৰ দি আমাৰ গোটাদিয়েক সমস্যা আপোনালোকৰ আগত দাঙি ধৰিবলৈ আগ বাঢ়িলো ; আৰু ইয়াৰ যথোচিত সমাধানৰ কাৰণে আপোনালোকে বিশেষ মনোযোগ দিব বুলি আশা কৰিলো।

সাহিত্য সভাৰ উদ্দেশ্য আৰু কাৰ্য্য-প্ৰণালী আদিৰ বিষয়ে আলোচনা কৰাৰ আগতে কেইজন মান পৰলোকগত অসমীয়া সাহিত্যিক আৰু স্বদেশ-প্ৰেমিকৰ সম্পৰ্কে কেই আষাৰ মান কথা কবলৈ বাধ্য হলো। আজি প্ৰায় দুবছৰ মানৰ ভিতৰতে দুৰ্ভগীয়া অসম জননীয়ে ওপৰা-উপৰিকৈ কেইবাটিও অসম-ৰত্ন হেৰুৱালে। এই সাহিত্যৰথী আৰু প্ৰকৃত কৰ্ম্মী সকলৰ অন্তৰ্দ্ধানত অসমৰ অপূৰণীয় ক্ষতি হল। তেখেত সকলৰ ঠাই লব পৰা মানুহ বৰ্ত্তমান সময়ত অসমত নাই বুলিলেও বেছি কোৱা নহয়। এওঁ বিলাকৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকমল বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, ৰজনীকান্ত বৰদলৈ, তৰুণৰাম ফুকন, ৰায় বাহাদুৰ কণকলাল বৰুৱা, ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা, খান বাহাদুৰ হাজী ফাইজুদ্দিন আহমদ আৰু ভুবনচন্দ্ৰ গগৈৰ মৃত্যু লেখত লবলগীয়া।

লক্ষ্মীনাথ বেজবৰুৱাই নো কেনেকৈ আধামৰা অসমীয়া সাহিত্যক মৃত্যুৰ মুখৰ পৰা টানি আনি নৱ জীৱন দি শক্তিশালী কৰি গঢ়ি তুলিলে, আৰু অসমীয়া সাহিত্যৰ ক্ৰমোন্নতিৰ কাৰণে কি অমূল্য দান কৰি গল, সেই বিলাক কথা আপোনালোকৰ অবিদিত নহয়। তেখেতক আমি অসমীয়া সাহিত্যৰ এজন আগৰণুৱা বুলিব লাগিব। যি সময়ত অসমীয়া ভাষাৰ মহা দুৰ্দ্দিন, যি যুগত অসমীয়া সাহিত্য নানা ৰকমৰ ব্যাধিৰ আক্ৰমণত জৰ্জ্জৰিত, সেই সময়ত আৰু যুগত বেজবৰুৱা ডাঙৰীয়াই প্ৰকৃত বেজৰ দৰে অসমীয়া ভাষা আৰু সাহিত্যক যথোচিত চিকিৎসা কৰি এই মহা বিকাৰৰ পৰা আৰোগ্য কৰি টনকিয়াল কৰে। নিভাঁজ অসমীয়াত কবিতা, গল্প, ৰচনা, উপন্যাস আৰু নাটক আদিত তেখেতৰ দান অদ্বিতীয়। বাস্তৱিকতে তেখেতৰ লিখনীয়ে অসমীয়া সাহিত্যত এটা নতুন যুগৰ সৃষ্টি কৰে। প্ৰায় গোটেই জীৱন বিদেশত

আৰু বিদেশী পৰিয়ালৰ লগত কটোৱা সত্বেও, তেখেতৰ মনত মাতৃ-ভূমি আৰু মাতৃ-ভাষাৰ প্ৰেমে অতি ওখ আসন অধিকাৰ কৰিছিল। স্বদেশ আৰু স্বজাতিৰ প্ৰতি অসীম প্ৰেম আৰু সাহিত্য চৰ্চ্চাৰ কাৰণে অসাধাৰণ উত্তম আৰু বুৎপত্তি নহলে, কোনেও এই ধৰণৰ দান সাহিত্য ক্ষেত্ৰত দি যাব নোৱাৰে। "অসমীয়া ভাষাৰ উন্নতি, অসমীয়া সাহিত্যৰ উন্নতি, অসমৰ উন্নতিৰ প্ৰথম ঢাপ," এয়ে হৈছিল তেখেতৰ জীৱনৰ বাণী আৰু আদৰ্শ। যদিও আজি বেজবৰুৱা ডাঙৰীয়া আমাৰ মাজত নাই, তেখেতৰ লিখনী আৰু প্ৰতিভাৰ বন্তিয়ে প্ৰত্যেক অসমীয়াৰ হৃদয়ত যুগে যুগে প্ৰভাৱ বিস্তাৰ কৰিব আৰু প্ৰভাতৰ মনোৰম ৰঙা বেলিৰ কিৰণৰ দৰে পোহৰ কৰি থাকিব। ব্যক্তিগত ভাবে কবলৈ হলে, মুক্তকণ্ঠে স্বীকাৰ কৰো যে আমাৰ নিজৰ যি অলপ অচৰপ অসমীয়া ভাষা আৰু সাহিত্য চৰ্চ্চাৰ ফালে ধাউতি জন্মে, সেই সমুদায় কৃপাবৰ বৰবৰুৱাৰ প্ৰভাৱৰ ফল আৰু তেখেতৰ প্ৰতিভাৰ কৃপা।

ৰজনীকান্ত বৰদলৈ অসমীয়া উপন্যাস লিখক সকলৰ ভিতৰত এজন অন্যতম পুৰুষ বুলি ধৰিব পাৰি। তেখেতৰ দান অসমীয়া সাহিত্য আৰু সমাজৰ অৰ্থে বহুমূলীয়া ৰত্ন। ফুকন ডাঙৰীয়াই ৰাজনীতি আৰু আইন ব্যৱসায়ত অবিৰাম ব্যস্ত থকা সত্বেও, অসমীয়া সাহিত্য আৰু ভাষাৰ উন্নতি আৰু প্ৰচাৰৰ অৰ্থে যথোচিত চেষ্টা কৰিছিল। তেখেতৰ কবিতা আৰু গদ্য ৰচনা আমাৰ এটা জাতীয় সম্পদ। ৰায় বাহাদুৰ কণকলাল বৰুৱা অসমৰ প্ৰত্নতাত্ত্বিক আৰু বুৰঞ্জীলিখক হিচাবে গোটেই ভাৰতত পৰিচিত। তেখেতে Early History of Kamrup বা প্ৰাচীন কামৰূপৰ বুৰঞ্জীত অসমৰ আদি যুগৰ অন্ধকাৰত পৰি থকা অনেক বুৰঞ্জীমূলক তথ্য আবিষ্কাৰ কৰি অসমৰ অতীত সভ্যতা আৰু কৃষ্টিৰ ভালেখিনি জানিবলগীয়া কথা ঐতিহাসিক পণ্ডিত সকলৰ মাজত প্ৰচাৰ কৰে। কামৰূপ অনুসন্ধান সমিতি আৰু ইয়াৰ মুখপত্ৰৰ উন্নতি তেখেতৰ অক্লান্ত পৰিশ্ৰম আৰু সহিষ্ণুতাৰ জলন্ত নিদৰ্শন। গুৱাহাটীত মিউজিয়ম স্থাপনকৰ্ত্তা সকলৰ ভিতৰত তেখেত এজন প্ৰধান গুৰিয়াল আছিল। তেখেতৰ অসীম উত্তম আৰু ধৈৰ্য্য প্ৰত্যেক অসমীয়া ডেকাই অনুকৰণ কৰিব লগীয়া বস্তু। চন্দ্ৰকুমাৰ আগৰৱালা আধুনিক অসমীয়া কবি সকলৰ ভিতৰত অগ্ৰগণ্য আছিল। তেখেতৰ ঘৰুৱা অসমীয়াত লিখা কবিতা আৰু পুৰণি অসমীয়া বৈষ্ণৱ সাহিত্যৰ প্ৰকাশিত কিতাপ আদিয়ে আমাৰ সাহিত্যৰ বহুত অভাৱ পূৰণ কৰিছে। অসমীয়া বাতৰি কাকত চলোৱা আৰু কৃতী ব্যৱসায়ী হিচাবে তেখেত আমাৰ সমাজৰ এজন আগৰণুৱা পুৰুষ আছিল। খান বাহাদুৰ হাজী ফাইজুদ্দিন চাহাবে ঘৰুৱা অসমীয়া ভাষাত হজৰত মহম্মদ আৰু প্ৰথম চাৰি খলিফাৰ জীৱনী আৰু কাৰবালাৰ বিষাদ কাহিনীৰ কিতাপ কেইখন লিখি অসমীয়া সাহিত্যত ইছলাম সভ্যতাৰ ইতিহাসৰ এটা নতুন অধ্যায়ৰ সূচনা কৰি গল। তেখেতৰ দৰে আন আন সমৰ্থৱান মুছলমান সকলে যদি লিখিবলৈ ধৰে, অসমীয়া সাহিত্যৰ উন্নতি আৰু ইছলামৰ কৃষ্টি প্ৰচাৰত বহুত সহায় কৰা হব।

ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা, চন্দ্ৰকমল বেজবৰুৱা আৰু ভুবন চন্দ্ৰ গগৈ আমাৰ মাজত কৰ্ম্মময় জীৱনৰ জলন্ত আদৰ্শ। নিজৰ স্বাধীনতা বজায় ৰাখি স্বদেশৰ আৰু স্বজাতিৰ উপকাৰ কৰা সম্পৰ্কে এলেহুৱা আৰু নিৰমুৱা অসমীয়া ডেকাসকলে এওঁলোকৰ

জীৱনীক চানেকি ৰূপে গ্ৰহণ কৰা উচিত। তেওঁলোকৰ উদ্যম, প্ৰতিভা, সহিষ্ণুতা, কৰ্ম্মশক্তি আৰু ত্যাগৰ আদৰ্শ অসমীয়াৰ আগত চিৰকাললৈ জিলিকি থাকিব।

ওপৰত উল্লেখ কৰা পৰলোকগত পুৰুষ সকলৰ প্ৰত্যেকটিয়েই আমাৰ আদৰ আৰু সম্মানৰ পাত্ৰ; কিন্তু তেওঁলোকক প্ৰকৃত আদৰ আৰু সম্মান দেখুৱাবলৈ হলে আমি তেওঁলোকৰ কৰ্ম্মপদ্ধতি আৰু জীৱনৰ উদ্দেশ্যক আহি স্বৰূপে লৈ তেওঁলোকে এৰি থৈ যোৱা বাকী কামবিলাক সমাধা কৰিব লাগিব। আমি সকলোৱে এদিন এদিনকৈ এই সংসাৰ এৰি যাবলৈ বাধ্য; থাকিব কেৱল আমাৰ কৰ্ম্মৰ চিন আৰু স্মৃতি। বেজবৰুৱাৰ ভাষাত কবলৈ হলে,—

"ভাগি গল বীণখনি ছিগি গল তাঁৰ
বই গল অৱশেষ অমিয়া জোঁকাৰ।"

আৰু পাৰস্য কবি জালাল উদ্দিনৰ ভাষাত—

"বাদ আজ্ ওফাতে মা তুৰবতে মা দৰ্ জমিন মজো
দৰ্ ছিনাহায়ে মৰদুমে আৰিফ মিযাৰ হস্ত।"

"আমাৰ মৃত্যুৰ পিচত আমাক মাটিৰ তলত বিচাৰি নোপোৱা, আমাৰ পীঠস্থান মানুহৰ হিয়াত বিচাৰি পাবা।"

আমাৰ মাজত বহুতৰ ধাৰণা যে স্বদেশ প্ৰেম কেৱল ৰাজনৈতিক অনুষ্ঠান আৰু ৰাজনৈতিক নেতা সকলৰ ভিতৰতে আৱদ্ধ। যদি কোনো লোকে ব্যক্তিগত সৎসাহৰ প্ৰবলতাত প্ৰভাৱিত হৈ সাধাৰণ ৰাজনৈতিক মতৰ বিৰুদ্ধে যায় বা তাত যোগ নিদিয়ে, তেন্তে যদিও তেওঁ আন আন দেশহিতৈষী কামত তেওঁৰ সমুদায় প্ৰচেষ্টা নিয়োগ কৰে, তথাপি সেইজন মানুহক প্ৰাপ্য সন্মান দিবলৈ কোনো কোনোৱে অস্বীকাৰ কৰে। কিন্তু এই মনোভাব এটা সম্পূৰ্ণ ভুল ধাৰণা। স্বদেশ প্ৰেম কোনো বিশেষ সম্প্ৰদায়, শ্ৰেণী বা ব্যক্তিৰ একচেটিয়া সম্পত্তি নহয়। ই কোনো সীমাৰ ভিতৰত আৱদ্ধ নেথাকে। প্ৰত্যেক ব্যক্তি আৰু প্ৰত্যেক সম্প্ৰদায়ে নিজ নিজ শক্তি অনুসাৰে দেশৰ উন্নতিৰ কাৰণে কাৰ্য্য কৰিব পাৰে। ইয়াত মতভেদ বা বিভিন্ন কাৰ্য্য-প্ৰণালী থাকিব পাৰে, কিন্তু কাম্য উদ্দেশ্য সকলোৰে এক।

ৰাজনীতি আৰু সমাজনীতি দুয়ো সমানে দেশক উন্নতিৰ পথত আগুৱাই দিয়ে। সাহিত্য আৰু বুৰঞ্জী, সমাজনীতি আৰু ৰাজনীতিৰ প্ৰধান অঙ্গ। এই দুয়োটা বিষয়ত উন্নতি সাধিব নোৱাৰিলে কোনো সমাজ টনকিয়াল হৈ উঠিব নোৱাৰে। ইউৰূপৰ মধ্যযুগত যি নৱজাগৰণৰ আৱিৰ্ভাব হয়, সি ইউৰূপীয় সাহিত্য আৰু বুৰঞ্জীৰ সৃষ্টি। সেই দৰেই বৰ্ত্তমান শতিকাৰ সুদূৰ প্ৰাচ্যৰ জাপান, মধ্য এচিয়াৰ তুৰস্ক, আৰব, ইৰাণ আৰু ইজিপ্ট আদি দেশবিলাকৰ বৰ্ত্তমান নৱজাগৰণৰ মূল ভেটি তেওঁবিলাকৰ জাতীয় সাহিত্য আৰু বুৰঞ্জীৰ পুনৰ্গঠনৰ ওপৰত স্থাপিত। পৃথিৱীৰ প্ৰত্যেক দেশ আৰু জাতিৰ ৰাজনৈতিক, সমাজনৈতিক আৰু অৰ্থনৈতিক বিপ্লৱ আৰু সংস্কাৰ, সাহিত্যৰ মাজেদিয়েই ফুটি উঠা দেখিবলৈ পোৱা যায়। এই অনুষ্ঠান বিলাকৰ আন্দোলনৰ বহল প্ৰচাৰ আমাৰ মাতৃ-ভাষা আৰু সাহিত্যৰ জৰিয়তে যিমান বেগেৰে আৰু সুচাৰু ৰূপে সমাধা কৰিব পাৰি তাক আন কোনো উপায়েৰে নোৱাৰি। আন আন দেশত যিবিলাক সমস্যা উত্থাপিত হৈছিল, ভাৰতবৰ্ষও আজি সেই সমস্যাৰ সম্মুখীন।

কিন্তু ভাৰতীয় সমস্যা আন আন দেশৰ সমস্যাতকৈ কিছু বেলেগ। প্ৰথমতে, আমাৰ এনে কোনো এটা জাতীয় ভাষা নাই, যাৰ দ্বাৰা বিভিন্ন প্ৰদেশৰ জনসাধাৰণৰ মাজত ভাৰতীয় সমস্যাৰ সমাধান সমূহৰ কাৰ্য্য-তালিকা প্ৰচাৰ কৰিব পাৰি। এক প্ৰদেশৰ জনসাধাৰণে আন এক প্ৰদেশৰ ভাষা বুজিব নোৱাৰে। যদিও হিন্দুস্থানী ভাৰতৰ ৰাষ্ট্ৰ ভাষা হিচাবে গ্ৰহণ কৰিবলৈ পৰিকল্পনা কৰা হৈছে, ইয়াক জনসাধাৰণৰ মাজত কাৰ্য্যকৰী ৰূপে প্ৰচাৰ কৰিবলৈ বহুত সময় লাগিব। আন দেশত যিটো কথা এটা ভাষাত গোটেই ৰাষ্ট্ৰত ঘোষণা কৰি ৰাইজক বুজাই দিব পাৰে, তাৰ কাৰণে আমি অন্ততঃ এঘাৰটা ভাষা প্ৰয়োগ কৰিব লগা হয়। গতিকে, বৰ্ত্তমান অৱস্থাত আমাৰ প্ৰাদেশিক ভাষা আৰু সাহিত্যৰ উন্নতিৰ বিধান আৰু জনসাধাৰণৰ মাজত বহল প্ৰচাৰ কৰাটোৱেই ঘাই কৰ্ত্তব্য হৈ পৰিছে।

দ্বিতীয়তে, আমাৰ সাম্প্ৰদায়িক মিলনৰ অভাৱ। সাম্প্ৰদায়িক সমস্যা বহুতে ৰাজনৈতিক বুলি কয়। কিন্তু মোৰ মনেৰে ই কেৱল ৰাজনৈতিক নহয়। ইয়াত যথেষ্ট পৰিমাণে সমাজনৈতিক আৰু অৰ্থনৈতিক অংশ আছে। ইয়াৰ উপৰিও এই সমস্যাৰ উৎপত্তি আৰু ক্ৰমোন্নতিৰ বাবে আমাৰ দেশীয় সাহিত্য, বুৰঞ্জী আৰু বাতৰি-কাকতো কিছু পৰিমাণে দায়ী; আৰু ইয়াৰ উচ্ছেদনো সাহিত্যৰ দ্বাৰা সাধন হব বুলি মোৰ বিশ্বাস। এই সমস্যাৰ লগত সাহিত্যৰ সম্পূৰ্ণ ঘনিষ্ঠতা আছে বুলিয়েই আজি আপোনালোকৰ আগত আলোচনা কৰিবলৈ আগ বাঢ়িলো। প্ৰত্যেক সম্প্ৰদায়, সমাজ আৰু জাতিৰ দোষ আৰু গুণ দুয়োটা থাকে আৰু সদায় থাকিব। কিন্তু যদি এক সম্প্ৰদায়ৰ সাহিত্যিকসকলে আন এটা সম্প্ৰদায় বা জাতিৰ কেৱল দোষ বিলাককেই বৰ্ণনা কৰি জনসাধাৰণৰ মাজত এটা ঘৃণাৰ ভাব সৃষ্টি কৰে, তেন্তে তেওঁলোকে জাতীয় উন্নতি আৰু একতাৰ বাটত সহায় কৰা দূৰৰ কথা, কণ্টক ৰূপেহে থিয় দিয়ে। বহুতৰ মতে বঙ্গদেশৰ সাম্প্ৰদায়িক মনোমালিন্যৰ প্ৰধান কাৰণ বঙ্কিম বাবু আৰু বঙ্কিম পন্থীয় লিখাৰুসকল। এই লিখনিৰ স্বৰূপে আজি বঙ্গীয় মুছলিম সাহিত্য সমাজ আৰু হিন্দু সাহিত্য সমাজ আদি বিভিন্ন প্ৰতিষ্ঠানৰ আৱিৰ্ভাব হৈছে। ইতিহাস, উপন্যাস আৰু নাটকৰ গ্ৰন্থকৰ্ত্তা সকলে যদি ভাৰতৰ উভয় সম্প্ৰদায়ৰ দোষ আৰু গুণৰ সামঞ্জস্য ৰাখি তেওঁলোকৰ নায়ক নায়িকাৰ চৰিত্ৰ অঙ্কিত কৰে, তেনেহলে এই সাম্প্ৰদায়িক সমস্যা সুকলমে সমাধা হব বুলি ধৰি লব পাৰি। এই ভাৰতীয় কলঙ্ক, সাহিত্য আৰু বুৰঞ্জীৰ মাজেদি যিমান সোনকালে দূৰ কৰাৰ সম্ভৱ ৰাজনৈতিক চুক্তিৰ দ্বাৰা সিমান সোনকালে নহয় যেন লাগে। কাৰণ কুসাহিত্যাই মানুহৰ মনত যিমান আঘাত দিব পাৰে সুসাহিত্যাই তাতকৈ দুগুণ বলেৰে শান্তি আৰু প্ৰীতি স্থাপন কৰিব পাৰে। ৰাজনৈতিক চুক্তিয়ে অস্থায়ী মিলন ঘটাব পাৰে, কিন্তু মনোমালিন্য আঁতৰাবলৈ অপাৰগ। হিন্দু আৰু মুছলমান ভাৰতৰ সন্তান। আমি সদায় একে লগে আছোঁ আৰু থাকিব লাগিব; তেন্তে অনাহকতে এজনে আন জনৰ মনত কষ্ট দি কিয় ঘৃণাৰ ভাব সৃষ্টি কৰোঁ? আমাৰ ভিতৰত মিলা-প্ৰীতিৰ ভাব স্থাপন কৰিম আৰু প্ৰত্যেকক নিজ ধৰ্ম্ম আৰু সমাজৰ নিয়ম পালি চলিবলৈ দিম বুলি যদি প্ৰত্যেক মানুহে মনত বান্ধি লৈ কাৰ্য্যত পৰিণত কৰি দেখুৱায় আৰু সাহিত্যিক সকলে এই বাণী জনসাধাৰণৰ মাজত প্ৰচাৰ কৰে, তেন্তে বৰ্ত্তমান সাম্প্ৰদায়িক সমস্যা পানীত ওটেঙা উটি যোৱাদি উটি গৈ বঙ্গ সাগৰত লয় পাবগৈ। সুখৰ বিষয়,

অসমত এতিয়াও এই সাম্প্ৰদায়িক বিষ আন আন ওচৰ-চুবুৰীয়া প্ৰদেশৰ দৰে থিত লব পৰা নাই ; আৰু আশা কৰো যেন লব নোৱাৰে। কিন্তু ইয়াৰ এটা সোঁত প্ৰবল বেগেৰে পশ্চিমৰ পৰা পূবলৈ উজাব ধৰিছে। ইয়াক ইমানতে প্ৰতিৰোধ কৰিব নোৱাৰিলে ভৱিষ্যতত আমাৰ সমাজত বহুত বিশৃঙ্খলাৰ সৃষ্টি হোৱাৰ আশঙ্কা আছে। গতিকে, অসমৰ লিখকসকলক অনুৰোধ কৰো যাতে তেওঁবিলাকৰ লিখনীৰ মাজেদি এই বিষ অসমত স্থায়ী হবলৈ নেপায়। বৰঞ্চ তেওঁবিলাকে বিশেষ চেষ্টা কৰে যাতে সাহিত্যৰ জৰিয়তে জনসাধাৰণৰ মাজত মিলা-প্ৰীতি আৰু পৰস্পৰৰ ভিতৰত ভাই-ভাই সম্বন্ধ স্থাপন হয় আৰু সোণালী অসমলৈ অতীতৰ সোণালী যুগ ঘূৰি আহে। বুৰঞ্জীবিদ সকলে যেন স্কুলৰ পাঠ্য পুথি লিখাৰ সময়ত এই গোহাৰিলৈ বিশেষ কাণ দিয়ে। কাৰণ কুমলীয়া ল'ৰাহঁতৰ মনত যিবিলাক ভাব সোমায় তাক সহজে গুচাব নোৱাৰি। দৃষ্টান্ত স্বৰূপে, মোৰ আজিও মনত আছে যে মই ল'ৰা কালত পাঠশালাত পঢ়োতে শিকিছিলো যে ছিৰাজুদ্দৌলা অতি নিষ্ঠুৰ আৰু ভাৰতৰ কলঙ্ক আছিল ; আৰু এই কথা মই ধ্ৰুব সত্য বুলি মানিছিলো। কিন্তু বৰ্ত্তমান যুগৰ ঐতিহাসিক সকলৰ গবেষণাৰ ফলত জিৰাজুদ্দৌলা অতি উদাৰ আৰু দেশপ্ৰেমিক আৰু বঙ্গবীৰ বুলি প্ৰমাণিত হয় ; আৰু কলিকতাৰ হলৱেল স্তম্ভ, যি ছিৰাজৰ নামত কলঙ্ক আনিছিল তাক স্থানান্তৰিত কৰিবলৈ বঙ্গীয় গৱৰ্ণমেণ্ট বাধ্য হয়। সেই কাৰণে বিদেশী বা স্বাৰ্থপৰ ঐতিহাসিক পণ্ডিত সকলৰ লিখনী আৰু মত অতি সতৰ্ক ভাবে গ্ৰহণ কৰা উচিত।

এতিয়া আমি অসম সাহিত্য সভাৰ-উদ্দেশ্য আৰু কেইটামান প্ৰধান সমস্যাৰ বিষয়ে আলোচনা কৰিবলৈ আগ বাঢ়িলো। সাহিত্য সভাই আজি প্ৰায় তেইশ বছৰ বয়সত ভৰি দিছেহি। এই কাল ডোখৰৰ ভিতৰত সাহিত্য সভাই নানা ৰকমৰ বাধা-বিঘিনি অতিক্ৰম কৰি অসমীয়া ভাষা আৰু সাহিত্যৰ আদৰ্শৰ বন্তি ৰাইজৰ আগত অনবৰত দাঙি ধৰিছে আৰু স্বজাতিৰ সুনাম অৰ্জ্জন কৰিছে। সাহিত্য সভাৰ গ্ৰন্থাৱলী প্ৰকাশৰ যি পৰিকল্পনা কৰা হৈছে সি অতি মহৎ। বৰ্ত্তমান গ্ৰন্থাৱলীৰ ভিতৰত চন্দ্ৰকান্ত অভিধান, ইন্দ্ৰকান্ত বুৰঞ্জী আৰু অসমীয়া বৈজ্ঞানিক পৰিভাষাৰ সঙ্কলন বিশেষে উল্লেখযোগ্য। ইয়াৰ বাহিৰেও যি বিলাক কিতাপ প্ৰকাশ হৈছে বা হবলগীয়া অৱস্থাত আছে সেই বিলাকেও আমাৰ ভাষা আৰু সাহিত্যৰ বিশেষ উন্নতি সাধিব। যদিও অসমীয়া ভাষা আৰু সাহিত্যৰ বিশেষ উন্নতি আৰু ইয়াৰ বহুল প্ৰচাৰ কৰাই এই সভাৰ মুখ্য উদ্দেশ্য তথাপি সাহিত্যৰ লগত ঘনিষ্ঠ সম্বন্ধ থকা আন আন বিষয়তো এই সভাই হাত নিদিয়াকৈ থকা নাই। দৃষ্টান্ত স্বৰূপে আজি কেই বছৰমানৰ পৰা সাহিত্য সভাই বুৰঞ্জী, অৰ্থনীতি, দৰ্শন আৰু সঙ্গীত আদি বিষয়ৰ শাখা সভা পাতি এই বিলাক বিষয়ক সাহিত্যৰ এক অংশ ৰূপে অন্তৰ্ভুক্ত কৰি লৈছে। এই খিনিতে কব খোজোঁ যে সাহিত্য সভাই এটা বিজ্ঞানৰ শাখাও খুলিব পাৰিলে ভাল হয়। আমাৰ দেশত লাহে লাহে সকলো খাপৰ শিক্ষাৰ বাহন মাতৃভাষাৰ জৰিয়তে হবগৈ। গতিকে, যদি এতিয়াৰে পৰা বিজ্ঞান, দৰ্শন আৰু বুৰঞ্জী আদিৰ চৰ্চ্চা কৰোতে মাতৃভাষা ব্যৱহাৰ কৰা যায় আৰু অসমীয়া ভাষাত এই বিষয়ৰ পাঠ্য পুথি প্ৰকাশ কৰিবলৈ আৰম্ভ কৰা হয়, তেন্তে সময়ত ই এটি আমাৰ বহুমূলীয়া জাতীয় সম্পত্তি হৈ উঠিব আৰু সাধাৰণৰ মাজত উচ্চ শিক্ষা প্ৰচাৰৰ পথো সুগম কৰিব।

পুৰণি পুথি, বৰগীত, সাধুকথা, ফকৰা, বুৰঞ্জী আদি প্ৰাচীন সাহিত্যৰ অনুসন্ধান, সংগ্ৰহ আৰু প্ৰকাশ কৰা কামো সাহিত্য সভাৰ এটা অন্যতম উদ্দেশ্য। ইয়াত বাধা বিঘিনি বহুত। কিন্তু সুপৰিচালিত নিয়মৰ বশবৰ্ত্তী হৈ এই বিলাক তথ্য আবিষ্কাৰ আৰু প্ৰকাশ কৰা কামত নেৰানেপেৰাকৈ সভাৰ উদ্যম আৰু চেষ্টা নিয়োগ কৰিলে কৃতকাৰ্য্য নোহোৱাৰ কোনো কাৰণ নেদেখো। আমাৰ সা-সজুলি যথেষ্ট আছে; সকলো ৰকমৰ উপাদান গাঁৱে-ভূয়ে, হাবিয়ে-বননিয়ে সিচৰিত হৈ পৰি আছে। এই বিলাক বস্তু বুটলি আনি আধুনিক বৈজ্ঞানিক প্ৰণালীৰ চালনীৰে চালি-জাৰি নতুন সাঁচত গঢ়ি তুলিব পাৰিলেই আমাৰ অতীতৰ গৌৰৱ সভ্য জগতৰ আগত দাঙি ধৰিব পৰা হব। কিন্তু এই উদ্দেশ্য সিদ্ধি কৰিবলৈ হলে আমাৰ প্ৰকৃত গবেষণামূলক কাৰ্য্যৰ আৱশ্যক। ইয়াৰ কাৰণে বিশেষ কেন্দ্ৰস্থল আৰু গবেষণাত বুৎপত্তি থকা লোকৰ দৰকাৰ। সৌভাগ্যবশতঃ এই ধৰণৰ কাম হাতত লবৰ কাৰণে আমাৰ আৰু দুটি স্থকীয়া অনুষ্ঠান স্থাপিত হৈছে। এটি অসম গৱৰ্ণমেণ্টৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ আৰু আনটো কামৰূপ অনুসন্ধান সমিতি। ৰায় বাহাদুৰ ডক্তৰ সূৰ্য্যকুমাৰ ভূঞা দেৱৰ অশেষ উদ্যম আৰু পৰিশ্ৰমৰ ফলত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পৰা কেইবাখনিও বহুমূলীয়া পুৰণি পুথি আৰু বুৰঞ্জী প্ৰকাশিত হৈছে। তেখেতৰ অক্লান্ত পৰিশ্ৰম আৰু সহিষ্ণুতা বিশেষ প্ৰশংসনীয়। কামৰূপ অনুসন্ধান সমিতিয়েও অসমৰ প্ৰাচীন শিল্প আৰু স্থাপত্য বিদ্যাৰ ভালেখিনি উপাদান সংগ্ৰহ কৰিছে। এই বিলাক বস্তুৰ দ্বাৰা আমাৰ মৌলিক গবেষণাৰ ভৱিষ্যত অতি উজ্জ্বল হব বুলি আশা কৰা যায়।

ওপৰত উল্লেখ কৰা কাম বিলাক কেৱল ভৱিষ্যত গবেষণাৰ সূত্ৰপাত বুলিহে ধৰিব লাগিব। আমাৰ কৰিবলগীয়া কাম অশেষ। কিন্তু প্ৰকৃত কৰ্ম্মীৰ সংখ্যা নিচেই তাকৰ। আমাৰ বৰ্ত্তমান সামাজিক আৰু আৰ্থিক অৱস্থা চাই এই স্থকীয়া অনুষ্ঠান বিলাকৰ ভিতৰত পাৰস্পৰিক সহযোগিতা হোৱা উচিত। এই সহযোগিতা কাৰ্য্যত পৰিণত কৰিব পাৰিলে আমাৰ আৰু এটা গুৰুতৰ সমস্যাৰ সমাধান উজু হব যেন লাগে। এই সমস্যা হৈছে বৈজ্ঞানিক প্ৰণালীৰে অসমৰ এটা বিস্তাৰিত বুৰঞ্জীৰ গ্ৰন্থমালা সঙ্কলন কৰা। যদি অসমৰ বুৰঞ্জীক তিনি ভাগে ভাগ কৰি আদি যুগ, মধ্য যুগ আৰু বৰ্ত্তমান যুগৰ তিনিখন বিস্তাৰিত বুৰঞ্জী প্ৰকাশ কৰিব পৰা যায়, তেন্তে আমাৰ এটা ডাঙৰ জাতীয় অভাৱ আঁতৰাব পৰা হব। এনে বিধৰ সঙ্কলন আন আন দেশতো কৃতিত্বেৰে কৰা দেখা গৈছে আৰু ভাৰতৰ কেইটামান শিক্ষা-অনুষ্ঠানে হাতত লৈছে। অলপতে ঢাকা ইউনিভাৰ্চিটিয়ে এই ধৰণৰ এটা বঙ্গ বুৰঞ্জীৰ গ্ৰন্থমালা সঙ্কলন কৰিবলৈ পৰিকল্পনা কৰে আৰু ইয়াৰ কাম প্ৰায় শেষ হব লগা হৈছেহি আৰু অতি সোনকালেই এই গ্ৰন্থমালা প্ৰকাশিত হব।

ওখ ধৰণৰ গবেষণাৰ কাম পৰিপাটিকৈ কৰিবৰ কাৰণে আমাৰ এটা স্থকীয়া বিশ্ব-বিদ্যালয়ৰ আৱশ্যক। যি হওঁক, সুখৰ বিষয় যে বৰ্ত্তমান অসম চৰকাৰে আমাৰ এই জাতীয় অভাৱ দূৰ কৰিবৰ কাৰণে অলপ কুৰুংকাৰাং কৰি আমাৰ মনলৈ আশা আনিছে। ইয়াৰ আগতো বিলাতৰ পৰা এজন বিষয়া আনি ভালেখিনি টকা পইচা খৰচ কৰি এখন ৰিপোৰ্ট বাহিৰ কৰাইছিল। কিন্তু তাৰ একো গুটি নধৰিলে। যদি বৰ্ত্তমান মন্ত্ৰীসভাই বাস্তৱিকতে এই

অনুষ্ঠানৰ পৰিকল্পনা কাৰ্য্যত পৰিণত কৰিব পাৰে, তেন্তে তেওঁলোকে স্বদেশৰ আৰু স্বজাতিৰ বিশেষ শলাগৰ পাত্ৰ হব আৰু তেওঁলোকৰ নাম অসমৰ শিক্ষা বুৰঞ্জীত অমৰ হৈ থাকিব। বিশ্ববিদ্যালয় নানা ধৰণৰ হব পাৰে। ইয়াত গৱেষণা ক্ষেত্ৰ থাকিবও পাৰে নেথাকিবও পাৰে। সেই কাৰণে বিশ্ববিদ্যালয়ৰ ধৰণ সম্পূৰ্ণৰূপে ৰাইজৰ দাবী আৰু আইন প্ৰণয়ন কৰোতা সকলৰ ওপৰত নিৰ্ভৰ কৰে। কোনো কোনোৱে ভাবে যে অজস্ৰ টকা পইচা নহলে বিশ্ববিদ্যালয় পাতিব নোৱাৰি। কিন্তু এই আশঙ্কা সম্পূৰ্ণ অমূলক। আমি নিজ অভিজ্ঞতাৰ দ্বাৰা বহুত ঠাইত দেখিছো আৰু মিষ্টাৰ কানিংহাম চাহাবেও তেখেতৰ ৰিপোৰ্টত খৰচৰ বিষয়ে এই দৰে লিখিছে :—

"The expense of a University should, but need not be considerable. It certainly need not be prohibitive. There is a good deal of misunderstanding abroad on this point. Many of my advisers, for the most part, it is true, those who wish Assam to remain with Calcutta, proceed on the assumption that a University is necessarily a very expensive institution and that it can not be provided without starving other branches of education,...............But the cost of a University is just what you care to make it. In many of the states of America, for example, it is as simple a matter to start a University as it is in England to get married at a Registrar's. To the establishment of Calcutta University but little more can have been needed at the time than a quill pen and an inkpot and a quire of paper. It is only of recent years with the development of its post-graduate activities that Calcutta has come forward as an institution requiring large grants from public funds. Given a monopoly, indeed, and an eager demand for learning, an unscrupulous Government might make the University a revenue producing department."

অসমত গৱেষণাৰ উপাদান কোনো কোনো বিষয়ত ভাৰতৰ আন আন প্ৰদেশতকৈ সুবিধাজনক ৰূপে আৰু বেছি পৰিমাণে পোৱা যায়। বুৰঞ্জীৰ বাহিৰেও বনতত্ব (Forestry), খনিজতত্ত্ব (Mineralogy), মানৱতত্ত্ব (Anthropology), ভূতত্ত্ব (Geology), আৰু পশুতত্ত্ব (Zoology) বিভাগত বৈজ্ঞানিক গৱেষণা কৰিবলৈ আমাৰ দেশত যিমান সাজ সজুলি সহজে পোৱা যায় ভাৰতৰ আন ঠাইত ইমান সহজে পোৱা কঠিন। বোধকৰো আপোনালোকে ডক্তৰ হটন (Dr. Husttan, I.C.S.) চাহাবৰ নাম শুনিছে। তেখেতে অসমৰ চিভিল চাৰ্ভিছত থাকিও অসমৰ দাতিকাষৰীয়া পৰ্ব্বতীয়া জাতি বিলাকৰ ওপৰত ভিত্তি কৰি মানৱতত্ত্ব বিজ্ঞানৰ বিশেষ গৱেষণা কৰে। তেখেত বৰ্ত্তমান জগতৰ এজন প্ৰসিদ্ধ মানৱতত্ত্ব বিজ্ঞ; আৰু তেখেতে চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিচত অক্সফোৰ্ড বিশ্ববিদ্যালয়ে তেখেতক যথোচিত সন্মান দেখুৱাই মানৱতত্ত্ব বিভাগত অধ্যাপক নিযুক্ত কৰে। এই ধৰণৰ দৃষ্টান্তৰ পৰা দেখা যায় যে, আমাৰ আহিলা-পাতি আছে, কিন্তু আমাৰ প্ৰকৃত কৰ্ম্মী আৰু উদ্যম নাই।

আমাৰ বহুতৰ বিশ্বাস যে ওখ ধৰণৰ গৱেষণাৰ কাম হাতত লবলৈ আমাৰ যোগ্য (qualified) পুৰুষ নাই। কিন্তু এই ধাৰণা নিতান্ত ভুল। যদি অলপ দকৈ গমি চোৱা যায়, আপোনালোকে দেখিবলৈ পাব যে আমাৰ বৰ্ত্তমান অসমৰ কলেজ কেইটাত যোগ্য পুৰুষেৰে

ভৰপুৰ। এই কলেজ বিলাকৰ প্ৰত্যেক অধ্যাপকৰ নিজ নিজ বিষয়ত গৱেষণা কৰিব পৰা যথেষ্ট শক্তি আৰু প্ৰতিভা আছে। কিন্তু প্ৰেৰণা আৰু উদ্যমৰ অভাৱত এই শক্তি আৰু প্ৰতিভা নিয়োগ কৰা নহয়; গতিকে লাহে লাহে পঙ্গু হৈ পৰিছে। বিশ্ববিদ্যালয় নোহোৱা অৱস্থাত তেওঁ বিলাকে গৱেষণাৰ কামত ব্যস্ত থাকিলেহেঁতেন যদি তেওঁলোকৰ প্ৰমোচন (efficiency bar) দক্ষতাৰ দাং পাৰ হোৱা গৱেষণাৰ ফলৰ ওপৰত নিৰ্ভৰ কৰিলেহেঁতেন। কিন্তু চৰকাৰী নিয়ম প্ৰণালী আন বিধৰ। ইয়াত গৱেষণাৰ কোনো স্থান নাই। এই কাৰণে দুই এজনৰ বাহিৰে আন বিলাকে ক্লাছত বক্তৃতা দিয়াৰ বাহিৰে আন কাম কৰিবলৈ সময় নেপায়। প্ৰকৃত বিশ্ববিদ্যালয় হলে এই এলাহ আৰু উদাসীনতা অচিৰে দূৰ হব। কাৰণ বিশ্ববিদ্যালয় বিলাকত সকলো প্ৰমোচন মৌলিক গৱেষণামূলক প্ৰতিযোগিতাৰ ওপৰত নিৰ্ভৰ কৰে। ইয়াত চাকৰিৰ বছৰ বা ম্যাদৰ কোনো মূল্য নেথাকে। প্ৰতিযোগিতাৰ দ্বাৰাই ভাৰতীয় আৰু বিদেশী বিশ্ব-বিদ্যালয় বিলাকৰ গৱেষণাৰ উৎপন্ন দিনক দিনে বাঢ়িব লাগিছে। এই ওখ থাপৰ সাহিত্য চৰ্চ্চাৰ বাহিৰেও আমাৰ আৰু কিছুমান আন আন ধৰণৰ সাহিত্যৰ অভাৱ আছে। এই বিলাক হৈছে সাধাৰণ ৰচনা, পদ্য, গদ্য, নাটক, উপন্যাস, চুটি গল্প, স্কুলৰ পাঠ্য কিতাপ, প্ৰাথমিক বিজ্ঞান আৰু আন আন জনপ্ৰিয় স্বাস্থ্য কৃষ্টি আৰু বুৰঞ্জী সম্বন্ধীয় বিষয়। এতিয়া প্ৰশ্ন উঠিব পাৰে যে এই বিলাক কাম কৰিবলৈ আমাৰ সমাজত যথেষ্ট পৰিমাণে যোগ্য পুৰুষ আছে নে নাই? ইয়াৰ উত্তৰত মই ডাঠি কব পাৰো যে আমাৰ যিমান লিখকৰ দৰকাৰ তাৰ দহ গুণতকৈয়ো বেছি যোগ্য পুৰুষ আছে। কিন্তু আমাৰ নাই উদ্যম, আমাৰ নাই পৰিশ্ৰম, আমাৰ নাই আকাঙ্ক্ষা আৰু ত্যাগ। আজি-কালি উচ্চ শিক্ষা পোৱা অসমীয়া ডেকাৰ অভাৱ নাই কিন্তু তেওঁ বিলাকৰ পৰা আমি যি পাবলৈ আশা কৰো তাক নেপাওঁ। তেওঁ বিলাকৰ সৰহ ভাগেই স্কুল বা কলেজত যি শিক্ষা আৰু কৃষ্টি অৰ্জ্জন কৰে, সেই সোপাকে চাকৰিত সুমোৱা মাত্ৰকে মোহাৰি সামৰি এচুকত দলিয়াই পেলাই দি পুনৰাই সেই বিলাকৰ চৰ্চ্চা কৰিব নোখোজে। এই খিনিতে এটা চুটি গল্প কবলৈ বাধ্য হলো। খলিফা আব্দুল মালিক ৰাজ পাটত উঠাৰ আগতে তেখেত মদিনা নগৰত অতি বিদ্বান আৰু ধৰ্ম্মানুৰাগী পুৰুষ বুলি বিখ্যাত আছিল। তেখেতে বেছি ভাগ সময় মছজিদৰ ভিতৰত শাস্ত্ৰ আদি মনোযোগেৰে সৈতে পাঠ কৰি কাল কটাইছিল। সেই কাৰণে তেখেতক মানুহে "মছজিদৰ কপৌ চৰাই" নামে অভিহিত কৰিছিল। কিন্তু যিদিনা তেওঁৰ পিতৃদেৱতা স্বৰ্গগামী হয় আৰু তেওঁক ৰাজপাটত উঠিবলৈ ৰাজধানীৰ আমীৰ সকলে জয়ধ্বনি দি অভিনন্দিত কৰে, সেই সময়ত তেওঁ হাতৰ কিতাপ খনি জপাই থৈ এই দৰে কয়, "আজিৰ পৰা তোমাৰ আৰু মোৰ ভিতৰত চিৰ বিচ্ছেদ হল।" আজি প্ৰায় বাৰ শ বছৰৰ আগেয়ে কোৱা এই কথা ফাকিৰ মূল মন্ত্ৰ আমাৰ বৰ্ত্তমান ডেকা সকলৰ গাত ফলিৱা দেখা যায়। কিন্তু এই মনোবৃত্তি আমাৰ সমাজ আৰু দেশৰ কাৰণে অতি অহিতকাৰী। ভাৰতৰ সাহিত্যৰ বুৰঞ্জী পাত লুটিয়াই চালে আমি দেখিবলৈ পাওঁ যে ভাৰতত ভাৰতীয় সাহিত্য, কৃষ্টি আৰু সভ্যতাৰ গৱেষণাৰ সূত্ৰপাত ইংৰাজ চিভিলিয়ান আৰু আন আন কৰ্ম্মচাৰীৰ দ্বাৰা প্ৰতিষ্ঠিত হয়। আনকি আমাৰ অসমতো স্বৰ্গীয় আনন্দৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, হেমচন্দ্ৰ গোস্বামী, ৰজনীকান্ত বৰদলৈ আৰু

ৰায় বাহাদুৰ কনকলাল বৰুৱা আদিয়ে চৰকাৰী চাকৰিত থাকিও সাহিত্য আৰু বুৰঞ্জীত অশেষ দান কৰি গৈছে। ত্যাগ আৰু মনৰ বল হলে অসাধ্যকো সাধন কৰিব পৰা যায়। এতেকে অসমীয়া ডেকা আৰু চৰকাৰী চাকৰি কৰোতা সকলক এই সভাৰ জৰিয়তে গোহাৰি জনাওঁ যাতে তেওঁবিলাকে সাহিত্য চৰ্চ্চাৰ কাৰণে অলপ মনোযোগ দি অসমীয়া সাহিত্য চহকী কৰে। কথাতে কয় বোলে ৰাইজে নথ জোকাৰিলে নৈ বয়।

অসমত আৰু এক শ্ৰেণীৰ লোক আছে, যি সাহিত্যক্ষেত্ৰত বিশেষ দান কৰিব পাৰে। এওঁ বিলাক হৈছে স্কুলসমূহৰ শিক্ষক। এওঁ বিলাকৰ প্ৰত্যেকেই যোগ্য পুৰুষ আৰু প্ৰত্যেকৰে নিজ নিজ বিষয়ত যথেষ্ট পাৰদৰ্শিতা আছে। স্কুলৰ পাঠ্য পুথি আৰু জনপ্ৰিয় সাহিত্য ক্ষেত্ৰত এওঁ বিলাকৰ প্ৰচুৰ উৎপন্ন কৰিবলৈ যিমান শক্তি আছে, আন কেওঁৰে নাই। কিন্তু ইয়াতো সেই ওপৰত কৈ অহা উদ্যম আৰু প্ৰেৰণাৰ অভাৱ। (Human Psychology) মানুহৰ মনোবিজ্ঞান সকলো ঠাইতে এক। সাধাৰণতে আগত কিবা এটা পোৱাৰ আশা নেদেখিলে কোনেও লবচৰ কৰিবলৈ ইচ্ছা নকৰে। যদি লৰমাৰি কিবা এটা লাভজনক বস্তু ধৰিবৰ আশা থাকে, তেন্তে লেঙেৰা আৰু ধোদবোৰেও লৰি ধৰিবলৈ চেষ্টা কৰে। যদি অসমৰ শিক্ষা বিভাগৰ এনে এটা নিয়ম বলবৎ থাকিলহেঁতেন যে প্ৰত্যেক স্কুল শিক্ষকৰ প্ৰমোচন আদি, বেছি নহলেও, আংশিক ৰূপে, তেওঁৰ সাহিত্য ক্ষেত্ৰত দানৰ ওপৰত নিৰ্ভৰ কৰিব, তেন্তে উচ্চ ধৰণৰ প্ৰবন্ধ আৰু গ্ৰন্থ প্ৰকাশ কৰাত তেওঁবিলাকৰ মাজত অৰিয়াঅৰি লাগিলহেঁতেন। এনে বিধৰ এটা পৰিবৰ্ত্তনশীল কাৰ্য্য প্ৰণালী প্ৰয়োগ কৰিব পাৰিলে কেৱল যে সাহিত্যৰেই উন্নতি হব এনে নহয়, বাস্তৱপক্ষে শিক্ষক সকলৰো যোগ্যতা ক্ৰমান্বয়ে বাঢ়িব আৰু শিক্ষাৰ আদৰ্শ আৰু দক্ষতা বহুত গুণে ওপৰলৈ উধাব। এই প্ৰস্তাৱত হয়তো বহুতে চমকি উঠিব পাৰে; কিন্তু দেশ কাল পাত্ৰ ভেদে ভিন ভিন প্ৰণালীৰ আৱশ্যক। যদি আপোনালোকে বৰ্ত্তমান সাহিত্য সমস্যাৰ সমাধান কেৱল বছেৰেকীয়া সভা-সমিতি আৰু জটিল তৰ্ক-বিতৰ্কৰ চাৰি সীমাৰ ভিতৰত আৱদ্ধ ৰাখিব খোজে, তেন্তে আমাৰ কবলৈ একো নাই। যদি সঁচাকৈয়ে সাহিত্যৰ ক্ৰমোন্নতি কৰিবৰ অভিপ্ৰায় আছে আৰু আপোনালোকৰ উদ্দেশ্য সাফল্যমণ্ডিত কৰিব খোজে, তেন্তে মোৰ এই বিপ্লৱবাদী অথচ সৰল প্ৰস্তাৱবিলাক আপোনাসকলে দকৈ চিন্তা কৰি চাব আৰু কাৰ্য্যত পৰিণত কৰিবলৈ চেষ্টা কৰিব। মোৰ বিশ্বাস যে এই ৰকমৰ জনহিতকৰ কামত অসমৰ শিক্ষা বিভাগে সহযোগিতা আৰু সহানুভূতি দেখুৱাব।

অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰচাৰ বিভাগ আমাৰ এটা অতি গুৰুতৰ আৰু দায়িত্বপূৰ্ণ অনুষ্ঠান। শৃঙ্খলাবদ্ধভাৱে প্ৰচাৰ কাৰ্য্য কৰিব নোৱাৰিলে কোনো অনুষ্ঠানৰে মূল্য নেথাকে। বৰ্ত্তমান জগতত প্ৰচাৰেই সকলো নীতিৰ ঘাই ধৰণী। আমাৰ প্ৰচাৰ কাৰ্য্যনো কোন ধৰণৰ হোৱা উচিত, সেই বিষয় লৈয়ো আমাৰ ভিতৰত মতভেদ থকা দেখা যায়। কোনো কোনোৱে 'বৃহত্তৰ অসম' আদৰ্শৰ ভক্ত হৈ অসমৰ বাহিৰত প্ৰচাৰ কৰাটোক প্ৰাধান্য দিয়ে। আৰু কোনো কোনোৱে ভাবে যে, বৰ্ত্তমান অৱস্থাত আমাৰ সমুদায় শক্তি অসমৰ চাৰি সীমাৰ ভিতৰত নিয়োগ কৰা উচিত। মোৰ মনেৰে প্ৰথম পন্থীৰ মত যথাৰ্থতে আদৰ্শবাদ

আৰু দ্বিতীয় পন্থীৰ মত কাৰ্য্যকৰী। কাৰণ আগেয়ে নিজৰ ঘৰখন চাফ-চিকণ কৰি বেমেজালী ভাঙি নলৈ পৰৰ ঘৰ পৰিষ্কাৰ কৰিবলৈ যোৱাতো জ্ঞানী সকলৰ মত নহয়। প্ৰথমতে, অসমৰ দাতি-কাষৰীয়া, উপজাতি, মণিপুৰি, পমুৱা আৰু বাগিচাৰ বনুৱাসকলৰ ওচৰ চাপিব লাগিব। বিদেশৰ পৰা আহি ইয়াত স্থায়ী বাসীন্দা হোৱা মানুহ বিলাকে সাধাৰণতে অসমীয়াত কথা-বতৰা কয়। আৰু বহুতৰ মনত অসমীয়া ভাষা শিকিবলৈয়ো হাবিয়াহ। গতিকে, তেওঁ বিলাকৰ মাজত উপযুক্ত বিচক্ষণতাৰ সৈতে অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰচলন কৰিব পাৰিলে আমাৰ ভাষা, সাহিত্য আৰু সমাজ অতি অলপ সময়ৰ ভিতৰতে শক্তিশালী হৈ উঠিব। অলপতে বৰপেটাৰ জয়পুৰ গাঁৱত শিশু ছাত্ৰ সন্মিলনৰ দ্বিতীয় বাৰ্ষিক অধিবেশন বহিছিল। ইয়াৰ সকলো বিলাক মানুহেই পমুৱা। সেই সভাত খোন্দকাৰ চমছেৰ আলি ছাহাবে তেওঁৰ বক্তৃতাৰ ভিতৰত এই দৰে কয় :—

"যেনেকৈ আমি আৰব এৰি, পাৰস্য এৰি, আফগানিস্থান এৰি, পঞ্জাব এৰি বঙালী হৈছো, সেই দৰেই এতিয়া আমি বঙ্গদেশ এৰি অসমীয়া হৈছো। এতিয়া আমি খাটি অসমীয়া। আমাৰ মঙহ অসমৰ মঙহ, আমাৰ তেজ অসমৰ তেজ। আমাৰ দৰেই সকলো লোকেই, যি সকল অসমত নতুনকৈ সোমাইছে তেওঁলোকক আমি অসমীয়া বুলি স্বীকাৰ কৰিবলৈ আৰু অসমীয়া ভাষা শিকি পেলাবলৈ উপদেশ দিওঁ। ......মুছলমানে কোনো প্ৰাদেশিক ভাষা লৈ হাইকাজিয়া কৰাটো একো যুক্তিসঙ্গত নহয়। কাৰণ মুছলমানৰ সকলো ঠাইতে এটা সাধাৰণ আৰু বাধ্যতা-মূলক ভাষা আছে, সেইটো আৰবী। তাৰ বাহিৰে যি ঠাইতেই থকা যায় সেই ঠাইৰ অধিবাসীৰ লগতে মিলি-জুলি বাস কৰিবলৈ সেই দেশৰেই ভাষা শিক্ষা কৰাতো তেওঁলোকৰ ন্যায় সঙ্গত···অসমীয়া ভাষা শিকিবলৈ একো কঠিন নহয়। ছমাহৰ ভিতৰতেই ইয়াক সম্পূৰ্ণ আয়ত্বাধীন কৰি পাৰিছে।" আৰু এজন বক্তা মৌলবী দেৱান আব্দুল হেমিদ ছাহাবে কয় :— "আমি অসমীয়া, অসমৰ ৰস পান কৰি আমাৰ জীৱন ৰক্ষা কৰিছো। আমাৰ পিতা আৰু তেওঁৰ পিতা এই মাটিৰ লগতে মিহলী হৈছে। সেই দৰেই আমাৰ তেজ মঙহো ইয়াৰ মাটিতে মিহলি হব।"

এইবিলাক উক্তিৰ পৰা ভালকৈ বুজা যায় যে, তেওঁলোকৰ ভিতৰত বহুত গুণী আৰু উদাৰ পুৰুষ আছে, যি অসমীয়া শিক্ষাৰ আৱশ্যকতা উপলব্ধি কৰিছে আৰু কাৰ্য্যতো দেখুৱাইছে। এনেস্থলত পমুৱাবিলাকৰ ভাষা সমস্যা লৈ আমাৰ বিশেষ ভয় বা আশঙ্কাৰ কাৰণ নেদেখো। এই বিষয়ে যি বেমেজালি ঘটিছে তাৰ মূল হৈছে বাহিৰৰ পৰা অহা স্বাৰ্থপৰ ৰাজনৈতিক আন্দোলন-কাৰীসকল আৰু বিদেশত স্থায়ী ঘৰ থকা অসমত অস্থায়ী বাসীন্দাবিলাকৰ উদগনি, তাৰ লগে লগে আমাৰ দূৰদৰ্শিতাৰ অভাৱ। এই বাহিৰা আন্দোলনকাৰীসকলৰ গতিবিধিৰ ওপৰত আমাৰ বিশেষ চকু ৰখা উচিত আৰু ইয়াৰ প্ৰতিকাৰ কৰা কৰ্ত্তব্য। আমাৰ ভিতৰত বিশেষকৈ লোকেল বোৰ্ড আৰু শিক্ষা বিভাগৰ কৰ্ম্মচাৰীসকলে সজ্ঘবদ্ধ হৈ অসমীয়া ভাষাৰ প্ৰচাৰৰ এটা নিৰ্দ্দিষ্ট আৰু কাৰ্য্যকৰী পৰিকল্পনা হাতত লৈ ক্ৰমান্বয়ে আগ বঢ়া উচিত। বাতৰি কাকতৰ দ্বাৰা জনা যায় যে কোনো কোনো লোকেল বোৰ্ডৰ চেয়াৰমেনে এই বিষয়ে অতি উদাসীন ভাব দেখুৱাইছে আৰু

কোনো কোনো ক্ষেত্ৰত তেওঁবিলাকৰ খামখিয়ালী কাৰ্য্যৰ দ্বাৰা অসমীয়া ভাষাৰ প্ৰচলনত বাধা জন্মিছে। যদি এই বাতৰিকাকতৰ অভিযোগ সঁচা, তেন্তে ই অতি দুখ আৰু বেজাৰৰ কথা। আমাৰ ব্যক্তিগত স্বাৰ্থ আৰু মতভেদ পৰিহাৰ কৰি আমি সকলোৱে এক উদ্দেশ্য আৰু এক নীতিৰ আদৰ্শৰে অনুপ্ৰাণিত হলেহে আমাৰ কৃতকাৰ্য্য হোৱাৰ সম্ভাৱনা। যদি পমুৱাবিলাকৰ মাজত আমাৰ সৎ উদ্দেশ্য আৰু পাৰস্পৰিক উপকাৰিতাৰ সম্পৰ্কে সুচাৰুৰূপে ৰাখ্যা কৰি বুজাই দিব পৰা হয়, তেন্তে মোৰ বিশ্বাস যে তেওঁলোকৰ পৰা আমি সন্তোষজনক উত্তৰ পাম।

ওপৰত আলোচনা কৰা সমস্যাবিলাকৰ যথোচিত সমাধান কৰিবৰ নিমিত্তে আমাৰ প্ৰচুৰ অৰ্থৰ আৱশ্যক। সাধাৰণতে সাহিত্য সভা বিলাকৰ আয়, সদস্যসকলৰ বৰঙণি (private endowment) খাচ আমানত (Grant from Local authorities) স্থানীয় শাসন পৰিষদ বিলাকৰ দান (State aid) আৰু চৰকাৰী সাহায্যৰ ওপৰত নিৰ্ভৰ কৰে। খাচ আমানত যদিও যথেষ্ট হোৱা নাই, তথাপি সাহিত্য সভাৰ সৌভাগ্য ক্ৰমে আশামূলক হবলৈ আৰম্ভ হৈছে। এই আমানতকাৰীসকল আমাৰ বিশেষ শলাগৰ পাত্ৰ। আশা কৰা যায় যে অসমীয়া দানবীৰসকলে আমাৰ এই জাতীয় অনুষ্ঠানটিৰ প্ৰতি কৃপাৰ চকুৰে চাব। কিন্তু বৰঙণিৰ ভাগটো অতি শোচনীয়। কথাতে কয় বোলে, অসমীয়া মানুহে বাতৰিকাকত বা আলোচনী পঢ়িবলৈ ভাল পায়, কিন্তু বছেৰেকীয়া বৰঙণি ফেৰা দিব নোখাজে। ই এটা আমাৰ জাতীয় কলঙ্ক। এই কলঙ্ক অচিৰে দূৰ নকৰিলে পৰিত্ৰাণ নাই। স্থানীয় পৰিষদ বিলাকৰ ভিতৰত কোনো কোনো লোকেল বোৰ্ড আৰু মিউনিচিপেলিটিয়ে কিছু সাহায্য কৰিছে। তেওঁলোক আমাৰ ধন্যবাদৰ পাত্ৰ। মোৰ মনেৰে অসমৰ প্ৰত্যেক লোকেল বোৰ্ড আৰু মিউনিচিপেলিটিয়ে এই জাতীয় অনুষ্ঠানৰ ভৰাললৈ যথোচিত দান কৰা উচিত। অৱশেষত State বা চৰকাৰৰ পৰা এই অনুষ্ঠানে পাবলগীয়া সহায় পোৱা নাই। এই সভাক চৰকাৰৰ Nation building বা জাতীয় গঠন বিভাগৰ এক প্ৰধান অঙ্গ হিচাবে ধৰা উচিত। আৰু ইয়াৰ উদ্দেশ্য আৰু পৰিকল্পনা কাৰ্য্যত পৰিণত কৰিবৰ নিমিত্তে চৰকাৰে আৰ্থিক আৰু নৈতিক বলেৰে সহায় কৰা যুগুত। বৰ্ত্তমান জনপ্ৰিয় মন্ত্ৰীমণ্ডলী আৰু বিশেষকৈ শিক্ষামন্ত্ৰীৰ ওচৰত আমাৰ এয়ে গোহাৰি যাতে তেওঁলোকৰ সহানুভূতি আৰু সহযোগিতা আগ বঢ়াবলৈ যেন কুণ্ঠিত নহয়।

সৰশেষত সামৰণি মৰাৰ আগতে কেই আষাৰ মান সতৰ্কমূলক কথা আমাৰ তৰুণ লিখাৰু সকললৈ আগ বঢ়াবলগীয়াত পৰিলো। এই লিখাৰু দলৰ কোনো কোনোৱে তেওঁ লোকৰ কবিতা আৰু ৰচনাৰ মাজেদি এটা নিৰাশা আৰু বিষাদৰ আদৰ্শ আমাৰ সমাজৰ ভিতৰত প্ৰচাৰ কৰিবলৈ চেষ্টা কৰে। এই নিৰাশাবাদ প্ৰধানতে বৰ্ত্তমান যুগৰ বঙালী সাহিত্যৰ প্ৰভাৱ আৰু বঙালী সাহিত্যৰ ভিতৰেদি আমাৰ মাজত সোমাইছেহি। কিন্তু এই আদৰ্শ আমাৰ উঠি অহা সমাজৰ পক্ষে অনিষ্টকৰ। যি আদৰ্শই মানুহৰ মনত উচ্চ আশা, আত্ম-গৌৰৱ, আত্ম-সন্মান, সৎসাহ, অপৰাজিত উদ্যম, আনন্দ আৰু সুখৰ সৃষ্টি কৰে, সেই আদৰ্শ হে আমি প্ৰচাৰ কৰা উচিত। নিৰাশাবাদক নেওঁচা দি optimism বা মঙ্গলবাদক'হে জীৱনৰ

কাম্য উদ্দেশ্য বুলি আকোৱালি ধৰিব লাগে। সকলো ক্ষেত্ৰত অমঙ্গলৰ ওপৰৰ মঙ্গলৰ প্ৰাধান্যৰ মতবাদ প্ৰচাৰ কৰা কৰ্ত্তব্য।

সমবেত সমজুৱা সকল! আপোনালোকে এই অভাজনৰ শুকান আৰু অসাৰ অভিভাষণ সহিষ্ণুতাৰে সৈতে শুনাৰ বাবে আপোনালোকক অশেষ শ্ৰদ্ধা জনাইছো আৰু আপোনালোকৰ নথৈ শলাগ লৈছো। মোৰ বিশেষ কবলৈ বা দিবলৈ নাই। সামৰণিত ইহাকে কব খোজো যে, পৰম করুণাময় পৰমেশ্বৰে আমাৰ প্ৰত্যেককে অসমীয়া সাহিত্য আৰু সমাজৰ সেৱা কৰিবলৈ প্ৰকৃত উদ্যম আৰু শক্তি দিয়ে।

---

# ঊনবিংশ অধিবেশন

শিৱসাগৰ—১৯৪৪ চন, অক্তোবৰ

## সভাপতি—শ্ৰীযুত নীলমণি ফুকন

অভ্যৰ্থনা সমিতিৰ সভাপতি, প্ৰতিনিধিবৰ্গ, উপস্থিত সমজুৱাসকল

অসম সাহিত্য সভাৰ একৰকম অচল অৱস্থাৰ মাজত, এনে এক সন্ধিক্ষণত, এই সন্মিলনৰ সভাপতিৰ আসনত বহিবলৈ পোৱাটো এজন অযোগ্য লোকৰ পক্ষে তেওঁৰ জীৱনৰ এটা আকস্মিক ঘটনা হলেও, এই সন্মিলনে অসম সাহিত্য সভাৰ বুৰঞ্জীত এক নতুন অধ্যায়ৰ সূচনা কৰিছে। এই অধ্যায় সোণালী আখৰেৰে লিখি অসমীয়া ভাষা আৰু সাহিত্যৰ ভৱিষ্যত উজ্জ্বল কৰি তুলিবলৈ অমৰ সাহিত্যিকসকলৰ দৈৱবাণীয়ে যেন এই পৱিত্ৰ ঠাই মুখৰিত কৰি তুলিছে! কুকি হাতত লৈ দুটি-এটি ফুল তুলি ফুৰা পৰিচাৰক এজনক এনে মহা যজ্ঞৰ পুৰোহিতৰ আসনত বহুৱাই আপোনালোকে যি সৌজন্য দেখুৱাইছে, তাৰ জোখাৰে কৃতজ্ঞতা প্ৰকাশ কৰিবৰ ভাষা বিচাৰি পোৱা নাই যদিও, মূৰ দোঁৱাইয়েই সেই কৃতজ্ঞতা জনাইছে। সিংহাসনত ৰামচন্দ্ৰৰ পাদুকা থৈৱকে থৈ ভৰতে ৰাজকাৰ্য্য চলোৱাৰ দৰে, এই আসন অলঙ্কৃত কৰা অগ্ৰৱৰ্ত্তী স্বনামধন্য পুৰুষসকলে এৰি থৈ যোৱা পদ-ধূলি দুটিকে শিৰত লৈ স্মৃতি-পথত যি অকণ অনুপ্ৰেৰণা পাব পাৰে, তাকেই অকাতৰে সতীৰ্থসকলক যাচিব বুলি মনতে সংকল্প লৈছে।

কৃতজ্ঞতা জ্ঞাপন

তেওঁলোকৰ ভিতৰত যি সকল আজি ইহলোকত আমাক উদগনি দিবলৈ নাই, তেওঁলোকৰ পবিত্ৰ স্মৃতিয়েই আমাক সেই উদগনি দিব। মৃত্যুৰ ছাঁয়াই আঁৰকাপোৰ তৰিব নোৱাৰে। সিদিনা মাথোন এই ঠাইতে অভিনন্দিত হোৱা লক্ষ্মীনাথৰ শ্ৰীমুখৰ বাণীয়ে আজিও শিৱসাগৰ পুখুৰীৰ বুকুত খলকনি লগাই থকা নাইনে? দিখৌ দিচাঙৰ বুকুত ডাঙৰ দীঘল হোৱা, বাৰিষা দিখৌ দিচাঙৰ পাৰ ওপচাই যোৱা সোঁতৰ দৰে, চিন্তাৰ সোঁতত নাদুৰি-সাতুৰি থকা ময়িদুল ইচলাম বৰাই এই আসনৰ পৰাই সিদিনা যোৰহাটত বহা সন্মিলনত যি বাণী শুনালে, তাৰ ধ্বনি আজিও আমাৰ কাণত বাজি আছে। জ্ঞানোজ্জ্বল সেই সৌম্য মূৰ্ত্তি আজি আমি চকুৰ আগতে দেখা নাই নে? তেওঁৰ সোঁহাতে ৰাজসিংহাসনত শোভি থকা দৰে মণিপুৰৰ মহাৰাজা বাহাদুৰে "ডেকা-গিৰী" দেশৰ ডেকাসকলক অলিম্পিক শিখৰৰ পৰা "দেহা থাকিলেহে বেহা" এই কথাৰ মৰ্ম্ম সিৰে সিৰে বোৱাই থৈ যোৱা এতিয়াও চকুৰ আগতে দেখা যেন লাগিছে। কুৰঙ্গ-নয়নীয়ে অসম-মণিপুৰৰ এই মিলন দৃশ্য সচকিত নয়নেৰে চাই আকৌ পূৰ্ব্বৰ কথা সুঁৱৰিছিল বুলি মনে ধৰা নাই নে? কমলাকান্তৰ চিতাত "চিন্তানলৰ" জুই ক-ককৈ জলি থকা যেন লগা নাই নে? ৰজনীকান্তৰ

স্মৃতি তৰ্পণ

স্মৃতি সুঁৱৰি লুইতৰ ধাৰত মিৰি-জীয়ৰীৰেও চকু-লো বোৱাই দিছে। “আনন্দাশ্ৰু”ত “সৱগৰ নিয়ৰৰ টোপাল” সৰিছে। লাচিতৰ শৰাই ঘাটৰ পৰা অলপ উজাই আহি কামাখ্যা, অশ্বক্লান্তত তৰুণ-নবীনে পাণ্ডুৱ নগৰত উৰা জাতীয় পতাকাৰ ছাঁয়াত সুপ্ত অৱস্থাতো এতিয়া দেশৰ স্বাধীনতাৰ স্বপ্নকেহে দেখিছে বুলি মনে ধৰা নাই নে? আকাশী গঙ্গাৰ দৰে বৈ অহা মানুহৰ চিন্তাধাৰাত স্বৰ্গগামীসকলৰ স্মৃতি বৈ আহি আমাৰ প্ৰাণ সদায় হেন্দোলি আছে। আজি এই ঠাইত “মানৱী জনম দিয়া উটুৱাই মানৱী কৰম সোঁতে” বুলি চন্দ্ৰকুমাৰে এই মানৱী পূজাত যোগদান কৰাহি নাই নে? চন্দ্ৰনাথ, ৰোহিণী, লক্ষ্মীধৰৰ স্মৃতিয়ে এই মুহূৰ্ত্তত তৰুণৰ প্ৰাণ আলোড়িত কৰি তোলা নাই নে? আজিৰ এই সন্মিলনলৈ শিক্ষাব্ৰতী ভুবনচন্দ্ৰ, একনিষ্ঠ দেশসেৱক সোণাৰাম দত্তক স্মৃতি পথে দি সসন্মানে আগবঢ়াই অনা হোৱা নাই নে? অসমীয়া জাতিৰ বছেৰেকৰ সুখ-দুখ সুমৰণ “বৰদৈচিলাৰ” মুখে শুনাই থকা “ভ্ৰমৰ”ৰ আজি নিমাত আত্মাই উদ্গ্ৰীৱ হৈ ঘূৰি ঘূৰি এই সন্মিলত পূৰ্ব্ব স্মৃতি সোঁৱৰাই দিবলৈ আদবাটৰ পৰা উলটি আহিছে। আজি শিৱসাগৰৰ প্ৰতি ধূলিকণাই চিনি পোৱা “ফুকন চাহাব”, “চলিহা চাহাব”, “কালি বাবু”, “অক্ষয় বাবু”ৰে অন্তৰীক্ষত থাকি আমাৰ কাৰ্য্য-কলাপ নেচাব নে? বিশ্বকবি ৰবীন্দ্ৰনাথৰ দীপ্তি ইয়াত পৰাহি নাই নে? প্ৰফুল্লচন্দ্ৰক গবেষণামগ্ন অৱস্থাত চাই লওঁহক। আজি কেইশ বছৰৰ আগতে জেৰেঙাৰ মুখত চপৰা-চপৰে গাৰ মঙহ দি চেকুৰা-চেকুৰে তেজ পিয়াই, লৰা-ৰজাৰ লৰামতি, পাত্ৰ-মন্ত্ৰীৰ দুৰ্ম্মতিৰ পৰা দেশৰ স্বাধীনতা ৰক্ষা কৰিবলৈ গৈ প্ৰাণত্যাগ কৰা জয়মতীৰ দৰে, এই যুগত মহাত্মাৰ সহধৰ্ম্মিণী, দেশৰ অহিংসমূলক স্বাধীনতা সংগ্ৰামত আগাখাঁ প্ৰাচীৰত বন্দিনী কস্তুৰবা গান্ধীৰ ভস্মীভূত দেহাই জীৱন্মুক্ত হৈ, জয়সাগৰৰ পাৰত জয়াৰ স্মৃতিয়ে খলক লগোৱা দৰে খলকনি লগোৱা নাই নে? মানৱ সমাজৰ চিন্তা-ধাৰাত মৰণ খেৰ-কুটাৰ দৰে কেনি উটি যায় কোনে মন কৰিছে? এই প্ৰৱাহৰ অন্ত নাই, এই চিন্তাধাৰা-প্ৰসূত সাহিত্য-শিল্প-কলাই মানৱ-সমাজক মৃত্যুৰ আঁৰ-কাপোৰ গুচাই সদায় অমৰ-লোকত আতৈ হৈ থকা দেখুৱাই আহিছে। তেনে সাহিত্য, শিল্পকলা সাধনা কৰা সভা-সমিতি-সন্মিলনৰ সঞ্জীৱনী শক্তি নহলে জগত কাহানিবাই মৃত্যুৰ মুখত পৰি অচল হলহেঁতেন।

জগতব্যাপী এই তয়াময়া ৰণৰ মাজত, দেশৰ সৰ্ব্ববিধ অসুখ-অশান্তিৰ মাজত, দেশৰ স্বাৰ্থত্যাগী কৰ্ম্মী আৰু দেশনায়কসকলৰ অনেক বন্দী অৱস্থাত থকাত, এই সময়ত অসম সাহিত্য সভাৰ এই সন্মিলন পতা যুগুত হৈছে নে নাই, এনে প্ৰশ্নও হব পাৰে। সাহিত্য-সাধনা শান্তি আশ্ৰমত হোৱা বস্তু যদিও, অশান্তিৰ পথে হলেও, তাত গৈ উপস্থিত হব লাগিব। শান্তিৰ সেন্দুৰি আলিয়েই একমাত্ৰ পথ নহয়।

**মনৰ কুৰুক্ষেত্ৰত সাহিত্য সাধনা**

মানৱ-ধৰ্ম্মই সৰ্ব্বতোভাবে গ্ৰহণ কৰিব পৰা গীতাৰ ৰচনা কুৰুক্ষেত্ৰ মহাসমৰৰ তুমুল নিনাদৰ মাজতহে হৈছিল। ভীষ্মই শৰশয্যাত হে যুধিষ্ঠিৰক শান্তি-পৰ্ব্বৰ উপদেশ খিনি দিছিল। দশৰথৰ মতিভ্ৰম, ৰামৰ বনবাস, সীতাহৰণ, ৰাম ৰাৱণৰ যুদ্ধ, পুত্ৰ-শোকত দশৰথৰ প্ৰাণ ত্যাগ, সীতাৰ অগ্নি-পৰীক্ষা ইত্যাদি শোকাবহ কাণ্ডৰ ভিতৰতে বাল্মিকীৰ সাতকাণ্ড ৰামায়ণ জগতৰ পক্ষে এখন সামাজিক নিখুঁত চিত্ৰ হৈ আজিও জিলিকি আছে। বাল্মিকীৰ প্ৰতিভাও তাতে হে

উজ্জ্বল হৈ উঠিল। ট্ৰোজান যুদ্ধ নোহোৱা হলে জগতে হয়তো হোমাৰক নাপালেহেঁতেন। ফৰাচি দেশৰ বিপ্লৱমন ৰুচো ভল্টেয়াৰৰ লিখনীত প্ৰকাশ নোপোৱা হলে, জগতত সাম্য-মৈত্ৰী-স্বাধীনতা ঘোষণা কৰিবলৈ আৰু হয়তো কত শ বছৰ লাগিলহেঁতেন! চকুৰ আগতে দেখা কথা—বিপ্লৱী ৰুচিয়াই তৰোৱাল আৰু কাপ সমানে চলাই এশ ছকুৰি ভাযাভাষী, এশ ছকুৰি জাতিৰ একাত্মবোধ জন্মাই, হুলেৰেই হুল কাঢ়ি, ৰুচিয়া মহাজাতিক নিষ্কণ্টক কৰিবলৈ অপৰিমেয় শাৰীৰিক, মানসিক আৰু অধ্যাত্মিক বল পাইছে। জাতিৰ, মানৱ-সমাজৰ একো একো সন্ধিক্ষণত সাহিত্যই এই দৰে ৰূপ লৈ জগতৰ অপায়-অমঙ্গল দূৰ কৰি শান্তি স্বস্ত্যয়ন কৰি আহিছে। শঙ্কৰ-প্ৰতিভাৰ বিকাশো দেশৰ ধৰ্ম্ম-কৰ্ম্ম-চিন্তাৰ বিপৰ্য্যয়ৰ মাজত হে হৈছিল। নানা প্ৰকাৰ কুক্ৰিয়া, কুসংস্কাৰ আহি যেতিয়া ধৰ্ম্মৰ ঠাই লৈছিল, মনৰ চিন্তাধাৰা শুকাই আহিছিল, সৰ্ব্বসাধাৰণৰ মুখৰ মাত-কথা হৰিছিল, সেই সময়ত মুখত ৰাম নাম দি অসমীয়া জাতিক আত্মাৰাম ভাবলৈ আনি, পৰম্পৰৰ মাজত আতৈ সম্বন্ধ স্থাপন কৰি, শিল্প, কলা, সাহিত্যৰ ষোলকলা পূৰ্ণ কৰি, ধৰ্ম্মৰ খুটি, নামঘৰ সত্ৰাদি পাতি, আজি প্ৰায় পাচ শ বছৰলৈকে পোনাই এটা সহজ পন্থা দি থৈ গল। সাহিত্য-সাধনাত সুকীয়া কাল আৰু আসন নাই; সাহিত্য ত্ৰিকালজ্ঞ। মাটিয়েই সাহিত্যৰ আসন, মনেই সিংহাসন। মনৰ কুৰুক্ষেত্ৰৰ মাজতেই মানৱ-সমাজে সাহিত্যৰ শান্তি-পৰ্ব্ব শুনি আহিছে।

দেশৰ অনেক সুসন্তান আজি বন্দী অৱস্থাত আছে সঁচা। কিন্তু তেওঁলোকে দেশক অলক্ষিতে যি প্ৰেৰণা দি আছে, তাৰ পৰা এই সন্মিলন বঞ্চিত হব নোৱাৰে। সেয়ে এই সন্মিলন সঞ্জীৱিত কৰি নুতুলিবনে? তেওঁলোকৰ চিন্তা-ধাৰাই এই সন্মিলন প্লাৱিত কৰিবই কৰিব। প্ৰাণৰ সংযোগত হিমালয়ো বেজীৰ জলাটো। তাৰ মাজেদিয়েই যোগ-সূত্ৰ অনায়াসে সৰকি যাব। মোৰ বোধেৰে অসমৰ বৰ্ত্তমান পাৰিপাৰ্শ্বিক অৱস্থালৈ চাই অসমীয়া ভাষা যুদ্ধৰ পিচতেই হাতত লব লগা সংস্কাৰৰ (Post-War Planning) ভিতৰত পৰিব।

প্ৰাণৰ যোগ-সূত্ৰ

এই খিনিতে সাহিত্য-ক্ষেত্ৰত বাস্তৱবাদ, আদৰ্শবাদ ইত্যাদি "বাদ" লৈ যিৱিলাক বাদানুবাদৰ কথা গুলায়, সেই সম্বন্ধে মোৰ মনে চুকি পোৱা এষাৰ কথা কৈ থোৱা ভাল বুলি ভাবো। জীৱনে বাস্তৱৰ বাহিৰে আন একোকে গ্ৰহণ নকৰে। যি ঈশ্বৰক মানুহে কোনো কালে দেখা নাপালে আৰু দেখা পোৱাৰ আশাও ৰখা নাই, তেনে ঈশ্বৰকো বাস্তৱ বুলিহে গ্ৰহণ কৰিব পাৰিছে। গতিকে মানুহৰ ওচৰত প্ৰাকৃতিক জগত বা ইন্দ্ৰিয়-গ্ৰাহ্য বস্তু আৰু কল্পলোক বা অতীন্দ্ৰিয় অনুভূতিৰ মাজত একো পাৰ্থক্য নাই। মানুহৰ পঞ্চভূতী দেহাও পঞ্চবিংশতি তত্ত্বেৰেহে গঠিত। মানুহে হাতে চুকি পোৱা শিকলি ডালতকৈ মনে চুকি পোৱা মাধ্যাকৰ্ষণ শক্তিৰ কঠিনতা কম অনুভৱ নকৰে। যিটো প্ৰেৰণাই মানুহক সভ্যতা সৃষ্টি কৰিবলৈ উদগালে, সেই সভ্যতাৰ পৰিপুষ্টিৰ বাবেই সাহিত্য-শিল্প-কলাৰ সৃষ্টি হল। সেই কাৰণেই, সাহিত্য-কলাই সভ্যতাৰ ঘাই ভেটি। এই ভেটিৰ ওপৰতে সভ্যতা থিয় হৈ আছে। ভৰি থোৱা মাটিৰ পৰা মূৰে চুকি নোপোৱা আকাশৰ গ্ৰহ-নক্ষত্ৰলৈকে যদি সভ্যতাৰ বিস্তাৰ-ভূমি, তেন্তে ভৰিৰ ধূলি মাকটিৰ পৰা আকাশৰ উজ্জ্বল

সাহিত্য ক্ষেত্ৰত "বাদ"

তৰালৈকে সাহিত্যৰ বিষয়-বস্তু হব পাৰে; অৰ্থাৎ গোচৰীভূত নোহোৱা কোনো বিষয়-বস্তু সৃষ্টিৰ মাজত দেখিবলৈ পোৱা নাযায়। এই চকুৰে চালে সাহিত্য-ক্ষেত্ৰত বাস্তৱবাদ, আদৰ্শবাদ একে দিগন্ততে লয় পায়হি। প্ৰাকৃতিক জগতক মানুহৰ ভাব-ধাৰাই সাকৃৱা কৰি পেলায় আৰু ভাবধাৰাও প্ৰাকৃতিক জগতে যি ফালে ঢাল লয়, সেই ফালেহে বৈ যায়। কিন্তু আদৰ্শ-বিহীন বাস্তৱতাই প্ৰায় অন্ধ-শক্তি লৈ কাম কৰে। আদৰ্শবিহীন বৰ্ত্তমানৰ বৈজ্ঞানিক তথ্যবিলাক মানুহে তপতে তপতে যিহতে তিহতে খটুৱাই জগতত যি বিপৰ্য্যয় ঘটাইছে, সেয়ে তাৰ প্ৰমাণ।

আজি-কালি সাহিত্য-ক্ষেত্ৰত "প্ৰগতিশীলতা" বুলি একাষাৰ কথা বৰকৈ চলিছে; চলিবৰো কথা। এই সাহিত্যৰ মাজেদিয়েই বৰ্ত্তমানৰ ৰুচিয়াই জাতীয় মনৰ এনে এটা বিপ্লৱ আনিলে যে, সেয়ে ৰাজনৈতিক বিপ্লৱৰ আনপাট ঘাই অস্ত্ৰ হৈ পৰিল। ৰুচিয়াৰ বন্ধনমুক্ত মনে ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক সকলো প্ৰকাৰ বন্ধনৰ পৰা জাতিটোক মুক্ত কৰিলে। প্ৰকৃততে ই নতুন কথা নহয়। সাহিত্যৰ লক্ষণেই—প্ৰগতিশীল নহৈ নোৱাৰে।

প্ৰগতিশীলতা

নৈয়ে এৰি থৈ যোৱা মৰা বিল কেইখনে নৈৰ স্ৰোতস্বিনী নাম লোপ কৰিব নোৱাৰে। কোনো একোটা সময়ত, কোনো কালত সাহিত্যৰ চিন্তাধাৰা কমিলে বা বন্ধ হলে সাহিত্যৰ প্ৰগতিশীলতা নষ্ট নাপায়। মৰিশালি এখনে ওচৰৰ জীৱন্ত মানুহৰ বসতিৰ কথাকেই সোঁৱৰাই দিয়ে। ধোঁৱা-চাঙত ধূৱঁলি-কুঁৱলী অৱস্থাত পৰি থকা একোখন সাঁচিপতীয়া পুথিৰ বুকুত কিমানবিলাক ভাব্য, ভাবনীয় বা কবলগীয়া ন ন কথা সোমাই আছে, তাক পৰিষ্কাৰ কৰি লব জনা সিদ্ধহস্ত সাহিত্যিকসকলে নিতে দেখুৱাই আছে। কথা হৈছে, সামাজিক আদৰ্শৰ পৰিবৰ্ত্তনৰ লগে লগে সাহিত্যৰ আদৰ্শও নিশ্চয় পৰিবৰ্ত্তন হয় আৰু সেয়ে তাৰ প্ৰগতিশীলতা। তাকে নকৰিলে বঁজা অমিতাৰ দৰে সাহিত্য শুৱনি হৈ লহপহকৈ বাঢ়ি আহিব পাৰে, কিন্তু সি নিষ্ফল। আদিতে ধৰ্ম্ম-যাজকসকলৰ হাতত যেতিয়া সমাজৰ আদৰ্শ গঢ়ি উঠিছিল, তেতিয়া ধৰ্ম্ম-গ্ৰন্থবিলাকেই সাহিত্যৰ ঘাই ভেটি আছিল। সমাজ যেতিয়া একোখন ৰাষ্ট্ৰৰ সুদৃঢ় ভেটিত স্থাপিত হল, তেতিয়া ৰাষ্ট্ৰৰ আদৰ্শ অনুযায়ী সাহিত্যই নতুন গঢ় ললে। এতিয়া জগতৰ ৰাষ্ট্ৰবিলাক নানা বিপৰ্য্যয়ৰ মাজেদি গণতন্ত্ৰমুখী হৈ অহাত সাহিত্যতো গণতন্ত্ৰৰ প্ৰভাৱ পৰিবই পৰিব, অৰ্থাৎ সাহিত্য জন-সাধাৰণৰ বস্তু হব লাগিব। সমাজত অৰ্থ-চিন্তা, অন্ন-চিন্তা নোহোৱাসকলৰ বা কেৱল জ্ঞান-পিপাসু সকলৰ পক্ষে সাহিত্য যিদৰে একালত আত্ম-বিনোদক বস্তু আছিল, বৰ্ত্তমানৰ বৈজ্ঞানিক প্ৰণালীৰে দহক এজনে টাঁহি-মুহি খোৱা যুগত, সাহিত্য কেৱল আত্ম-বিনোদক বস্তু হলেই জন-সাধাৰণৰ গা নতবিব। আগে চাউল কঠা, পিচতহে হবিৰ কথা যেতিয়া, চাউল কঠাৰ ঠাই আত্ম-বিনোদনে কেতিয়াও লব নোৱাৰে। বাস্তৱবাদ, আদৰ্শবাদ, প্ৰগতিশীলতা লৈ যি দু-আষাৰ কথা উল্লেখ কৰা হল, সেয়ে সৰ্ব্ববাদীসন্মত বুলি কোৱা হোৱা নাই। আত্ম-বিশ্লেষণত পোৱা এই কথাখিনি সাহিত্যিকসকলৰ চিন্তানলত শোধন হব পাৰে বুলিহে কোৱা হৈছে।

"অসম সাহিত্য সভা"ৰ জন্ম হবৰ আজি প্ৰায় একুৰি সাত বছৰ হলহি। এনে ভৰ

ডেকা বয়সতো অসম হৈ আগ বাঢ়িব পৰা নাই। অন্ত কি, বছৰি যে এবাৰ সম্মিলিতভাৱে আলোচনা-বিলোচনা কৰি চোৱা হয়, তাকো আমি পাহৰি আহিছো। সাতাইশ বছৰৰ ভিতৰত আজি মাত্ৰ উনৈশখন সম্মিলন পতা হল। অসম সাহিত্য সভাৰ এই জড়-ভৰত অৱস্থা দূৰ কৰি আকৌ কিদৰে গতিশীল কৰি তুলিব পাৰি, সম্মিলিত সাহিত্যিক আৰু সাহিত্যানুৰাগী সকলৰ আজি এয়ে একমাত্ৰ উদ্দেশ্য আৰু সংস্কল্প বুলি অনুভৱ কৰিছো।

অসম সাহিত্য সভাৰ বৰ্ত্তমান অৱস্থা

"অসম সাহিত্য সভাই" আজি গা কৰিব পৰা নাই কিয় ? অসমীয়া ভাষা আৰু সাহিত্য জন্মতে পঁয়ালগা আছিল নেকি ? বুৰঞ্জীয়ে দেখোন তেনে কথা নকয়! প্ৰাচীন কামৰূপ ৰাজ্যৰ বিস্তৃতি যিমান দূৰলৈকে আছিল, অসমীয়া বা কামৰূপীয়া ভাষাৰ বিস্তৃতিও সিমান দূৰলৈকে আছিল। বৰং ইয়াৰ প্ৰভাৱ আৰু দূৰলৈ গৈছিল। ই সমসাময়িক কোনো প্ৰাদেশিক ভাষাৰ নামনাচ নাছিল। প্ৰাগ-বৈদিক যুগৰ, বৈদিক যুগৰ, আৰ্য্য-অনাৰ্য্য জাতিৰ মুখৰ সংমিশ্ৰিত মাত-কথাৰে, স্বাধীন যুগৰ স্বাধীন ধ্বনিৰে, অসমীয়া ভাষা জয়-জয় ময়-ময় হৈ ফুৰিছিল। অসমীয়াৰ কাণত কোনো ভাষাৰেই প্ৰবেশ নিষেধ নাছিল। কিন্তু কোনো ভাষাৰেই ফুচুলনিত পৰি নিজৰ মতি-গতি লৰ-চৰ কৰা নাছিল। এই কাৰণেই কামৰূপীয়া ভাষাৰ এখন স্বকীয়া সন্মানৰ আসন আছিল। উজনি ৰংপুৰৰপৰা ভাটি ৰংপুৰলৈকে অসমীয়া ভাষাৰ একেটা ৰিঙকে শুনা গৈছিল। এতিয়াও ৰংপুৰ, কোচবিহাৰ, জলপাইগুৰিৰ মানুহে "মুই নাযাও", "মুই নাখাও" বুলি কোৱা মাত-কথাই আজি দুশ ডেৰশ বছৰেও সেইবিলাক ঠাইত অসমীয়া ভাষা যে নিৰ্ম্মূল হোৱা নাই তাকে হে প্ৰমাণ কৰিছে। যোড়শ শতিকাত লিখা অসমীয়া গদ্যৰ সমসাময়িক আৰু সমকক্ষ কোনো প্ৰাদেশিক গদ্য পোৱা নাযায়। অসমীয়া পুৰণি সাহিত্য—কি গদ্য, কি পদ্য অতি ওখ খাপৰ বুলি আন আন প্ৰদেশৰ সুধীসকলে আজিও মুক্তকণ্ঠে স্বীকাৰ কৰিছে। তেনে এটা ভাষা আৰু সেই ভাষাৰ লিখিত সাহিত্যৰ ভৱিষ্যত লৈ আজি আমি সন্দিহান হবৰ কিবা কাৰণ আছে নে ? নাই, ই কেৱল আত্মবিশ্বাস হেৰুৱাই আতঙ্কিত হোৱাৰ পৰিণাম।

অসমীয়া সাহিত্যৰ এনে হীন অৱস্থা কিয়

আত্মবিশ্বাস লোপ পাই আহিলেই আত্ম-বিস্মৃতি ঘটে, তেতিয়া স্থবিৰ অৱস্থাত হাতৰ মুঠিত থকা বস্তুটোকো পেলাই দি খপিয়াই ফুৰিব লাগে। আমাতো সেই কথা খাটিছে। নহলে যিটো ভাষাই এদিন প্ৰান্তিক সকলো ভাষাৰ মলখুখিনি লৈ অসমীয়া লুথুৰী-পিঠা কৰি, খাই-বই হজম কৰি, নোদোকা হৈ পৰিছিল; আজি সেই ভাষাই ছাঁটোকে বাঘটো যেন দেখি ভয় খাব লাগে নে ? যিটো ভাষাই বৈদিক যুগৰপৰাই খাৰু, মণি, কেৰু, মিনাকৰা অলঙ্কাৰ, নিজৰ পাট-মেজাঙ্কৰিৰ মেখেলা সাজ-পাৰ পিন্ধি, ধুতি-বিধুতি মানি, অসমীয়া সাহিত্যৰ লখিমী ভঁৰালত তোমে তোমে অসমীয়া ভাষাৰ কঠীয়া লৈ সাহিত্য-ক্ষেত্ৰত মাণিকী-মধুৰী-জহা ৰুই, দাই, চপাই, ভোজ-ভাত খাই ৰং-ৰহস্যৰ মাজত কাল কটাইছিল, আজি তেনে মেটমৰা ভঁৰালত বাহিৰৰ এন্দুৰ ডালশলীয়া সোমাইছে বুলি ঘৰ-দুৱাৰ ভঁৰাল চোতাল এৰি হাবিত সোমাব লগা হল নে ?

আত্মবিশ্বাসৰ অভাৱেই ঘাই হেতু

অসমৰ ৰাজদণ্ড যি দিনাই গৃহ-কন্দলত মূৰ ফটাফটি কৰা টাঙোনত পৰিণত হল, ঘৰৰ বিভীষণে সোণৰ লঙ্কাক ছাৰখাৰ কৰোৱাবলৈ ওলাল, মান আহি অসমীয়া জাতিৰ চাপ খাই অহা বৰালি বুকুখন দেখিলে, দুৰ্ব্বল মনৰ পৰিচয় পালে, সেই দিনাই অসমীয়া জাতিয়ে অধঃপতনৰ শেষ সীমা পাইছিল। এনে অধঃপতিত জাতিয়েই সদায় নিজৰ বিষয়ে সন্দিহান হৈ উঠে। এনে জাতিৰ মনত কোনো প্ৰকাৰৰ প্ৰেৰণা আহিব নোৱাৰে। যি অসমীয়া জাতিয়ে দিগ্বিজয়ী মোগল বাহিনীৰ ডলা যেন বুকুত কাঠে কাঠে মৰা দি মাৰিব পাৰিছিল, তেনে জাতিয়ে মানৰ দিনত ঘৰৰ মেকুৰীটোৱে জাপ এটা মাৰিলেও মান সোমালহি বুলি কানি-কাছুটী এৰি হাবিত সোমাইছিল। এটা জাতিৰ আতঙ্কিত জীৱনত যি হব পাৰে তাকে হল। দেশ ইংৰাজৰ হাতলৈ আহিল। তাতোকৈ দুৰ্ক্পালৰ কথা, লগে লগে অসমীয়াৰ সংস্কৃতি লোপ পাই আহিল, ঘৰে ঘৰে বঙলা ৰামায়ণ মহাভাৰত সোমাল। অনন্ত কন্দলী, ৰাম সৰস্বতীয়ে খেদা খালে। অসমীয়াৰ বৰঘৰ কৃত্তিবাস, কাশীদাসে অধিকাৰ কৰিলে। অসমীয়া সীতাক হৰণ কৰিলে, অসমীয়া দ্ৰৌপদীৰ বস্ত্ৰ হৰণ হল। অসমীয়া জাতিয়ে মুখ মেলি চাই থাকিল। নিজৰ মনটোনো কেনি হেৰাল, কলৈ গল, অসমীয়া জাতিয়ে তাৰো গম নোপোৱা হল। এনে অৱস্থাত সাহিত্য, শিল্পকলাৰ একাগ্ৰ সাধনাত কিহৰ বিভীষিকাই দেখা দিব পাৰে, তাক সহজে অনুমান কৰিব পাৰি। নহলেনো অসমীয়া ল'ৰাৰ "কাটা কাণত" বঙালী শিশু-শিক্ষাৰ বচন শুনিব লগা হয় নে? অসমীয়াৰ পক্ষে "বাৰ তিথি মাস যত একে একে হয় গত" বুলি বঙলা ভাষাই সুৰলগা মাতেৰে তন্দ্ৰা আনি অসমীয়া জাতিক লাল-কাল কৰি থব পাৰিলেহেঁতেন নে? দেশ ইংৰাজৰ হাতত অৰ্পণ, লগে লগে দেশৰ শিক্ষা-দীক্ষা বঙলা ভাষাৰ মাজেদি গ্ৰহণ, এয়ে অসমীয়া ভাষা আৰু সাহিত্যই নিজ মাতৃ-ভাষাত বিশ্বাস হেৰুৱাৰ কাৰণ।

আত্ম-বিশ্বাস লোপ পোৱাৰ কাৰণ কি?

আমাৰ ভাষা আৰু সাহিত্য সম্বন্ধে আজি আমাৰ মনত আত্ম-প্ৰত্যয় জন্মিলে এনেবিলাক আত্ম-বিনাশী সংশয়ে ঠাই পাব নোৱাৰে। এই আত্ম-প্ৰত্যয় জন্মিব, যদি আমি আমাৰ ভাষা আৰু সাহিত্যৰ বুৰঞ্জীৰপৰা প্ৰকৃত সিদ্ধান্ত কৰিব পাৰো। একোটা জাতিৰ জীৱনত পাৰিপাৰ্শ্বিক অৱস্থা সদায় অনুকূল বা প্ৰতিকূল হৈ নাথাকে। বিধাতাই ভাগ্যত লিখি থৈ যায় যদিও, সেই ভাগ্য নিয়ন্ত্ৰণ কৰোতা মানুহ নিজে। সেই কাৰণে মানুহ স্বাধীন চিন্তা কৰাৰ, স্বাধীন কৰ্ম্ম-ক্ষেত্ৰ উলিৱাই লোৱাৰ অধিকাৰী। এই আত্ম-প্ৰত্যয় যি জাতিৰ মাজত যিমান প্ৰৱল, সেই জাতিয়েই সকলো ক্ষেত্ৰতে আত্ম-প্ৰতিষ্ঠা লাভ কৰি তিষ্ঠি আছিছে। ইংৰাজী ভাষাটো আজি আন্তৰ্জাতিক নালাগে, একৰকম আন্তৰ্জাগতিক হৈ পৰিছে। তেনেটো ভাষাৰ আঁতি-গুৰি বিচাৰি চালে, অসমীয়া ভাষাই নিজ অস্তিত্বৰ বাবে হতাশ হবৰ বৰ কাৰণ নাথাকে। এমুঠি বৃটন, ৱেলচ, স্কচ্, হাইলেণ্ডাৰ আৰু আয়ৰ্লণ্ডৰ কিছু অংশত কোৱা কেলটিক্ ভাষাটোক ৰোমান এংলো শেক্চন্ স্কেন্‌ডিনেভিয়ান নৰমেন্ ফ্ৰেঞ্চ আদি ভাষাই পৰ্য্যায়ক্ৰমে হেঁচা দিয়া আৰু প্ৰভাৱ বিস্তাৰ কৰাৰ পিচতো অল্ড-ইংলিছ আৰু নৰমেন-ফ্ৰেঞ্চৰ শেষ সংমিশ্ৰণত আজিৰ জগত জোৰা

আত্ম-প্ৰত্যয় লভিবৰ উপায়

ইংৰাজী ভাষাৰূপে পৰিগণিত হব পাৰিছে। অসমীয়া ভাষাৰ ইতিহাসত বড়ো আৰু টাই ভাষা-ভাষী জাতিবিলাকে তেনে হেঁচা দিয়া নাছিল। বৰং আহোম, চুটিয়া, কোঁচ, কছাৰী ৰজাসকলে ৰাজক্ষমতা পায়ো অসমীয়া কামৰূপী ভাষাকে ঘাইকৈ গ্ৰহণ কৰি আৰ্য্য-অনাৰ্য্য ভাষা সংমিশ্ৰিত আজিৰ অপূৰ্ব্ব অসমীয়া ভাষা পৰিপুষ্ট কৰি তুলিছিল। তদুপৰি পৰ্ব্বতীয়া দোৱনীয়া জাতিৰ মাজত অসমীয়া ভাষা একৰকম উমৈহতীয়া ভাষা (Lingua-franca) হৈ এতিয়াও চলি আছে।

আজিৰ বঙলা ভাষাৰ উন্নতিলৈ চালেও, আমাৰ নিজৰ আত্ম-প্ৰত্যয় হোৱা উচিত। এই বঙ্গ-ভাষা যেতিয়া থুনুক্ থানাকৈ ফুৰিছিল, তেতিয়া অসমীয়া ভাষাই হাতত ধৰি লৈ ফুৰোৱা নাছিল নে? মাত-কথা পোনাই দিয়া নাই নে? আমাৰ মনত এটা আতঙ্ক বৰকৈ সোমাই গৈছে যে, ইমান কম সংখ্যক লোকে চাৰিওফালৰ হেঁচাত অসমীয়া ভাষা জীয়াই ৰাখিব নোৱাৰে। ইয়াতকৈ দুৰ্ব্বল চিত্তৰ কথা আন একো হব নোৱাৰে। যমে টেটুত চেপা দিও যিবাৰ মাত হৰিব নোৱাৰে, জীৱটোৱেও যিবাৰ মাত মাতি বিদায় লয়, জীৱন্ত অৱস্থাত সেই মাতৃ-ভাষাৰ বাবে ইমান সন্দেহ! জন-সংখ্যায়েই এটা ভাষাৰ বীৰ্য্য-শক্তি প্ৰকাশ নকৰে। সমাজত মেধাৱী লোকৰ জন্ম হলে ভাষাৰ সোঁত এনেও প্ৰৱল হৈ চাৰিওফালে ঢৌৱাই যাবই যাব। শঙ্কৰ-প্ৰতিভাই অসমীয়া ভাষা, অসমীয়া সাহিত্যক যেতিয়া উজ্জ্বল কৰি তুলিছিল, তেতিয়া অসমীয়া জন-সাধাৰণ নালাগে, সমাজৰ শিৰফুটাসকলৰ ভিতৰতে সাহিত্য-চৰ্চ্চা কিমান প্ৰৱল আছিল? তেতিয়া সাহিত্যৰ পৃষ্ঠপোষক আছিল ৰজা আৰু ৰাজ-দৰবাৰ শোভি থকা পণ্ডিত-মণ্ডলীয়ে সাহিত্যৰ ধাৰাবাহিক চৰ্চ্চা কৰিবলৈ সুবিধা পাইছিল। অসমীয়া ভাষা, সাহিত্যই ৰাণী এলিজাবেথৰ যুগত ইংৰাজী সাহিত্যৰ দৰে গা কৰিছিল। কাশীদাস কৃত্তিবাসে যেতিয়া বঙ্গ-ভাষাত মহাভাৰত ৰামায়ণ পদ-পয়াৰত লিখিলে, তেতিয়া বঙ্গদেশৰ সংস্কৃতজ্ঞ পণ্ডিত-মণ্ডলীয়ে এওঁলোকে কথিত ভাষাত এনে দুখন অমূল্য গ্ৰন্থ লিখি কি "সৰ্ব্বনেশেৰ" কাম কৰিলে বুলি গৰ্জ্জি উঠিল। অথচ তাৰ কেইশ বছৰৰ পূৰ্ব্বতে অসমীয়া কবিয়ে অসমীয়া ৰামায়ণ মহাভাৰত লিখি ৰাজ-সভাত, জনসাধাৰণৰ মাজত পণ্ডিত সমাজত, সমাদৃত হৈছিল। সিদিনা মাথোন ৰাজা ৰামমোহন ৰায়ে বঙলা ভাষাত প্ৰথম গদ্য লিখিবলৈ বাট দেখুৱাই দিলে। অথচ ষোড়শ শতিকাৰ অসমীয়া গদ্য দেখি বিশ্বকবি ৰবীন্দ্ৰনাথ, চাৰ আশুতোষ মুখাৰ্জ্জী, চাৰ পি. চি. ৰায়ে মুক্তকণ্ঠে কৈ গৈছে যে, এনে গদ্য সেই সময়ত আন কোনো প্ৰাদেশিক ভাষাই কল্পনাকে কৰিব পৰা নাছিল। আজি বঙ্গ-ভাষাত কিমান বিলাক ওখ খাপৰ গদ্য কিতাপ দিনে প্ৰকাশিত হৈছে, অথচ আমাৰ ভাষাত তেনে গদ্য কিতাপ পাবলৈ নাই বুলি আমি আক্ষেপ কৰিছো। এনে বুনিয়াদী ঘৰৰ ভাষা, সাহিত্যৰ সেৱা বিমুখ হৈ চৌপাশৰ অৱস্থাৰ লগত সংগ্ৰাম দিব নোৱাৰি, আক্ৰমণকাৰীৰ ওচৰত আঠু লৈ সকলো শাস্ত্ৰ-ভাগৱত মথি পানী যেন কৰি পেলোৱা নিজ মাতৃ-ভাষাৰ ওপৰত দোষাৰোপ কৰাটো কেৱল মাতৃহন্তাৰ পাপ আচৰণ কৰা কথা হব।

আতঙ্কিত হবৰ ঠাই নাই

অসম সাহিত্য সভাই কৰবাত পাক লগোৱা সাহিত্য ক্ষেত্ৰৰ জগন্নাথৰ ৰথখন স্বপ্ন-সিদ্ধ সাহিত্যিকসকলে একে হেচোঁকতে ক'তো নধৰাকৈ আকৌ চলাই নিব বুলি সতীৰ্থসকলে

উদগ্রীৱ হৈ চাই আছে। এনে দুর্য্যোগত আমাৰ কৰ্ত্তব্য কি হব পাৰে, গভীৰভাৱে ভাবি চাওক। এই ৰথ টানি নিবলৈ কিমানখিনি শ্ৰদ্ধা, নিষ্ঠা, ৰথৰ চকাত পৰি মৰিলেও স্বৰ্গ লাভ, এনে অটল বিশ্বাস, জাতি-বৰ্ণ নিৰ্ব্বিশেষে একে উশাহে ৰথ টনাৰ প্ৰৱল ইচ্ছাৰ প্ৰয়োজন আছে, সেই কথা যেন আজি আমি প্ৰাণৰ পৰা অনুভৱ কৰিব পাৰো। আজি এই সম্মিলনৰ জগন্নাথ-ক্ষেত্ৰত সকলো প্ৰকাৰ অস্পৃশ্যতা বৰ্জ্জন কৰি যাতে ভোগ যাচিব পাৰো, প্ৰাণৰ ভিতৰত তেনে এটা সুযোগ আনিব লাগিব। ধ্যানত এবাৰ ইষ্টদেৱতাই দেখা দিলে, আন কোনো উপদেৱতাই ভয় খুৱাব নোৱাৰে।

এতিয়া আমাৰ কৰ্ত্তব্য কি

অসমীয়া ভাষা আৰু সাহিত্যৰ মৌলিকতা, বিস্তাৰ, বিষয়-বস্তুৰ প্ৰাচুৰ্য্য লৈ বুৰঞ্জীয়ে কোনো কালে সন্দেহৰ কথা কোৱা নাই। পোন্ধৰ ষোল শতিকালৈকে বঙ্গদেশ জুৰি অসমীয়া ভাষাই মাত দি আছিল। অসমীয়া ভাষাৰ টেটুত চেপা পৰিল একমাত্ৰ ৰাজনৈতিক কাৰণত। মুচলমান নবাবসকলৰ আমোলত যেতিয়া পূৰ্ব্বৰ হিন্দু ৰজাসকলে পৃষ্ঠপোষকতা নকৰা বঙ্গ-ভাষাই উদগনি পায়, তেতিয়াৰ পৰা বঙ্গ-ভাষাই গা কৰিবলৈ ধৰে। গতিকে কামৰূপ ৰাজ্যৰ যি অংশ মুচলমান ৰজাসকলৰ হাতত পৰিল তাত বঙলা ভাষাৰ প্ৰভাৱ পৰিবলৈ ধৰিলে। কিন্তু অসমীয়া বা কামৰূপী ভাষাৰ ঘাই শিপা কেইডাল কটা নপৰিল। তাতে পৰবৰ্ত্তী অনিসন্ধিৎসু বঙালী সাহিত্যিকসকলে বঙলা ভাষাৰ শিপা খান্দি পোৱা গৈছে বুলি আশ্বস্ত হৈছে। সেই কাৰণেই আন কি অসমীয়া পদ, পুৰাণ, শাস্ত্ৰ, ভাগৱত, যোজোনা, ফকৰা, ডাকৰ, খনাৰ বচন, বঙলা ভাষাৰ বংশাৱলী বুলি প্ৰকাশ কৰিছে। আৰু সেই বাবেই অসমীয়াৰ কাণত জুৰ লাগি যোৱা অসমীয়া কবিৰ ৰামায়ণ মহাভাৰততো বঙলা কবিৰ "গ্ৰাম্য-ভাষা" আৰু "প্ৰাচীন বিভক্তিৰ জটিলতা" দেখি "বিৰক্তিকৰ" হলেও, বঙলা ভাষাৰ ৰঘুমলা জোপা তাতে বগাবলৈ দিছে। নেওগদেৱৰ "অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি" বোলা সুচিন্তিত গবেষণাপূৰ্ণ বুৰঞ্জীখনত এটা ছেদ "বঙ্গীয় অসমীয়া সাহিত্য" বুলি যে ভাবি-চিন্তি নাম দিছে, সেই কথা ৺দীনেশ সেনৰ "বঙ্গ-ভাষা ও সাহিত্য"ৰ পৰাই স্পষ্ট প্ৰমাণ দিব পাৰি। নেওগদেৱৰ সেই বুৰঞ্জীতে দেখুৱা হৈছে যে আধুনিকতম বঙ্গ-ভাষাৰ তত্ত্ববিদসকলে প্ৰাচীনতম বঙলা-ভাষাৰ নিদৰ্শন বুলি উল্লেখ কৰা চণ্ডীদাসৰ কৃষ্ণ কীৰ্ত্তন, ৰামাই পণ্ডিতৰ শূন্য পুৰাণ আৰু বৌদ্ধ গান দোহা আচলতে হাড়ে-হিমজুৱে অসমীয়া। বৌদ্ধ গান দোহাৰ কবি সকলৰ মীননাথ লুইপাদ, সৰোহবজ্র আদি অনেক পুৰণি কামৰূপ ৰাজ্যৰ লোক বুলি বৰ্ত্তমান সুদৃঢ়ভাৱে প্ৰমাণিত হৈছে। কলিকতা বিশ্ববিদ্যালয়ৰপৰা পুৰণি বঙলা গীতৰ আৰ্হি স্বৰূপে প্ৰকাশ কৰা গোপীচন্দ্ৰৰ গান প্ৰকৃততে যে পুৰণি কামৰূপৰ গীত তেওঁৰ এই পুথিতেই উল্লেখ কৰা হৈছে।

বঙলা ভাষাৰ গুৰি অসমীয়া ভাষা

অসমীয়া ভাষাতত্ত্ববিদসকলে এইখন কিতাপৰ সমুচিত সমালোচনা কৰি বঙ্গ-ভাষা আৰু সাহিত্যৰ মূলত যে প্ৰাচীন কামৰূপী ভাষা আছিল এই কথা প্ৰমাণ কৰিবলৈ একো টান কাম নহব। ৺ডক্টৰ সেনৰ কিতাপখনেই এই কামত আওপাকে যথেষ্ট সহায় কৰিব আৰু "মুনিনাঞ্চ মতিভ্ৰম" বোলা কথাষাৰো সত্য বুলি প্ৰমাণিত হব।

তেওঁৰ অনুসন্ধানত যিবিলাক প্ৰাচীন বঙালী কবি আৰু লিখকৰ পৰিচয় নাপালে তেওঁলোকৰ লিখাৰ ঠাচলৈ চাই আৰু ভাষাৰ "জটিলতা" লৈ মন কৰি, শ্ৰীহট্ট বা উত্তৰ-পূৰ্ব্ব বঙ্গৰ কোনো একোখন ঠাইত গোজা মাৰি থলে। যেহেতু, সেই বিলাক ঠাইৰ মানুহৰ মাত কথা হেনো এওঁলোকৰ লিখিত ভাষাৰ লগত মিল আছে। অথচ এই "প্ৰাচীন বঙালী কবি আৰু লেখকৰ" অনেকজনৰ নাম-ধাম, বংশাৱলী, ঘৰ দুৱাৰ, মাটি-ভেটি আজিও অসমীয়া সাহিত্যৰ বুৰঞ্জীয়ে আঙুলিয়াই দেখুৱাই দিব। সেই বিলাক "গ্ৰাম্য-ভাষা" আৰু "প্ৰাচীন বিভক্তিৰ জটিলতা" আজিও অসমীয়াসকলৰ ঘৰুৱা ভাষা আৰু সৰল ব্যাকৰণ। তেন্তে উত্তৰ-পূৰ্ব্ব-বঙ্গৰ ভাষা এতিয়াও যে মৌলিক কামৰূপী বা অসমীয়া ভাষাৰ গুৰি গছৰপৰা বহুত দূৰ আঁতৰি শিপা কোবাব পৰা নাই, ডক্টৰ দীনেশ সেনৰ অনুমানে তাকেহে প্ৰমাণ কৰিছে।

ইংৰাজ আমোলত অসমীয়া ভাষা

ইংৰাজ আমোলৰ লগে লগে অসমীয়া ভাষা আৰু সাহিত্যত বাগি-কুঠাৰ পৰিল। ইংৰাজে দেশ ললে, বঙালী সকলে ভাষা ললে। ভাষাবিদ্ অদ্বিতীয় পণ্ডিত গ্ৰিয়াৰ্চনে তেওঁৰ অপূৰ্ব্ব গ্ৰন্থত (Linguistic Survey of India) লিখিছে "অসমীয়া ভাষা বুৰঞ্জীসাহিত্যত অদ্বিতীয়", অসমীয়া ভাষা "হাড়ে-হিমজুৰে জাতীয় মনৰ অভিব্যক্তি"। তেনেটো ভাষা, দেশ ইংৰাজে অধিকাৰ কৰাৰ লগে লগে, অসমীয়া জাতিয়ে এচলু পানী দি এৰিব লগা হল। ৰেভেৰেণ্ড ব্ৰনচনে কোৱা দৰে "মোগলৰ আক্ৰমণ, কছাৰীৰ আক্ৰমণ, মানৰ আক্ৰমণ, আহোমৰ শাসনে মাৰিব নোৱাৰিলে যি ভাষাক" সেই ভাষা বঙালীয়ে পতা "খোকাত" লাগি ধৰফৰাব লগীয়া হল। ১৮৩৬ চনৰ পৰা আমেৰিকান্ মিশ্যনেৰীসকলে অসমীয়া ভাষাক নিজ প্ৰাপ্য-স্থান দিবলৈ প্ৰাণপণে চেষ্টা কৰাৰ ফলত, "সুসভ্য ইংৰাজৰ আমোলত অসমীয়া ভাষা ৰসাতললৈহে গল" বুলি আনন্দৰাম ঢেকীয়াল ফুকনে গৱৰ্ণমেণ্টৰ দৃষ্টি আকৰ্ষণ কৰাৰ পিচত, সদৰ দেৱানী আৰু নিজামত আদালতৰ জজ মিল্‌চ্ চাহাবে ১৮৫৪ চনতে অসমত বঙলা ভাষা চলোৱা যে ভুল হল, এই ৰিপোৰ্ট দিয়াৰ কুৰি বছৰৰ অন্তত অনেক ভাবি-চিন্তি ১৮৭৩ চনত বঙ্গ-দেশৰ দুৱলীয়া লাটে অসমীয়া পাঠশালাত বঙালী "শিশু-শিক্ষাৰ" ঠাইত হেমচন্দ্ৰ বৰুৱাৰ "আদি পাঠ" দিবলৈ আদেশ দিলে !! সিমানতো, কৰ্ণেল হপকিন্‌চনে অসমীয় ভাষাৰ নাড়ী টিপিব নজনা ডক্টৰ মাৰ্টিন চাহাবৰ মতকে সমৰ্থন কৰি শিক্ষাবিভাগৰ ডাইৰেক্টৰ চাহাবলৈ লিখি এবল দি চাইছিল, গৱৰ্ণমেণ্টক কোনো প্ৰকাৰে বুজাব পৰা হবনে যে, অসমীয়া স্কুলত বঙলা ভাষাৰে শিক্ষা দিয়া ব্যৱস্থাহে ভাল কথা হব !!! এই হল "কোম্পানী"ৰ দিনত অসমীয়া ভাষাৰ ব্যৱসায়। অসমলৈ বেপিষ্ট্ মিশ্যনেৰীসকল নাহিল-হেঁতেন যদি, সেই সময়ত আনন্দৰাম ঢেকীয়াল ফুকনৰ জন্ম নোহোৱা হলে, হয়তো দৰবলৈকো অসমীয়া ভাষাৰ শিপা এডাল বিচাৰি পাবলৈ টান হলহেঁতেন। ইংৰাজৰ আমোলত অসমৰ সীমাৰ ঢাপ মাৰোতে কাৰ কেইটা কৌটি-কলীয়া বাৰীৰ ঢাপ খহিল, কাৰ পিতনি এখন আহি চাৰি ঢাপৰ ভিতৰ সোমাল, তালৈ ভ্ৰূক্ষেপ নকৰি, জধে-মধে, গোলোকগঞ্জতে অসমৰ সীমাৰ ঢাপ মৰা হল যদিও, অসমীয়া ভাষা আৰু সাহিত্যৰ বৰগছ জোপাৰ শিপা খান্দিলে, ঢাপৰ সিপাৰে ৰংপুৰ, জলপাইগুৰি, কোঁচবেহাৰলৈকে এতিয়াও ওলাব। পুৰণি কামৰূপ ৰাজ্যৰ সাৰুৱা মাটিয়ে তাক এতিয়াও তলে তলে শিপাই ৰাখিছে। এনে জোপা বৰগছ দুডাল ৰঘুমলাই মাৰিব

নোৱাৰে। এটা আজোৰৰ বন। কেৱল সকলোৱে সমানে বল দি আজোৰ এটা মাৰিলেই হয়।

আজিৰ "পাকিস্তান"ৰ পৰিকল্পনাৰ বাবে প্ৰাদেশিক সীমাৰ পৰিৱৰ্ত্তন হলে আমাৰ পক্ষে ফলাফল কি হব, একে উশাহে কোৱা টান। কিন্তু আজি কতকালৰ পূৰ্ব্বতেই অসমত যে ৰাজনৈতিক অদূৰদৰ্শিতাৰ বাবে সাতামপুৰুষীয়া কামৰূপীয়া সংস্কৃতিত বৰ্দ্ধিত অসমৰ এখণ্ড অৰ্থাৎ উত্তৰ-পূৰ্ব্ব বঙ্গ আৰু বঙ্গ-দেশৰ এখণ্ড অৰ্থাৎ শ্ৰীহট্ট জিলাখন, অসমত চামিল কৰি দি, ইংৰাজ শাসনৰ এই এশ বছৰৰ ভিতৰতে প্ৰাকৃবৈদিক যুগৰপৰাই এটা চিন্তাধাৰাৰ মাজেদি উপচি যোৱা অসমীয়া ভাষা আৰু সাহিত্যৰ সোঁত কমি যোৱাকৈ, একোটা চৰ পেলাই দি, চকৰাৰ ঠাই কৰি, শাসক জাতিয়ে খিলঞ্জীয়া বুনিয়াদী ভাষাটোক এনে লটি-ঘটি কৰিছে, সেই ভুল অমাৰ্জ্জনীয়। এটা জাতিয়ে আন এটা জাতিক শাসন কৰি কেৱল নিজে পৰিপুষ্ট হোৱাই যদি ধ্যানৰ বস্তু কৰি লয়, তেনে শাসক জাতিয়ে শাসিতৰ সভ্যতা, সংস্কৃতি, ভাষা, এনেবিলাক জাতীয় জীৱনৰ ভেটি খহাই দিয়াৰ কাৰবাৰ কৰি, সেই ভেটি শকতকৈ বান্ধি নিদিয়ে। ইয়াৰ ফলত চিলটীয়া ভাইসকলৰ লগত অসমীয়া মানুহৰ সদায় শালিকা চৰাইৰ জোঁটা-পুটি। ইফালে কোঁচবিহাৰ, জলপাইগুৰি, ভাটি-ৰংপুৰৰ সাতামপুৰুষীয়া অধিবাসীৰ মনোভাৱ এতিয়া বঙলা ভাষা সাহিত্যৰ লেটাটোত বান্ধ খাইছে যদিও, চকৰা-চকৰীয়ে কণী দি থৈ যোৱা পলুটোৰ হে এনে ৰূপান্তৰ ঘটিছে। আজি পৰপদদলিত কি অসমীয়া, কি বঙালী ভাইসকলে এই কথা দ-কৈ ভাবি নেচাই কেৱল ৰাজনৈতিক কুকুৰাৰ পতান ধান সোপাকে খুচৰি স্বাভাৱিক মিলন-ভূমিত থিয় নহৈ, কেৱল দুই সীমাৰ মাজত থকা গেলা-পঁচা জাবৰ-ভেৰবোৰতে লেটি লৈ ভাল পাইছে। ইফালে নিজ নিজ আটোম-টোকাৰী বাৰীখন কোনে কেই ফালৰ পৰা টকলা কৰি আনিছে, তালৈ ভ্ৰূক্ষেপ নাই। পৰাধীন জাতিৰ মনোভাৱ ইয়াতকৈ ওপৰলৈ যাব নোৱাৰে। এটা জাতিৰ মনৰ দৌৰ্ব্বল্য আনি দিয়াৰ বাবেই পৰাধীনতা মহৎ পাপ। পৰাধীনতাই কি কৰিব নোৱাৰে এবাৰ ভাবি চাওক।

অসমীয়া সংস্কৃতিত বাগি-কুঠাৰ

এদিন এই অসমতেই অসমীয়া মুচলমানে বিদেশী মোগলবাহিনীৰ ৰৰতোপৰ গুলি বুকু পাতি লৈ দেশৰ স্বাধীনতা ৰক্ষা কৰিছিল। "কীৰ্ত্তন"ৰ সুৰ "জিকিৰ" মৰ্চিয়াৰ" সুৰৰ লগত মিলি গৈছিল। মক্কা শ্বৰিকৰ এপোৱা ভাগ অসমীয়াই পালে। আজান্ আৰু নামৰ ধ্বনিত চয়তান আৰু ভূত-প্ৰেত অসমীয়া জাতিৰ ওচৰ চাপিব নোৱাৰিছিল। গাঁৱত অসমীয়া মুচলমানে মচজিদক "আমাৰ নামঘৰ" বুলিয়েই পৰিচয় দিয়ে। তেওঁলোকে সৰল ধৰ্ম্মৰ সৰল মৰ্ম্ম হৃদয়ঙ্গম কৰোতে "নামঘৰ" "মচজিদ"ৰ একো পাৰ্থক্য দেখা নাপায়। জানে, "মচজিদ"তো "পাঁচবুকত" নামাজত একেজন দুনিয়াৰ মালিকৰ নাম লোৱা হয় আৰু নামঘৰৰ চাৰিটি প্ৰসঙ্গতো সেই "এক দেৱ, এক সেৱ, এক বিনে নাই কেও" অৰ্থাৎ "লা ইলাহী ইলূলাল্লা মোহম্মদৰ ৰচুলাল্লা" ইয়াকেই কোৱা হয়। নামৰ ধ্বনি হৃদয়ত পশিলে চাপৰি কেইটাৰ লেখ কোনে লয়? আজানৰ ধ্বনি কাণত পৰিলে "ভাই-বিৰাদৰি"ৰ বাহিৰে আনভাৱ আহিব পাৰে নে? এনে অপূৰ্ব্ব মিলনৰ বাণী দিনে-ৰাতিয়ে শুনি থকা অসমীয়া হিন্দু-মুচলমানৰ বাবে একোখন সুকীয়া "হিন্দুস্থান" বা "পাকিস্তান" সাম্প্ৰদায়িক

"পাকিস্তান" "বেঙ্গলীস্থান" দুঃস্বপ্ন

অৰ্থত আৱশ্যক নকৰে। এই অসমীয়া স্থানতে সকলো ধৰ্ম্ম, সকলো সংস্কৃতিৰ অপূৰ্ব্ব সমাবেশ পূৰ্ব্বতে হৈ আহিছে, এতিয়াও হব। ফু মাৰিলেই উৰি যোৱা পিঠাগুৰিৰে দা'ৰে কাটিব লগীয়া গৰু মিঠৈ অসমীয়াইহে বান্ধিব পাৰে। অসমীয়া মেনী-ম'হৰ গাখীৰ দৈ মাৰিলে কলহকে ভাঙিব লগা হৈছিল; হাত ভৰাই তাক খেল-খেলীয়া কৰা টান আছিল। অসমীয়া কমাৰৰ হাতৰ দা-কটাৰীৰ পাগো টান আছিল। মান-মৰাণ আহোম, কছাৰী, কোঁচ, চুটিয়া, মিৰি, মিকিৰ, নগা, গাৰো, লুচাই, খাচিয়া, বামুণ, কায়স্থ, কলিতা, কেওঁট, আদি এশ এটা সম্প্ৰদায় লৈ হিন্দু, মুচলমান, খৃষ্টান, বৌদ্ধ গোটখাই অসম প্ৰদেশৰ এটা স্বাধীন অসমীয়া জাতি বুলি চিনাকি দি আহিছিল।

আজি সেই অসমতে এতিয়া পৰাধীন অৱস্থাত সিদিনা পৱিত্ৰ বৰপেটা থানৰ ওচৰেদি যাঠী-জোং, দা-কটাৰী লৈ শোভা-যাত্ৰা কৰি যোৱা মৈমনচিঙীয়া ভাইসকলৰ শোভাযাত্ৰাত অসমীয়া সমাজৰ শীৰ্ষস্থান অধিকাৰ কৰা দুজন কৃতী অসমীয়া মুচলমানক আগত লৈ তেওঁলোকৰ নেতৃত্ব কৰা শিক্ষিত মৈমনচিঙীয়া এজনে যি অকথ্য আৰু অসংযত ভাষাত অসমীয়া জাতি, অসমীয়া ভাষা, অসমীয়া সংস্কৃতিৰ চৈধ্য পুৰুষ উদ্ধাৰ কৰিলে, তাক দেখি অসমীয়া জাতিয়ে লাজত আৰু ক্ষোভত তল মূৰ কৰিব লগা হৈছিল। মুচলমান হিচাপে তেওঁলোকে মৈমনচিঙীয়া-সকলৰ ওচৰত আত্ম-সমৰ্পণ কৰিব লগা হল, কিন্তু অসমীয়া হিচাপে তেওঁলোকে মৈমনচিঙীয়া-সকলক অসমীয়া কৰিব নোৱাৰিলে। "পূব পাকিস্তান"ৰ স্বপ্নত মজগুল হৈ থকা মৈমনচিঙীয়া এই শিক্ষিত নেতাজনৰ অপকৃষ্ট ভাষা আৰু উৎকট মনোভাৱ হালোৱা চহা মৈমনচিঙীয়াসকলৰ মাজত নাই বুলি মই এতিয়াও বিশ্বাস কৰো। এদিন মৈমনচিঙীয়া হালোৱা চহা লোকসকলৰ মাজত নিজ কাণে তেওঁলোকে কোৱা শুনিলো যে, "আমাৰ দেশ বুলিবলৈ বঙ্গদেশত আৰু ঠাই নাই, এই দেশেই আমাৰ দেশ হৈ পৰিছে। ইয়াৰ মাত-কথাই আমাৰ পো-নাতিৰ মাত-কথা হব লাগিব।" সভা-সমিতিত এই মনোভাৱ তেওঁলোকে প্ৰকাশ কৰিলে। তেওঁলোকৰ ডেকাসকলে "বাতৰি"ৰ পাতে পাতে অসমীয়া কবিতা, প্ৰৱন্ধ আদি লিখি সন্মানিত হল। ইচ্‌লাম ধৰ্ম্মত দীক্ষিতৰ ইয়াতকৈ স্বাভাৱিক মনোবৃত্তি আন একো ৰকমৰ হব নোৱাৰে। "পাকিস্তান"ৰ আহুদিয়ে মাথোন তেওঁলোকৰ মন বিচাট কৰিছে। আহুদিয়ে গুণ ধৰক-নধৰক, আহুদি পেটত পৰিলেই মনৰ ভ্ৰম হবই হব।

অসম সংৰক্ষিণী সভাই বাহু মেলি আহ্বান কৰি ক'লে অসমীয়াৰ ৰৰঘৰত সকলোৰে ঠাই আছে। কেৱল মাত্ৰ এষাৰ কথা স্বীকাৰ কৰিব লাগিব, "অসম দেশ অসমীয়াৰ বাবেহে।" কিন্তু অসমত থকা সকলোৰে অসমীয়া হবৰ স্বত্ব আছে। অসমীয়া ভাষা গ্ৰহণ কৰা লোক মাত্ৰেই অসমীয়া। ধৰ্ম্ম, আচাৰ-ব্যৱহাৰত সংৰক্ষিণীয়ে কোনো প্ৰকাৰ হস্তক্ষেপ নকৰে। সংৰক্ষিণীৰ এই দূৰদৰ্শিতা স্বাৰ্থান্ধসকলে চকুৰ আগতে জুই আঙনি দেখা দৰে দেখিলে। সেয়ে হৈ উঠিল। কৰবাৰ বতাহে তাক কেনিবা উৰাই নি দাবানল সৃষ্টি কৰিবৰ উপক্ৰম কৰিলে। কাকতী ফৰিঙৰ দৰে অহা লক্ষ লক্ষ লোকক অসমীয়া মানুহে গৰু মহ চৰোৱা ঠাই চমকাও এৰি দি যদি অসমীয়া ভাষা-সাহিত্যৰ ওপৰতো বাগি-কুঠাৰ মৰা চাই থাকিব লাগে, তেন্তে অসমীয়া ভাষা আৰু সাহিত্যৰ শিপা কেইডাল উঘালি দি ঘাই গছডাল মাৰি পেলাবৰ

নহল নে ? স্বাৰ্থান্ধ দুই-চাৰিজন লোকে নিজ স্বাৰ্থ সিদ্ধি কৰিবলৈ তেওঁলোকৰ মাজত স্বকীয়া মনোভাব স্বষ্টি কৰি দলপতি হৈ নিজ ক্ষমতা বিস্তাৰ কৰিবলৈ বাট বিচাৰিছে ; গণতন্ত্ৰ যুগৰ দোহাই দি নিৰক্ষৰ হোজা গাঁৱলীয়া লোক সকলক স্বাৰ্থপৰসকলে এইদৰে পকুৱাই পোৱাই লৈ ফুৰালে গন্তব্য পথত কেতিয়াও ওলাবগৈ নোৱাৰে। অসম সাহিত্য সভাই এনে "যাঠী-জোঙ"ৰ সংস্কৃতি পাচ পেলাই গন্তব্য ঠাইত ওলাবগৈ লাগিব। "ডেকা মুচলিমৰ প্ৰাণৰ কথা" এই "যাঠী-জোঙে" স্পৰ্শ কৰিব পাৰিব নে ?

বৃটিছ শাসনৰ লগে লগে শাসক জাতিয়ে ক্ষমতাৰ বলত আঁচ একোডাল মাৰি অসমৰ ভাষাগত, কৃষ্টিগত স্বাভাৱিক সীমাৰ পৰিবৰ্ত্তন কৰি আজি অসমীয়াৰ জাতীয় জীৱনত দিনে একোটা আত্মঘাতী কাম কৰিবলৈ অসমীয়া জাতিক বাধ্য কৰোৱা দোষে তেওঁলোকক চুইছে বুলি ভাবো। এই কামত সহায় কৰোতা দেশদ্ৰোহীসকলক চালেও পাপ। যি ভাষা আৰু সাহিত্যই চাৰি পাঁচ-শ বছৰৰ পূৰ্ব্বতে কামৰূপ ৰাজ্যৰ বিস্তৃতিও পাৰ হৈ গৈছিল, আজি তাক জকাইচুকত আৱদ্ধ ৰাখিবৰ অপচেষ্টা ! মৈমনচিঙীয়া পমুৱাসকল অসমীয়া ভাবাপন্ন হৈ আহোতে আহোতেই "পূব পাকিস্তান"ৰ স্বপ্ন দেখাসকলে তেওঁলোকক অসমীয়া সংস্কৃতিত জাহ যাবলৈ দিব খোজা নাই। এফালে যি সকল অসমপ্ৰবাসী হিন্দু বঙালী আছে, তেওঁলোকে বঙ্গদেশত "পাকিস্তান"ৰ ঘোৰ বিৰোধী হলেও, অসমৰ বুকুত ৰাইট্‌ অনাৰেবল্‌ শাস্ত্ৰীৰ ভাষাত কবলৈ হলে "বেঙলীস্থান" এখন পাতিবলৈ সদায় স্বপ্ন দেখি আহিছে। এই কাৰণেই তেওঁলোক মৈমনচিঙীয়াসকলে অসমীয়া ভাষা গ্ৰহণ নকৰিলেই ভাল পায়। মানুহ পিয়লত অসমীয়া ভাষা-ভাষী লোকৰ সংখ্যা কিদৰে দেখুৱা হয়, সেই কথা চৰকাৰী ৰিপোৰ্ট বিলাকত ধৰা পৰি আছে। অসম সাহিত্য সভাৰ সম্মিলনত "পাকিস্তান" "বেঙলীস্থান"ৰ সমালোচনা হব পাৰে কেনেকৈ, এনে এটা প্ৰশ্ন উঠিব পাৰে। দকৈ ভাবি চালে অসম সাহিত্য সম্মিলনৰ ইয়াতকৈ গুৰুতৰ প্ৰশ্নও হব নোৱাৰে। অসম সাহিত্য সভাৰ ঘাই কাম হৈছে অসমীয়া জাতিৰ সংস্কৃতি, সাহিত্য, কলা শিল্পৰ মাজেদি ৰক্ষা আৰু বিস্তাৰ কৰা। "পাকিস্তান" "বেঙলীস্থান"ৰ পৰিকল্পনা কাৰ্য্যত পৰিণত হলে এই সংস্কৃতিৰ মূলতে বাগি-কুঠাৰ পৰিব। বৰ্ত্তমানৰ "লীগ" পন্থী শ্বাদুল্লা গৱৰ্ণমেণ্টে, অন্য কি, বৰলাট, লাট-বাহাদুৰৰ ঘোষণাকে তল পেলাই হাবি-বন, গৰু-মহ চৰণীয়া ঠাইকো "পাকিস্তান"ৰ পক তুলিবলৈ যিদৰে লানি নিছিগাকৈ আহিবলৈ মৈমনচিঙীয়া সকলক এৰি দিছে, লানি লগাই অহা পকুৱাকো মানুহে সেই দৰে ঘৰত সোমাবলৈ নিদিয়ে। গৱৰ্ণমেণ্টৰ এই মাটি-নীতিও প্ৰকাৰান্তৰে অসম সাহিত্য সভাৰ মূল উদ্দেশ্যৰ প্ৰতিকূলে গৈছে। অসম সাহিত্য সম্মিলনে সেই কথা প্ৰতিবাদ নকৰাকৈ নোৱাৰে। এটা জাতিৰ জাগৰণৰ সময়ত এঠাইত কল এটা দি, আন এঠাইত গুৰ অকণ চেলেকাই ল'ৰা নিচুকুৱাৰ দৰে, জাতীয় সমস্যাবিলাক "বাৰু এটা এটাকৈ ধৰা যাওকচোন" বুলি ৰবৰ আৰু সময় নাই। আজি আমাৰ ভিতৰত গণ-সাহিত্য লাগে বুলি সাহিত্যত প্ৰগতিকামীসকলে আচল কথাকে কৈছে। কিন্তু সেই গণপ্ৰধান কৃষক সম্প্ৰদায়ৰ যদি মাটি-ভেটিকে এই দৰে লোকক বিলাই দিয়া হয়, তেন্তে পানীত ওপঙি ফুৰা এনে শ্ৰেণীৰ লোকক সাহিত্যই তৰাব পাৰিব নে ?

যি হওক, অসমত বস-বাস কৰি থকা নেপালী, বাগিচাৰ বনুৱা, মণিপুৰী, চিলটীয়া, উৰিয়া, বিহাৰী পমুৱা আদি লোকসকলৰ অসমীয়া মাত-কথা লবলৈ অনিচ্ছা নাই আৰু মাত্ৰ ভেলটোকেহে লৈ ইয়াত থকা নাই। কেৱল শিক্ষিত বঙালী সকলৰ ভিতৰত তিনি চাৰি পুৰুষ থকা লোকেও অসমীয়াৰ লগত তেল-পানী থকাৰ দৰে থকাকেই "শ্ৰেয়সি" বুলি ভাবে। চাৰ পি. চি. ৰায়ে কোৱা দৰে, এইটো মাত্ৰ তেওঁলোকৰ "conceit" মিছা অহঙ্কাৰ। তেওঁ কয়, "আজি যদি অসমীয়া মানুহে কয় যে, বঙলা ভাষাটো অসমীয়া ভাষাৰ ভঁৰালৰ পৰা ধাৰ কৰি অনা বস্তু, এই কথা অস্বীকাৰ কৰিবৰ বাট নাথাকিব।" যি কেইটি পৰিয়াল অসমীয়া হ'ল তেওঁলোকে আজি একো আক্ষেপ কৰিবলগীয়া হোৱা নাই। অসমত ঘোষ, দস্তিদাৰ, ৰায়, দত্ত কেইবাটিও পৰিয়াল অসমীয়া সমাজত সম্পূৰ্ণ মিলি গৈছে। আজি প্ৰাতঃস্মৰণীয় হৰিবিলাস আগৰৱালাৰ পৰিয়ালটোৱে অসমীয়াৰ ভাষা, সাহিত্য, সংস্কৃতিৰ গুৰি ধৰি অহা নাই নে? তেওঁলোকে অসমীয়া সমাজৰ শীৰ্ষস্থান অধিকাৰ কৰিছে। তেজপুৰৰ নেপালীসকলৰ অগ্ৰণী উপাধ্যায় আৰু অন্যান্য পৰিয়ালৰ অনুপ্ৰেৰণাত বিহালি গমিৰি অঞ্চলত তেওঁলোকৰ অসমীয়া চৰ্চ্চা, ৰীতি-নীতি পালন, ভাওনা, থিয়েটাৰ, পঢ়াশালি দেখিলে তেওঁলোকলৈ আন্তৰিক শ্ৰদ্ধা আৰু আপোন ভাব আহে। অসমীয়া উৰিয়া গাওঁ, চিলটীয়া গাওঁ কেইবাখনো আছে। বাগিচাৰ বনুৱাবিলাকে নিজৰ ভিতৰতো অসমীয়া কথাহে বেছি ভাগ কয়। অসমীয়া মণিপুৰী গাওঁ বিলাকতো সেই একে কথা। মৈমনচিঙীয়া ডেকা কেইজনমানৰ অসমীয়া ভাষাত কিমান দূৰ দখল আছে, সেই কথা পূৰ্ব্বতে কোৱা হৈছে। ৰাজনৈতিক ক্ষমতাৰ লোভত তেওঁলোকৰ মাজত কূটশাল ওলাই তেওঁলোকক ফালৰি কটাই নিছে। কিন্তু এই অস্বাভাৱিক ব্যৱস্থাত তেওঁলোকৰ বংশধৰ সকলেই পিচত তেওঁলোকক দোষিব। যি হওক, এতিয়াও বঙালী ভাইসকলে এই বিষয়ে দূৰদৰ্শিতাৰ সহায় লৈ দকৈ ভাবি চোৱা উচিত। অসমত খিলঞ্জীয়া হৈ অসমীয়া সংস্কৃতি গ্ৰহণ কৰি তাক আৰু পুৰিপুষ্ট কৰি এটা বৃহত্তৰ জাতি গঠন কৰাহে স্বাৰ্থৰ অনুকূলে যাব। আজি পৰাধীন অৱস্থাত উভয়ে হয়তো উভয়ক উদাৰভাবে গ্ৰহণ কৰিব পৰা নাই। কিন্তু আমাৰ উভয়ৰ নাতি-পুতিয়ে যেতিয়া স্বাধীনতা-মন্ত্ৰত দীক্ষিত হৈ আত্ম-শুদ্ধি লাভ কৰিব, তেতিয়া হয়তো এই সত্য উভয়ে আকোৱালি লব। মুঠতে, চৰাঘৰৰ আলহী বৰঘৰৰ ভিতৰত আচহুৱা মাত মাতি নিজক আপোন যেন লগাব নোৱাৰে—অস্বাভাবিক কথা।

অসমীয়া সংস্কৃতি গ্ৰহণেই তাৰ প্ৰতিকাৰ

তেওঁলোকে আজি অসমত মুচলমানৰ অতীত বুৰঞ্জীলৈ মন কৰক। ধৰ্ম্ম-ক্ষেত্ৰত পৃথিবীৰ মুচলমান এক। এই কথা তেওঁলোকেও বিশ্বাস কৰে। কিন্তু এখন দেশৰ অধিবাসী হিচাপে নিজক হাড়ে-হিমজুৱে আগধৰি অসমীয়া বুলি স্বীকাৰ কৰিছিল। সেই বাবে অসমীয়া মুচলমানৰ ৰীতি-নীতি আচাৰ-ব্যৱহাৰ মাত-কথা আন আন প্ৰদেশৰ মুচলমানৰ সৈতে বহুত ক্ষেত্ৰত একে নহয়। তাত গোটেই অসমীয়া জাতিটোৰ সৰ্ব্বসাধাৰণ কথা বিলাকৰ প্ৰভাৱ পৰিছে। অসমলৈ অনেক পীৰ আহিল, দেৱান আহিল, বিষয়া আহিল, হজুৱা আহিল। সকলো অসমীয়া হৈ গল। হিন্দু ৰজাক আশীৰ্ব্বাদ দিয়া "বৰমোল্লা" বাব পালে। দেৱোত্তৰ ব্ৰহ্মোত্তৰৰ মাটি-বাবীৰ অধিকাৰী হল।

মৈমনচিঙীয়া পমুৱা-সকললৈ এষাৰ

ৰজাঘৰীয়া সকলো বিষয়-বাব দিয়া হল। যি পাচিপৰীয়া পৰিয়ালে অসম ৰজা আৰু মোগল বাদশ্বাহৰ মাজত ফাৰ্চিলৈ লিখা-পঢ়া কামবিলাক কৰিছিল, আজি তেওঁলোক হাড়ে-হিমজুৱে অসমীয়া। অসমীয়া সংস্কৃতিত অসমীয়া মুছলমানৰ ঠাই চাপৰ নহয়। ভাৰতত হিন্দু-মুচলমান দুয়োবিধ সংস্কৃতিয়ে চিৰকাল ঘিউ-মউৰ মিশ্ৰিত সোৱাদ দি আহিছে, সি তেল-পানীৰ সম্বন্ধ নহয়। আকবৰ বাদশ্বাহে হৰিবংশ ফাৰ্চিলৈ তৰ্জমা কৰাইছিল। বঙ্গৰ নৱাবসকলেহে বঙলা ভাষাত খনে-খনে হিন্দুৰ পুৰাণ ভাগৱত তৰ্জমা কৰাইছিল। বহুত শাস্ত্ৰ ফাৰ্চিত লিখোৱাইছিল। তেনে বঙ্গদেশৰ মুচলমান হৈ আজি যি অসমে বুকুত ঠাই দিছে, স্তন্য পান কৰিছা, সেই অসম মাতৃক মাতৃ-জ্ঞানে, মৰমী অসমীয়া মাতেৰে, আই বুলিবলৈ কিবা লাজ পাবলগীয়া কথা আছেনে? আই নুবুলিলে অকৃতজ্ঞ নহবানে? তুমি আজি অসম মাতৃক মাহী আই যেন ভাবিছা, সেই কাৰণে তেওঁৰ সন্তানসকলেও তোমাক সহোদৰ যেন ভাবিব পৰা নাই। এবাৰ প্ৰাণৰ পৰা অসম জননীক "আই" বোলা, দেখিবা দুইৰো মাজৰ হেঙাৰ সেই মুহূৰ্ত্তে কেনি উৰি যায়! আজি ইচলামৰ "ভাইবিৰাদৰি" পাহৰিছা কিয়? যি সকলৰ প্ৰৰোচনাত আজি তোমালোকে অসমীয়া সংস্কৃতি গ্ৰহণ নকৰি ফালৰি কাটি গৈছা, তেওঁলোকে তোমালোকৰ নাতি-পুতিক পাখীৰ আঁৰত সদায় লৈ ফুৰিব পাৰিব নে? পুৰুষানুক্ৰমে এখন দেশত প্ৰবাসী হৈ থকা বুদ্ধিমানৰ কাম নে? এইটো স্বাভাৱিক মনোবৃত্তি হব পাৰে নে? কোৱা আজি "আমি অসমীয়া," দেখিবা তাৰ প্ৰতিধ্বনি উঠে কেনেকৈ আৰু কেইফালৰ পৰা।

এই গল অন্তৰায়ৰ কথা। অসমীয়া ভাষা আৰু সাহিত্যৰ অভাৱৰ কথাকো এবাৰ ভাবি চোৱা উচিত। সাহিত্যৰ সাধনাৰ ঠাই এডোখৰ লাগে। সেয়ে হৈছে বৰ্ত্তমান কালত বিশ্ববিদ্যালয়। এয়ে সকলো জ্ঞানৰ ভঁৰাল। ইয়াতেই সকলো বিদ্যাই পাৰ্গতালি দেখুৱায়।

**অসম বিশ্ববিদ্যালয়ৰ আৱশ্যকতা**

অসমত আজিলৈকে বিশ্ববিদ্যালয় এটা স্থাপন নহল। ইয়াতকৈ জাতীয় জীৱনৰ অভাৱ কিবা হব পাৰে নে? এটা জাতিৰ সংস্কৃতি ইয়াতেই বিকাশ হয়। তাৰ অভাৱত জাতীয় মনে ঠন ধৰিব নোৱাৰে। গুৱাহাটীত বিশ্ববিদ্যালয় স্থাপনৰ চেষ্টা অসম সাহিত্য সভাই সম্পূৰ্ণৰূপে সমৰ্থন নকৰি নোৱাৰে। অসম বিশ্ববিদ্যালয়ৰ লগত অসম সাহিত্য সভাৰ ভৱিষ্যৎ সম্বন্ধ অতি ওচৰ বুলিব লাগিব। এই সম্বন্ধ তেল পানীৰ নহয়—ঘিউ-মৌৰ। পৰস্পৰে পৰস্পৰৰ মুখত পঞ্চামৃত যচা সম্বন্ধ। এই বিশ্ববিদ্যালয়ৰ ৰূপ যি নহওক, তাত অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠা হব লাগিব। মাতৃভাষাৰ লগত জাতীয় জীৱনৰ ঘনিষ্ঠতা কিমান, সিদিনা-মাতৃভাষা সম্বন্ধে মহাত্মাই কোৱা বাণী হৃদয়ঙ্গম কৰিব পাৰিলেই বুজিব পৰা হব। স্বাধীন ভাৰতত মাতৃ-ভাষাৰ চৰ্চ্চা আৰু সমাদৰ আৰু বাঢ়িব লাগিব। ইও ভাৰতৰ সকলো প্ৰদেশকে একভাবাপন্ন কৰিবৰ গাঁথনি বুলিব লাগিব। যথাৰ্থতে স্বাধীন চিন্তা স্বাভাৱিক গতিত প্ৰকাশ কৰিব নোৱাৰিলে স্বাধীনতাৰ আলম থাকিল ক'ত?

এই বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠা হব লাগিব জাতীয় জীৱনৰ ভেটিত। তাৰ সিংহ-দুৱাৰেদি সকলোৰে সমান প্ৰবেশ হব লাগিব। এই মন্দিৰত কোনো প্ৰকাৰ অস্পৃশ্যতা থাকিব নোৱাৰে। যাৰ যেনে ৰুচি সেই দৰে পিন্ধি-উৰি তাত সোমাব পাৰিব, কিন্তু ৰঙা পিন্ধি "মোক নুচুবা"

বুলি কেৱে কব নোৱাৰিব। নিকা কাপোৰ পিন্ধি নিকা মাতেৰে তাত সোমাব লাগিব। ভিতৰৰ খোটালীত একেষাৰ মাততে চাবিওফাল জন্‌জনাই যাব লাগিব। তাত সকলো জাতিৰ, সকলো ধৰ্ম্মৰ, সকলো ভাষাৰ, সকলো সাহিত্যৰ, আপ্তবচনে কাণ জুৰ কৰিব লাগিব। জাতীয় জীৱনৰ চিন্তাৰ, স্বাধীন চিন্তাৰ অবাধ সমাগম হব নোৱাৰা কোনো ৰকম পোছাকী বিশ্ববিদ্যালয়ৰ যাতে পৰিপল্পনা নহয়, সেই বাবে আমি সতৰ্ক হব লাগিব। এই প্ৰতিষ্ঠানত লক্ষপতিৰপৰা ডাল-দৰিদ্ৰলৈকে দান নিদিয়া কোনো অসমীয়া নোলাব। অনা-অসমীয়াসকলেও এই কামত সৰ্ব্বভাৰতীয় সংস্কৃতিৰ সহজ আদান-প্ৰদানৰ সুযোগৰ বাবে, যথেষ্ট দূৰদৰ্শিতা দেখুৱাই অকাতৰে দান দিব।

আমাৰ পঢ়ুৱৈ সমাজৰো অভাৱ বুলি কোৱা হয়। কথাটো অনেক দূৰ সঁচা। কিন্তু কিমানবোৰ ইংৰাজী-বঙলা কাকতৰ পাৰ্চেল দিনে আহিছে, কিতাপ-পত্ৰ অসমৰ দোকানবিলাকত বিক্ৰী হৈছে, কোনোবাই তাৰ খবৰ ৰাখিছেনে? কথা হৈছে, আজি বঙলা ভাষাত সকলো শ্ৰেণীৰ পঢ়ুৱৈসকলৰ মন বহা সময়োপযোগী যিমানবিলাক কিতাপ প্ৰকাশ হৈছে, আমাৰ সাহিত্য-ক্ষেত্ৰত সেই শ্ৰেণীৰ লিখক এতিয়াও নিয়ম মতে ওলোৱা নাই। তাৰ কাৰণ বহুত যদিও, তাৰ প্ৰতিকূল অৱস্থাৰ হাত সৰা টান হৈ পৰিছে যদিও, অনুকূল অৱস্থা সৃষ্টি কৰিবলৈ আমি কি চেষ্টা কৰিছো? আমাৰ জনসংখ্যা কম, ইয়ো এটা অভাৱৰ কথা। সেয়ে যদি হয়, আমাৰ কৰ্ত্তব্য কি? বছা বছা বিষয়ৰ কিতাপ লিখি এই কম সংখ্যক জনসাধাৰণৰ মাজতেই পঢ়ুৱৈ সমাজৰ যাতে সংখ্যা বৃদ্ধি পায় তাৰ চেষ্টা কৰা উচিত।

পঢ়ুৱৈ সমাজৰ অভাৱ

আজি ৰেডিঅ', আকাশী-যানৰ দিনত ধোঁৱাচাঙৰ পুথি কেইখনকে লাৰি-ছাৰি থাকিলে নচলে। যুগ-ধৰ্ম্ম বুলি যিদৰে এটা কথা আছে, সেই দৰে যুগ-বাণীকো স্বীকাৰ কৰিব লাগিব। এই যুগ-বাণী মানৱ-সমাজৰ সৰ্ব্ববিধ চিন্তা, কৰ্ম্মৰ মাজেদি প্ৰকাশ পায়। অনুৰূপ সাহিত্য-কলাৰ মাজেদি সেই বাণী প্ৰচাৰ কৰাই সাহিত্যিক, শিল্পীসকলৰ কাম। এই যুগ-বাণীয়ে জাতীয় জীৱন, আন্তৰ্জাতিক সম্বন্ধ, প্ৰাকৃতিক অৱস্থা ভেদ কৰি চিন্তাৰ ধাৰা বোৱাই একোটা জাতিক অপাৰ জ্ঞান-সাগৰত পেলাই দিয়েগৈ। বৰ্ত্তমান যুগ নিষ্ক্ৰিয় চিন্তাৰ যুগ নহয়। সাহিত্যৰ চিন্তাধাৰাই মানুহৰ দৈনিক জীৱনৰ সুখ-দুখ, অভাৱ-অভিযোগ, দাসত্ব-প্ৰভুত্ব, অবিচাৰ-অত্যাচাৰ এইবিলাক বিশ্লেষণ কৰি, সাম্য-মৈত্ৰী স্বাধীনতাৰ পতাকা হাতত লৈ, জগতত সুখ-শান্তি কি দৰে অনা যায়, তাৰ প্ৰণালী দেখুৱাই দিব খোজে। এনে সাহিত্যয়ো এতিয়া আন্ধাৰত খপিয়াই ফুৰাৰ হাত সম্পূৰ্ণৰূপে সাৰিব পৰা নাই যদিও, এদিন ঠিক ঠাইত হাত পৰিব বুলি জগতৰ বিশ্বাস হৈছে।

গণ-সাহিত্যৰ দৰকাৰ

অসমত আজি ইমান দৰে বাৰে মিহলি লোকসংখ্যা বাঢ়িছে যে এতিয়া ইয়াত অসমীয়া ভাষাটো তেওঁলোকৰ মাজত স্বভাৱতে প্ৰচাৰ হোৱা উচিত। এইসকল লোক যদি অসমীয়াৰ লগত মাত-কথা ভাবৰ আদান-প্ৰদানেৰে এক হৈ নাযায়, উভয়ৰে ভৱিষ্যত আন্ধাৰ বুলি ধৰিব লাগিব। "অসম জাতীয় মহাসভাই", "শিক্ষা প্ৰচাৰ সমিতিয়ে" এই

আদৰ্শ দাঙি ধৰি এনে খলা-বমা ভেটিতো যে অসমীয়া জাতি, অসমীয়া সংস্কৃতিৰ সুদৃঢ় প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিছে এই কামত অসমীয়া অনা-অসমীয়া উভয় পক্ষৰ ভৱিষ্যত মঙ্গলৰ কাৰণেই সহায়-সহানুভূতি থকা উচিত। এই যুদ্ধৰ পিচত অসম, চীন, বৰ্ম্মা আদি ঠাইৰ মাজত বেহা-বেপাৰ, অহা-যোৱাৰ হেঙাৰ আৰু নাথাকিব। এইবিলাক ঠাইৰ মানুহৰ মাত-কথা সমূলি বেলেগ যেতিয়া, অসমীয়া ভাষা শক্তিমন্ত কৰি তুলিব পাৰিলে তেওঁলোক এই ভাষাৰ ভক্ত নহৈ নাথাকে। মনত ৰাখিব,—পৰিব্ৰাজক-সম্ৰাট হিউয়েন্‌চাঙে কি দেখি গল, কি মন্তব্য প্ৰকাশ কৰিছিল। চীন, তিব্বত, ব্ৰহ্মদেশত অসমীয়া সংস্কৃতিৰ নিদৰ্শনো নাই বুলি নাভাবিব। ভামো আইদেৱে ব্ৰহ্মদেশলৈ শুদা হাতে যোৱা নাছিল। অসমীয়া হুচৰি ঢোলৰ মাত এতিয়াও তাত শুনা যায়।

**অসমীয়া ভাষাৰ প্ৰচাৰ**

আজি সভাপতিৰ আসনৰপৰা এটা কাৰ্য্যকৰী-পন্থা দেখুৱাব পাৰিম বুলি আপোনাসকলে উদাৰভাবে কাকতে-পত্ৰে চিঠিৰ যোগে আশা কৰি আছে। আপোনালোকৰ সেই আশা মোৰ পৰা ফলৱতী হব পৰা সাধনা জীৱনত নহল যদিও, ইতিমধ্যে আপোনালোকৰ নিজৰ আলোচনা-বিলোচনাৰ পৰা যিখিনি পোহৰ পৰিছে, সেই পোহৰতে এই পথত এখোজ আগ বঢ়াই নিব পাৰিলেও নিজে কৃতাৰ্থ হম। মোৰ মনেৰে আস্থাই এটা অনুষ্ঠানৰ প্ৰাণ-শক্তি। অতি শৃঙ্খলা লগাই হাতত লোৱা কাৰ্য্য-প্ৰণালীৰেও কাম নহয়, যদিহে সেই অনুষ্ঠানৰ প্ৰৱৰ্ত্তকসকলৰ তাত যোল অনা আস্থা নাথাকে। আস্থা বোলা বস্তুটো হেৰাপোৱা বিধৰ নহয়। কোনো এটা প্ৰেৰণাই যদি সেই আস্থা নানে, তেতিয়া সেই অনুষ্ঠান আত্মাহীন মৰাশটোৰ শাৰীলৈ যায়। সি কেৱল পুৰি ছাই হবলৈ অপেক্ষা কৰে। জননীৰ আহ্বানত কৰ্ম্মৰ মাজেদি, চিন্তাৰ মাজেদি যেতিয়া দেশবাসীৰ গাৰ নোম শিয়ৰি উঠে, তেতিয়াই বুজিব লাগিব দেশৰ এনে কোনো অনুষ্ঠান নাই, যি মাত নামাতে। তেতিয়া অনুষ্ঠানবিলাকেও জীৱন্ত মূৰ্ত্তি ধৰে, আঙুলি নিৰ্দ্দেশ দিয়ে, নামানি নোৱাৰি। ধ্যানত সেই অনুষ্ঠানৰ উপাসনা, প্ৰাণত তাৰ দৰ্শন, মনত তাৰেই চিন্তা, তাৰ সেৱাতেই আনন্দ আহি হৃদয়ত থিত লয়। এটা জাতিৰ প্ৰাণৰ লগত অনুষ্ঠানবিলাকৰ এনে সংযোগ ঘটিলে, জাতিটো নমৰেমানে, তেনে অনুষ্ঠানবিলাকৰো মৰণ নাই। এনে আস্থা, এনে প্ৰেৰণা অহা জাতীয় জীৱনৰ আকস্মিক ঘটনা নহয়। বঙ্গদেশত ৰবীন্দ্ৰনাথৰ আৱিৰ্ভাবো হঠাৎ হোৱা নাই। বঙ্গদেশৰ জাতীয় সাধনা সিদ্ধিৰ জলন্ত নিদৰ্শন বুলিহে বুজিব লাগিব। যুগৰ পৰ্য্যায়ক্ৰমে সাধনাৰ বলত একোটা জাতি সেই ক্ষেত্ৰত আহি উপস্থিত হয়। আজি অসম সাহিত্য সভায়ো আমাৰপৰা সেই আস্থা সেই সাধনা বিচাৰিছে। প্ৰেৰণা নাহি নোৱাৰে। সেয়ে অসম সাহিত্য সভাৰ ভেটি। ভকতসকলে আস্থাৰে পেলোৱা একো চপৰা মাটিয়েই নামঘৰৰ এবুকুৱা ভেটি তোলে। তেনে ভেটিৰ থাপনা কোনো কালে নেভেকুৰে। মোৰ বোধেৰে অসম সাহিত্য সভাৰ লাইখুটা হব আমাৰ মনৰ সংকল্প। সেইটো আমাৰ কৰায়ত্ত শিলিখা। ইয়াত আমি উপস্থিত থকা সকলেও যদি সেই সংকল্প লৈ ঘৰা-ঘৰি যাওঁ বৰ্ত্তমান যুগত সাহিত্যৰ লগত জাতীয়

**আমাৰ উপস্থিত কৰ্ত্তব্য**

জীৱনৰ সম্বন্ধ যে দিনে ঘনিষ্ঠ হৈ আহিছে, এই কথা যদি অন্তৰৰ পৰা বিশ্বাস কৰো, ব্যক্তিগত স্বাধীন চিন্তা আৰু ৰাজহুৱা সীমাবদ্ধ মতৰ লগত বিৰোধ ভাঙিবলৈ সাহিত্যয়েই নিৰপেক্ষ মধ্যস্থ বুলি যদি স্বীকাৰ কৰো, তেন্তে অসম সাহিত্য সভাৰ সু-সংগঠন যে জাতীয় কৰ্ত্তব্য এই কথা নকলেও হব।

আজি অসমৰ ইমূৰৰপৰা সিমূৰলৈকে অসমীয়া হিন্দু মুচলমানৰ প্ৰাণৰ কথা হৈছে, অসমীয়া সংস্কৃতি, অসমীয়া ভাষা, সাহিত্য, শিল্প, কলা কেৱল ৰক্ষা কৰাই নহয়, তাক বিস্তাৰ

অসমীয়া সংস্কৃতিৰ অভিযান

কৰি পূৰ্ব্ব গৌৰৱৰ ওপৰতো সোণৰ কলচী তোলা, অসমীয়া জাতিৰ স্বাধীনতা ৰক্ষা কৰা। শুভ লক্ষণ! বিৰাট শক্তিৰ সূচনা! অসমীয়া ভাষাৰ দতাঁল হাতীত উঠি এই সংস্কৃতিৰ অভিযান অসমৰ পৰ্ব্বতে-কন্দৰে, হাবিয়ে-বননিয়ে চলাব লাগিব। সাধুকথাৰ বাপেক-পুতেক গাধৰ আচৰণ কৰিলে নচলে। হাতীৰ চিঞৰত বাটৰ ভূত-প্ৰেত-চয়তান বদ্-হাওয়া সকলো আঁতৰিব। এতিয়া দুৱৰা কবিৰ ভাষাত কবলৈ হলে "কবি শঙ্কৰ, ধৰ্ম্মপ্ৰচাৰক শঙ্কৰ, সাহিত্যিক শঙ্কৰ, সঙ্গীতজ্ঞ শঙ্কৰ, নাট্যকাৰ শঙ্কৰ, চিত্ৰকৰ শঙ্কৰ"ৰ প্ৰতিভাৰ পোহৰত "নানাজনে নানাভাবে নতুন তথ্য" বাহিৰ কৰক, অসমীয়া সংস্কৃতিৰ মৰণ নাই। ৰহিমৰ আশীৰ্ব্বাদত পোৱা ইব্ৰাহিমৰ ভাষাত কওঁ, "আজান ফকীৰৰ কৰ্ম্মস্থান এই অসম দেশত মুচলিম প্ৰতিভাৰ মৰণ নাই।" লক্ষ্মীনাথে মাত লগাইছে, শুনা! "মোৰ অসমী আইৰ সুৰীয়া মাতৰ তুলনা নাই।" এই অভিযানত তৰুণ অসমৰ তালে তালে "পদ"-ধ্বনি শুনা গৈছে। যাত্ৰা নিষ্ফল হব নোৱাৰে।

অসম সাহিত্য সভাৰ খাজখুৱাই তোলা গাঁথনি, ধনভঁৰাল, কাৰ্য্যকৰী সমিতি, সভাৰ শাখা-প্ৰশাখাৰ বিস্তাৰ, সাহিত্য সভাৰ এখন ইতিবৃত্ত লিখা—এয়ে পুনৰ সংগঠিত সভাৰ ঘাই

অসম সাহিত্য সভাৰ পুনৰ সংগঠন

কাম হোৱা উচিত। তাৰ ভিতৰত কাৰ্য্যকৰী সমিতিখন আৰু লাগতিয়াল। ইয়াৰ ওপৰতে সকলো নিৰ্ভৰ কৰে। মানুহে নিজৰ মনটোকে সকলো সময়ত বিশ্বাস নোৱাৰে। নিজৰ কৰ্ম্ম-ক্ষমতাৰ ওপৰতে একো-একোবাৰ সন্দেহ আহে। মানুহৰ উৎসাহ-উদ্যম বাঢ়নি পানীৰ দৰে আহিলেও, আকৌ ধানখেৰৰ জুইৰ দৰে নুমাই ছাই হবলৈকো বেছি পৰ নালাগে তেনে স্থলত দহজনে দহোটা মন লৈ কাম কৰা কিমান টান সহজে অনুমান কৰিব পাৰি। উশাহটো আৰু হাতখন একেলগে নগলে তামোল গছৰ আগ পায়ো পকা তামোল ঠোকা ছিঙিব নোৱাৰি নামি আহিব লাগে। য'ত দহোটা মূৰ একেলগ হৈ কাম কৰিব লাগে তাত পিঠিয়া-পিঠিকৈ কাম নহয়। এই কাৰণেই বিৰাট জাতীয় মহাসভাই, নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধীনত ৱাৰ্কিং কমিটীৰ সভ্যসংখ্যা মুঠেই পোন্ধৰজন কৰিছে আৰু তাকো সভাপতিয়ে নিজে বাছি লয়, যাতে মিলি-জুলি একমত হৈ কাম কৰিব পৰা হয়। এইখিনি কাম কৰাৰ লগে লগে পাঁচ বছৰীয়া আঁচনি এখন কৰি বছৰি তাৰে কি কি কাম আগা-পিচাকৈ কৰিলে ভাল হব তাৰ দিহা কৰিলে কাম নহৈ নাথাকে। ওপৰত কোৱা এই কামখিনি সভাৰ "পঞ্চ-প্ৰদীপ" বুলিব পাৰি। ইয়াক ভালদৰে জ্বলাই কাম নকৰিলে, থাপনালৈ পোনোৱা সেৱাটো দুৱাৰডলিও পাৰ নহব পাৰে।

অসম সাহিত্য সভাৰ কৰ্ম্ম-ক্ষেত্ৰ নবহলাই সম্প্ৰতি কামৰ বাট উলিৱাই কৰি লব

লাগিব। জন-সাধাৰণৰ মন আকৰ্ষণ কৰিব পৰা তেওঁলোকৰ মনৰ আৰু পেটৰ খোৰাকি দিব পৰা যুগবাণী প্ৰকাশ কৰা, সৰল সহজ ভাষাত গণ-সাহিত্যমূলক কেইখনিমান পুস্তিকা প্ৰকাশ কৰাই অসম সাহিত্য সভাৰ সংকল্প হওক। এই গণতন্ত্ৰৰ যুগত সাহিত্যৰ সাধনা সকলো প্ৰচেষ্টাৰ মাজেদি হলেহে সিদ্ধি লাভ হব। প্ৰগতিকামী সাহিত্যিকসকলে এই কামত নতুন জাগৃতি দিব পাৰিব বুলি মনে ধৰে। তেওঁলোকৰ অগ্ৰগতি মনে অসমীয়া পুৰণি নৃত্য-গীত, বাদ্য-যন্ত্ৰৰ, নতুন ভঙ্গী সৃষ্টি কৰি এই যুগৰ নতুন উন্মেষ জন-সাধাৰণৰ মাজত জাগ্ৰত কৰি অসমীয়া সাহিত্য, শিল্প, কলাৰো এক নতুন সংস্কৃতিৰ পথ দেখুৱাব পাৰিব। বৰ্ত্তমান সময়ত আমাৰ জনসাধাৰণৰ বিশেষকৈ কৃষকশ্ৰেণীৰ কৃষি-সম্পদ আৰু অৰ্থনৈতিক সমস্যা সমাধানৰ পথত চকু মেল খুৱাবপৰা এবিধ সাহিত্য—গল্প, নাট, গীতৰ মাজেদি সৃষ্টি কৰা অসম সাহিত্য সভাৰ চিন্তা আৰু কৰ্ম্মপদ্ধতিৰ ভিতৰত হোৱা উচিত। আমাৰ পমুৱাসকল প্ৰায়েই মুচলমান, শিক্ষিত পৰ্ব্বতীয়া ভাইসকল খৃষ্টান আৰু অন্যান্য বাসিন্দাসকল ভাৰতৰ নানা ঠাইৰ বৈষ্ণৱ-সংস্কৃতি-প্ৰধান ঠাইৰ পৰা অহা লোক। এওঁলোকৰ মাজত অসমীয়া ভাষাৰ অভাৱ বিস্তাৰ কৰিবলৈ হলে ভাষাত ইচলামৰ জেউতি দেখুৱাৰ পৰা, যীশুৰ বাণী শুনি কাণ জুৰ হোৱা, বৈষ্ণৱী সাহিত্যৰপৰা নৰনাৰায়ণৰ ভাব দিব পৰা, জনসাহিত্যৰ সৰু সৰু পুস্তিকা প্ৰকাশ কৰিলে প্ৰচাৰ-কাৰ্য্যত ৰবকৈ সহায় কৰিব। আমাৰ দাঁতি-কাষৰীয়া ভৈয়ামত থকা অনেক উপ-জাতি আছে, যি সকল বৌদ্ধ-ধৰ্ম্ম-প্ৰভাৱান্বিত। তেওঁলোকৰ মাজত সৰল অসমীয়া ভাষাত পুস্তিকাৰ আকাৰেৰে বৌদ্ধ-ধৰ্ম্মৰ প্ৰভাৱ থকা কথাবিলাক প্ৰকাশ কৰিব পাৰিলে অসমীয়া ভাষালৈ আকৃষ্ট হব। কেৱল এটা কথা ভালকৈ হৃদয়ঙ্গম কৰি এইবিলাক পুস্তিকা প্ৰকাশ কৰা আৱশ্যক। ইয়াৰ মাজেদি যাতে সৰ্ব্ব-ধৰ্ম্ম-সমন্বয়ী ভাববিলাক বিস্তাৰ হয়, তালৈ চকু দিব লাগিব। এই সমন্বয়ী ভাববিলাকে যদি আত্মাৰ সংযোগ ঘটাব পাৰে, খেল-মেল, গোট-জাতি, ধৰ্ম্মসম্প্ৰদায়,—এইবিলাক সামাজিক পাৰ্থক্যই বৃহত্তম অসমীয়া জাতি, অসমীয়া সংস্কৃতি গঢ়ি তুলিবলৈ সহায় হে কৰিব, বাধা নিদিয়ে।

সম্প্ৰতি কৰিবলগীয়া কামখিনিৰ মাথোন ওপৰত উল্লেখ কৰা হৈছে। পাঁচ বছৰীয়া আঁচনিৰ ভিতৰত এটা কথা এতিয়াই ধৰি লোৱা উচিত হব বুলি সম্মিলনৰ আগত উত্থকিয়াব খোজো। শঙ্কৰ-প্ৰতিভা বাদ দিলে অসমীয়া ভাষা, সাহিত্য, শিল্প, কলা নালাগে, অসমীয়া জাতিটোৰেই জঁকা ওলাই পৰিব। আৰু পাঁচ বছৰৰ অন্তত মহাপুৰুষৰ আবিৰ্ভাৱৰ পাঁচ-শ বছৰ পূৰ্ণ হব। সেই পুণ্য-ক্ষণতে মহাপুৰুষৰ পঞ্চশত-বাৰ্ষিকী পালন কৰি অসমীয়া সংস্কৃতিৰ এটি কুম্ভযোগৰ আয়োজন কৰিব পাৰোহঁক। শঙ্কৰ-প্ৰতিভাত বৈজ্ঞানিক ৰঞ্জন-ৰশ্মি পেলাই অসমীয়া সংস্কৃতিৰ ভৱিষ্যত বোধহয় আৰু পাঁচ-শ বছৰলৈ আগুৱাই নিব পৰা হব।

অসম সাহিত্য সভাৰ ভৱিষ্যত

অসম বিশ্ববিদ্যালয় স্থাপনৰ লগে লগে অসম সাহিত্য সভাৰ সম্বন্ধ কাশী বিশ্ববিদ্যালয়ৰ লগত "নাগৰী প্ৰচাৰিণী সভাৰ" সম্বন্ধৰ দৰে হোৱা উচিত হব। এতিয়াৰপৰা সেই আদৰ্শ আগত ৰাখি আমাৰ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক সকলক লৈ অসম সাহিত্য সভাই এটি মণ্ডলী ( council ) স্থাপন কৰি বিশেষ বিশেষ বিষয়ত দখল থকাসকলৰ একোখন স্থায়ী বোৰ্ড পাতি

এতিয়াৰপৰা ওখ ধৰণৰ সাহিত্য, বিজ্ঞান, দৰ্শন, ইতিহাস, অৰ্থনীতি, ৰাজনীতি আদি বিষয়ৰ নানা পুথি দেশ-বিদেশৰ তথ্য আহৰণ কৰি গবেষণামূলক কৰি উলিয়াবলৈ কল্পনা কৰক। তাৰ বাবে সুকীয়া ফণ্ড সৃষ্টি কৰিবৰ উপায় উদ্ভাৱন কৰিবলৈ যত্নপৰ হওক। অসম বিশ্ববিদ্যালয়ৰ পাঠ্য-পুথি অসম সাহিত্য সভাইহে নিৰ্দ্ধাৰিত কৰিব, অসম সাহিত্য সভাৰ পৰা পৰীক্ষা দি উপাধি পোৱা সকলকহে অসমীয়া পঢ়াবলৈ অসম বিশ্ববিদ্যালয়ৰ অধীনতা থকা শিক্ষালয়বিলাকত দিয়া হব, এনেবিলাক পৰিকল্পনা এতিয়াৰপৰা কৰিবলৈ ধৰক। অসম সাহিত্য সভাৰ, আদৰ্শ-বাওনা নহলে, অসমীয়া সংস্কৃতিয়ে আকৌ মহাবাহু ব্ৰহ্মপুত্ৰৰ দৰে অসম দেশ চৌৱাই নিব। ব্ৰহ্মপুত্ৰৰ সোঁতৰ যি দৰে বিৰাম নাই, এই সংস্কৃতিৰ সোঁতো সেই দৰে বৈ থাকিব।

সুধীবৃন্দ! ব্যৰ্থ জীৱনৰো অভিজ্ঞতাৰ দুআষাৰ কথা থাকিব পাৰে। তাকেহে কোৱা হল। এনে এটা সুযোগ জীৱনত আৰু নঘটিবও পাৰে। তৰুণসকলক লক্ষ্য কৰি এষাৰ কথা কব খুজিছো। এই ক্ষুদ্ৰ জীৱনত এটা কথা সদায় অনুভৱ কৰি আহিছো যে, ব্যক্তিগত জীৱনত আমাৰ যিমানেই ভুল-ভ্ৰান্তি নহওক, জাতীয় জীৱনক সেয়ে বিপথে নিব নোৱাৰে। দেশৰ প্ৰাণ বোলা বস্তু এটি আছে। সি অমৰণ, অভগন। সেয়ে গোটেই জাতিটোক কি ধৰ্ম্ম, কি কৰ্ম্ম, কি সাহিত্য, কি শিল্প—জীৱনৰ এশ এটা ধাৰাৰ মাজেদি অলক্ষিতে সৰ্ব্বপ্ৰকাৰ বন্ধনৰপৰা মুক্ত কৰি এক অপূৰ্ব্ব স্বাধীন ৰাজ্যলৈ লৈ গৈ আছে। মানৱ জাতিৰ এই স্বাধীনতা অভিযানত বাটত সংঘৰ্ষ হব পাৰে, কিন্তু বাধা দি ৰাখিবপৰা শক্তি আজিলৈকে জগতত ওপজা নাই। অসমীয়া জাতিৰ উজ্জ্বল ভৱিষ্যতে এই ক্ষুদ্ৰ জীৱনৰ অন্ধকাৰকো চকুৰ আগত পৰিবলৈ দিয়া নাই। চকু মুদ খাওঁতেও তাৰে অকণ লগতে যাব বুলিহে বিশ্বাস। চেনেহী ভাষা জননীৰ সেৱাত সম্পূৰ্ণ আস্থা ৰাখি আগ বাঢ়িলে অসমীয়া জাতিৰ প্ৰাণত যি ঐক্য সুৰ বাজি উঠিব, তাৰ তুলনা একো নাই।

সামৰণি

সাহিত্য সম্মিলনৰ সেৱকসকল! আজি এই আসনত বহি যি দোষ-দায় কৰিছো, আপোনাসকলে নিজ গুণে ক্ষমা কৰিব। আশীৰ্ব্বাদ দিব আপোনালোকৰ এই মহাযজ্ঞৰ কাম যাতে নিষ্ঠাৰে সমাপন কৰিবলৈ প্ৰাণত আত্মশুদ্ধি লাভ কৰো। এই সন্ধিক্ষণত মহামানৱ মহাত্মাৰ আজি ঐক্যচেষ্টাৰ মিলন-ভূমিত থিয় হৈ, আহক, এই মহাযজ্ঞ আৰম্ভ কৰো। গান্ধী-জিন্না চেষ্টা ফলৱতী হলে, দেশে স্বাধীন জীৱন লাভ কৰিলে, দেশৰ সংস্কৃতি, সাহিত্য, শিল্প, কলায়ো যে এক অভিনৱ জীৱন লাভ কৰিব, সেই বিষয়ে কোনো সন্দেহ নাই। স্বাধীন চিন্তাৰ পৰিসৰ বৃদ্ধি হওক! ভাষা জননীৰ জয় হওক! বাণী জয়তু!

---

# বিংশ অধিবেশন

ডিব্রুগড়—১৯৪৭ চন, এপ্ৰিল

সভাপতি—**শ্ৰীযুত নীলমণি ফুকন**

অভ্যৰ্থনা সমিতি, প্ৰতিনিধিবৰ্গ, সুধী সমাজ !!

এই বছৰো সম্মিলনৰ সভাপতিৰ আসন আগবঢ়াই দিয়া বাবে আপোনালোকক ধন্যবাদ জনাইছো। এই সন্মান সাহিত্যিক হিচাপে দিয়া হৈছে বুলি মোৰ মনে নধৰে। কাৰণ সাহিত্য সম্মিলনৰ কাম যদি কেৱল সাহিত্যিককেই সন্মান দেখুৱা, তেন্তে নিশ্চয় মোতকৈ যোগ্যতৰ সাহিত্যিক সকলেই সেই সন্মানৰ অধিকাৰী।

যোৱা শিৱসাগৰ অধিবেশনতেই অসম সাহিত্য সভা আৰু সম্মিলনৰ ভিতৰত কামৰ প্ৰভেদ ক'ত, সেই কথা কিছুদূৰ স্পষ্ট হয়। সম্মিলনখন যে ঘাইকৈ এখন প্ৰদৰ্শনীৰ দৰে দেখনিয়াৰ বস্তু, মূল অনুষ্ঠানৰ কৰ্ম্মপৰিষদ নহয়, এই কথা আপোনালোকে সেই সম্মিলনত অনুভৱ কৰে। এই কাৰণেই সম্মিলনৰ সভাপতিয়েই গোটেই বছৰ কাৰ্য্যকৰী সমিতিৰো সভাপতি হৈ কাম কৰিবলৈ আপোনালোকে নিয়ম কৰে। তেওঁলোককো নিৰ্দ্দেশ দিবলৈ আৰু এখন ব্যৱস্থাপক সভা পাতে। সুযোগ্য সাহিত্যিক সকলকো সম্মিলনে যে সাহিত্যিক হিচাপে বিশেষ সন্মান দেখুৱা উচিত তাৰো নিদৰ্শন স্বৰূপ উপাধি দানৰ ব্যৱস্থা কৰা হয়।

কাৰ্য্যকৰী সমিতিৰ সভাপতি হিচাপে যোৱা বছৰ মাত্ৰ হাতত লোৱা কামখিনি সম্পূৰ্ণ কৰিবলৈ যাতে একেহাতে কাম কৰিবলৈ সুচল হৈ উঠে আৰু তাৰ বাবে কিছুদূৰ সুযোগ, স্বাধীনতা আৰু সময় থকাৰ বাবেও হয়তো, এইবাৰো সেই ভাৰ মোক দিবলৈ আপোনালোকে স্থিৰ কৰিলে। যোগ্যতাতকৈ হাতত লোৱা কামৰ দায়িত্ব গ্ৰহণ কৰোৱাই আপোনালোকৰ ঘাই উদ্দেশ্য বুলি মই অনুমান কৰিছো। মোৰ অনুমান যদি ভুল হৈছে সেই দোষ যেন ক্ষমা কৰে।

যথাৰ্থতে সম্মিলন এখন এটা অনুষ্ঠানৰ প্ৰেৰণাহে, প্ৰকৃত কাৰ্য্যথলী নহয়। এটা অনুষ্ঠানৰ লগত তাৰ সাময়িক সম্মিলনৰ প্ৰভেদটো বৰকৈ নেদেখাৰ কাৰণেই সম্মিলনখন বহিলেই সভাৰ কাম হৈছে, কোনো বছৰ নবহিলেই সভাৰ কামো হোৱা নাই আমাৰ মনত এনে ধাৰণা হয়। যেনে, যোৱা বছৰ এই ঠাইত বহিব লগা সম্মিলনখন কাৰ্য্য গতিকে বহিব নোৱাৰাত, সভাৰো কোনো কাম হোৱা নাই বুলি পূৰ্ব্বৰ সংস্কাৰ মতে অনেকে ভাবিছিল। কিন্তু সেই বছৰ অসম সাহিত সভাৰ কাম নানা বাধা-বিঘিনিৰ মাজতো কিছুদূৰ আগবাঢ়িল। সভাৰ কাৰ্য্য-বিৱৰণীৰ পৰাই সেই কথা প্ৰকাশ পাব ; আৰু প্ৰকাশ পাব, অসম সাহিত্য সভাৰ কিদৰে সৰ্ব্বভাৰতীয় সম্বন্ধ স্থাপন কৰা হৈছে। আন্তৰ্জাতি-সংস্কৃতিৰ ভাৰতীয় পি, ই, এন্ শাখাৰ জয়পুৰ অধিবেশনলৈ অসম সাহিত্য সভাকো নিমন্ত্ৰণ দি সন্মানিত কৰে। এই সময়ত সভাৰ পুজিত হাত নিদি নিজ খৰছতেই সেই অধিবেশনত

যোগদান দি অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ বিষয়ে অসম সাহিত্য সভাৰ সভাপতি স্বৰূপে এটি প্ৰবন্ধ পঢ়িবলৈ সুযোগ পাওঁ। একেবাৰে অচল হৈ থাকা ধৰা অনুষ্ঠান এটাৰ চকা ঘূৰাবলৈ কিমান শক্তি আৰু সহযোগৰ দৰকাৰ তাক নকলেও হব। তাতে যদি বাটত আকৌ বোকা মাটি এসোপাই চৰহা মাৰি ধৰে, তাক ঘূৰোৱা যে আৰু টান কাম, তাক ঘূৰাওঁতাসকলৰ বাউসীয়েহে জানে। এই খিনি কথা বিতংকৈ কোৱা হল, কেৱল সভা আৰু সন্মিলনৰ প্ৰভেদনো ক'ত, আৰু আমি বুজাৰ দৰে হয় নে নহয়, আপোনালোকেও যেন সেই কথা দকৈ ভাবি চায়।

এই ঠাই মোৰ জন্মস্থান। আঠৈকুৰি বছৰৰো অধিক কাল ইয়াত কটাই গলো! ইয়াৰ প্ৰতি ধূলিকণাৰ লগত মোৰ জীৱন সংশ্লিষ্ট। ইয়াত আজি মোৰ পুৰণি বন্ধু-বান্ধৱ, নমস্য সকল, নতুন চিনাকিৰ সমাবেশ হৈছে। জৰ্জ্জ স্কুলৰ প্ৰাঙ্গণ তো মোৰ পক্ষে তীৰ্থ-স্থানেই। গতিকে আজি মোৰ কম সৌভাগ্যৰ কথা নহয়। আজি মনত পৰিছে এই ঠাইৰ স্থানীয় কৃতী সন্তানসকলৰ জাতীয় জীৱনৰ বিভিন্ন ক্ষেত্ৰত সাধনাৰ কথা, মাতৃভূমি, মাতৃ ভাষাৰ সেৱাৰ কথা। স্বাধীন অসমৰ মটক, মৰাণ, চুতীয়া সম্প্ৰদায়ৰ লীলাভূমি এই ঠাইত বুৰঞ্জীয়ে আঙুলিয়াৰ পৰা অনেক কীৰ্ত্তি-কাহিনী বিস্মৃতিৰ গৰ্ভত সোমাই আছে। পৌৰাণিক আৰু আধুনিক সাহিত্য-সৃষ্টিৰ সজুলি এই ঠাইত যথেষ্ট পোৱা যাব। এই ঠাইৰ দাঁতিকাষৰত অসমীয়া সংস্কৃতিৰ পোহৰ পেলাই ফৰকাল কৰি তুলিবলৈ এতিয়াও অনেক ঠাই আছে। সেয়ে হৈ হুঠিলে তেনে জেকা ঠাইত অসমীয়া জাতি গেলেপা লগাৰ ভয়। সাহিত্যসেৱী সকলৰ পক্ষেও এই ঠাই তীৰ্থ সদৃশ হৈ আছে। সাহিত্য-ক্ষেত্ৰত আজন্ম সাধনা কৰি সিদ্ধি লাভ কৰা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ শেষ সমাধি লুইতৰ পাৰত এই ঠাইতে হয়। লুইতৰ লগতে আমিও এই পবিত্ৰ ক্ষণত এচলু তৰ্পণ যাচি তেওঁৰ আশীষ ভিক্ষা কৰোহঁক।

সন্মিলনৰ যোৱা অধিবেশনৰ পাছত আমি দেশৰ প্ৰবীন নবীন কেবাজনো কৃতী সন্তানৰ আৰু দেশ-সেৱকৰ সঙ্গ হেৰুৱাইছো। আজি তেওঁলোকৰ আত্মাই অন্তৰীক্ষৰ পৰাই আমাৰ কাৰ্য্য-কলাপ নিৰীক্ষণ কৰিব। অসমীয়া সাহিত্য-ক্ষেত্ৰত প্ৰস্ফুটিত পদ্ম পদ্মনাথ গোহাঞী বৰুৱা ; অসম সাহিত্য সভাৰ ভেটি শকতকৈ বান্ধোতা, অসম বিশ্ববিদ্যালয়ৰ পৰিকল্পনা বুকুত বান্ধি লৈ যাওঁতা অসমৰ নিৰ্ম্মল আকাশৰ জোন শৰৎচন্দ্ৰ গোস্বামী দেৱ ; লক্ষ্মীনাথৰ "বাঁহী" নিমাত হবলৈ নিদিয়া, অসম বিশ্ববিদ্যালয়ৰ কৰ্ম্মযোগতেই অকালতে তনু ত্যাগ কৰা মাধৱ বেজবৰুৱা ; দেশৰ পুৰাতত্ত্ব উদ্ঘাটনত অনুসন্ধিৎসু সৰ্ব্বেশ্বৰ কটকী দেৱ ; ইচলামৰ শান্তি ধৰ্ম্ম আজীৱন পালন কৰি দেশবাসীৰ শ্ৰদ্ধা লাভ কৰা মীৰ্জ্জা আবদুৰ ৰহমান বেগ চাহাব ; দেশৰ হকে জীৱন আহুতি দিয়া হেমচন্দ্ৰ বৰুৱা ; দেশ-সেৱক "কৃষ্ণ মামা" ; যোগেন্দ্ৰনাথ ; অসমীয়া হিন্দী সাহিত্যৰ যুগ্ম-আত্মা সাহিত্য-ক্ষেত্ৰত প্ৰতিফলিত কৰিবলৈ যাওঁতেই মৃত্যুঞ্জয়ী পণ্ডিত কমলনাৰায়ণ দেৱ, নৃশংস কীটে অকালতে কুটি পেলোৱা সাহিত্য-ফুলনিৰ ধোপাটি অমূল্য বৰুৱা ; সঙ্গীতৰ বিননিত লয় যোৱা আনন্দ ফুকন ; উঠি অহা মিৰি ডেকা চাৰুচন্দ্ৰ দলৈ ; আজন্ম কৈৱৰ্ত্ত সম্প্ৰদায়ৰ নৈতিক যুদ্ধৰ সেনাপতি পৰশুৰাম পাঠক ; শিক্ষাব্ৰতী

ৰাজেন বৰুৱা, নীলকান্ত বৰুৱা ; মহিলা জাগৰণৰ অগ্ৰণী হৈ কাম কৰা গিৰিবালা বৰুৱা ; সাহিত্য সভাৰ সেৱক হেমবৰ বৰা, আদি আৰু কতজন দেশৰ কৃতী সন্তান হেৰুৱাই অসম মাতৃৰ বুকৰ পোৰণি মাৰ যোৱা নাই ! তেওঁলোকৰ আত্মাৰ উদ্দেশ্যে আজি এচলু স্মৃতি অৰ্ঘ্য যাচিছোঁ।

সৰ্ব্বোপৰি ভাৰতীয় সংস্কৃতিৰ মূৰ্ত্তপ্ৰতীক পণ্ডিত মদনমোহন মালব্যজীৰ মহাপ্ৰয়াণত ভাৰতীয় সংস্কৃতিৰ জীৱন্ত প্ৰেৰণা স্মৃতি-পথৰ সম্বল হল। এই ঠাই এদিন মহাত্মা গান্ধীৰ পদাৰ্পণৰ দৰে, তেওঁৰ পদাৰ্পণতো শুচি হৈ আছে। সিদিনা ডক্টৰ আজিজুল হক্‌ চাহাবৰ অকাল মৃত্যুত ভাৰতীয় সংস্কৃতিৰ এজন সুপণ্ডিত আমি হেৰুৱালো। দেশৰ স্বাধীনতা আগবঢ়াই আনোতেই দুৱাৰডলিত বিহাৰগৌৰব অধ্যাপক আব্দুল বাৰি ঘাতকৰ হাতত নশ্বৰ দেহা দিলে। ইয়াতেই এদিন মহাবাহু ব্ৰহ্মপুত্ৰই উজাই আনি বনস্পতি সকলৰ জয়ধ্বনিৰ মাজত বৈজ্ঞানিক ঋষি জগদীশ চন্দ্ৰৰ দুটি পদৰেণু পেলোৱায়। ভাৰতৰ মুক্তিধ্যানত সমাধিস্থ হোৱা শ্ৰীনিবাস শাস্ত্ৰীৰ সৌম্য মূৰ্ত্তিৰ দৰ্শন এদিন এই ঠায়ে লভিছিল। সিংহ পুৰুষ প্ৰাতঃস্মৰণীয় মৌলানা মহম্মদ আলিৰ গোজৰণি এই ঠাইত আজিও যেন কাণত বাজিছে। পণ্ডিত জৱাহৰলাল নেহৰুৱে আজিৰ সম্মিলনৰ এই ঠাইতেই কতবাৰ বৃটিছ সাম্ৰাজ্য কঁপাই থৈ গল। সেই ভূঁইকপ আজিও হৈ আছে যেন লাগিছে। এনেখন ঠাইত অসম সাহিত্য সম্মিলনে আজি কেই ফালৰ পৰা কি ভাবৰ প্ৰেৰণা পাব পাৰে সেই কথা ভাবিলেও মনত আনন্দ পোৱা যাব।

যোৱা সম্মিলনতে সাহিত্য-সাধনা, সাহিত্য-ক্ষেত্ৰত বিভিন্ন "বাদ", প্ৰগতিশীলতা, অসম সাহিত্য সভাৰ বৰ্ত্তমান অৱস্থা, অসমীয়া সাহিত্যৰ এনে হীন অৱস্থা কিয়, আত্মবিশ্বাসৰ অভাৱেই ঘাই হেতু, আত্মবিশ্বাস লোপ পোৱাৰ কাৰণ কি, আত্মপ্ৰত্যয় লভিবৰ উপায়, আতঙ্কিত হবৰ ঠাই নাই, বঙলা ভাষাৰ গুৰি অসমীয়া ভাষা, ইংৰাজ আমোলত অসমীয়া ভাষা, অসমীয়া সংস্কৃতিত বাগি-কুঠাৰ, "পাকিস্তান" "বেঙ্গলীস্তান"ৰ দুঃস্বপ্ন, অসমীয়া সংস্কৃতি গ্ৰহণেই তাৰ প্ৰতিকাৰ, মৈমনচিঙীয়া পমুৱা সকলকৈ একাষাৰ, অসম বিশ্ববিদ্যালয়ৰ আৱশ্যকতা, পঢ়ুৱৈ সমাজৰ অভাৱ, গণসাহিত্যৰ দৰকাৰ, অসমীয়া ভাষাৰ প্ৰচাৰ, আমাৰ উপস্থিত কৰ্ত্তব্য, অসমীয়া সংস্কৃতিৰ অভিযান, অসম সাহিত্য সভাৰ ভৱিষ্যত—এই সকলোটি বিষয় সাধ্য অনুসৰি সমালোচনা কৰি দেখুৱাইছিলো। আজি সেই কথাকেই পুনৰ সমালোচনা কৰিব নোখোজো। আৰু একাষাৰ কথা কৈছিলো "মোৰ বোধেৰে অসমৰ বৰ্ত্তমান পাৰিপাৰ্শ্বিক অৱস্থাৰে চাই অসমীয়া ভাষা যুদ্ধৰ পিছতেই হাতত লবলগা সংস্কাৰৰ (Post-war Planning) ভিতৰত পৰিব।"

আজি সকলো বিষয়তে যুদ্ধোত্তৰ পৰিকল্পনা হৈছে। এই পৰিকল্পনা এৰি, যোৱা মহাসমৰত ঠকা-সৰকা হোৱা জগতৰ পুনৰ্সংগঠন অসম্ভৱ বুলি, আত্মঘাতী জাতি বিলাকে বেছ বুজিছে। বুজিও, আজি দুশ বছৰে মজ্জাগত হৈ পৰা বৈজ্ঞানিক ব্যভিচাৰৰ লিপ্সা এৰি দিব পৰা নাই। তপস্বিনী বেশ ধৰিছে যদিও, বৃদ্ধা বেশ্যাৰ মনৰ বিকাৰ এতিয়াও যোৱা নাই। এই মনৰ বিকাৰ সম্পূৰ্ণৰূপে নুগুচিলে, জগতে শাৰীৰিক নিকাৰ ভোগৰ হাত এতিয়াও নেসাৰে। যোৱা দুশ বছৰৰ বৈজ্ঞানিক তথ্যৰ অপপ্ৰয়োগেই এই বিকাৰৰ কাৰণ। ইয়াৰ একমাত্ৰ প্ৰতিষেধক হৈছে আন্তৰ্জাতিক সংস্কৃতিৰ ৰস-সেন্দুৰ মাৰি বেলেগ বেলেগ ধাতুৰ জাতিক

বেলেগ অনুপানেৰে খুৱাই সুস্থ কৰি তোলা। বেলেগ বেলেগ অনুপানেৰে এই একে পালি দিৰবেই সকলোকে সুজিব। এই সংস্কৃতিগত আদৰ্শক এতিয়া মজ্জাগত কৰি লব লাগিব। এনে কামত অসম সাহিত্য সভাৰ দৰে এটা জাতীয় সাংস্কৃতিক অনুষ্ঠানৰ কাম কি হব পাৰে এবাৰ দকৈ ভাবি চোৱা আমাৰ নিতান্ত কৰ্ত্তব্য।

এই যুদ্ধোত্তৰ পৰিকল্পনা যি কি নহওক, U.N.O. অৰ্থাৎ মিলিত জাতিসঙ্ঘই যি কি ব্যৱস্থা নকৰক, জাতি বিলাকৰ মনৰ গতি ঘুৰাব নোৱাৰিলে, জগতৰ শান্তি কেতিয়াও ৰক্ষা নপৰে, আকৌ অস্ত্ৰোপচাৰত এটোপা ৰক্তপাত হলেও, তাৰ পৰা শত ৰক্তবীজ জন্ম হব, এই কথা জগতৰ সত্যবাদী, জিতেন্দ্ৰিয় দেৱতুল্য লোক সকলে দিনৰ পোহৰৰ দৰে দেখিবলৈ পাইছে। ইয়াৰ প্ৰশমনৰ বাবেই Unesco অৰ্থাৎ আন্তৰ্জাতিক শিক্ষা-বিজ্ঞান-সংস্কৃতি সংসদৰ মাজেদি সকলো জাতিৰেই মনৰ ধঁৱলি-কুঁৱলী অৱস্থা দূৰ কৰি ছাঁটোকে বাঘটো দেখা মনৰ বিকাৰ দূৰ কৰিব। মনতেই স্বৰ্গলাভ, মনতেই নৰকৰ যন্ত্ৰণাভোগ যে এই কথাৰ সত্যতা প্ৰমাণ হব। বিজ্ঞানৰ মন্থনত ওলোৱা হলাহল খিনি কোনেও নোপোৱা ঠাইত থৈ জাতি-বৰ্ণ-ধৰ্ম্ম নিৰ্বিশেষে সকলোৰে মুখত অমৃতৰ ভাগ যাচিব। সংস্কৃতিৰ সূক্ষ্ম অনুভূতিয়েহে মহামানৱতাৰ একাত্ম-বোধ জন্মাব।

অলপতে দিল্লী মহানগৰীত বহি যোৱা আন্তৰেচীয়া সম্মিলনে (Inter-Asiatic Relations Conference) ইয়াৰেই সূচনা কৰিলে। এচিয়া মহাদেশে এই সত্য এদিন উপলব্ধি কৰিছিল বাবেই ৰাজনৈতিক সংঘৰ্ষই কোনো কালে চীন আৰু ভাৰতৰ দৰে প্ৰাচীনতম জাতিৰ সভ্যতা আৰু সংস্কৃতিৰ শিপা উঘালি চিন-মোকাম নাইকীয়া কৰিব পৰা নাই। এই বাবে ভাৰতীয় সংস্কৃতি হিমালয় লঙ্ঘি চীনৰ প্ৰাচীৰ ভেদ কৰি মহাচীনৰ মহান আত্মা স্পৰ্শ কৰিব পাৰিছিল। তাত ভাবৰ সংঘৰ্ষ হোৱা নাছিল বাবে ৰক্ত-মাংসৰ বিৰোধ ঘটিব পৰা নাছিল। প্ৰাচ্য সংস্কৃতিৰ উদাৰ মুক্ত আকাশৰ সৰ্বধৰ্ম-সমন্বয়ী এক মহান আত্মাৰ প্ৰভাৱে বৈচিত্ৰ্যময় এই মহাদেশ পৰিপূৰ্ণ কৰি থকা সকলো জাতিক স্বস্তি দিছিল। প্ৰাচ্য জগতত ধৰ্ম কেৱল বিশ্বাসৰে বস্তু নাছিল। ই প্ৰতি মুহূৰ্ত্ততে মানৱ জাতিৰ নিশ্বাস-প্ৰশ্বাসৰ মাজেদি আত্মাৰ ভিতৰ খোটালিত অহা-যোৱা কৰি থকা এক দৈৱিক শক্তি আছিল। এই নেদেখা আকৰ্ষণী শক্তিয়ে, আকাশৰ গ্ৰহ নক্ষত্ৰ বিলাক স্ব-স্ব স্থানত ৰখাৰ দৰে, প্ৰাচ্য জাতিবিলাকক, বাহিৰে সঙ্ঘবদ্ধ নোহোৱা সত্বেও, ক'তো ঠেকা-ঠেকি নলগাকৈ একেখন মহাদেশৰ অন্তৰ্ভূক্ত কৰি, এক বিচিত্ৰময় মানৱতাৰ সৃষ্টি কৰিছিল। ধৰ্ম, নীতি, সদাচাৰ এই মহাদেশত অনুভূতিতকৈ অধিকতৰ আচৰণৰ বস্তু আছিল। এই দৰে আচৰিত ধৰ্মই মানৱ সমাজক কোনো কালে আতঙ্কিত কৰা নাছিল। আচৰণৰ প্ৰত্যক্ষতাই মনৰ বিভীষিকা দূৰ কৰিছিল। মনৰ বিভীষিকা দূৰ হোৱাৰ বাবে প্ৰত্যেক জাতিৰেই আত্মদৰ্শন হৈছিল। আত্মদৰ্শনেই সমদৰ্শিতাৰ দিব্য দৃষ্টি। একেষাৰ কথাৰে কবলৈ হলে মহাত্মা গান্ধী আজি প্ৰাচ্য মহাদেশৰ অন্তদৃষ্টিৰ মহাঋষি, এই মহাদেশৰ মহামানৱতাৰ প্ৰতীক। তেওঁতেই জগতৰ আত্মবল এদিন নহয় এদিন কেন্দ্ৰীভূত নহৈ নোৱাৰিব। আজি বুদ্ধদেৱৰ অহিংসা, হজৰত মহম্মদৰ ভ্ৰাতৃত্ব, মহাপ্ৰভু যীশুৰ প্ৰেম—তেওঁতেই ত্ৰিবেণী-সঙ্গম হৈছে।

প্ৰতীচ্যৰ বৈজ্ঞানিক সভ্যতাই সেই দেশৰ জাতিসকলক এই দিব্যদৃষ্টি দিয়া নাছিল। প্ৰাকৃতিক দৈন্যতাৰ বাবে তেওঁলোকে মহৎ পাতক কৰি হলেও, দম্ভোদৰ ৰক্ষা কৰি চলাটোকে সাৰোগত কৰি লয়। বিজ্ঞানে ঢাহি-মুহি খোৱাৰ যন্ত্ৰ-পাতি গোটাই দি এই বৈজ্ঞানিক সিদ্ধি দিয়া কামত তেওঁলোকক সহায় কৰে। দাসী ঘৰণী হলে যিটো হয়, বিজ্ঞানেও আজি তাকে কৰিছে। আজি প্ৰায় দুশ বছৰে বৈজ্ঞানিক যন্ত্ৰপাতিৰ সভ্যতাৰ বিদ্যুৎ বেগে মানুহক আত্মস্থৰ ঠাইত অতিষ্ঠ কৰি তুলিলে। এই বিদ্যুৎ গতিয়ে পৃথিবীক চৰগ পৰা মানুহৰ দৰে আধাপোৰা কৰি এৰি দিছে। এটি আনৱিক শক্তিৰ আৱিষ্কাৰতেই জগতখন ফঁতে উৰাব পাৰি বুলি আকৌ আশঙ্কাৰ সৃষ্টি হৈছে। আতঙ্কিত অৱস্থাত মানুহে যিবিলাক অযুগুত কাম হঠাতে কৰি পেলায়, সেয়ে পুনৰ অভিনয় হোৱাৰ আশঙ্কা হৈছে। প্ৰতীচ্য জগতেও এতিয়া এই কথা অনুভৱ কৰিছে। তাতো মিলিত-জাতি-সঙ্ঘ (U.N.O.) আৰু মিলিত-জাতি-শিক্ষা-বিজ্ঞান-সংস্কৃতি-সঙ্ঘই (Unesco) এই বিষয়ে বিচাৰ কৰি বুজি উঠিছে যে যান্ত্ৰিক সভ্যতাৰ কোঢ়া মুঠিৰ হাত সাৰিব নোৱাৰিলে মানৱ জাতিৰ মুক্তিতকৈ বন্ধনহে সহজ হৈ পৰিব। ইয়াৰ হাত সৰাহে এতিয়া মানৱ ধৰ্ম হোৱা উচিত। সাম্ৰাজ্যৰ লোভ, উপনিবেশৰ মোহ এতিয়াও এৰিবলৈ টান পোৱা বাবেহে এই কথা ভালদৰে মুখ ফুটাই কব পৰা নাই। কিন্তু অন্তৰত গদাধৰে নিশ্চয় এই কথা গদিয়াই দিছে। সত্যৰ অপলাপ চিৰকাল হব নোৱাৰে। কল্কি অৱতাৰ, সপ্ত ম্লেচ্ছৰ যুঁজ, পৃথিবীখন বুন্দামাৰ, তাৰ পাছত সত্য যুগৰ পুনৰ প্ৰৱৰ্ত্তন—এই খিনিও শাস্ত্ৰৰ বচন। জগতে এই সত্য যুগৰ অপেক্ষা নকৰি নোৱাৰে। বেদ, বাইবেল্, কোৰানেও সেই বাক্য জগতক কাহানিবাই শুনাই থৈছে। এতিয়া এই সত্য কেৱল দাৰ্শনিকৰ চকুৰে চালেই নহব। নাইবা, বৈজ্ঞানিকৰ ৰঞ্জন ৰশ্মিৰে গৰ্ভৰ ভিতৰলৈকে দেখিলেও নচলিব। দৈনিক আচৰণত সি প্ৰতিফলিত হব লাগিব। ইমানেই বাকী আছে।

জগতৰ আন্তৰ্জাতিক পৰিস্থিতিয়ে এতিয়া আঙ লিয়াই দেখুৱাইছে যে মানৱ জাতিক ধ্বংসৰ পথৰ পৰা আঁতৰাই আনিবলৈ হলে যন্ত্ৰৰ ঠাইত মানুহজনক স্থাপন কৰিব লাগিব। বৈজ্ঞানিক সভ্যতাই পঞ্চেন্দ্ৰিয়ৰ কামৰ ভিতৰতে সেই মানুহজন দেখি আহিছে। কিন্তু, প্ৰকৃততে মানুহজন ইন্দ্ৰিয়-গ্ৰাহ্য বস্তু নহয়। মানুহজনে গ্ৰাহ্য কৰাৰ জোখাৰে হে ইন্দ্ৰিয়ৰ কাম হোৱা উচিত। অতীতত একো একো জাতিৰ সংস্কৃতিৰ মাজেদি এই মানৱতাৰ পৰিচয় পোৱা গৈছিল। আজিও, তাৰে পুনৰ প্ৰৱৰ্ত্তনেই ইন্দ্ৰিয়জাত সকলো সংঘৰ্ষ দূৰ কৰিব বুলি জগতে শলঠেকত পৰি বিশ্বাস কৰিছে। তৰ্কৰ বাট এৰি এই বিশ্বাসত উধাউ হলেই বৈকুণ্ঠলাভ নহৈ নোৱাৰে। সাংস্কৃতিক সভ্যতাৰ পুনৰ প্ৰৱৰ্ত্তনেই আন্তৰ্জাতিক আত্মপৰিচয়ৰ বাট সুগম হব—এয়ে বৰ্ত্তমান পৰিস্থিতিৰ পৰা পোৱা শিক্ষা। এই কামত প্ৰত্যেক জাতিৰ ভাষা আৰু সাহিত্যই অনুপ্ৰেৰণা দিবৰ জোখাৰে চিন্তাধাৰা বোৱাই দিব লাগিব। যথাৰ্থতে এই কথা অতি সঁচা। যোৱা দহ-বাৰ দিনৰ ভাবৰ আদান প্ৰদানতেই আন্তৰেচীয়া সম্মিলনত এচিয়া মহাদেশৰ জাতিবিলাকৰ মাজত সম্বন্ধ কিমান ঘনিষ্ঠ আছিল, ভাষাগত, ধৰ্ম্মগত, আচৰিত ৰীতি-নীতিত কিমান আত্মীয়তা আছিল, এয়ে ভৱিষ্যত সম্বন্ধ কিমান দূৰ আৰু ওচৰ কৰিলে, এই কথা ওপৰ চকুৱাৰ দৃষ্টিত ধৰা নপৰিলেও, অন্তৰ্দৃষ্টিত সেই কথা ফট্‌ফটীয়াকৈ দেখা গৈছে। এই সম্বন্ধ.

এতিয়া দৃঢ়তৰ হৈ আহিলে চীন, তিব্বত, শ্যাম, ব্ৰহ্মদেশৰ লগত সিদিনালৈকে অহা-যোৱা চলি থকা অসমৰ লগতো নানাভাবে আছিল, এই কথা প্ৰকাশ পাব। অসম সাহিত্য সভাৰো যে এই ক্ষেত্ৰত কাম নোলাব সেই কথা কব নোৱাৰি। এই বিষয়ে যোৱা সম্মিলনত কোৱা কথা এবাৰৰ পুনৰুক্তি দোষ ক্ষমা কৰে যেন। তাত কৈছিলো—"এই যুদ্ধৰ পিছতে অসম, চীন, বৰ্ম্মা আদি ঠাইৰ মাজত বেহা-বেপাৰ অহা-যোৱাৰ হেঙাৰ আৰু নাথাকিব। এই বিলাক ঠাইৰ মানুহৰ মাতকথা সমূলি বেলেগ যেতিয়া, অসমীয়া ভাষা শক্তিময় কৰি তুলিব পাৰিলে তেওঁলোক এই ভাষাৰ ভক্ত নহৈ নেথাকে। মনত ৰাখিব—পৰিব্ৰাজক-সম্ৰাট হিউয়েনচাঙে কি দেখি গল, কি মন্তব্য প্ৰকাশ কৰিছিল। চীন, তিব্বত, ব্ৰহ্মদেশত অসমীয়া সংস্কৃতিৰ নিদৰ্শনো নাই বুলি নাভাবিব। ভামো আইদেৱে ব্ৰহ্মদেশলৈ শুদা হাতে যোৱা নাছিল। অসমীয়া হুচৰি ঢোলৰ মাত এতিয়াও তাত শুনা যায়।"

ভাৰতৰ পূৰ্ণ স্বাধীনতাৰ লগে লগে, এই আন্তৰেচীয়া সম্মিলনৰ পাছত, এই বিলাক দেশৰ লগত দিনে-ৰাতিয়ে অহা-যোৱা চলিব, বেহা-বেপাৰ চলিব, সংস্কৃতিৰ আদান-প্ৰদান আকৌ হব। অসমৰ বুলনিয়েদি 'ষ্টিল্‌ওৱেলৰোডে' চীন আৰু ভাৰতৰ মাজত সদাগৰী মালকে নকঢ়িয়ায়, সেই বাটেদি উভয় দেশৰ মনোৰথো চলিব। এতিয়া অসমৰ দাঁতি-কাষৰীয়া পৰ্ব্বতীয়া ঠাইবিলাকত অসমীয়া ভাষাৰ বহুল প্ৰচলন নহলে, তাৰ বাবে গৱৰ্ণমেণ্ট আৰু দেশৰ নেতা সকলে ধাৰাবাহিক কাৰ্য্যপ্ৰণালী হাতত লৈ নিয়মমতে খৰচ বহন কৰি কাম নকৰিলে, অসম সাহিত্য সভাত সেই সম্বন্ধে দুই-চাৰি প্ৰস্তাৱ গ্ৰহণ কৰি, পাছত মাজে সময়ে প্ৰচাৰ কাম একো হোৱা নাই বুলি কাকতে-পত্ৰে সজভাবে হলেও, সমালোচনা কৰিলেও কোনো লাভ নাই। এই পৰিস্থিতিৰ কথা বিশেষকৈ ভাবি চাই ব্যয়সাপেক্ষ এই কামটো কি উপায়ে হাতত ললে সিজিব, এই সম্মিলনে সেই বিষয়ে কাৰ্য্যকৰী সিদ্ধান্ত লব বুলি আশা কৰা হল। মোৰ বোধেৰে এই কামত গৱৰ্ণমেণ্টৰ দায়িত্ব যথেষ্ট আছে, আৰু তাৰ লগে লগে ধনীসকলে পুজি টনকীয়াল কৰি দিব লাগিব, সাহিত্যিকসকলে প্ৰচাৰযোগ্য সহজ-সৰল, অৱস্থাৰ লগত খাপখোৱা, সেই বিলাক ঠাইৰ উপজাতি সকলৰ মন অসমীয়া জাতীয়ভাবাপন্ন কৰি তুলিব পৰা সাহিত্যৰ সৃষ্টি কৰি, অসম সাহিত্য সভাই এই কাম সংগঠিতভাবে কৰিবলৈ নিৰ্দ্দেশ আৰু সুযোগ দিয়া উচিত হব। যোৱা সম্মিলনত কোৱা দৰেই কব খোজো "অসমীয়া ভাষাৰ দঁতাল হাতীত উঠি এই সংস্কৃতিৰ অভিযান অসমৰ পৰ্ব্বতে-কন্দৰে, হাবিয়ে-বননিয়ে চলাব লাগিব।"

যেতিয়া ভাষাৰ ভেটিতেই সংযুক্ত স্বাধীন ভাৰতৰ প্ৰাদেশিক ৰাষ্ট্ৰবিলাক গঠন কৰা হব, সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰভাষা হিন্দুস্থানী হোৱাৰ দৰে, প্ৰাদেশিক ৰাষ্ট্ৰভাষাও যেতিয়া সেই সেই প্ৰদেশৰ মাতৃভাষাই হব, এতিয়া প্ৰাদেশিক ভাষা আৰু সাহিত্যৰ ঠাই আৰু আহল-বহল হব লাগিব। এতিয়া অসমীয়া ভাষা খিলঞ্জীয়া সাতামপুৰুষীয়া অসমীয়া মানুহৰেই হৈ থাকিব নোৱাৰিব। অসমত স্থায়ীভাৱে বসবাস কৰা পমুৱা-বহুৱা আদি লোকসকল, বেহা-বেপাৰ চাকৰি-বাকৰি কৰা লোকেও দাঁতি-কাষৰীয়া উপজাতি সকলেও অসমীয়া ভাষা ৰাষ্ট্ৰ-ভাষা হিচাপে শিকিবই লাগিব। অসমৰ পৰ্ব্বতীয়া ভাইসকলক ভিতৰি ভিতৰি উচটাই স্বকীয়া প্ৰদেশ বিচাৰিবলৈ, পানীৰ-ওটেঙা নেতা দুই চাৰিজনো তৈয়াৰ কৰি বৃটিছ কৰ্ম্মচাৰীসকলে আৰু তাৰ লগতে দেশৰ "বদন" দুই-

চাৰিয়ে যি অপচেষ্টা কৰি আহিছে সি কেতিয়াও সিদ্ধি নহয়। পৰ্ব্বতীয়া ভাইসকলৰ শিক্ষাদীক্ষা বৰ চতুৰ বিধৰ নহব পাৰে, কিন্তু মুক্ত আকাশৰ ওচৰ চপা পৰ্ব্বতৰ ওপৰৰ নিৰ্ম্মল বায়ু সেৱন কৰি স্বাধীন বতাহ কি তাক তেওঁলোকক বুজাবৰ সকাম নাই। আন্তৰেচীয়া সম্মিলনত ভুটানৰ প্ৰতিনিধি মিঃ দৰ্‌জিয়ে "মই নিচেই সৰু দেশ এখনৰ পৰা আহিছো। এচিয়া মহাদেশৰ সকলো জাতিলৈকে মোৰ পৰ্ব্বতীয়া দেশৰ নিৰ্ম্মল আৰু পৱিত্ৰ বতাহৰ দৰে নিৰ্ম্মল আৰু পৱিত্ৰ ভ্ৰাতৃত্বৰ সম্বৰ্দ্ধনা জনাইছো" বুলি সৰল উদাৰ পৰ্ব্বতীয়া জাতিসকলৰ মনোভাবকেই কৈছিল। পৰ্ব্বতীয়া ভাইসকলৰ বৰ্ত্তমান এয়ে মনোভাব। অপৱিত্ৰ দূষিত কূট-নীতিয়ে তেওঁলোকক বিপথে নি অন্ধকূপত পেলাব নোৱাৰে। স্বাধীন অসমৰ লগত কেতিয়াবা কলহে কলহে ঠেকা খোৱাৰ দৰে, সময়ে সময়ে সংঘৰ্ষ হৈছিল যদিও, মূঠতে সদায় বন্ধুতা-সূত্ৰত বান্ধখাই থকা এই সকল পৰ্ব্বতীয়া জাতিয়ে আজি বুজিবলৈ বাকী নাই যে অকলে থাকিলেই বিপদ; আৰু জৱাহৰলাল নেহৰুৰ দেশত, মহাত্মা গান্ধীৰ সত্য, অহিংসা, প্ৰেমৰ মন্ত্ৰত দীক্ষিত চল্লিছ কোটি ভাৰতবাসীৰ সঙ্গত থকাৰ গুণ আৰু উপকাৰ কি? খাচিয়া, জয়ন্তীয়া, গাৰো পৰ্ব্বত, নগা পৰ্ব্বত, মিকিৰ পৰ্ব্বত আদি অসমক চিৰকাল আবৰি থকা পৰ্ব্বতীয়া জাতিবিলাকৰ আজি স্বকীয়া সমস্যা আছে যদিও, অসমীয়া জাতিৰ মাজত থাকিহে তেওঁলোকে গা কৰিব পাৰিব বুলি খাটাং বুজিছে। মণিপুৰ, ত্ৰিপুৰা, কোচবেহাৰ পৰ্য্যন্ত অসমীয়া; গতিকে আজি স্বতন্ত্ৰবীয়া অসমে ভাষা-সমস্যা ভালদৰে সমাধান কৰিব লাগিব। এতিয়ালৈকে পৰ্ব্বতীয়া ঠাইবিলাকত অসমীয়া ভাষা দোভাষাৰ কথাৰ দৰে চলি আহিছে। কিন্তু অসমৰ নতুন ৰাষ্ট্ৰৰ ৰাষ্ট্ৰভাষা হিচাপে তেওঁলোকে অসমীয়া ভাষা ভৈয়ামৰ লোকসকলৰ দৰে শিকিলেহে সকলো প্ৰকাৰ উপকাৰ পাব। তেওঁলোকৰ নিজ নিজ বৈশিষ্ট্য ৰক্ষা কৰিও অসমীয়া জাতি হিচাপে অসমীয়া সংস্কৃতি আয়ত্ত কৰি বৃহত্তৰ অসমীয়া জাতি গঠন-কাৰ্য্যত সহায় হব লাগিব। গতিকে এতিয়া এই বিষয়ে আমাৰ যথেষ্ট দায়িত্ব আছে বুলি কব লাগিব। প্ৰাদেশিক গৱৰ্ণমেণ্ট আৰু অসম সাহিত্য সভাৰ দৰে অসমীয়া সংস্কৃতিৰ লগত সংশ্ৰৱ থকা অনুষ্ঠান বিলাকে এই বিষয়ে কাৰ্য্যকৰী পন্থা হাতত লোৱা উচিত হব। অসমীয়া সংস্কৃতিৰ এটি নতুন চিন্তাৰ ধাৰা বোৱাই দিব নোৱাৰিলে, কেৱল অসমীয়া ভাষা আৰু সাহিত্যৰ পুৰণা সংস্কৃতিৰ আলোচনাই তেওঁলোকৰ অন্তৰ স্পৰ্শ কৰিবলৈ যথেষ্ট নহব। এই বিষয়ে লোকৰ ধাৰ কৰা বিধৰ নহয়—যথাৰ্থতে, জাতীয় চিন্তাধাৰাক প্ৰগতিৰ প্ৰবাহমান সোঁতত পেলাই নৱোন্মেষ দিব পৰা সাহিত্য সৃষ্টি কৰিবলৈ এদল সাহিত্যিক বিশেষ ভাৱে গঢ়ি উঠা উচিত। পৰ্ব্বতীয়া ঠাই বিলাকত অসমীয়া ভাষা প্ৰচাৰ, এতিয়াৰ দৰে পাল-মৰা বিধৰ নহৈ যুদ্ধোত্তৰ পৰিকল্পনাৰ অন্যতম আঁচনি হোৱা উচিত বুলি মই ভাবোঁ। অসম সাহিত্য সভাই এই বিষয়ে গৱৰ্ণমেণ্টে জাপি দিব খুজিলে আৰু সহায় কৰিলে যি কোনো দায়িত্ব লবলৈ বোধ কৰো পিছ নুহুহকিব।

অসমত "বিদেশী" বুলি যি এটা সমস্যাই অসমীয়া সংস্কৃতিৰ ওপৰত বাগীকুঠাৰ মাৰিবলৈ প্ৰকৃততে এটা বিদেশী গৱৰ্ণমেণ্টে হাতত কুঠাৰ তুলি দিছিল, আজি সেই সমস্যা পূৰ্ব্বৰ গঢ়ত নাই বুলি মই বিশ্বাস কৰিছো। আজি অসমত তথা কথিত "বিদেশী" বঙালীসকলেও বৃহত্তৰ "বঙ্গস্থান"ৰ স্বপ্ন নেদেখি বৃহত্তৰ অসমৰ কথাই যাতে দিঠক হয় তাকেই কামনা কৰিছে বুলি

মোৰ অনুমান হয়। তেওঁলোকে বঙালী ছাত্ৰয়ো অসমীয়া বাধ্যতামূলকভাৱে শিক্ষা উচিত বুলি প্ৰস্তাবাদি পৰ্য্যন্ত গ্ৰহণ কৰিছে। তেওঁলোকে আজি নেতাজী সুভাষৰ বহল বুকুত শৰাইঘাটৰ লাচিতৰ কলডিলীয়া কলিজাটো দেখিছে। এতিয়া অসমত থকা আন প্ৰদেশৰ সকলো সম্প্ৰদায়ে বৃহত্তৰ অসমৰ সংস্কৃতিত নিজ চিন্তাধাৰা বোৱাই দি ব্ৰহ্মপুত্ৰৰ সোঁত আৰু কোবাল কৰি তোলা কৰ্ত্তব্য বুলি ভবা যেন লাগে। মোৰ বোধেৰে এই সন্ধিক্ষণত সকলোৱে অনুভৱ কৰিছে ভাৰত-জননীক স্বাধীনতাৰ সিংহদুৱাৰেদি যি ভাষা বা ভাবেৰেই আগ বঢ়াই অনা নহওক, তাত মাতৃপূজাৰ কোনো ব্যাঘাত নঘটে। গোলামী অৱস্থাত ইমান দিনে কোনো প্ৰদেশৰ মানুহেই কোনো প্ৰদেশক শ্ৰদ্ধাৰ চকুৰে চাবলৈ থল নেদেখিছিল। পি, ই, এন্ সম্মিলনৰ যোৱা জয়পুৰ অধিবেশনত তৰ্কসভাত পণ্ডিত জৱাহৰলাল নেহৰুৱে মনৰ দ্বিধা গুচাই দেখুৱাই দিয়ে যে ভাৰতৰ প্ৰাদেশিক সাহিত্য যিমানেই পৰিপুষ্ট হয়, সৰ্ব্বভাৰতীয় একতাই সিমানেই বল পাব। কথাটো সঁচা নহয় জানো? একেগৰাকী মাতৃৰ স্তন পান কৰা সন্তানৰ ভ্ৰাতৃত্বভাব স্তন্যপানৰ লগে লগে স্বভাৱতে আহিব। শ্ৰীহট্ট জিলাখন অসমৰ পৰা বাদ দিয়া যিটো সমস্যা আছিল তাৰো জটিলতা অনেক দূৰ কমি আহিছে। সন্তোষৰ কথা, অসমীয়া জাতিৰ তেজ-মঙহ কাছাৰ জিলাৰ ভাইসকলে নিজক সৰ্ব্বতোভাৱে অসমীয়া বুলি অসমীয়া ভাইসকলৰ লগতে "সমষ্টি" ভুক্তিৰ সমানে প্ৰতিবাদ কৰি প্ৰতিৰোধ কৰাৰ সংকল্প লৈছে। তেওঁলোকৰ প্ৰতি এতিয়া অসম গৱৰ্ণমেণ্টৰ আৰু অসম সাহিত্য সভাৰো সাংস্কৃতিক পুনৰ্গঠনৰ কৰ্ত্তব্যই দেখা দিছে বুলি কব লাগিব। এতিয়া সুৰমা উপত্যকাত থকা স্থায়ী অসমীয়া গাওঁবিলাকত অসমীয়া ভাষাৰে অসমীয়া লৰা-ছোৱালী বিলাকক পঢ়াশালিতো শিক্ষা নিদিয়াৰ অন্যায় অবিচাৰ আজি পৰ্য্যন্ত দূৰ কৰা নহল। যি হওক, এতিয়াৰ পৰা অসম গৱৰ্ণমেণ্টে কাছাৰ আৰু সেইবিলাক ঠাইত তাৰ অধিবাসীসকলৰ লগত পৰামৰ্শ কৰি এই অভিযোগৰ প্ৰতিকাৰ কৰিব বুলি আশা কৰিলো। অসম সাহিত্য সভাই এই বিষয়ে গৱৰ্ণমেণ্টৰ লগত সহযোগ কৰি কাম কৰিবলৈ সাজু আছে। আন কি, ছিলটীয়া ভাইসকলেও বঙ্গদেশতকৈ অসমৰ সংস্কৃতিৰ লগত হে তেওঁলোকৰ বেছি সম্বন্ধ বুলি অনেকে মত প্ৰকাশ কৰিছে। গতিকেই অসমীয়া ভাষা প্ৰাদেশিক ৰাষ্ট্ৰভাষা হিচাপে এতিয়া বৃহত্তৰ অসমত চলাব লাগিব। হয়তো, সময়ত ছিলটীয়া ভাই সকলেও কাৰ্য্য গতিকে এই কথাত যোগদান দি বঙ্গদেশভুক্ত হবলৈ ইচ্ছা নকৰিবও পাৰে। এইটো ঠিক, স্বাধীন অসমত দুটা প্ৰাদেশিক ৰাষ্ট্ৰভাষা কেতিয়াও চলিব নোৱাৰে। অসমীয়া জাতিয়ে স্বাধীনতা হেৰুৱাই যি অস্বাভাৱিক ভাষা-বিভ্ৰাটৰ মাজত অৰ্দ্ধশতাব্দীৰো ওপৰ কাল নিজ সংস্কৃতিৰ মূলতে বাগিকুঠাৰ মৰা চাই থাকিল, এতিয়া স্বাধীনতা পোৱাৰ পাছতো স্ব-ইচ্ছাই তেনে আত্মঘাতী কাম কৰিব সেই কথা একেবাৰেই অসম্ভৱ বুলিয়েই যেন স্পষ্টভাৱে সকলোৱে বুজি থয়।

অসমত থকা বঙুৱাসকলৰ মাজত অসমীয়া ভাষা সোমাই পৰিছে যদিও ভালদৰে গালগা নাই। সি একৰকম মিহলি অসমীয়া হৈ আছে। এতিয়া তেওঁলোকৰ মাজত নিয়ম-মতে অসমীয়া ভাষাৰ পঢ়াশালি যথেষ্ট দিয়া উচিত আৰু তাত অসমীয়া ভাষা প্ৰচাৰৰ বাবে ভাল দিহা হব লাগে। অসমীয়া সাহিত্য সভাৰ জৰীয়তেও এটা কাম হব পাৰে, যদিহে

প্রচাৰৰ বাবে বিশেষ সাহায্য পোৱা হয়। নহলে এই ব্যয়সাপেক্ষ কাম প্রস্তাৱৰ বলত হৈ উঠা টান বা সহজ সমালোচনাই তাৰ বাট দেখুৱাই দিব নোৱাৰে।

অসমৰ পমুৱা সমস্যা ইমান জটিল হৈ নুঠিলহেতেন যদি পমুৱাৰ শতকৰা ৯৫ জনেই মৈমনচিঙীয়া মুচলমান নহলহেতেন। এওঁলোকে অসমীয়া ভাষা গ্রহণ কৰি সৰ্ব্বতোভাবে অসমীয়া হৈ থাকিবলৈ সম্পূর্ণ আগ্রহ দেখুৱাইছিল। "বাতৰি"ৰ পাতে পাতে তেওঁলোকৰ শুদ্ধ অসমীয়াত লিখা খা-খবৰ, প্ৰৱন্ধ, আন কি, অসমীয়া কবিতায়ো ঠাই পাইছিল। "সংৰক্ষিণী" সভাৰ সভ্য, শাখা সভাৰ কাৰ্য্যকৰী সমিতিত তেওঁলোকে সোমাই কাম কৰিবলৈ আগ বাঢ়িছিল। কিন্তু আমাৰ নেতাসকলৰ অদূৰদর্শিতা ইফালে এই চলতে "পাকিস্তানৰ" দোহাই দি সাম্প্রদায়িক ভাবে সহজ ৰাজনৈতিক ক্ষমতাৰ অধিকাৰী হবলৈ বিচৰা লীগ নেতা-সকলে পমুৱা সমস্যাটো সাম্প্রদায়িক সমস্যালৈ ঢাল লোৱাই পাছত সাম্প্রদায়িক সংঘৰ্ষৰ টিঙিৰি কৰি তুলিলে। এতিয়া তাৰ জুয়ে কিদৰে কোবাব খুজিছে সেই কথালৈ এই নেতাসকলে ভালদৰে মন কৰিছে নে? এতিয়াও "পাকিস্তান"ৰ পৰিকল্পনা অসমত এজন অসমীয়াও জীয়াই থাকে মানে, বাহিৰৰ আক্রমণে সফল কৰি তুলিব, এনে দুঃসাহস এৰি, ইচলামৰ শান্তি ধৰ্ম্মত কলঙ্ক নানে যেন। এই কামত অসমীয়া মুচলমান ভাইসকলে প্রতিৰোধ দিয়া আৰু বেছি কৰ্ত্তব্য বুলি ভাবো। এই বিষয়ে যোৱা সম্মিলনত অৰণ্যত ৰোদন হলেও, কৰ্ত্তব্য ভাবি মৈমনচিঙীয়া ভাইসকললৈ সৰল ভাৱে যিথিনি কথা কৈছিলো এতিয়াও সেই কথা তেওঁলোকক দকৈ ভাবি চাবলৈ কওঁ। তেওঁলোকক চিৰকাললৈ অসমীয়া মানুহৰ লগত মিলিব নোৱাৰা কৰি থৈ কেইজনমান নেতাই নিজে ৰাজনৈতিক ক্ষমতা লাভ কৰি নিজ স্বাৰ্থ সিদ্ধি কৰিবলৈ, তেওঁলোকক কেৱল বিপদত পেলাইছে। অসমীয়া ভাষা গ্রহণ কৰি, বলেৰে 'পাকিস্তান' কৰিবৰ উদ্দেশ্যে আহি সোমোৱাসকলক ঠাই নিদি, অসমীয়া হৈ তেওঁলোকে অসমীয়াৰ সকলো স্বত্ত্ব বিচাৰক তাত কাৰো আপত্তি থাকিব নোৱাৰে। অসমত কোনো কালে হিন্দু মুচলমানৰ কি সামাজিক, কি অৰ্থনৈতিক, কি ধৰ্ম্মগত কোনো ৰকম সংঘৰ্ষ নাছিল আৰু অসম আকৌ স্বাধীন হলেও তেনে অৱস্থালৈ নাহিব। অসমত মুচলমানৰ স্বকীয়া স্বাৰ্থ নাই। অসম দেশ অসম স্থান হৈয়েই থাকিব। ইয়াত "হিন্দুস্থান" বা "পাকিস্তান"ৰ নামত সংঘৰ্ষৰ অপৱিত্ৰ স্থান কৰিবলৈ যোৱাসকল মাত্ৰ নৰকলৈ যাব। অসমীয়া জাতি কি হিন্দু, কি মুচলমান—এই অসমতেই অসমী আইৰ কোলা শুৱাই শান্তিৰে বসবাস কৰিবলৈ সক্ষম হবই হব। মাজতে অলপমান বিঘিনি ঘটিব পাৰে। এতিয়া ইচলাম ধৰ্ম্মত প্রকৃত বিশ্বাসী অসমীয়া মুচলমান আৰু হিন্দু ধৰ্ম্মতো বিশ্বাসী অসমীয়া হিন্দুৰ ঘাই কৰ্ত্তব্য হব লাগিব মৈমনচিঙীয়া সকলৰ মাজত অসমীয়া ভাষা প্রচাৰ কৰি তেওঁলোকক অসমীয়া ভাবাপন্ন কৰি তোলা।

খৃষ্টান মিছনেৰীসকলে অসমীয়া ভাষা সাহিত্যত আদিতে যি দান দিলে অসমীয়া জাতিয়ে তাক পাহৰিব নোৱাৰে। কিন্তু আজি কিছু কালৰ পৰা তেওঁলোকৰ কোনো কোনো মিছনে অসমীয়া ভাষা পৰ্ব্বতীয়া ঠাইত কেৱল মাত্ৰ ৰোমান আখৰৰ সহায়ত চলাই পাৰ্ব্বতীয়া ভাইসকলক নামত অসমীয়া শিকাই কামত অসমীয়া সংস্কৃতিৰ ওচৰ চাপিবলৈকো বাধা দিছে। এইবিষয়ে তেওঁলোকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ কেবাবাৰো চেষ্টা কৰিছো যদিও, তাত তেওঁ-

লোকে ভ্ৰূক্ষেপ কৰিছে বুলি মনে নধৰে। যি হওক, বন্ধু ভাবেই তেওঁলোকক কব খোজো। মহাপ্ৰভু যীশু আমাৰো মহাগুৰু। পৰ্ব্বতীয়া ভাইসকলক ধৰ্ম্ম দিয়ক, কিন্তু বিজতৰীয়া কৰি তুলিব নোৱাৰে। অসমীয়া জাতিৰ সবল অঙ্গ এটাক এইদৰে পঁয়া লগাবলৈ আমি কেতিয়াও এৰি দিব নোৱাৰো। সময়ৰ সঙ্কেত তেওঁলোকে নলয় যদি, শেহত কাৰ ক্ষতি হব তেওঁলোকেই ভাবি চাওক।

সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰভাষা প্ৰচাৰ সম্বন্ধে এষাৰ কথা কব খোজো। সকলো কথাই নতুনতে যিদৰে মানুহৰ মন বৰকৈ আকৰ্ষণ কৰে, আজি হিন্দুস্থানী শিকাটোও একৰকম 'ফেশ্যন' হৈ পৰিছে। মহাত্মাই অন্তৰ্দৃষ্টিৰে নোচোৱাকৈ আজিলৈকে কোনো কামত হাত দিয়া নাই। কেচুৱাতে লৰা-ছোৱালীয়ে যি মাত-কথা সদায় শুনে আৰু কয় সেয়ে সিহঁতৰ ভৱিষ্যত চিন্তাধাৰাৰ বাহন হৈ পৰে। কাজেই প্ৰাথমিক শিক্ষাৰ অৱস্থাত যদি ৰাষ্ট্ৰভাষাৰ ওপৰত জোৰ দিয়া যায়, তেন্তে লৰা-ছোৱালীৰ মাতৃভাষাৰ প্ৰতি ৰাপ কমি অহাৰ ভয়। এই কাৰণে মহাত্মাৰ নিৰ্দ্দেশ আছিল যে এই অৱস্থাত অৰ্থাৎ লৰা-ছোৱালীৰ এষাৰ বয়সলৈকে হিন্দুস্থানী নিশিকাব। এতিয়া অসমীয়া ভাষা আৰু সাহিত্যৰ ভৱিষ্যত শ্ৰীবৃদ্ধি কামনা কৰাসকলে আৰু শিক্ষাবিভাগৰ গুৰি ধৰোঁতাসকলে এই কথা যেন দকৈ চিন্তা কৰি চায়। প্ৰাথমিক শিক্ষাৰ অৱস্থা পাৰ হলে হিন্দুস্থানী বাধ্যতামূলক কৰি জোখাৰে কেইটামান শ্ৰেণীলৈকে পঢ়ুৱা উচিত হব। তাৰ পাছত সাহিত্য হিচাপে পঢ়া সুকীয়া কথা।

যোৱা সম্মিলনত আৰু এষাৰ কথা কৈছিলো "অসম বিশ্ববিদ্যালয় স্থাপনৰ লগে লগে অসম সাহিত্য সভাৰ সম্বন্ধ কাশী বিশ্ববিদ্যালয়ৰ লগত "নাগেৰী প্ৰচাৰিণী সভাৰ" সম্বন্ধৰ দৰে হোৱা উচিত হব। এতিয়াৰ পৰা সেই আদৰ্শ আগত ৰাখি আমাৰ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক সকলক লৈ অসম সাহিত্য সভাই এটি মণ্ডলী (Council) স্থাপন কৰি বিশেষ বিশেষ বিষয়ত দখল থকা সকলৰ একোখন স্থায়ী বোৰ্ড পাতি এতিয়াৰ পৰা ওখ ধৰণৰ সাহিত্য, বিজ্ঞান, দৰ্শন, ইতিহাস, অৰ্থনীতি, ৰাজনীতি আদি বিষয়ৰ নানা পুথি দেশ-বিদেশৰ তথ্য আহৰণ কৰি গবেষণামূলক কৰি উলিয়াবলৈ কল্পনা কৰক। তাৰ বাবে সুকীয়া ফণ্ড সৃষ্টি কৰিবৰ উপায় উদ্ভাৱন কৰিবলৈ যত্নপৰ হওক। অসম বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি অসম সাহিত্য সভাই হে নিৰ্দ্ধাৰিত কৰিব। অসম সাহিত্য সভাৰ পৰা পৰীক্ষা দি উপাধি পোৱা সকলৰ হে অসমীয়া পঢ়াবলৈ অসম বিশ্ববিদ্যালয়ৰ অধীনত থকা শিক্ষালয় বিলাকত দিয়া হব, এনে বিলাক পৰিকল্পনা এতিয়াৰ পৰা কৰিবলৈ ধৰক। অসম সাহিত্য সভা, আদৰ্শ-বাওনা নহলে, অসমীয়া সংস্কৃতিয়ে আকৌ মহাবাহু ব্ৰহ্মপুত্ৰৰ দৰে অসম দেশ ঢৌৱাই নিব। ব্ৰহ্মপুত্ৰৰ সোঁতৰ যিদৰে বিৰাম নাই, এই সংস্কৃতিৰ সোঁতো সেই দৰে বৈ যাব।"

অসম বিশ্ববিদ্যালয় শৰাইঘাটৰ গড়ৰ গাতে আউজি হোৱাৰ পৰিকল্পনা কৰা হৈছে যদিও আৰু সেয়ে, সকলো দৃষ্টিভঙ্গীৰে চালে, অতি যোগ্য ঠাই হব বুলি নিঃসন্দেহে কব খোজো, তথাপি সি ৰাতিতে হৈ উঠা গড়টোৰ দৰে একে দিনাই হৈ নুঠে। অসম সাহিত্য সভাতো উল্লিখিত কামখিনিৰ কাৰণে সময় আৰু সাধনাৰ দৰকাৰ। সাহিত্যিক আৰু দেশনেতাসকলৰ অসম সাহিত্য সভালৈ আন্তৰিক শ্ৰদ্ধা থকা উচিত। তাত উভয়ৰ যোগ্যতা আৰু সন্মান বাঢ়িব।

এই খিনিতে এটা কথা পাহৰিলে নচলিব। সাহিত্য জাতীয় সম্পত্তিহে। এই কাৰণে ই সদায় ৰজাঘৰত লালিত-পালিত হৈ আহিছে। বিক্ৰমাদিত্যৰ গৌৰৱ-মণ্ডিত কিৰিটীত "নৱৰত্ন"ই হে শোভিছিল। এলিজাবেথিয়ান্ যুগ চেক্সপীয়াৰেহে যুগমীয়া কৰিলে। আকবৰৰ দিব্য দৃষ্টিয়ে হে হিন্দু মুচলমান সংস্কৃতিৰ অপূৰ্ব্ব সংমিশ্ৰণত এক বিচিত্ৰ ভাৰতীয় সংস্কৃতিৰ সৃষ্টি কৰিলে। অশোকৰ স্তম্ভত হে বৌদ্ধধৰ্ম্ম আজিও ধ্যান-স্তিমিত-লোচন হৈ অহিংসাৰ মৰ্ম্মবাণী প্ৰচাৰ কৰিছে। বঙ্গদেশৰ নৱাবসকলৰ পৃষ্ঠপোষকতা নোপোৱা হলে ৰবীন্দ্ৰনাথৰ আবিৰ্ভাৱ হয়তো আৰু পঞ্চাছ বছৰ পাছলৈ গলহেতেন। আজিও সেই কথা খাটিব। অৱশ্যে এই জনসাধাৰণৰ যুগত অকল মন-সাহিত্য হলেই নচলিব, জন-সাহিত্যৰো বহলভাবে প্ৰচাৰ হব লাগিব। ৰাইজে পতা গবৰ্ণমেণ্টৰ দায়িত্ব বাঢ়িছে। এতিয়া জন-গণ-মন অধিকাৰ কৰিব পৰা সাহিত্য, সংস্কৃতিৰ সৃষ্টি নহলে গণতান্ত্ৰিক ৰাষ্ট্ৰ অন্ধ-ধৃত-ৰাষ্ট্ৰ হব। তেনে ৰাষ্ট্ৰ দেশৰ বাহু-বলী শতপুত্ৰয়ো স্থায়ী কৰিব নোৱাৰিব। দেৱভাষাৰ ৰামায়ণে ৰামক বনবাসৰ হাত সৰুৱাব নোৱাৰিলে। সংস্কৃত মহাভাৰতে কুৰুকুলক ধ্বংসৰ পথৰ পৰা বিমুখ কৰাব নোৱাৰিলে। কিন্তু, আজি জনসাধাৰণে বুজা ৰামায়ণ গৈ ঘৰে ঘৰে ৰামৰাজ্যৰ আদৰ্শ চকুৰ আগত জিলিকাইছে। মহাভাৰতে 'ধৰ্ম্মৰ জয় অধৰ্ম্মৰ ক্ষয়' কাণে কাণে কৈ ফুৰিছে। অসমীয়া সংস্কৃতিৰ উন্নতি-বিধান কামত সহায় কৰা, ৰাইজৰ গৱৰ্ণমেণ্টৰ আজি অপৰিহাৰ্য্য কৰ্ত্তব্য।

তৰুণ লিখক-লিখিকাসকলো আগবাঢ়ি আহক। তেওঁলোকক ৰস থকা চকুৰে অসমীয়া সংস্কৃতিৰ ভবিষ্যত বহুদূৰলৈকে দেখিবলৈ পাব। তেওঁলোকৰ লিখনীয়ে জাতীয় চিন্তাধাৰাত এটা নতুন উন্মাদনা আৰু উন্মেষদিয়ক। জাতিৰ পৰি অহা মন আকৌ ঠন ধৰি উঠিব। অসম সাহিত্য সভাৰ লগত তেওঁলোকৰ প্ৰগতিশীল মনৰ সংযোগ হলে সভাৰ স্থৱিৰতাও সতকাই আহিব নোৱাৰে। গছৰ কুঁহি কেইটি, পাত কেইখিলা, শাখা প্ৰশাখা বিলাক সমানে বাঢ়ি নাহিলে সেই গছৰ গুৰিও শকত হোৱা টান। সেয়ে নহলে গা-গছ জোপাই বিস্তাৰ লাভ কৰি যথেষ্ট সুৱদি ফল দিব নোৱাৰে।

পুথি প্ৰকাশক আৰু ব্যৱসায়ীসকলেও সঙ্ঘবদ্ধ হৈ সহজ সৰল গণ-সাহিত্যৰ উপযোগী সস্তীয়া পুস্তিকা, সেই দৰে সঙ্ঘবদ্ধ এশ্ৰেণী লিখকৰ হতুৱাই লিখাই জনসাধাৰণৰ মাজত পঢ়ুৱৈ সমাজ সৃষ্টি কৰালে তেওঁলোকৰ ব্যৱসায়ো চলে আৰু লগলে দেশত সাহিত্য প্ৰচাৰো হয়।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ঘাই কাম হব অসমীয়া সংস্কৃতিৰ শকতিৰ শকত ভেটিত জাতি-বৰ্ণ-ধৰ্ম্ম নিৰ্ব্বিশেষে সকলোৱে জীৱন গঢ়ি তুলিবলৈ আহল-বহল কৰ্ম্মক্ষেত্ৰ তৈয়াৰ কৰা। তেনেস্থলত কটন কলেজত এতিয়াও অসমীয়াই এম-এ শ্ৰেণীত যুদ্ধোত্তৰ পৰিকল্পনাতো নপৰাত জাতীয় গৱৰ্ণমেণ্ট এই বিষয়ে শ্ৰদ্ধাবান বুলি কবলৈ টান পাইছো। এটা জাতিৰ সংস্কৃতি ধনৰ বিনিময় নহয়। মুঠতে, জনশিক্ষা অসম বিশ্ববিদ্যালয়, অসমীয়া সংস্কৃতিৰ যি কোনো অনুষ্ঠানৰে পৃষ্ঠপোষকতা যদি যুদ্ধোত্তৰ পৰিকল্পনাত আগভাগ নেপায়, অসমীয়া জাতিয়ে যি কোনো গৱৰ্ণমেণ্টকে জাতিৰ অনুকূলে গৈছে বুলি নধৰে। এটা জাতিৰ সংস্কৃতি ত্ৰিশঙ্কু অৱস্থাত থকা বস্তুও নহয়। সিও দেশৰ নিৰবচ্ছিন্ন মাটি-ভেটি বিচাৰে। এতিয়া অসমীয়া ভাষা গ্ৰহণ কৰি অসমীয়া জাতি হিচাপে একে জাতীয় মনোবৃত্তি লৈ থাকিব খোজা বাহিৰৰ লোক সকলক

খিলঞ্জীয়া আইনৰ (Naturalisation Act) মতে হে মাটিবাৰী দিয়া স্থিৰ কৰক। বেলেগ জাতি, বেলেগ ধৰ্ম্ম বা সম্প্ৰদায়ৰ ভেটিত স্থকীয়া ভাবে থাকিব খোজাসকলৰ এখন দেশৰ ভূ-সম্পত্তিত কোনো স্থায়ী অধিকাৰ থাকিব নোৱাৰে।

অসমত পাঠ্যপুথি নিৰ্ব্বাচন কমিটীত এই কামৰ যোগ্যতা আৰু অধিকাৰ থকাসকল সংখ্যাধিক্য নহয়। গতিকে মূৰৰ কাম প্ৰায় হাতেই কৰি আহিছে। তাতে আকৌ অসম গৱৰ্ণমেণ্টে চৰকাৰী হিচাপে পাঠ্যপুথি যুগুত কৰি প্ৰকাশ কৰাৰ এটা নতুন প্ৰস্তাৱ চলিছে বুলি শুনা কথা সঁচা হলে সি আৰু অদূৰদৰ্শিতাৰ কাম হব। গৰকাপ্তানি বিভাগৰ "প্লেন্" আৰু "ইষ্টিমেট"ৰ দৰে সংস্কৃতিতো তেনে কোনো সাচঁত মৰা বিধৰ কাম হব নোৱাৰে। অৱশ্যে এতিয়ালৈকে আমাৰ পাঠ্যপুথিবিলাক জাতিৰ দাসত্বৰ খৎ হৈ চলিছে সেই কথা সচাঁ। কিন্তু তাকে আমি স্বাধীনতাৰ "প্ৰমিচৰি নোট" কৰি তুলিব লাগিব। তাৰ মূল্য নিৰূপণ হব লাগিব চিন্তাৰ স্বাধীন বজাৰত। চৰকাৰী বজাৰত তাৰ মূল্য হ্ৰাস বা বৃদ্ধি কৰা অস্বাভাৱিক কথা হব। পাঠ্যপুথিৰ কাম ছাত্ৰৰ মনৰ পুংটো ফুটাই দি চাৰিওপাৰ ওপচাই পেলোৱা। খুন্দি খুন্দি মনটোত কবাল এটা মৰাই পানীৰ ডোং এটা কৰি এটা খৰতেই তলি ওলাই পৰা বিধৰ কাম নহয়। পাঠ্যপুথিয়ে মনৰ তাজমহল তোলাত হে সহায় কৰিব লাগে, তাৰ একোছটা শিলকুটা কামতেই লগাই থলে, শিলৰ গুৰি পৰি চকুৰ পীড়া হে বঢ়োৱাৰ সম্ভৱ, মমতাত জন্ম হোৱা মমতাজ-তাজমহলৰ মূৰ্ত্ত-স্বপ্ন দিঠকত দেখা কামত সহায় নকৰে। গোটেই ফুলনিখনত সোমাই নিজে ছিঙি অনা বছা ফুলকেইপাহীৰে মালা গুঠিব পৰা কথাত হে মালিনী। লোকে আনি দিয়া ফুল কেইপাহ বটিয়াগচত স্থমালেই মালিনী নহয়। অৱশ্যে যিটো শিক্ষা বৰ্ত্তমান আমাৰ শিক্ষানুষ্ঠানবিলাকত দিয়া হয় তাত 'ফৰমাছ' দিয়া শিক্ষাই চলিছে। গতিকে পাঠ্যপুথিয়ে হাঁহিবলৈ কলে লৰাই হাঁহিছে, কান্দিবলৈ কলে কান্দিছে। মনে কিন্তু দুয়োটা কথা সমানে এৰাইছে। শিক্ষাৰ্থী সদায় "মধুকৰী"। মৌ মাখিয়ে মধু আহৰণ কৰোঁতে যি দৰে গমলাত থোৱা ফুল বিলাকৰ মৌ কাচিত হে আনে, এজন শিক্ষাৰ্থীয়েও পাঠ্যপুথিৰ কথা কেইটাৰ পৰা প্ৰকৃত জ্ঞান আহৰণ নকৰে। পাঠ্যপুথি স্বাধীন সাহিত্যিকৰ স্বাধীন চিন্তা-প্ৰসূত হব লাগে। গৱৰ্ণমেণ্টে মনোনীত কৰা গ্ৰন্থকাৰৰ বিষয়-বস্তুৰ তালিকাখন চাই জুখি-মাখি কোনো এটা উদ্দেশ্যত খাপ খোৱাকৈ লিখা পাঠ্যপুথিৰ শুকান পাত কেইখিলাত জ্ঞানৰ পূৰ্ণ বিকাশ হব নোৱাৰে।

মহাপুৰুষ শঙ্কৰদেৱৰ "পঞ্চ-শত-বাৰ্ষিকী" সোঁৱৰণী গ্ৰন্থাৱলী, দেখা গল, ব্যয়সাপেক্ষ কথা। খ্যাতনামা সাহিত্যিকসকলে এই কামত আগ বাঢ়িব বুলি এতিয়াও অসম সাহিত্য সভাই আশা কৰিছে। সেয়ে হৈ নুঠিলেও, অসম সাহিত্য সভাই কোনো প্ৰকাৰৰ এটা দিহা কৰা উচিত হব। চিত্ৰাঙ্কন, নৃত্যগীতত এক ৰকম গন্ধৰ্ব্বলোক অসমভূমিত এতিয়ালৈকে কোনো এটা লাগতীয়াল কলা বিদ্যালয় স্থাপন নহল। অথচ প্ৰাচীন কামৰূপী নৃত্যগীত এতিয়াও লেখৰ বস্তু। এতিয়াও তেনে এটা অনুষ্ঠান গৱৰ্ণমেণ্টে স্থাপন কৰা উচিত হব। যি দুই চাৰি জন তৰুণ শিল্পীৰ প্ৰতিভা ভাল দৰে প্ৰকাশ পাব পাৰিলেহেঁতেন, সেইটোৰ জোখাৰে উৎসাহ পোৱা নাই আৰু নিজেও শিল্পীৰ অহৈতুক আনন্দ লৈ মিলিতভাবে সঙ্ঘ স্থাপন কৰি কাম কৰিব পৰা নাই বুলি অনুমান হয়। এই বিষয়ে দেশবাসীৰ দৃষ্টি আকৰ্ষণ কৰিলো।

পৰিকল্পিত প্ৰাদেশিক সীমা পৰিবৰ্ত্তনৰ সময়ত সংস্কৃতিৰ ফালৰ পৰা অসমৰ সীমা নিৰ্দ্ধাৰণ বিষয়ে আপোনালোকে এটা সুচিন্তিত মত দিয়া উচিত বুলি ভাবো। বিদেশী গৱৰ্ণমেণ্টে প্ৰদেশে প্ৰদেশে সীমাবৈৰী কৰিলেও, মাটিৰ গুণে ঘাই শিপাৰ বস সীমাৰ বাহিৰলৈ যোৱা পুলিপোখাই এতিয়াও টানি আছে। গণ-পৰিষদৰ সীমানিৰ্দ্ধাৰণ কমিছনৰ ওচৰত সময় থাকোঁতেই অসমৰ সদস্যসকলে ভালদৰে কথাটো মীমাংসা কৰিবলৈ দেশবাসীৰ মতামত ললে ভাল হব।

অসমীয়া জাতিৰ সংস্কৃতিৰ বিষয়ে ওপৰত উল্লেখ কৰা কাম বিলাক কোনো এটা অনুষ্ঠানে কৰিব পৰা বিধৰ নহয়। সমালোচনাৰেই ইয়াক সিদ্ধি কৰা টান। এতিয়া সংহতিহে কাৰ্য্যসাধিকা এই কথা সকলোৱে হৃদয়ঙ্গম কৰিবৰ সময় হল। ইয়াৰ ভিতৰত সৰহখিনি কামতেই গৱৰ্ণমেণ্টৰ আৰ্থিক সাহায্যৰ দৰকাৰ। নিউজিলেণ্ড, অষ্ট্ৰেলিয়াৰ দৰে গৱৰ্ণমেণ্টে এটা সুকীয়া ফাণ্ড সৃষ্টি কৰক। অৱশ্যে সংস্কৃতি কেনি ঢাল লব লাগে গৱৰ্ণমেণ্টে তাৰ নিৰ্দ্দেশ দিয়া উচিত নহয়। দিলেও, ৰজা কেনিউটে সাগৰক নিৰ্দ্দেশ দিয়াৰ দৰে হব। এটা জাতিৰ সংস্কৃতিয়ে হে ৰাষ্ট্ৰৰ গঢ় দিয়ে। এটা জাতিয়ে স্বাধীন চিন্তাৰ জোখাৰে হে স্বাধীনতা ভোগ কৰিব পাৰে। এতিয়া গৱৰ্ণমেণ্ট আৰু ব্যৱস্থাপক সভাৰ সদস্যসকলে কি কৰা উচিত, এই সংস্কৃতিৰ ফালৰ পৰা আপোনালোকে কাৰ্য্যকৰী প্ৰস্তাৱ দিলে ভাল হব যেন লাগে। বাতৰি কাকত কেইখনেও এই বিষয়ে ৰাজহুৱা মত সৃষ্টি কৰিব বুলি আশা কৰিলো। তদুপৰি বৰ্ত্তমানে থকা সাংস্কৃতিক অনুষ্ঠানবিলাকেও গৱৰ্ণমেণ্টক মতামত জনালে ভাল হব।

শিৱসাগৰ সম্মিলনৰ পাছৰ পৰা অসম সাহিত্য সভাই মুঠে নতুন এজন আজীৱন সভ্যৰ ১০১৲ টকাৰ ভিতৰত এটকাৰে কাম আৰম্ভ কৰে। আজি তেওঁলোকে পূৰ্ব্বৰ সম্পূৰ্ণ আদায় দিয়া আজীৱন সভ্যৰ ১১ জনৰ ঠাইত ৮৮ জন, পূৰ্ব্বৰ আংশিক দিয়া ৪ জনৰ ঠাইত ২৫ জন, পূৰ্ব্বৰ সাধাৰণ সভ্য ৪৭ জনৰ ঠাইত ৫৪৬ জন কৰিছে। আজীৱন সভ্যৰ পৰা পোৱা ৰিজাৰ্ভ ফাণ্ড অলপ কম বেছি ১০,০০০ দহ হাজাৰ, গৱৰ্ণমেণ্ট-গ্ৰাণ্ট, শাখা সভা, সাধাৰণ সভ্যৰ বৰঙণিৰ পৰা থকা ১৭০০৲ সোতৰশ টকাৰ কিছু অধিক, যোৱা ৩১ মাৰ্চ্চত মূৰামূৰি সময়ত পোৱা গ্ৰাণ্ট ১৫০০৲ পোন্ধৰ শ—সৰ্ব্বমুঠ প্ৰায় ১৩॥ সাড়ে তেৰ হাজাৰৰ ওচৰাউচৰি। কামৰ ভিতৰতো যিখিনি হৈছে কাৰ্য্যবিৱৰণীয়ে দেখুৱাব। যোৱা অধিবেশনত পূজ্যপাদ আউনিআটীয় অধিকাৰ গোস্বামী প্ৰভুৰ প্ৰতিশ্ৰুত ১০,০০০৲ দহ হাজাৰ টকাৰ ট্ৰাষ্ট ফাণ্ডৰ পৰা কলা বিষয়ক কাম হাতত লবলৈ সভাই অধিকাৰ প্ৰভুৰ লগত আলোচনা কৰিছে। শ্ৰীযুত শৈলেন্দ্ৰপ্ৰসাদ বৰুৱা দেৱে তেওঁৰ স্বৰ্গীয় পিতৃ দেৱতা ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াৰ স্মৃতিত যি ১০,০০০ দহ হাজাৰ টকাৰ ট্ৰাষ্টৰ প্ৰতিশ্ৰুতি দিয়ে তাৰেও শিশু-বিশ্বকোষ যুগুত কৰা কাম স্থিৰ কৰা হৈছে।

অসমীয়া সাহিত্য সভাৰ অহা বছৰত প্ৰথম কাম পৰ্ব্বতীয়া, দাঁতি-কাষৰীয়া, পমুৱা, বনুৱা আদি ভাইসকলৰ মাজত ধাৰাবাহিক কাৰ্য্যপদ্ধতিৰে অসমীয়া ভাষা প্ৰচাৰ কৰাটোকে বুলি ভাবো। এই বিষয়ে গৱৰ্ণমেণ্টে অহা বছৰ অন্ততঃ একলাখ টকা সাহায্য দিয়া নিতান্ত দৰকাৰ। গৱৰ্ণমেণ্টৰ মনোনয়ন সাপেক্ষে অসম সাহিত্য সভাই সেই বিলাক ঠাইত স্থায়ীভাবে কাম কৰিবলৈ এখন আঁচনি লৈ কামত আগ বাঢ়িব লাগিব। ভাষা আৰু সংস্কৃতিৰ মাজেদি

জাতীয় ঐক্য আনি আন আন অৰ্থনৈতিক আদি সমস্যাত তেওঁলোকক নিজ নিজ স্বাধীনতা দিয়া উচিত।

যোৱা বছৰ হাতত লোৱা অসম্পূৰ্ণ কামখিনি এই বছৰ সম্পূৰ্ণ কৰা আৱশ্যক। এই দুটা যাই কামৰ উপৰি আন আন কি কাম কৰিব পাৰি সেই বিষয় সভাই নিশ্চয় ভাবি চাব। মোৰ বোধেৰে, বৰ্ত্তমান সন্ধিক্ষণত দেশৰ সমস্যাবিলাক জনসাধাৰণে বুজিব পৰাকৈ দুই-চাৰিখন সৰু পুস্তিকাও যুগুত কৰা উচিত। মুঠতে সম্মিলনে অহা বছৰলৈ জুখি-মাখি যাই কেইটামান কামৰ প্ৰস্তাৱ লৈ সভাক নিৰ্দ্দেশ দিলে ভাল হব যেন অনুমান হয়। সুৰমা উপত্যকা আদি ঠাইত থকা অসমীয়া গাওঁবিলাকত অসমীয়া পঢ়াশালিত কোনো প্ৰকাৰৰ সাহায্য বা অসমীয়া পঢ়ুৱা ব্যৱস্থা, কি লোকেলবোৰ্ড, কি গৱৰ্ণমেণ্ট কোনেও কৰা নাই। এই বিষয়ে কিমান আপত্তি কাকতে-পত্ৰেও ওলাই গৈছে। অথচ আমাৰ অসম ব্যৱস্থাপক সভাৰ এজন সভ্যয়ো এনে এটা নীতিমূলক কথাতো এটা কৰ্ত্তন প্ৰস্তাৱ দি ব্যৱস্থাপক সভাত গৱৰ্ণমেণ্টৰ পৰা সন্তোষজনক উত্তৰ এটা নিবিচাৰিলে। অসম সাহিত্য সভাৰ কান্ধত গৱৰ্ণমেণ্টে কৰিবলগীয়া কামটো জাপি দিবলৈ ওপৰে ওপৰে সকলোৱে বিচাৰে যে, সেইটো বৰ বেছি দায়িত্ব দিয়া বুলি ভাবো।

সুধী সমাজ! সভাপতিৰ আসনৰ পৰা যি দুআষাৰ কথা কলো, সি নিশ্চয় যথেষ্ট হোৱা নাই। সেই অভাৱ আপোনালোকৰ আলোচনাৰ মাজত দূৰ হব বুলি মই আশা কৰিলো। এই সন্ধিক্ষণত অসমীয়া সংস্কৃতিৰ ভৱিষ্যতলৈ লক্ষ্য কৰি মনৰ সৰ্ব্ববিধ দুৰ্ব্বলতা দূৰ কৰি "ধানটোৱে প্ৰতি কণটো, মানুহটোৱে প্ৰতি মনটো" বোলা বুঢ়ালোকৰ বচন ফাকি নিৰ্ভুল হলেও, ধাননি এখনহে, সমষ্টিগত মানুহ এজনৰ দৰেহে এই সত্যও আমি অনুভূতিৰ মাজলৈ আনি এতিয়া কাম কৰিবৰ সময় হল। চেনেহী ভাষা-জননীৰ সৌম্য মূৰ্ত্তি যেন চকুৰ আগত প্ৰকাশ পাইছে। অসমীয়া সংস্কৃতিৰ এটা নতুন যুগ আহিছে বুলি যেন কোনে কাণে কাণে কৈ গ'ল। পৰ্ব্বতৰ বুকুত লাগি তাৰেই প্ৰতিধ্বনি হৈছে। লুইতৰ পাৰত তাৰেই ৰিং মাৰ গৈছে। অসমৰ সুপ্ত লুপ্ত গৌৰৱে সাৰ পাই নিজৰ তন্দ্ৰাৱস্থাৰ কথা ভাবি লাজ পাইছে। জাতিৰ অগ্ৰদূত ভৱিষ্যতৰ কাণে কাণে মাতৃৰ অমোঘ বাণী শুনাই থৈ আহিবলৈ আকৌ জয়-যাত্ৰা আৰম্ভ কৰিছে। দ্বিধাৰ ঠাই নাই, অবিশ্বাসৰ বিশ্বাসঘাতকতাৰ কথা শুনি পাপত লিপ্ত হবৰ এইটো ক্ষণ নহয়।

সিদিনা মহাভাৰতৰ ইন্দ্ৰপ্ৰস্থত, তাতেই আকৌ মোগল সভ্যতাৰ মিলন-ভূমি দিল্লী মহানগৰীত, বৈজ্ঞানিক যুগৰ নতুন দিল্লীত, আন্তৰ্জ্জাতীয় সংস্কৃতিৰ যি মহাযজ্ঞ হৈ গ'ল, জাতি-বৰ্ণ নিৰ্ব্বিশেষে যি আহুতি দিয়া হ'ল, মহাত্মা গান্ধীৰ মহান্ আত্মাৰ স্পৰ্শত যি কল্যাণৰ বাণী তাত সমস্বৰে উঠিল, সেয়ে যেন অসমীয়া সংস্কৃতিৰ নৱোন্মেষ হওক, অসম দেশ বাণী মুখৰিত হৈ, সৰ্ব্ব ধৰ্ম্ম, সৰ্ব্ব সংস্কৃতিৰ প্ৰেৰণাৰ পূত স্থান হৈ উঠক, এয়ে সৰ্ব্বনিয়ন্তা নেদেখা জনৰ চৰণত প্ৰাৰ্থনা।

বাণী জয়তু।

---

# একবিংশ অধিবেশন

মাৰ্ঘেৰিতা—১৯৫০ চন, ১১,১২ মাৰ্চ

## সভাপতি—শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধুৰী

উপস্থিত ভাই-ভনীসকল!

মোক আপোনালোকে "অসম সাহিত্য-সভা"ৰ ২১ শ অধিবেশনৰ সভাপতি পাতি মাৰ্ঘেৰিটালৈ মাতি আনিছে। কিন্তু আপোনালোকে মোৰপৰা কি কথা শুনিব বুলি আৰু কি বস্তু পাবলৈ আশা কৰি এই দায়িত্বপূৰ্ণ বাবলৈ মোক বাছি বিচাৰি বুটলি আনিছে মই নাজানোঁ। সাহিত্য কি আৰু কেনে বস্তু, বৰণ কলা নে বগা, সোৱাদ মিঠা নে তিতা, দেখিবলৈ মোহ লগা নে ঘিণ লগা, শুনিবলৈ কেৰ্কেৰিয়া নে সুখলগা লৱনু, তাৰো মোৰ জ্ঞান নাই। মোৰ প্ৰায় গোটেইটো জীৱন দেশৰ গাওঁ-ভূই, চহৰ-নগৰ, নদী-পৰ্ব্বত, বাট-ঘাট, ঘৰ-চোতাল খলক লগাই শান্তি ভঙ্গ কৰা কথাবিলাক, লিখাবিলাক, প্ৰচাৰবিলাক, কোনোৱে কয় বলিয়াৰ বলকনি, কোনোৱে কয় বহুৱাৰ ভাও, কোনোৱে কয় কাণ্ডজ্ঞানহীন মহামূৰ্খৰ চিঞৰ-বাখৰ, কোনোৱে কয় দায়িত্বহীন চেলেপুৰ অসভ্যালি, উদ্ভণ্ডালি, অশিষ্টাচাৰ। কিন্তু কাৰো এই মন্তব্যবোৰলৈ কেৰেপ নকৰি মই কেৱল দিন-ৰাতি তাকেই গাই বজাই ফুৰিছোঁ। টঙনীয়াই মাৰি শেষ কৰি থলেও কাউৰ কুকুৰে নিজৰ মাত-কথা এৰিব নোৱাৰে। মোৰো তেনে অৱস্থা। মোৰ সেই বলকনি, ভাও, চিঞৰ-বাখৰ, উদ্ভণ্ডালি, অসভ্যালি, অশিষ্টাচাৰবোৰৰ লগত সাহিত্যৰ কি সম্বন্ধ,—সাহিত্য-মন্দিৰৰ দুৱাৰ দলিত থিয় হব পৰা বস্তু কিবা সেইবোৰত আছে নে নাই, তাকো মই নাজানো। তেনেস্থলতো, তেনে এজনকেই যেতিয়া আপোনালোকে এই বিদ্বজ্জন পৰিশোভিত মহাসভাৰ নেতৃত্ব কৰিবলৈকে মাতি আনিছে, তেতিয়া আপোনালোকৰ প্ৰত্যেক জনকেই মোৰ লগৰেই, মোৰ শ্ৰেণীৰেই একো গৰাকী বুলি ধৰি লৈ, মোৰ সেই একে সুৰতেই গাই বিৰাট সমকণ্ঠ জগাই তুলিবলৈকে আপোনালোকক আহ্বান জনাই, সেই একেষাৰ কথাকেই আজিও মই আপোনালোকক সংক্ষেপতে শুনাম। কাৰণ, বৰ্ত্তমানত সেইষাৰৰ বাহিৰে আন সম্পত্তি মোৰ হাতত নাই। আশা কৰিলোঁ, সমশ্ৰেণীৰ সহানুভূতিৰে কথা কেষাৰ অলপ মন দি শুনিয়েই নহয়, মনে-প্ৰাণে গুণি উপলব্ধি কৰি প্ৰতিক্ৰিয়াৰ ৰূপ দেখুৱাই মোক কৃতাৰ্থ কৰিব। আজি কথাৰ ফুলজাৰী ফুটোৱা বতৰটো কামৰ উন্মাদনাত গৈ শেষ হল। নহলে, জী থকা অধিকাৰৰ একো ব্যৱস্থা নাই। সেইবাবে, কথাতকৈ মোৰ ইয়াত কামৰ ইঙ্গিতহে থাকিব। ভাষা জ্ঞানৰ পৰাও মই বঞ্চিত। মনত যি উঠে হুলুকাই তাকে কৈ পেলোৱাটোৱে মোৰ স্বভাৱ। যদি মোৰ ব্যৱহৃত ভুল ভাষাৰ আঘাতে কাৰো গাত বিন্ধা দিয়ে, তাৰো বাবে ক্ষমা খুজিলো।

সাহিত্য সম্বন্ধে মোৰ জ্ঞান নহলেও,—তাৰ লগত সম্বন্ধ ঘটোৱা সৌভাগ্যৰ পৰা মই বঞ্চিত হলেও,—সাহিত্যৰ ৰূপ সম্পৰ্কে মোৰ অনুভূতিত মাজে সময়ে কিছু উপলব্ধিয়ে দেখা দিয়া যেন মই গম পাওঁ। সেই গমটো, দ্বিৰুক্তি দোষেৰে কণ্টকিত হোৱা যেন দেখিলেও, একেষাৰ কথাকেই ৰকমাৰি প্ৰকাশ ভঙ্গীৰ কছৰৎ দেখুওৱাৰ মতলৱেৰে মই কৈ যাম,—কিন্তু আপোনালোকৰ ধৈৰ্য্যচ্যুতি ঘটাবলৈকে নহয়, মোৰ নিজস্ব খেয়ালৰ তৃপ্তি পলুৱাবলৈকেহে।

সাহিত্য সম্বন্ধীয় মোৰ সেই উপলব্ধিটোৱে যেন দবিয়াই ডাঠকৈ মোৰ অন্তৰত ধ্বনিবিলাক তোলে,—(১) আত্মবিকাশৰ প্ৰচণ্ড চিকুৰত উদ্ভৱ হোৱা সমস্যাৱলী সমাধানৰ তৃপ্তিদায়ক চেষ্টাটোৱেই সাহিত্য,—(২) সীমা ৰেখাৰে আৱদ্ধকৃত আত্মাৰ অসীমাত্মাত মিলন ঘটোৱা ৰসময় প্ৰচেষ্টাৰ আকুল আবেগত প্ৰস্ফুটিত হৈ উঠা জীৱন সৌন্দৰ্য্যৰ জাতিষ্কাৰ ৰূপ—(৩) জীৱনৰ লীলায়িত প্ৰতিবিম্ব,—(৪) ৰহস্যময় জীৱনৰ বৈচিত্ৰ্য প্ৰকাশৰ পৰিকল্পনা-প্ৰসূত নিত্য নতুনৰ লৱণু বিকাশ,—(৫) অপূৰ্ণতাৰ বেষ্টনী ভাঙি জীৱনক পূৰ্ণতাৰ ৰসাপ্লুত আনন্দত থিতি কৰা প্ৰয়াসৰ তেজোদ্দীপ্ত আকুলতা,—(৬) দৃশ্যমান জগতৰ জটিলতাৰ লগত অদৃশ্যমান জগতৰ সমন্বয় ঘটাই আত্মানন্দ উপভোগ কৰা ৰসবীজৰ অঙ্কুৰন্ত সঁফুৰা,—(৭) অসীম ধিয়াই চলা অবিশ্ৰান্ত পথত নিত্য নতুনৰ হিল্লোল তুলি উদ্দীপ্ত প্ৰেৰণাৰে মানৱ মনক ক্ৰমে বহললৈ আগবঢ়াই নিয়াৰ সতেজ ইঙ্গিত। আন শ্ৰেণীৰ জীৱৰ ভিতৰতো এনে কিবা সাহিত্য থাকিব পাৰে। কিন্তু মই ইয়াত কেৱল মোৰ মানৱ সাহিত্য উপলব্ধিৰ কথাহে কৈছোঁ। নাজানো, সাহিত্যাধিকাৰী বিদ্বজ্জনৰ মনত সাহিত্য সম্বন্ধীয় মোৰ এই উপলব্ধি খিনি কেনেদৰে ব্যাখ্যাত হয়। সাহিত্য সম্বন্ধীয় মোৰ এই উপলব্ধিটো আৰু কেবা ৰকম ভঙ্গীৰে প্ৰকাশ কৰিব পাৰি।

বাহিৰ-ভিতৰৰ সহজ অবাধ আদান-প্ৰদানতেই সৃষ্টি বিকাশৰ সম্পূৰ্ণতা আৰু আনন্দও। মূলত এটা নে দুটা সেই তৰ্ক মই ইয়াত তুলিব খোজা নাই। আজি মই মানৱীয় দৃশ্যমান জগতত থিয় দিহে এই কথা কৈছোঁ। ভিতৰ বাহিৰৰ পাৰস্পৰিক অবাধ আৰু অবিৰল সহযোগ সহানুভূতিতেই সৃষ্টি বীজৰ সুসুপ্ত পাহীবিলাক জাগৰণ পাই বিচিত্ৰভাৱে ৰূপায়িত হৈ উঠে। বাহিৰৰ সহ-মিলনতেই ভিতৰৰ সুপ্ততাই সঞ্জীৱিত হৈ বাহিৰত বিচিত্ৰ ৰূপেৰে সৃষ্টিৰ সৌন্দৰ্য্য বিকীৰণ কৰে। বাহিৰ-ভিতৰৰ অন্তৰঙ্গ আদান-প্ৰদানৰ হিল্লোল নুঠিলে সৃষ্টিৰ পৰিপূৰ্ণ আনন্দই পৰিতৃপ্তি পোৱাৰ পথত আগ বাঢ়িব নোৱাৰে। বাহিৰ-ভিতৰৰ সমিলমিলত আকাৰমান হৈয়েই হওক, নাইবা ভাৱমান হৈয়েই হওক, ৰেখাঙ্কনত ধৰা পৰি পৰিকল্পনাৰ যি ধাৰণাটোৱে মানৱৰ ৰসপূৰ্ণ অধিকাৰত থিতি লাভ কৰে, সেয়ে সাহিত্য। সেই বাবে, বাল্মিকীৰ ৰামায়ণ, ব্যাসৰ বেদান্ত, মহাভাৰত, ভাগৱত, ত্ৰিকালজ্ঞ ঋষিসকলৰ উপনিষদচয়, বুদ্ধৰ ত্ৰিপিটক, খৃষ্টৰ বাইবেল, মহম্মদৰ কোৰাণ, মহাত্মা গান্ধীৰ সত্যাগ্ৰহ, শ্ৰীশঙ্কৰ মাধৱৰ কীৰ্ত্তনঘোষা নামঘোষা, চাজাহানৰ তাজমহল, অজন্তা আলোড়াৰ কাৰুকাৰ্য্য, চিত্ৰাঙ্গদা ৰাফেলৰ চিত্ৰৰাজি, নাৰদৰ সঙ্গীত, উৰ্ব্বশীৰ নৃত্য, গন্ধৰ্ব্বৰ বাদ্য আৰু বৈজ্ঞানিকৰ যান্ত্ৰিক বিকাশ, সকলোবোৰ সাহিত্য কলাৰ ভিন ভিন ৰূপ,—ভিতৰ-বাহিৰৰ মিলনাবেগত পৰিস্ফুট হোৱা আত্মিক বিকাশ। ভিতৰ-বাহিৰৰ সম্মিলন প্ৰভাৱত মানৱ মনৰ নিত্য নতুন সৃষ্টিৰ

আত্মানন্দ লোভী পৰিকল্পনাক ভাৱা আৰু বং ৰেখাঙ্কনত আবদ্ধ কৰি লৈ তাক স্থায়িত্ব দিবলৈকে কৰা সফল চেষ্টাটোৱেই মানৱ সাহিত্য। য'ত এই ক্ৰিয়াৰ উপলব্ধি নাই,—ভিতৰ আৰু বাহিৰত পাৰস্পৰিক আদান-প্ৰদানৰ সতেজ আকুল প্ৰতিক্ৰিয়া নাই,—অনুভূতি উপলব্ধিয়ে সাৰ্থকতা বঞ্চিত হৈ ৰুদ্ধ পথত পৰি আছে, তাত নিত্য নতুন সৃষ্টিৰ বিচিত্ৰ প্ৰকাশ-ভঙ্গীও ব্যৰ্থ হৈছে। গতিকে, সাহিত্যৰ নৱ সৃষ্টিৰ সৌন্দৰ্য্য আৰু সান্ত্বনাও তাত জন্মা নাই।

য'ত আত্মজ্ঞান, আত্ম-বিশ্বাস, আত্মশ্ৰদ্ধা, আত্মসন্মানৰ মৰ্য্যাদা নাই, উপলব্ধি নাই, তাত আত্ম-জাগৰণো নাই। য'ত বাহিৰৰ ধুমুহাত উদ্বেলিত হৈ উঠা জীৱনৰ সুপ্ত সাগৰ নাই, তাত নতুন সৃষ্টিৰ হিল্লোল কলৰৱো নাই,—মানৱ জীৱন বিচিত্ৰ ভাবে ৰূপায়িত হৈ উঠা আকুলতাও নাই। গতিকে, নিত্য নতুনৰ ৰসময় আনন্দ লৈ ৰমক জমক ৰূপত ফুলি উঠিবলৈ তাত ক্ষেত্ৰও নাই।

সাহিত্য বস্তুটো জীৱনৰ প্ৰতিবিম্ব। যি জীৱনৰ যেনে ৰূপ, তাৰ লিখাত তেনে প্ৰতিবিম্বই পৰে। জীৱনত আত্মজ্ঞান, আত্ম-বিশ্বাস, আত্মশ্ৰদ্ধা, আত্মমৰ্য্যাদাৰ অনুভূতিটো যিমানেই স্পষ্ট, প্ৰখৰ আৰু সতেজ হৈ ৰ্বৰ্ত্তিব, সেই জীৱনৰ বিৰাট উজ্জ্বল প্ৰতিবিম্ব বুকুত লৈ তিমানেই মহান সাহিত্যৰ সৃষ্টি হব। সেই সাহিত্যইহে মানৱীয় মনোজগতত একচ্ছত্ৰী অধিকাৰ থাপি, মানৱৰ সকলো দুৰ্ব্বলতা, অপূৰ্ণতা, কলুষ, ক্লেদ, গ্লানি, নীচতা, ভীৰুতা, ক্লেশ দৈন্য ধ্বংস কৰি তাক নিখুঁত মানৱীয় ৰূপত প্ৰকৃতিস্থ কৰি তুলিব। সেয়ে বিশ্ব-মানৱীয় সাহিত্য। সাহিত্যৰ উদ্দেশ্য, মানৱক প্ৰকৃত মানৱীয় গুণত মহানভাবে পৰিশোভিত কৰি তোলা। যি সাহিত্যৰ এই পৰিকল্পনা নাই, সি মানৱীয় সাহিত্য নহয়—অমানৱীয় কু-সাহিত্য,—সাহিত্যৰ নামত মানৱত্ব ধ্বংসকাৰী কলুষ ভৰা মনৰ বিষোদ্গাৰ। সাহিত্য সম্বন্ধে মোৰ এয়ে উপলব্ধি। নাজানো কৃতী সাহিত্য-পণ্ডিতসকলৰ ধাৰণাত মোৰ এই উপলব্ধিৰ কিবা মিল আছে নে নাই। নাথাকিলেও, মোৰ তাত ভাবিবলগীয়া একো নাই। কাৰণ, সাহিত্য সম্বন্ধে মোৰ একো জ্ঞান নাই বুলি মই আগতে কৈ থৈছোঁ।

সাহিত্য বোলা বস্তুটো বৰ বিশাল। কৈ অন্ত কৰিব নোৱাৰি। যি সাহিত্যৰ বিষয়-বস্তুটো হৈছে অনন্তৰূপী বিৰাট ব্ৰহ্মাণ্ড,—নিত্য নতুন সৃষ্টি-বৈচিত্ৰ্যৰ অফুৰন্ত ধল,—গুহ্যতকৈও গুহ্যতম মনোজগত, তাৰ সম্বন্ধে কৈ অন্ত কৰিব যোৱাটো মোৰ দৰে অসাহিত্যিকৰ ধৃষ্টতা বুলি মই জানো। সেইটো মহা বিদ্যাধাৰী মহা পণ্ডিতসকলৰ কাম। গতিকে, বিষয়টো এই-খিনিতে থুপাই থৈ, অসম সাহিত্য সভাৰ লগত হাড়ে হিমজুৱে জড়িত মোৰ অসমীয়া ভাষা সাহিত্য সম্পৰ্কে চুটিকৈ কেষাৰমান কৈ, মোৰ জাতিটোক সাহিত্য সৃষ্টিৰ প্ৰকৃত পথত আগুৱাই যোৱা সম্বন্ধে কিছু ইঙ্গিত দিম। ভাল পালে গ্ৰহণ কৰিব, নাপালে ঠেকেছা মাৰি পেলাই থব।

'অসম সাহিত্য-সভা'ৰ উদ্দেশ্যৰ ৩য় নিয়মত—"কোনো ৰাজনৈতিক আৰু সাম্প্ৰদায়িক আন্দোলন হব নোৱাৰিব"—বুলি আছে। ইয়াত 'ৰাজনৈতিক' আৰু 'সাম্প্ৰদায়িক' শব্দ দুটাৰে কি অৰ্থ বুজোৱা হৈছে, আৰু অধীন অৱস্থাত ব্যৱহাৰ কৰা এই দুষাৰ কথা আজি স্বাধীনতাৰ দিনতো সেই একে অৰ্থতে ব্যৱহাৰ কৰাটো উচিত হব নে অনুচিত হব, সেইটো মই

বুজা নাই। আক্ৰমণকাৰীৰ আঘাতৰ পৰা মোক আৰু মোৰ ভাষা, সংস্কৃতি, অৰ্থনীতি, সমাজনীতি আৰু পৈতৃক ঘৰ-ভেটি ৰক্ষাৰ, মুঠৰ ওপৰত মোৰ অস্তিত্ব ৰক্ষাৰ ন্যায়-ধৰ্ম্মসঙ্গত স্বাভাৱিক প্ৰচেষ্টাটো যদি ৰাজনৈতিক আৰু সাম্প্ৰদায়িক বাধা-নিষেধৰ পৰ্য্যায়ত পৰে বুলি কোনোৱে কব খোজে, তেন্তে সেইটো ইয়াত নাখাটিব। আত্মৰক্ষাটো জীৱৰ স্বাভাৱিক ধৰ্ম্ম। যত জীৱৰ এই ধৰ্ম্মটো অচল, তাত আত্মাও অস্তিত্বহীন। মানুহে নিজে গঢ়া ৰীতি-নীতিৰ ওপৰত ভৰ দি যি নিয়ম কাৰণ আৰু শব্দাৱলী যি যি অৰ্থত ব্যৱহাৰ কৰে, সেই অৰ্থবোৰে জীৱৰ আত্মৰক্ষাৰ স্বাভাৱিক ধৰ্ম্মটোক চুকি নাপায়। আত্মৰক্ষাৰ ধৰ্ম্মটো জীৱৰ লগত অহা আৰু লগত যোৱা বস্তু। এই ধৰ্ম্মটো য'ত উজ্জ্বল হৈ চলে, তাতেই জীৱৰ জী থকাৰ চিনটোও তেজোদ্দীপ্ত হৈ জ্বলে। এই ধৰ্ম্ম সাধনৰ বাবে জীৱে কোনো সামাজিক নিয়ম-কাৰণ, বিধি-ব্যৱস্থা বাধা-নিষেধ নামানে। আত্মৰক্ষাতকৈ জীৱৰ আন ডাঙৰ ধৰ্ম্ম একো নাই আৰু হব নোৱাৰে। অৱশ্যে, যি জীৱৰ আত্মা বুলি বস্তু এটাৰ অস্তিত্বৰ প্ৰতি সন্মান-গৌৰৱ জ্ঞান আছে, তাৰ ওচৰতহে এই ধৰ্ম্মৰ মূল। যাৰ সেই জ্ঞান নাই, আত্মাটোক হাট-বজাৰৰ কিনা-বিকা বস্তুৰ দৰে ব্যৱহাৰ কৰে, সি আত্মৰক্ষাৰ এই স্বাভাৱিক ধৰ্ম্মৰ পৰাও বঞ্চিত। যদি কোনোৱে দেখা পায়, যে তেওঁৰ আত্মস্থিতি, আত্মসন্মান আনৰ দ্বাৰা আক্ৰমিত হৈছে, তেন্তে সেই আক্ৰমণ যি কোনো উপায় কৌশলেৰে চূৰ্ণ কৰি আত্মৰক্ষা কৰিবলৈকে কোনো বাধা-নিষেধ, নিয়ম-কাৰণ নামানিবলৈকে তেওঁ তিলমানো সঙ্কুচিত হোৱা উচিত নহয়। তেনে কৰিলে, জীৱৰ স্বাভাৱিক ধৰ্ম্মক তেওঁ কলঙ্কিত কৰা হব। আজি জল্‌জল্‌ পট্‌পট্‌কৈ চকুৰ আগত দেখা পোৱা গৈছে, মোৰ অস্তিত্বৰ ওপৰত চাৰিওফালৰ পৰা প্ৰচণ্ড আক্ৰমণ চলিছে,—মোৰ পৈতৃক ঘৰ ভেটিৰ ওপৰত, পিতৃ-পিতামহৰ পুণ্যস্মৃতিৰাজীৰ ওপৰত, ভাষা-সংস্কৃতি, সমাজ, অৰ্থনীতিৰ ওপৰত। যদি মই আত্মজ্ঞান আৰু আত্ম-মৰ্য্যাদাশীল জীৱ হওঁ, তেন্তে, জীৱ ধৰ্ম্মৰ অনুপ্ৰেৰণাত উদ্দীপিত মোৰ ওচৰত, সেই আক্ৰমণ চূৰ্ণ কৰি মোৰ আত্মৰক্ষা কৰিবলৈকে কি ৰাজনৈতিক আৰু সাম্প্ৰদায়িক বাধা-নিষেধৰ মূল্য থাকিব পাৰে? সাহিত্য সভাৰ উক্ত নিয়মটোৰ অৰ্থ মই মোৰ আত্মৰক্ষামূলক স্বাভাৱিক ধৰ্ম্ম পালনৰ প্ৰয়োজনীয়তাৰ ফালৰ পৰা গ্ৰহণ কৰিহে আলোচনাত হাত দিছোঁ। কাৰণ, আত্মৰক্ষাৰ জ্ঞান নাথাকিলে আত্মনিঃসৃত সাহিত্যও ওলাব নোৱাৰে। তাক 'ৰাজনৈতিক বা সাম্প্ৰদায়িক' যিহকেই কোৱা নওহক।

আগত কৈ অহা হৈছে, সাহিত্যটো সাহিত্যকাৰৰ জীৱনৰ প্ৰতিবিম্ব। জীৱনটোৰ যেনে ৰূপ, তেনে প্ৰতিবিম্ব লৈয়েই সাহিত্যই জন্ম লাভ কৰে। সাহিত্যকাৰৰ জীৱনটো যদি দেশক, জাতিক, মানৱ প্ৰাণী জগতক সকলো প্ৰকাৰৰ দুৰ্ব্বলতাৰ পৰা মুক্ত কৰি সমাজত প্ৰকৃত মানৱত্বৰ বিকাশ কৰি তোলা ভাব, চিন্তা আৰু পৰিকল্পনাত আপ্লুত হোৱা জীৱন হয়, তেন্তে সেই সাহিত্যকাৰৰ লিখনীৰ পৰা ওলোৱা হৃদয়-নিঃসৃত সাহিত্যইহে অব্যৰ্থ অনুপ্ৰেৰণাৰে দেশক আৰু জাতিক মহত্বলৈ, বিৰাটত্বলৈ আগুৱাই নিব পাৰে। কিন্তু জীৱনটো যদি নিজ স্বাৰ্থৰ তৃপ্তিৰ হকে, দেশদ্ৰোহ, জাতিদ্ৰোহ আৰু নানা দুৰ্নীতিৰ কলুষ-ক্লেদেৰে ভৰি থকা জীৱন হয়, তেন্তে যশোলিপ্সু মনেৰে আখৰৰ মুখত অমৰত্ব লাভ কৰাৰ উৎকট আস্ফালন লৈ কিবা এসোপা লিখি ছপা কৰি উলিয়ালেও, সি প্ৰকৃতভাৱে উৎকটেই হয়,—অকল দেশ আৰু জাতি ৰক্ষাৰেই

নহয়, নিজ আত্মৰক্ষাৰ ব্যৱস্থাও সি দিব নোৱাৰে। বিৰাট দেশাত্মবোধী শ্ৰীশঙ্কৰ, শ্ৰীমাধৱ, শ্ৰীভট্টদেৱ, শ্ৰীৰাম সৰস্বতী আদি ক্ষণজন্মা মহাপুৰুষসকলে এই মনেৰেই সেই যুগৰ বিকৃত অৱনত সামাজিক বীভৎসতাত ক্ষতবিক্ষত অসুস্থ অসমীয়া সমাজক উদ্দীপ্ত অনুপ্ৰেৰণা দি নিৰাময় কৰিছিল, সুস্থ কৰিছিল, ৰক্ষা কৰিছিল,—সংগঠিত কৰিছিল, গৰীয়ান স্থিতিত প্ৰতিস্থাপন কৰিছিল,—যি গৌৰৱী সম্পদৰাশি, কালৰ প্ৰভাৱত সাময়িকভাৱে নিস্তেজ হলেও, আজিলৈকেও আমি ভোগ কৰি আছো, আৰু তাৰেই নিজক উন্নত শ্ৰেণীৰ বুলি চিনাকী দি থাকিবলৈ বুকুত বল পাইছোঁ। তাৰ পাচত, আজি পুৰা ৫০০ বছৰ, বাহিৰৰ বিদ্বেষী-প্ৰভাৱ আৰু মানৰ অকথ্য উপদ্ৰৱৰ ধুমুহাই সংগঠনৰ বিৰাট ভেটিটোত প্ৰকাণ্ড ফাট মেলাই সংযোগ ছিন্ন কৰি ডেঙাইও চুকি নোপোৱা বহল ব্যৱধান এটা আঁাৰি থৈছে। কোনো তেনে এজন দীপ্ত দেশাত্মবোধ জীৱনবাহী সাহিত্যিকে সেই ব্যৱধান উচ্ছেদ কৰি সেই বুনিয়াদী সংযোগ থাপিব পৰা নাই। দুৰ্নীতিৰ ক্লেদপূৰ্ণ নীচাত্মিকা মনোবৃত্তিৰ ক্ষেত্ৰত মহান সাহিত্যৰ ৰূপ প্ৰকাশক চিন্তাবীজ অঙ্কুৰিত নহয়,—হোৱাবলৈ খুজিলে, সি উদ্ভট কদৰ্য্য হৈ ওলাই আহে। সাহিত্য জগতত তেনে বস্তুই মানৱৰ মন উৰ্দ্ধগামী নকৰি অধোগামী কৰে, নাইবা গতি পঙ্গু কৰি পেলায়। মানৱীয় সাহিত্যৰ সৃষ্টি হয় তেতিয়া, যেতিয়া সাহিত্যকাৰ জনৰ মনোজগত দেশমাতৃকাৰ, জাতি আৰু মানৱ ভ্ৰাতৃত্বৰ সেৱাৰ আসক্তিৰে উদ্ভাসিত হয়, সত্যনিষ্ঠা, সততা, পৱিত্ৰতা, নিঃস্বাৰ্থতা, যশ-মান-পদ-মৰ্য্যাদা, নিস্পৃহতা আৰু বজ্ৰকঠোৰ নিৰ্ভীকতাৰে পৰিপ্লুত হয়।

আগত আৰু কোৱা হৈছে, বাহিৰৰ হেন্দোলনীত অন্তৰখন জিকাৰ খাই নুঠিলে,—বহিৰ্জগতৰ ধুমুহাত অন্তৰ্জগত উদ্বেলিত নহলে—বাহিৰৰ প্ৰশ্নত সমাধান কিবা ওলাই আহকে বা নাহকে উত্তৰ দিয়া অৱস্থাটো অন্তৰত নঘটিলে—মুঠৰ ওপৰত বহিৰ্জগতৰ ক্ৰিয়াই অন্তৰ্জগতত প্ৰতিক্ৰিয়াৰ ঢউ নুতুলিলে, কোনো মহান সাহিত্যৰ সৃষ্টি হব নোৱাৰে। সোণালী শঙ্কৰী যুগৰ পাছৰ পৰাই অসমীয়া সাহিত্যৰ এনে দৈন্যাৱস্থাৰ কাৰণো এয়ে। অসমৰ আৰু অসমীয়াৰ বুকুখনৰ ওপৰেদি তাৰ ৰাজহাড় আৰু কামীহাড় কেড়াল ঘুণীয়া কৰি নিতৌ কিমানবিলাক নতুন নতুন সমস্যাৰ ধুমুহা জাউৰিয়ে জাউৰিয়ে বজনাদেৰে উৰি ঘুৰি ফুৰিব ধৰিছে, কিন্তু অসমীয়াৰ মনত সেইবোৰে কোনো ৰকমৰ প্ৰতিক্ৰিয়াৰ হিল্লোল তোলা নাই—তেজী সমাধান প্ৰচেষ্টাৰ আভাষ ইঙ্গিত দূৰৰ কথা। কাচিৎ কেতিয়াবা দুৰ্ব্বল স্পন্দনৰ গম পালেও, সেইটো নিচাত্মিকা মনোবৃত্তিৰ আত্মসমৰ্পণী কলঙ্ক লৈহে ওলাই অহা দেখা যায়—আত্মৰক্ষাৰ তেজোদ্দীপ্ত বীৰত্বাভিমান লৈ নহয়।

বাণ-ভগদত্ত-ভাস্কৰবৰ্ম্মা-বভ্ৰুবাহন-ঘটোৎকচ-চিত্ৰাঙ্গদা আদি জগৎখ্যাত প্ৰাগৈতিহাসিক গৌৰৱবিলাকক বিষয়-বস্তু কৰি লৈ মহান সাহিত্য সৃষ্টি কৰাৰ কথা কব নোখোজো। কাৰণ, সেই অতি প্ৰাচীন গৌৰৱবিলাক আজিৰ অসমীয়াৰ বিস্মৃতিৰ সাগৰত সম্পূৰ্ণ কৈ বুৰ গৈ শেষ হৈছে। আজিৰ অসমীয়াৰ সঁচত সেই সকল বিশ্বজিৎ গৌৰৱৰ লেশমাত্ৰও চিন নাই। কিন্তু আজি চকুৰ আগৰ কথা,—(১) বঙ্গৰ মৈমনচিঙীয়াই আহি গাওঁ ভুই বেঢ়ি ধৰিলে,—(২) বঙ্গালীসকলে ৪।৫ পুৰুষ ধৰি অসমীয়াৰ সহযোগেৰে অসমত প্ৰতিস্থাৱান হৈ থাকিও অসমীয়াৰ লগত মিলাপ্ৰীতি ঘটোৱা শান্তিৰ প্ৰস্তাৱলৈ মন নেমেলিলে,—(৩) ধৰ্ম্মগত আৰু ভাষাগত, দুয়োটা আক্ৰমণেৰে

অসমীয়াৰ অস্তিত্ব হানি কৰি অসমৰ ৰূপান্তৰ ঘটোৱা অভিসন্ধি উদ্দেশেৰে চলাই থাকিল,—( ৪ ) নিজ বঙ্গত ধৰ্ম্মগত উন্মাদনাত পাৰস্পৰিক বিদ্বেষেৰে তেজৰ নদী বোৱাই অসমত আহি অসমীয়া হিন্দু কেইটাৰ বিৰুদ্ধে বঙ্গৰ হিন্দু-মুছলমান দুয়ো একেলগ হল,—( ৫ ) পৰ্ব্বতীয়া অসমীয়া ভাই-সকলক ভৈয়ামৰ অসমীয়াৰ বিৰুদ্ধে নানা ফন্দীৰে উচটাই তুলিলে,—( ৬ ) অসমীয়া ভাষা-সংস্কৃতি, সমাজ-অৰ্থনীতি বিদ্বেষৰ খোলাখুলি অধিকাৰ অবাধভাৱে চলি থাকিল,—( ৭ ) চহৰ, গাওঁ, চুকে-কোণে অসমীয়া ভাষাক বিদ্ৰূপ কৰি বঙ্গভাষাৰ স্কুলবোৰ গঢ়ি তুলি অসমক বঙ্গভাষী-প্ৰধান কৰিবলৈ যত্ন হল—( ৮ ) বঙ্গালীসকলে পাছত লুকাই থাকি পৰ্ব্বতীয়া ভাইসকলক আগত তুলি দি অসমীয়া ভাষাক অসমৰ ৰাষ্ট্ৰভাষা আৰু শিক্ষাৰ বাহন বুলি ঘোষণা কৰাত বাধা দি থাকিল, —( ৯ ) অসমীয়াক অসভ্য, বৰ্ব্বৰ, ধৰ্ম্ম-ভাষা-সভ্যতা-সংস্কৃতিহীন বুলি,—অসমীয়া ভীৰু কাপুৰুষ, গতিকে, অসমীয়াই অসম ৰক্ষা কৰিব নোৱাৰিব বুলি,—( ১০ ) অসমক ৰক্ষা কৰিব লাগিলে সাহিয়াল, বুদ্ধিমান, কৰ্ম্মশীল বঙ্গালীক ( হিন্দু-মুছলমানক ) অসম এৰি দিব লাগিব বুলি,—( ১১ ) পৰ্ব্বতীয়া অসমীয়াসকল বঙ্গ সভ্যতা সংস্কৃতিৰ প্ৰতিহে বেছি আকৃষ্ট বুলি,—( ১২ ) তেওঁলোকে ভৈয়ামৰ অসমীয়াতকৈ বঙ্গালীকহে ভাল পায় বুলি, —( ১৩ ) অসমীয়া ভাষা শিকাতকৈ বঙ্গভাষা শিকাৰহে তেওঁলোক পক্ষপাতী বুলি,—( ১৪ ) জঙ্গলী 'বিদকুটে' অসমীয়া ভাষা ( সুসভ্য ) বঙ্গালীয়ে কিয় পঢ়িব বুলি,—( ১৫ ) অসম ৰাষ্ট্ৰীয় আৰু শিক্ষাৰ বাহন বঙ্গভাষাও হব লাগিব বুলি,—বঙ্গালীয়ে অসমীয়াৰ বুকুত গুৰিয়াই গুৰিয়াই চিঞৰি থাকিল।

তাৰ পাছত, (১) ভাৰতীয় সংস্কৃতিত সাঙোৰ খোৱা এসময়ৰ শাসক মঙ্গোলীয় আহোম, কছাৰী, গাড়ো, মিকিৰ, আদিক ভৈয়ামৰ আৰ্য্য সংস্কৃতি অভিমানীসকলৰ পৰা বেলেগে ফালি নি অসমীয়া বিৰোধী কৰি শ্ৰীমন্ত শঙ্কৰৰ মহৎ অসমীয়া জাতি সংগঠনৰ জীৱন্ত উদাৰ গতিটোৰ মূৰত টাঙোন মাৰি নিৰ্জ্জীৱ অচল কৰি থোৱা হল,—(২) অসমীয়াৰ অন্যতম মহাপুৰুষ শ্ৰীদামোদৰ দেৱৰ নিজে থপা থাই সত্ৰ পাটবাউসীক সামান্য মাথোন খাজানাৰ নিলামত মুছলমানে কিনি লৈছিল, ( অৱশ্যে কেবা বছৰৰ পাছত শ্ৰীশিৱৰাম দত্ত দেৱৰ চকু পৰাত মুছলমান জনক ধৰি মেলি সন্মত কৰাই উদ্ধাৰ কৰা হৈছে ; কিন্তু মুছলমানজন সন্মত নহলে ইমানদিনে পাটবাউসীত শ্ৰীদামোদৰ দেৱৰ সত্ৰৰ ঠাইত হয়তো মছজিদ এটা উঠিলহেঁতেন )—( ৩ ) চাৰি পাচ পুৰুষ ধৰি অন্তৰত অসমীয়াৰ জাতীয় স্থিতিৰ প্ৰতি হিংসা-বিদ্বেষ পুহি অশেষ অনিষ্ট সাধি থকাৰ স্থলতো অসমীয়াই শিৰৰ গুৰু বুলি মানি থকা আৰু অসম চৰকাৰৰ বেতনভোগী উচ্চ কৰ্ম্মচাৰী সনাতনী হিন্দুয়েই, ভাষিক, সাংস্কৃতিক আৰু আৰ্থিক ক্ষেত্ৰত, এনেকি ধৰ্ম্ম-বিশ্বাসৰ ক্ষেত্ৰতো, অসমীয়াক সংখ্যা-লঘিষ্ঠ কৰি, তাৰ ওপৰত আধিপত্য চলাই থকাৰ মতলবেৰে, ভাষাগত হিচাবে সংখ্যা-গৰিষ্ঠ হবলৈকে, অসমলৈ মৈমনচিঙীয়া মুছলমানৰ অবাধ আমদানি চলাই অসমৰ মাটি-বাৰী বিলাই দিয়াৰ দাবী লৈ অসম চৰকাৰৰ ওচৰলৈ পমুৱা মুছলমানৰ ডেপুটেশ্যনৰ মুখপত্ৰ হৈ গৈছিল,—( ৪ ) অসমীয়াৰ জাতীয় গুৰু শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ শ্ৰীদামোদৰদেৱৰ প্ৰতিস্থাপিত মধুপুৰ, ভেলাগুৰি, বৈকুণ্ঠপুৰ আদি সত্ৰবিলাক আৰু ৰাজ-লাইব্ৰেৰীত স্তুপীকৃত হৈ থকা তেৰাসকলৰ আৰু মহাকবি ৰাম সৰস্বতী, শ্ৰীচন্দ্ৰভাৰতী, মহাপণ্ডিত পুৰুষোত্তম্ বিদ্যাবাগীশ, পীতাম্বৰ সিদ্ধান্তবাগীশ আদিয়ে

লিখা পুথি-পত্ৰবিলাকৰ সৈতে, শতকৰা ৯০ জন কোচবিহাৰীৰ বিৰোধৰ স্থলতো অসমীয়াৰ জাতীয় বীৰ নৰনাৰায়ণ, চিলাৰায়ৰ কোচবিহাৰক বঙ্গৰ বুকত জাহ নিওৱা হল,—বঙ্গই তেওঁলোক সকলক বঙ্গালী বুলি আৰু পুথিবিলাক বঙ্গভাষাত লিখা বুলি প্ৰচাৰ কৰিলে,—(৫) বঙ্গৰ বেঙ্কবিলাকে কোটি কোটি টকা অসমীয়াৰ নিকৰি লৈ নি বঙ্গৰ অলেখ শ্ৰমশিল্প গঢ়ি তুলিলে।

তাৰ পাছত,—ইং ১৯৪২।৪৩ চনৰ পৰা—(১) বঙ্গৰ মহা দুৰ্ভীক্ষত ৩০ লাখ বঙ্গবাসী মৃত্যুৰ কৱলত পৰিল,—বাকী থকা কিছুমানক অসম মাতৃয়ে বুকুত আশ্ৰয় দি আৰু কিছুমানক ধান-চাউল যোগাই ৰক্ষা কৰিলে,—(২) মুশ্লিম লীগৰ অমানুষিক প্ৰত্যক্ষ সংগ্ৰামত ধ্বস্ত-বিধ্বস্ত হৈ প্ৰাণৰ ভয়ত আহি আশ্ৰয় লোৱা হেজাৰ হেজাৰ নোৱাখালীয়া, চাঁদপুৰীয়া বঙ্গবাসীক অসমীয়াই আশ্ৰয় দিলে, খুৱালে ধুৱালে,—(৩) ভাৰত খণ্ড বিখণ্ড হল,—(৪) অসমৰ সীমাত, অসমৰ অস্তিত্ব ধ্বংস কৰা পৰিকল্পনাৰে সদায় কাম কৰি থকা চিৰ-বিৰোধী পাকিস্তানী ৰাষ্ট্ৰ এখন গঢ়ি উঠিল,—(৫) জাপানৰ খেদাত ব্ৰহ্মদেশৰ পৰা পলাতক ভাৰতীয়ৰ বৰ্ণনাতীত, হৃদয়বিদাৰক শোচনীয় সোঁত অসমৰ বুকুৰ ওপৰেদি চলিল,—(৬) আই, এন, এ, ৰ ইম্ফল আক্ৰমণত অসমীয়াক নিঃসহায় কৰি এৰি থৈ, অসমীয়াৰ আতঙ্ক দহগুণ বঢ়াই বাহিৰলৈ পলোৱাৰ ধুম চলিল,—(৬) পৃথিৱীব্যাপী মহাযুদ্ধৰ পুৱফালৰ বোৱা ধাৰা এটা প্ৰচণ্ড দৈত্যৰ দৰে গাওঁ-ভূই, চহৰ-নগৰ, বাট-ঘাট, বজাৰ-হাট, বননি-পথাৰ উচ্ছন্ন কৰি পুৰা ৪ বছৰ চলিল। এই বোৰৰ প্ৰত্যেকটোৱে অসমৰ আৰ্থিক, সামাজিক, ভাষিক, সাংস্কৃতিক জীৱনৰ ওপৰলৈ একোটা ভীষণ পৰিবৰ্ত্তন আনিলে।

কিন্তু, বাহিৰৰ ইমানবিলাক ভীষণ উল্টা-পাল্টাৰ কোনোটো আঘাততেই অসমীয়াৰ অন্তৰত কোনো প্ৰতিক্ৰিয়াৰ উদ্ভৱ নহল। অসমীয়া সাহিত্যৰ কোনো এপাততেই এইবোৰ কোনোটোৰে জীৱন্ত বৰ্ণনাৰ একো চিন-ছাব ফুটি নুঠিল। হেৰ সিদিনাখন ঘটি যোৱা এইবোৰ ঘটনা আজি ১০ বছৰ নৌ শেষ হওঁতেই অসমীয়াৰ স্মৃতিৰ পৰা বিলুপ্ত হল। ক'ত কি ঘটনা ঘটি অসমীয়াৰ আৰ্থিক সামাজিক, ভাষিক আৰু সাংস্কৃতিক জীৱনত কি পৰিণামৰ সৃষ্টি কৰিলে, আজি অসমীয়াৰ মনত নাই। অসমীয়াই আজি কব নোৱাৰে যে এই প্ৰত্যেকটো ঘটনাই তাৰ ৰাজহাড়ত কি প্ৰচণ্ড আঘাত দি তাৰ কণকঠিয়া মাৰি থোৱা গধুৰ আৰু ভয়াবহ অৱস্থা এটা তাৰ কান্ধত আনি তুলি দিছে।

সেইদৰে, আজি স্বাধীনতাৰ দিনতো, অসমীয়াৰ পৈতৃক ঘৰ-ভেটি, ভাষা সংস্কৃতি, অৰ্থ-নীতি, সমাজনীতি সৈতে গোটেইটো অস্তিত্ব বৃটিছৰ দাসত্বৰ পৰা মুক্ত হৈ আহি পুনৰ তাৰ প্ৰতি সহানুভূতিহীন আৰু বিদ্বেষ পৰিপোষণ কৰি থকা আন এদলৰ অধীন হবলগীয়া অৱস্থাত উপস্থিত হল। তথাপিতো অসমীয়াৰ গাত চেতনা নাচাপিল, অন্তৰ্জগত জিকাৰ খাই নুঠিল, কোনো জীৱন্ত প্ৰতিক্ৰিয়া নঘটিল, প্ৰতিক্ৰিয়াৰ ফলস্বৰূপে আত্মৰক্ষামূলক সমাধান লৈ, কোনো উচিত যত্নই হওক, নাইবা চিন্তাপূৰ্ণ লিখাই হওক, অসমীয়া সাহিত্যত ওলাই নপৰিল।

চহৰ নগৰৰ বৰমূৰীয়া নেতা আৰু ধনীসকল, স্কুল কলেজৰ শিক্ষক, ছাত্ৰ-ছাত্ৰীসকল, অফিছ আদালতৰ উকীল মোক্তাৰ, হাকাম হাকিম, কেৰাণী মহৰি, মণ্ডল কাননগোসকল, গাওঁ পথাৰৰ খেতিয়ক বস্থৱাসকল, শাসনযন্ত্ৰৰ অসমীয়া চালকসকল, এম, এল, এ, সকল, পাৰ্লিয়ামেণ্টৰ

অসমীয়া সদস্যসকল, যিফালেই চকু যায়, সেইফালেই যেন বিৰাট একোডোখৰ নিতত জড়পিণ্ড ! গাত চেতনা নাই, তত নাই। নিজ দেশ, নিজ জন্মভূমি, নিজ জাতিৰ ভৱিষ্যতৰ প্ৰতি শোচনীয় অৱহেলা। আত্মশ্ৰদ্ধা, আত্মবিশ্বাস, আত্মচেতনাহীন শুকান শিল একোডোখৰ। ধনীসকলৰ নাই ত্যাগ দেশৰক্ষাৰ হঁকে ধন দিবলৈ, শিক্ষিতসকলৰ নাই চেষ্টা সমাধান দিবলৈ, ছাত্ৰ-ছাত্ৰীৰ নাই উদ্যম পৈতৃক ঘৰত নিজ ভৱিষ্যৎ ৰক্ষা কৰিবলৈ। হানি খুছি নাক মুখ বিকৃত ৰক্তাক্ত কৰিলেও অন্তৰ জিকাৰ খাই নুঠে, গাত তত নাচাপে, আত্মৰক্ষাৰ উদ্যমৰ উমান পোৱা নাযায়। মাজে সময়ে বহু চেষ্টা আৰু আশাৰে কিছু তত চপাই তুলি ধৰিলেও, খন্তেকৰ পাছতে অবসাদ জড়তাত বহি পৰে। অৱশ্যে, কেতিয়াবা কেতিয়াবা চিঞৰ-বাখৰৰ কিছু সঁহাৰি উঠে সন্দেহ নাই; কিন্তু সেইটো, নিজৰ ভিতৰৰ পৰা অদম্য উৎসাহেৰে উঠি অহা আত্মৰক্ষামূলক কৰ্ম্ম-প্ৰেৰণ স্বাধীন উৎস নহয়, আনৰ ইচ্ছাত আত্মসমৰ্পণ কৰা অভিসন্ধিৰ ইঙ্গিতত পৰিচালিত হোৱা কাঠ-পুতলাৰ দাসত্বপূৰ্ণ অঙ্গী-ভঙ্গী। ফলত, সকলো ফালেদি তিলে তিলে অসমীয়াৰ অস্তিত্বটো লুণ্ঠিত আৰু দুৰ্ব্বল হৈ আহিল।

দেশ আৰু জাতিৰ বিপন্নতাৰ সময়ত দেশৰ কাকতবিলাকে সমস্যাৰ সমাধান দিয়ে, দিহা পৰামৰ্শৰে দেশবাসীক নিৰ্ভয় দি আত্মৰক্ষাৰ সাহ-উৎসাহ যোগায়। কিন্তু দুৰ্ভগীয়া অসমীয়াৰ বৰ্ত্তমান বাতৰি কাকত কেখনো সেই একে হীনাত্মিকা অৱস্থাতেই প্ৰতিনিধিত্ব কৰিছে। দেশবাসীক আচল পৰিস্থিতিটো উপলব্ধি কৰাই আত্মৰক্ষাৰ উদ্দীপনা দিয়া কৰ্ত্তব্য ৰহিত হৈ কেৱল নিজ নিজ সুবিধাবাদত চলি আছে। কাচিৎ কেতিয়াবা কোনো কাৰণত প্ৰকৃত পথৰ সন্ধান দি শক্তিশালী একাষাৰ কলেও, মুহূৰ্ত্তৰ পিছতেই আন একাষাৰ কৈ, নাইবা অতি প্ৰয়োজনীয় আষাৰকো নকৈ, তাক একেবাৰে নিস্তেজ নিৰুৎসাহ কৰি পেলায়। গতিকে, আত্মৰক্ষাৰ উদ্যমটোও কাহিল হৈ পৰে। অসম সাহিত্য সভাইও মূল্যৱান চন্দ্ৰকান্ত অভিধান আৰু ইন্দ্ৰকান্ত ব্যাকৰণ ? সঙ্কলন কৰাই ৺শৰৎচন্দ্ৰ গোস্বামীদেৱে এৰি দিয়াৰ পাছৰ পৰাই দলাদলিৰ হেঁচা-ঠেলাত লক্ষ্যৰ পৰা পিছলি গৈ যি অৱসাদত পৰিছে, সেইটো অকল লজ্জাজনকেই নহয়, কলঙ্কজনকও। শাখাবিলাকৰ নিশ্চেষ্টতা আৰু কৰ্ত্তব্য-বিমুখতাই যে ইয়াৰ কাৰণ, তাকো ধৰিব পাৰি।

সত্ৰানুষ্ঠানবিলাকৰ কৰ্ত্তব্যৰ প্ৰতি বিদ্ৰূপৰ বাণ হানি ৰামকৃষ্ণ মিশ্যন, গৌড়ীয় মঠ, ভাৰত সেৱাশ্ৰম, মুন্সি-মৌলবী, পাদৰি আদিয়ে পৰ্ব্বতীয়া অসমীয়াসকলৰ মাজত ধৰ্ম্ম বিলাই তেওঁলোকক অসমীয়া-বিৰোধী কৰি তোলা কাৰ্য্য বিপুল উদ্যমেৰে চলি গৈছে, অথচ, শঙ্কৰী সেৱাধৰ্ম্ম ৰক্ষক অসমীয়া ধৰ্ম্মাচাৰ্য্যসকলৰ গাত তত চপা নাই।

কিন্তু কিয় এনে হল ? যি জাতিৰ ভিতৰত একে ৰাতিতে কপাহ ধুনি, সূতা কাটি, কাপোৰ বই, সন্তানক পিন্ধাই যুদ্ধ ক্ষেত্ৰলৈ পঠাই ১৬ বাৰ মোগলক বিধ্বস্ত কৰা কৰ্ম্মোদ্যমৰ নিদৰ্শন আছে,—য'ত গছৰ শুকান পাত এটি এটিকৈ জুইত দি তাৰ পোহৰত সাহিত্য সাধনা কৰাৰ অতুলনীয় কাহিনী আছে,—যি জাতিৰ ভিতৰত "দেশতকৈ মোমাই ডাঙৰ নহয়"ৰ পাষাণ বিদীৰ্ণ-কাৰী কঠোৰ দেশপ্ৰেমৰ চানেকী আছে,—যি জাতিৰ ভিতৰত দেশৰ মঙ্গললৈ ঐকান্তিক লক্ষ্য ৰাখি স্বামীৰ কাৰণে চাওদাঙৰ হাতত তিলতিলকৈ প্ৰাণ বিসৰ্জ্জন দিয়াৰ বিস্ময়কৰ ইতিহাস আছে,—

যি জাতিৰ ভিতৰত গাৰো, যৱন, ভোট, মিৰিক একেটা গোটত বান্ধ খুৱাই বিৰাট জাতি সংগঠনৰ নামধৰ্ম্মী সত্য আছে,—যি বাহিৰৰ বিজয়ী আহোম আৰু বীৰ কছাৰী জাতিয়ে নিজ নিজ উদাৰতাৰে স্থানীয় লোক আৰু বহিৰাগতক সামৰি লৈ অসম মাতৃৰ বুকুৰ মাটিত নাড়ীৰ সম্বন্ধ ঘটোৱা জীৱন্ত বুৰঞ্জী আছে,—সেই জাতিটোৰ আজি কিয় এনে হল ? কিয় এনে কৰ্ম্মবিমুখ হল ? কিয় এনে সাহ শক্তি নোহোৱা হল ? কিয় এনেকৈ সাহিত্য ব্ৰতত পাছ পৰিল ? কিয় ? কিয় এনে আত্ম-বিশ্বাসহীন হল ? পৰ্ব্বত-ভৈয়ামৰ সংযোগ ছিন্ন হৈ কিয় এনে ছিটিছন হৈ পৰিল ? কিয় তাৰ এনে দুৰ্দ্দশা ঘটিল ? প্ৰত্যেকজন প্ৰত্যেকজনী অসমীয়া পুৰুষ নাৰীয়ে নিজে নিজে দকৈ চিন্তা কৰক, এই পতনৰ পৰা মুক্ত হৈ পূৰ্ব্ব গৌৰৱত সঞ্জীৱিত হৈ আত্মৰক্ষা কৰি পৈতৃক ঘৰ ভেটিত বীৰ দাপেৰে বৰ্ত্তি থকাৰ উপায় উলিয়াব, নে ধ্বংসৰ মুখত গা এৰি দিব ?—মই যদি দেশৰ সৰ্ব্বাধিনায়ক, অৰ্থাৎ 'ডিক্টেটৰ' হলোহেঁতেন, তেন্তে চিন্তাশীল বৈজ্ঞানিক কেজনমানৰ বিশ্লেষণৰ সহায়েৰে কাৰণ উলিয়াই, মোৰ দেশখনক, মোৰ জাতিটোক ৰক্ষা কৰাৰ, গৌৰৱান্বিত কৰাৰ, সুদৃঢ় ব্যৱস্থা হাতত ললোহেঁতেন। সেইটো নহল বাবে, মই আজি সাহিত্য-সভাৰ সভাপতিৰ আসনৰ পৰা পৰ্ব্বত ভৈয়ামৰ অসমীয়া ৰাইজৰ ওচৰত আঠু লৈ কৰযোৰে নিৱেদন জনালো, নিজক নিজে ৰক্ষা কৰিবলৈ কঠোৰ কটকটীয়া সঙ্ঘবদ্ধ শক্তিৰে সাজু হৈ উঠক। আত্মশক্তিৰে আত্মৰক্ষা নকৰিলে, আন কোনেও আপোনাক ৰক্ষা নকৰে।

অসমীয়া ভাই ভনীসকল ! পৰ্ব্বত ভৈয়ামৰ অসমীয়া ৰাইজ সকল !—

আজি যায় যায় যায় সকলোখিনি দেখো যায় যায় !
বহুখিনি গৈ যিখিনি বাকী ৰ'ল, সিওখিনি দেখো যায় যায় !
তথাপিতো কিয় চেতনা নাই ?
সকলোখিনি দেখো যায় যায়।
সাহিত্য-সংস্কৃতি, ভাষা অৰ্থনীতি,
সকলো দেখো আজি উটি যায়—
তথাপিতো কিয় তত্ চপা নাই !
খেতি, মাটি-বাৰী, বান্ধি ধৰি কাঢ়ি,
সকলো লুটি দেখো লৈ যায়,
বুকু ধাকুৰি আয়ে কান্দে হায় ! হায় !
যায় সকলো দেখো উটি হায়।
জাতীয় চৰিত্ৰতো ত্যাগ, আন্তৰিকতা,
নোহোৱা হল দেখো হায় ! হায় !
কিহেৰে ৰাখিবি জাতিক জীয়াই ?
সকলোখিনি দেখো যায় যায় !

অসমীয়া ৰাইজ ! পৰ্ব্বত ভৈয়ামৰ অসমীয়া ভাই-ভনী ! আজি আপোনাৰ পৈতৃক ঘৰ-ভেটি, ভাষা সংস্কৃতি, সমাজ অৰ্থনীতি, অস্তিত্ব, সকলো বলিশালত। সকলো কথা জলজল্

পট্‌পট্‌ কৈ আপোনাৰ চকুৰ আগত পৰি আছে। নিঃসঙ্কোচ, নিৰ্ভয়েৰে আপুনি আত্মস্থ হৈ উপলব্ধি কৰক, চিন্তা কৰক, বাহিৰত আস্ফালন তোলা আপোনাক ধ্বংসকাৰী ক্ৰিয়াবোৰৰ প্ৰচণ্ড প্ৰতিক্ৰিয়া চলাৰ উপযুক্ত কৰি অন্তৰ্জগত ফৰকাল কৰি তোলক। শেষ মুহূৰ্ত্ত। মই যোৱা ৩০ বছৰ আগৰে পৰা আজিলৈকে যি সতৰ্কবাণী আপোনালোকক শুনাই আহিছোঁ, অথচ আপোনালোকে তালৈ কাণ দিয়া নাই, সেই কথাকে আজি নিৰপেক্ষ চিন্তাশীল অসমৰ ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ, বিশিষ্ট চছিয়েলিষ্ট নেতা পুৰুষোত্তমদাস ত্ৰিকমদাস আদিয়েও মুক্ত কণ্ঠেৰে কবলৈ ধৰিছে। ইয়াৰ সত্যতা সম্বন্ধে দ্বিধা নকৰিব। সমগ্ৰ অসমৰ পৰ্ব্বত ভৈয়াম জুৰি কট্‌কটীয়া সঙ্ঘবদ্ধতাৰে আত্মৰক্ষাৰ বাবে উঠি পৰি লাগক। নিজে নিজক ৰক্ষা নকৰিলে আনে কাকো ৰক্ষা নকৰে। পৰ্ব্বত ভৈয়ামৰ বহল আকাশ বিদীৰ্ণ কৰি সমকণ্ঠেৰে গাই আগ বাঢ়ক :—

কৰ্ম্মবিমুখ এলেহুৱাৰ ওফন্দনিত ভৰি থকা
ভেম-ভাণ্ডৰ আৱৰ্জ্জনাত
কৰ্ম্মধাৰাৰ দীপ্তশিখা জ্বলাই দে জ্বলাই দে—
কুটিলতাৰ, প্ৰতাৰণাৰ, অসততাৰ ভণ্ডামীবোৰ,
ফাকি, ফুকাৰ জঠৰতা,
নিৰ্ভীকতাৰ হাফৰ-মুখত গলাই দে গলাই দে,—
তোৰ সৎ-সাহিত্য, নৃত্য গীতৰ বিদ্যুৎ-উজল ভঙ্গী ঠাতত
ধোদ কুলীয়া অঙ্গবোৰত
নতুন জীৱন, নৱোৎসাহৰ প্ৰচণ্ডতম কৰ্ম্মধাৰা চলাই দে চলাই দে।

যি আক্ৰমণে আজি ঘৰ-ভেটি, ভাষা-সংস্কৃতি, সমাজ-অৰ্থনীতিৰ সৈতে আপোনাৰ অস্তিত্ব ধ্বংস কৰি আপোনাৰ ওপৰত প্ৰভুত্ব কৰাৰ পৰিকল্পনা সফল কৰিবলৈকে দিন ৰাতি সমান কৰি নানা ফন্দীৰে কাম কৰিব ধৰিছে, তাৰ উৎসাহৰ পৰিসীমা নাই। কিন্তু আপুনি নিষ্ক্ৰীয় জঠৰ হৈ পৰি আছে। আপুনি আক্ৰমণকাৰীৰ হাতত আত্মসমৰ্পণ কৰি পুনৰ দাসত্বত নিঃশেষ হৈ যাব, নে কৰ্ম্মপ্ৰৱণ বীৰ দাপেৰে আত্মৰক্ষা কৰি আত্মনিয়ন্ত্ৰণ অধিকাৰৰ গৌৰৱপূৰ্ণ জীৱন লৈ পৈতৃক ভূমিত জী থাকিব ? এয়ে আপোনাৰ ওচৰত মোৰ শেষ প্ৰশ্ন।

অসমবাসী মাৰোৱাৰী, হিন্দুস্থানী, নেপালী, মাদ্ৰাজী, পঞ্জাৱী, উৰিয়া, বঙ্গালী ভাই-সকলকো সনিৰ্ব্বন্ধ নিৱেদন জনালোঁ। আপোনালোকে, ভাৰতৰ বিৰাট সংগঠন, বিৰাট মঙ্গল আৰু নিৰাপত্তাৰ হঁকে, আৰু ভাৰতৰ অবিচ্ছিন্ন অঙ্গ অসমৰ মঙ্গল আৰু নিৰাপত্তাৰ হঁকে, অসমকেই আপোনালোকৰ নিজ ঘৰ কৰি লওক, অসমীয়া সকলকেই নিজৰ বুলি চামিল হৈ গৌৰৱান্বিত হওক। মই জানো, কোনো অসমবাসী মাৰোৱাৰী, হিন্দুস্থানী, নেপালী, পঞ্জাৱী, উৰিয়া, বিহাৰীয়েই আমাৰ এই উদাৰ প্ৰস্তাৱৰ বিৰুদ্ধাচৰণ কৰা নাই আৰু নকৰে। সকলোৱে আনন্দ মনেৰে তাত সন্মতি দি, এনেকি, এই সাহিত্য-সভাৰ অধিৱেশন সাফল্য-মণ্ডিত কৰিবলৈকে তেওঁলোকেই সকলো প্ৰকাৰৰ সহযোগ দিছে। সেইবাবে এই সকললৈ মই অসম

সাহিত্য-সভাৰ সভাপতি হিচাবে অসমীয়া ৰাইজৰ পক্ষৰ পৰা ধন্যবাদ আৰু কৃতজ্ঞতা জনালোঁ। কিন্তু অসমবাসী বঙ্গালীসকলে আমাৰ এই উদাৰ প্ৰস্তাৱত কোনো প্ৰকাৰৰ সহযোগ সন্মতি দিয়া নাই। তাৰ পৰিবৰ্ত্তে তেওঁলোকে অসমক বৃহত্তৰ বঙ্গত ৰূপান্তৰিত কৰিবলৈকে নানা মিছা প্ৰচাৰেৰে সমগ্ৰ ভাৰতক আৰু কেন্দ্ৰীয় চৰকাৰক অসমীয়াৰ বিৰুদ্ধে বিষাক্ত কৰি, এনেকি, তেওঁলোকৰ মাতৃভূমি বঙ্গত ধৰ্ম্মোন্মাদনাৰ ফলত যি অকথ্য উপদ্ৰৱ ভোগ কৰি পৈতৃক ঘৰ-ভেটি এৰি প্ৰাণ লৈ নানাফালে পলাই গৈছে, সেই বঙ্গহিন্দু বিলাকেই বঙ্গভাষাগত উন্মাদনাৰে অসমত অসমীয়া ভাষা সংস্কৃতি, অৰ্থনীতি লুণ্ঠন কৰা বিষয়ত অসমীয়াৰ বিৰুদ্ধে সেই বঙ্গ-মুছলমানৰ লগত এক গোট বান্ধি নানা অসৎ উপায় অৱলম্বন কৰিছে। সেইবাবে অসমবাসী বঙ্গালীসকলে বৃটিছতকৈও অসমীয়াৰ প্ৰতি বেছি শত্ৰুতাচৰণ কৰিছে বুলি আত্মৰক্ষাকামী অসমীয়াসকলৰ বিশ্বাস ক্ৰমে দৃঢ় হৈ যাব ধৰিছে। কিন্তু বঙ্গালীসকলক কওঁ, তেওঁলোকে এনে অসমীয়াবিৰোধী মতি-গতিৰে অকল তেওঁলোকৰেই নহয়, অসমৰ আৰু সমগ্ৰ ভাৰতৰো অমঙ্গল কৰিবলৈ আগ বাঢ়িছে। তেওঁলোকে যদি মাৰোৱাৰী, হিন্দুস্থানী, নেপালী, মাদ্ৰাজী, পঞ্জাৱীসকলৰ দৰে অসমীয়াৰ লগত সদ্ভাৱেৰে নচলে, তেন্তে তাৰ পৰিণামত অসমৰ লগত ভাৰতৰো যি শান্তি-শৃঙ্খলাত আঘাত পৰিব, তাৰ বাবে একমাত্ৰ বঙ্গালীসকলেই দায়ী হব। বঙ্গালীসকলে কোন ঠাইতেই স্থানীয় লোকসকলৰ লগত মিলি শান্তি-শৃঙ্খলাৰে থাকিব নোৱাৰাটো বঙ্গালীৰ পক্ষেই অক্ষালনীয় কলঙ্ক।

### ভাৰতৰ একত্ব সম্পাদনৰ উপায়।

যুক্ত ভাৰতৰ প্ৰদেশ, অঞ্চল বা ষ্টেটবিলাকৰ ভিতৰত পাৰম্পৰিক শান্তি-শৃঙ্খলাপূৰ্ণ অভঙ্গ একত্বেৰে ভাৰতক শক্তিশালী কৰাৰ মাত্ৰ দুটা উপায়। এটা হৈছে :—প্ৰদেশ, অঞ্চল বা ষ্টেটবিলাকৰ ভাষাৰ বিভিন্নতা মচি পেলাই একমাত্ৰ হিন্দী ভাষাটোক ভাৰতবাসী মাত্ৰকে শিক্ষাৰ বাহন কৰি গ্ৰহণ কৰা; আৰু ভাৰতৰ অন্তৰ্ভুক্ত কোনো ঠাইতেই একমাত্ৰ ভাৰতীয়ৰ পৰিচয়ৰ বাহিৰে, ভাষা সাহিত্যৰ নামতেই হওক, কিম্বা ধৰ্ম্মসমাজৰ নামতেই হওক, সকলো সঙ্ঘ, পৰিষদ, সন্মিলন, অনুষ্ঠানৰ পৰা বঙ্গালী, মাৰোৱাৰী, মাৰাঠী, মাদ্ৰাজী, বিহাৰী, উৰিয়া, পঞ্জাৱী আদি প্ৰাদেশিক, বা আঞ্চলিক, বা ষ্টেটৰ পৰিচয়বিলাক নিৰ্ম্মূল কৰি উঠাই দিয়া। স্বাধীন ভাৰতৰ এই নতুন লোক-গণনাও এইদৰেই হব লাগে। এই অহা লোক-গণনাত ভাৰতৰ লোকসমষ্টিৰ ভিতৰত ধৰ্ম্মগত বা প্ৰদেশগত একো পৰিচয় থাকিব নালাগে। এই মৰ্ম্মে আমি ভাৰত চৰকাৰলৈও লিখিছো। আৰু আনটো হৈছে :—যি কোনো প্ৰদেশ, অঞ্চল, বা ষ্টেটলৈকে আহি স্থায়ী হৈ বাস কৰা আন কোনো প্ৰদেশ, অঞ্চল বা ষ্টেটৰ মানুহবিলাকে সেই সেই প্ৰদেশ, অঞ্চল, বা ষ্টেটৰ স্থানীয় লোকসঙ্ঘৰ সামূহিক স্বাৰ্থৰ লগত সকলো বিষয়তে এটা হৈ মিলি যোৱা, যি কথাটো আমি যোৱা ৩০ বছৰৰ পৰা চিঞৰি কৈ আহিছো। ভাৰতৰ একত্ব আৰু মঙ্গলৰ অৰ্থে, অসমীয়াৰ পক্ষৰ পৰা, আনে নললেও, আমি এই দুটাৰ যি কোনো এটা মিলনৰ পথ লবলৈ প্ৰস্তুত আছো। মোৰ বিশ্বাস, অসমবাসী মাৰোৱাৰী, নেপালী, হিন্দুস্থানী, পঞ্জাৱী, মাদ্ৰাজী, মাৰাঠী, উৰিয়া, বিহাৰীসকলেও তাত সন্মত আছে। কিন্তু একমাত্ৰ বঙ্গালীসকলেই সম্ভৱতঃ ইয়াৰ এটা পথও গ্ৰহণ নকৰিব। কাৰণ, মুস্লিমলীগৰ ধৰ্ম্মোন্মাদনাৰ

দৰে বঙ্গালীসকলৰ ভাষিক উন্মাদনাটো ইমান তীব্ৰ হৈ চলিছে, যে তেওঁলোকৰ মাতৃভূমি বঙ্গক যদিও ভাষা-সংস্কৃতি, ধৰ্ম্মকৰ্ম্ম, মান ইজ্জৎ সৈতে চিৰকালৰ বাবে মুছলমানী পাকিস্থানৰ হাতত সপি দিছে, তথাপি ভাষিক উন্মাদনাৰে অসমক আৰু বিহাৰ উৰিষ্যাৰ কিছু অংশক গ্ৰাস কৰি, লাগিলে হিন্দীভাষী ভাৰতৰ লগত বিচ্ছেদ হৈও, সৰ্ব্বনায়কী ক্ষমতাৰ বৃহৎ বঙ্গ-সাম্ৰাজ্য এখন গঢ়ি তুলিবলৈ প্ৰস্তুত আছে। কিন্তু, মই বঙ্গৰ, অসমৰ আৰু ভাৰতৰ মঙ্গলৰ দোহাই দি বঙ্গালী সকলৰ ওচৰত কৰযোৰে নিবেদন জনালো, তেওঁলোকে ভাৰত-বিধ্বংসী এই মনোবৃত্তিৰ পৰা মুক্ত হৈ, যি অঞ্চলতেই বাস নকৰক, তাৰ স্থানীয় লোকসজ্যৰ লগত সকলো বিষয়তে মিলি গৈ ভাৰতৰ আৰু হিন্দুৰ ভিতৰত একত্ব সম্পাদন কৰি, নৱলব্ধ স্বাধীনতাক শক্তিশালী কৰাৰ শত্ৰু নহৈ সহায়ক হওক।

অসমীয়া হিন্দু-বৌদ্ধ ট্ৰাইবেল মুছলমান এক।

অসম হিন্দু-প্ৰধান দেশ আৰু তাক অসমীয়াই সদায় হিন্দু-প্ৰধান কৰিয়েই ৰাখিব। সেইবাবেই, ভাৰত বৃটিছৰ অধীনত থকা সময়তেই, ৩০ বছৰ আগৰ পৰাই, বঙ্গৰ মৈমনচিঙীয়া মুছলমানৰ আমদানিৰ বিৰুদ্ধে "সংৰক্ষিণী সভা" আৰু "জাতীয় মহাসভা"ৰ জৰিয়তে আমি আন্দোলন চলাই আহিছোঁ। কিন্তু অসম হিন্দু-প্ৰধান হলেও, খুব লঘিষ্ঠ সংখ্যক অসমীয়া মুছলমানৰ প্ৰতি গৰিষ্ঠ সংখ্যক অসমীয়া হিন্দুই কোনো বিৰুদ্ধ মনোভাৱ কেতিয়াও পৰিপোষণ কৰা নাই। আহোম ৰাজৰ দিনৰ পৰাই অসমীয়া হিন্দু বৌদ্ধ মুছলমানে অসমত সদায় সদ্ভাৱেৰে ভাই-বন্ধুৰ দৰে বাস কৰি আছে। সেইবাবে, বঙ্গ আদি বাহিৰৰ প্ৰভাৱ নপৰালৈকে অসমীয়া হিন্দু-মুছলমানৰ কোনো সাম্প্ৰদায়িক বিকৃতিয়ে অসমীয়া সমাজত দেখা দিয়া নাছিল আৰু বাহিৰৰ প্ৰভাৱে কিছু বিকৃত কৰিলেও, সেই পুৰণি সদ্ভাৱৰ সম্বন্ধই, বঙ্গৰ দৰে ঘৃণনীয় বীভৎস ভাৱে ই অসমীয়া সমাজত দেখা দিব দিয়া নাই। সেইবাবেই, অসম হিন্দু-প্ৰধান হৈও, বঙ্গৰ সেই ঘৃণনীয় বীভৎস হিন্দু-মুছলমানী সাম্প্ৰদায়িক জঘন্যতাৰ ভাবটো অসমে তাৰ ঘৰত কেতিয়াও সোমাবলৈ নিদিব। আমি অসমীয়া। হিন্দু বৌদ্ধ ট্ৰাইবেল মুছলমান মিলি আমি অসমৰ অসমীয়া—ভাৰতীয় মহাজাতিৰ অন্তৰ্ভুক্ত আমি অসমীয়া জাতি। অসম অসমীয়াৰ দেশ। বিৰাট ভাৰতীয় পৰিয়ালৰ এটা পৰিয়াল অসমীয়াৰ অসম দেশখন নিজঘৰ,—যিদৰে ভাৰতমাতাৰ বঙ্গালী পৰিয়ালটোৰ নিজ কোঠা বা ঘৰ বঙ্গ, বিহাৰী পৰিয়ালটোৰ নিজ কোঠা বা ঘৰ বিহাৰ।

নিজৰ এজন হৈ থাকিবলৈ আহিলে দিব,
লুণ্ঠনকাৰী শান্তিভঙ্গকাৰী হৈ আহিলে নিদিব।

বাহিৰৰ হিন্দুৱানী বা মুছলমানী উন্মাদনা অসমত সুমুৱাই,—অসমলৈ বেচি সংখ্যক হিন্দুক বাহিৰৰ পৰা নানিলে অসম পাকিস্থানলৈ যাব বুলি অসমীয়া হিন্দু কেইটাক ভয় দেখুৱাই,—আৰু বাহিৰৰ পৰা অসমলৈ বেছি সংখ্যক মুছলমান আমদানি নকৰিলে অসমীয়া মুছলমান কেইটাৰ ওপৰত অসমীয়া হিন্দুই উপদ্ৰৱ কৰিব বুলি ফুচুলাই, অসমীয়াৰ ভিতৰত বিভেদ, অশান্তি সৃষ্টি কৰি, বাহিৰৰ হিন্দুৱানী আৰু মুছলমানী ষড়যন্ত্ৰই অসমীয়াৰ ওপৰত আধিপত্য কৰাৰ পথ মুকলি কৰিব,—আৰ্থিক, সামাজিক, ভাষিক, সাংস্কৃতিক জীৱন লুণ্ঠন কৰি

অসমীয়াক দাসত্বত বান্ধি লব,—তেনে অৱস্থা, অসমীয়াই এজন জী থকালৈকে অসমত কেতিয়াও ঘটিব নিদিব। এই অভিসন্ধি লৈ যেয়ে অসমত সোমাব তাকেই অসমীয়াই অসমৰ বাহিৰ কৰি দিব। সি মুছলমান হওক, হিন্দু হওক, বৌদ্ধ, খৃষ্টান যিয়েই নহওক। অৱশ্যে, অসমীয়াই নিজৰ প্ৰয়োজনৰ পৰিমাণ ৰাখি কিবা বাঢ়ি থাকিলে, যেয়ে অসমীয়াৰ পৰিয়ালৰ নিজৰ এজন হৈ শান্তিৰে থাকিবলৈকে খোলা অন্তঃকৰণেৰে আহিব, তাক অসমীয়াই বঞ্চিত নকৰে আৰু সদায় দিয়েই আছে।

স্বৰাষ্ট্ৰীয় আৰু পৰৰাষ্ট্ৰীয়হে, হিন্দু মুছলমানী নহয়।

পূব-পাকিস্তানত হিন্দুৰ প্ৰতি যিবিলাক অমানুষিক উপদ্ৰৱ কৰা হৈছে, সেইবোৰ মুছলমানী ধৰ্ম্মোন্মাদনাৰ নাৰকীয় কাম, অতি ঘৃণনীয়। সেইবাবে পূব-পাকিস্তানৰ অমানুষিকতাৰ প্ৰতি অকল ঘৃণা জনাই প্ৰতিবাদ কৰিয়েই নহয়, প্ৰতিকাৰৰ অৰ্থে সংখ্যালঘিষ্ঠসকলৰ প্ৰতি সকলো ৰকমৰ কাৰ্য্যকৰী সহানুভূতি দিবলৈ আমি প্ৰস্তুত আছোঁ। একমাত্ৰ এই উন্মাদী অমানুষিকতাৰ কাৰণেই পাকিস্তানৰ লেশমাত্ৰ অভিসন্ধিও আমি শান্তিপূৰ্ণ নিৰপেক্ষ অসমীয়া সমাজত সোমাবলৈ নিদিম। অসমৰ ভিতৰত যদি তেনে কোনো অভিসন্ধি আছে, সকলোখিনিকে বাহিৰ কৰি খেদি আমাৰ অসম নিৰ্ম্মল, পবিত্ৰ, শান্তিপূৰ্ণ ৰাখিম। অসমীয়াৰ ভিতৰতো যদি তেনে কোনো অসমদ্ৰোহী, অসমীয়া সমাজদ্ৰোহী উপাদান আছে, তাকো আমি খেদি পঠাম। কিন্তু সেইটো ঘৃণনীয় হিন্দু-মুছলমানী সম্প্ৰদায়িক ভাৱেৰে নহয়, স্বৰাষ্ট্ৰীয় পৰৰাষ্ট্ৰীয় হিচাৱেহে। কাৰণ, পাকিস্তান আমাৰ পৰৰাষ্ট্ৰ—ভাৰতৰ শত্ৰু, অসমৰ শত্ৰু—সেইটো হিন্দুৱেই হওক, নাইবা মুছলমানেই হওক। অসমৰ, অসমীয়া সমাজৰ শান্তি শৃঙ্খলা নিৰাপত্তা ভঙ্গ কৰি তাৰ লগতে ভাৰতকো বিপদগ্ৰস্ত কৰাৰ ষড়যন্ত্ৰ লৈ যেয়ে অসমত সোমাব, সেয়ে অসম আৰু ভাৰত দুয়োৰো শত্ৰু। গতিকে হিন্দুৱেই হওক, নাইবা মুছলমানেই হওক, যেয়ে অসমৰ অসমীয়া সমাজৰ শান্তি শৃঙ্খলা নিৰাপত্তাত আঘাত কৰিব, তাৰেই অসমত ঠাই নাই।

শান্তি শৃঙ্খলা নিৰাপত্তাকামী অসমলৈ বঙ্গৰ পৰা দুটা অভিসন্ধি আহিছে, আৰু অসমত কাম কৰা বঙ্গালীপ্ৰধান কমিউনিষ্ট, ৰেডিকেলিষ্ট, ফৰৱাৰ্ড ব্লকিষ্ট, লীগ, হিন্দুসভা, চিটিজেন্‌ছ এচোছিয়েছন, বাস্তুহাৰা, ৰিফিউজীজ এচোছিয়েছন আদি অনুষ্ঠানৰ নামত সকলোবিলাকে পাৰস্পৰিক সহযোগেৰে এই দুয়োটা অভিসন্ধিৰে অসমীয়াৰ অস্তিত্ব হানি কৰি অসমত আধিপত্য কৰিবলৈকে ষড়যন্ত্ৰ কৰিছে। অভিসন্ধি দুটাৰ এটা ধৰ্ম্ম-উন্মাদী, আৰু আনটো ভাষা-উন্মাদী। ধৰ্ম্ম-উন্মাদী পাকিস্তানী মুছলমানৰ অভিসন্ধি হৈছে, অসমত মুছলমানৰ সংখ্যা বৃদ্ধি কৰি অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰা, আৰু ভাষা-উন্মাদী বঙ্গভাষীৰ অভিসন্ধি হৈছে, অসমত বঙ্গভাষীৰ সংখ্যা বৃদ্ধি কৰি অসমক বৃহত্তৰ বঙ্গৰ অন্তৰ্ভুক্ত কৰা। এই দুয়োটা অভিসন্ধিতেই, কমিউনিষ্টৰ উপৰিও, অসম আৰু অসমীয়াৰ মৃত্যুবান আছে। ধৰ্ম্ম-উন্মাদী পাকিস্তানপন্থী মুছলমানৰ সংখ্যা বাঢ়ি অসম পাকিস্তানত সোমালে, অসমীয়া সকলে মুছলমান ধৰ্ম্ম গ্ৰহণ কৰি পাকিস্তানভুক্ত হৈ নাযায় মানে অসমীয়াৰ ওপৰত অকথ্য উপদ্ৰৱবিলাক চলিব, যিবিলাক আজি আমি পাকিস্তানৰ হিন্দুসকলৰ ওপৰত চলি থকা দেখিছোঁ। তেতিয়া, মুছলমান ধৰ্ম্ম গ্ৰহণ নকৰো বুলি পূব-পাকিস্তানৰ বঙ্গালী হিন্দুসকলে অসমলৈ পলাই আহি সৰাৰ দৰে অসমীয়া

হিন্দুৰ পলাই সাৰিবৰো ঠাই নোহোৱা হব। গতিকে অসমীয়া হিন্দু হয় গোটেইখিনি মুছলমান হব লাগিব, নহয় মৰি সাং হব লাগিব। আৰু যদি অসমত উন্মাদী বঙ্গভাষীৰ সংখ্যা বেছি হয়, তেন্তে অসম বৃহত্তৰ বঙ্গত গৈ লীন হব,—বঙ্গভাষা অসমৰ ৰাষ্ট্ৰভাষা হব,—বঙ্গালীয়ে অসমীয়াৰ ওপৰত ৰাজত্ব চলাব,—কলিকতাৰ পৰা অসমীয়াৰ ভাগ্য নিয়ন্ত্ৰিত হব,—অসমীয়া বঙ্গালীৰ গোলাম হব,—অসমীয়া ভাষা সাহিত্য চৰ্চ্চাৰ মুকলি অধিকাৰ সঙ্কুচিত কৰা হব,—অসমীয়া ভাষা অসমত এটা 'দোৱান'ৰ অৱস্থা প্ৰাপ্ত হব। 'অসম-সাহিত্য-সভা'ও এটা বিদ্ৰূপৰ বস্তু হৈ পৰিব, (সম্ভৱতঃ এনে ভৱিষ্যৎ অনিবাৰ্য্য বুলি উপলব্ধি কৰি, সেই চিন্তাতেই 'সাহিত্য-সভা' খন এনে জঠৰ হৈ পৰিছে)। কাৰণ, বঙ্গালীয়ে নিজৰ বঙ্গভাষাৰ বাহিৰে আন কোনো ভাষাৰ শ্ৰীবৃদ্ধি ইচ্ছা নকৰে, আৰু ঘৃণা কৰে। এনেকি, সৰ্ব্বভাৰতীয় হিন্দী ভাষাৰ বিৰুদ্ধ মনোবৃত্তিও বঙ্গভাষীৰ ভিতৰত প্ৰৱল। যদি কোনোবাই কয়, যে অসম বৃহত্তৰ বঙ্গৰ অন্তৰ্ভুক্ত হলেও, অসমত অসমীয়া ভাষা সংস্কৃতিৰ একো সঙ্কোচন নহব, (পাকিস্তানত সংখ্যালঘিষ্ঠৰ প্ৰতি অন্যায় কৰা নহব বুলি কোৱা ধৰ্ম্ম-উন্মাদী পাকিস্তানীৰ মিঠা কথাত ভোল যোৱাৰ দৰে, ভাষা-উন্মাদী বঙ্গভাষীৰ এনে মিঠা কথাত ভোল গৈ অসমক বঙ্গভাষী-প্ৰধান কৰা মতলৱত সন্মত হোৱা দেশদ্ৰোহী অসমীয়া আছে বুলি সকলোৱে জানে) তেন্তে, তাৰ অসত্যতা, কোচবিহাৰৰ শতকৰা ৯০ জন কোচবিহাৰীয়ে অসমীয়া ভাষা গ্ৰহণ কৰি অসমৰ লগত সাঙোৰ খাই পুৰণি সম্বন্ধ বহাল ৰখাৰ ইচ্ছা প্ৰকাশ কৰাৰ স্থলতো, বঙ্গভাষীৰ ষড়যন্ত্ৰত কোচবিহাৰক বলেৰে নি বঙ্গৰ অন্তৰ্ভুক্ত কৰাত,—ধুবুৰীৰ স্থানীয় অসমীয়াভাষী অধিবাসীয়ে বিৰোধ কৰি থকাৰ স্থলতো, বঙ্গভাষীয়ে নানা উপায়েৰে তেওঁলোকক বঙ্গভাষী কৰি তুলিবলৈ চক্ৰান্ত কৰাত,—আৰু অসমীয়া ভাষা গ্ৰহণ কৰা চাহ-বনুৱা আৰু পুৰণি বঙ্গ পমুৱা সকলক বঙ্গভাষী কৰিবলৈ অপচেষ্টা কৰাত, নিঃসন্দেহকৈ দেখা গৈছে। গতিকে, ধৰ্ম্ম-উন্মাদী পাকিস্তানী আৰু ভাষা-উন্মাদী বঙ্গস্থানী দুয়োটা অসমীয়াৰ শত্ৰু। দুয়োটা অভিসন্ধিকেই অসমীয়াই অসমত সোমাবলৈ নিদিব, খেদি পঠিয়াব।

শেষত, অসমীয়া ৰাইজ! পৰ্ব্বত ভৈয়ামৰ অসমীয়া ভাই-ভনী! আজি আপোনাৰ দেশ, আপোনাৰ অস্তিত্ব কমিউনিষ্ট, পাকিস্তানীষ্ট, বেঙ্গলিষ্ট তিনিওটা শত্ৰুৰ দ্বাৰা ভীষণভাৱে আক্ৰান্ত। এই আক্ৰমণত কমিউনিষ্ট জিতিলে আপুনি হব মস্কোৰ অধীন, পাকিস্তানীয়ে জিতিলে আপুনি হব পাকিস্তানৰ গোলাম, আৰু বেঙ্গলিষ্টে জিতিলে আপুনি পৰিব বঙ্গৰ দাসত্বত। এই তিনিটাৰ যি কোনো এটাৰ দাসত্বত পৰিলেই অসমীয়াৰ মৃত্যু। এতিয়া আপোনালোকে স্থিৰ কৰক, এই তিনিওটা ষড়যন্ত্ৰত আত্ম-সমৰ্পণ কৰি নিশ্চিহ্ন হৈ যোৱা কলঙ্কিত সাহিত্যকে সৃষ্টি কৰিব, নে বীৰৰ দাপেৰে প্ৰকৃত অসমীয়াৰ তেজোদ্দীপ্ত চিনাকীৰে বিশ্বোজ্জ্বল-কাৰী মহান সাহিত্যৰ সৃষ্টি কৰিব।

কিন্তু কোনোটোৰে দাসত্বত নপৰিবলৈকে অসমীয়া বদ্ধপৰিকৰ হওক। আত্মৰক্ষা কৰিবলৈকে অদম্য উৎসাহেৰে সাজু হৈ উঠক, নিৰ্ভীক বীৰ দাপেৰে আগ বাঢ়ক। শই শই, হেজাৰে হেজাৰে অসমীয়া ডেকা-গাভৰু কঠোৰ নিয়মানুবৰ্ত্তিতাৰে, সুশৃঙ্খলিত দৃঢ়তাৰে, আজি আমাৰ মাতৃভূমিৰ, ভাষা সংস্কৃতিৰ, সমাজ অৰ্থনীতিৰ ঘোৰ দুৰ্দ্দিনত কঠোৰ সেৱাব্ৰতেৰে কৰ্ম্মক্ষেত্ৰত জপিয়াই পৰক, যাওক, এনে সেৱাব্ৰতী শৃঙ্খলিত এদল আমাৰ পৰ্ব্বতীয়া ভাইসকলৰ

ঘৰে ঘৰে,—যাওক এদল থকা-মিলা খোৱা-লোৱাত, অনভিজ্ঞ, অশিক্ষিত, এন্ধাৰত পৰি থকা প্রত্যেকখন গাওঁৰ চোতালে পদূলিয়ে,—যাওক এদল অসমৰ হাটে বজাৰে,—ধৰক এদলে একাগ্রতাৰে সাহিত্য সেৱাত,—যাওক এদল পতিত হৈ পৰি থকা মাটি কেডুখৰিলৈ। পৰ্ব্বতীয়া অসমীয়াসকলক নিজৰ বুকুলৈ টানি আনক,—গাৱঁলীয়াসকলৰ মনত শিক্ষাৰে জাতীয় চেতনা জগাই তোলক,—নিজ দেশৰ মাটিখিনিৰ লগত, নিজ দেশৰ ভাই-ভনী কিটিৰ নাড়ীৰ সম্বন্ধ স্থাপন কৰি একাগ্রভাৰে বিৰাট সাহিত্য সৃষ্টি কৰক,—হাট বজাৰৰ বেহা-বেপাৰ হাতত লওক,—মাটি কেডুখৰিত খেতি কৰি অপৰ্য্যাপ্ত খাদ্য শস্য উৎপন্ন কৰক,—অসমীয়া সাহিত্যৰ বিৰাট স্ফুৰণ ঘটাই তোলাৰ পথ বিৰাটভাৱে মুকলি কৰক !

—ওঁ শান্তি—

---

# দ্বাবিংশ অধিবেশন

ছিলং—নবেম্বৰ, ১৯৫৩ চন

সভাপতি—ডক্টৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা

শ্ৰদ্ধেয়া আই-মাতৃসকল আৰু মৰমৰ বন্ধুসকল,

আপোনালোকে মোক ছিলং ৰাজধানীত বহা অসম সাহিত্য সভাৰ এই দ্বাবিংশ অধিবেশনৰ সভাপতি ৰূপে বৰণ কৰাৰ কাৰণে মই আপোনালোকক আন্তৰিক ধন্যবাদ জনাইছোঁ। মোৰ বিবেচনাত এই সন্মান অতি গুৰু ভাৰ, কাৰণ এই সাহিত্য সভাৰ উদ্দেশ্য-সমূহত সাম্প্ৰদায়িকতাৰ গোন্ধ নাই, ইয়াত নাই জাতিবৰ্ণৰ পাৰ্থক্য, ইয়াত নাই ধনী-নিৰ্ধনীৰ প্ৰভেদ, ইয়াত নাই কুটনীতিৰ বা'-বতাহ। এই সাহিত্য সভা হৈছে অসমীয়া জাতিৰ সাৰ্ব্বজনীন আৰু চিৰন্তন মনোবৃত্তি আৰু আকাঙ্ক্ষাৰ বিকাশ, উন্নতি আৰু পৰিণতিৰ সৰ্ব্বপ্ৰধান মাৰ্গ আৰু লক্ষ্য। ইয়াক মনোপূতকৈ গঢ়ি তুলিব পাৰিলে অসমীয়াৰ গৌৰৱপূৰ্ণ কৃষ্টি আৰু বহুমুখী প্ৰতিভাৰ জেউতি জগতৰ আগত বিলাব পৰা যাব, আৰু তাৰ ফলত অসমীয়া জাতি আত্মসম্ভ্ৰমৰ পোহৰত উজ্জ্বল হৈ উঠিব। একপ্ৰকাৰে কবলৈ গলে অসমীয়াৰ উন্নতিৰ উপায় এই সভাতে নিহিত আছে, আৰু অসমীয়াৰ জীৱন-মৰণ নিৰ্ভৰ কৰিছে এই সাহিত্য সভাৰ কল্যাণ-অকল্যাণৰ ওপৰতেই। সেইদেখি এই অনুষ্ঠান অসমীয়াৰ কেন্দ্ৰীভূত চেনেহৰ বিশুদ্ধ সম্পত্তি, ইয়াক অসমীয়াই জীৱন গলেও বুকুৰ বান্ধোনৰ পৰা আঁতৰাই পেলাব নোৱাৰে। এনেহেন অনুষ্ঠানৰ উন্নতি কল্পে সময় আৰু সুবিধা অনুযায়ী কিবা অকণমান কৰিব পাৰিলে নিজৰ জীৱন চৰিতাৰ্থ হব বুলি ভাবোঁ, সেইদেখি আজিৰ সভাই এই সুযোগ দিয়াৰ কাৰণে আপোনালোকৰ ওচৰত মই পুনৰ নতশিৰে কৃতজ্ঞতা জনাইছোঁ।

মাৰ্ঘেৰিটাত হোৱা ২১শ অধিবেশনৰ পাছত যিসকল সাহিত্যসেৱী আৰু সাহিত্যৰ হিতাকাঙ্ক্ষী পুৰুষে আমাক চিৰকাললৈ এৰি থৈ গৈছে তেওঁলোকৰ কথা আমাৰ পোন প্ৰথমে মনত পৰিছে। অসমৰ প্ৰধান মন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে ৰাজনীতি ক্ষেত্ৰত বিচক্ষণতা দেখুউৱাৰ উপৰিও সাহিত্যৰ এজন নীৰৱ সেৱক আছিল। আদৰ্শ মানৱ বুদ্ধদেৱ, যীশুখৃষ্ট আৰু হজৰত মহম্মদৰ জীৱনচৰিতে তেওঁৰ সাহিত্য-সেৱাৰ পৰিচয়। ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ অসমীয়া সাহিত্যৰ প্ৰতি অনুৰাগ সকলোৰে জনাজাত। তেখেতৰ দানৰ সহায়ৰে নিৰ্ম্মিত 'চন্দ্ৰকান্ত সন্দিকৈ মন্দিৰ'ত নিজা কৰ্ম্মচ'ৰা পাতিবলৈ সুবিধা পাই সাহিত্য সভাই ঠন ধৰি উঠিছিল। তেখেতৰ সহায়তে চন্দ্ৰকান্ত অভিধান সঙ্কলিত হয়। তেখেতৰ সঙ্কল্পৰ বাকীখিনি কাম সমাধা কৰিব পাৰিলে সাহিত্য সভাৰ খ্যাতি আৰু সমৃদ্ধি দুগুণে বাঢ়িবৰ আশা। অধ্যাপক বাণীকান্ত কাকতীদেৱৰ লোকান্তৰত অসমীয়াই এজন একনিষ্ঠ সাহিত্যসেৱক আৰু ভাষাবিদ্ পণ্ডিত হেৰুৱালে। অসমীয়া ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশৰ বিষয়ে বৈজ্ঞানিক

বিষয়ে বৈজ্ঞানিক ভাৱে গ্ৰন্থ লিখি কাকতীদেৱে এই ভাষাক স্বতন্ত্ৰ ভাষাৰূপে প্ৰতিষ্ঠিত কৰি গ'ল। কাকতীদেৱৰ সমালোচনা পদ্ধতি ভৱিষ্যত লিখকসকলৰ কাৰণে আদৰ্শ হৈ থাকিব। অসমৰ ঐতিহাসিক উপাদানৰ প্ৰতি পোন প্ৰথমে চকু মোকলাওঁতা চাৰ এড্ৱাৰ্ড গেইটৰ মৃত্যুত অসমীয়াই এজন পৰম উপকাৰী বন্ধু হেৰুৱালে। অসমীয়া সাহিত্য আৰু শিক্ষা এই দুয়ো বিষয়তে অগ্ৰগামী উপেন্দ্ৰনাথ বৰুৱাদেৱৰ মৃত্যুত অসমৰ পূৰ্ব্ব যুগৰ শেষ বন্তি নুমুৱাৰ নিচিনা হ'ল। এওঁলোকে কোন কোন ক্ষেত্ৰত কি কি কৰি গ'ল সেই বিষয়ে বিশদ আলোচনাৰ সূত্ৰপাত হলে ভৱিষ্যৎ যুগৰ অসমীয়াৰ সাহিত্য-সেৱাৰ কাৰণে উদগনিৰ সম্বল হব।

ছিলং চহৰত সাহিত্য সভাৰ অধিবেশন বহা এয়ে প্ৰথম। ৰাজনীতিৰ কেন্দ্ৰ বুলি ছিলং চহৰে খ্যাতি লাভ কৰিছে, কাৰণ ই অসমৰ ৰাজধানী আৰু ইয়াতে বিধান সভাৰ অৱস্থিতি। কিন্তু ৰাজধানীত সাহিত্যসেৱাৰ উদ্যোগ প্ৰতিষ্ঠা কৰাৰ বাটত কোনো প্ৰতিবন্ধক নাই, কাৰণ ইয়াতো সাহিত্যৰ চিৰসম্ভাৰ অন্তৰৰ সুখ-দুখ, আশা-নিৰাশাৰ খলকনি অবৰ্ত্তমান নহয়। আগৰ দিনত অসমৰ ৰাজধানী গড়গাওঁ নগৰ সাহিত্য সাধনাৰ কেন্দ্ৰভূমি আছিল। স্বৰ্গদেৱ, ডাঙৰীয়া, ফুকন, বৰুৱা এই সকলৰ পৃষ্ঠপোষকতাত ভালেমান গ্ৰন্থকাৰে সুবৃহৎ উপাদেয় আৰু মূল্যবান গ্ৰন্থ লিখি থৈ গৈছে। ৰজা ৰাজকোঁৱৰৰ পৃষ্ঠপোষকতাৰ দিন আজি উকলিছে, তাৰ পৰিবৰ্ত্তে সাহিত্যৰ উন্নতিৰ কাৰণে চৰকাৰৰ সহায় বিশেষ লাগতিয়াল হৈ পৰিছে। ৰাজনৈতিক মনোবৃত্তিৰ লগত সাহিত্য অনুৰাগৰ কোনো অলঙ্ঘনীয় বিৰোধ নাই, বৰং ৰাজনৈতিকৰ কৰ্ম্মপন্থাত সাহিত্যৰ চিৰন্তন আদৰ্শৰ ৰশ্মিপাত হলে প্ৰজাৰ মঙ্গল। ইংলেণ্ডৰ প্ৰধান মন্ত্ৰী চাৰ উইন্‌ষ্টন চাৰ্চ্চিলে অলপতে নোবেল প্ৰাইজ পোৱাৰ উদাহৰণৰ পৰা অসমৰ ৰাজনৈতিক নেতাসকলে এটি নতুন আদৰ্শৰ বাট নিশ্চয় দেখা পাইছে। বিবিধ কৰ্ম্মত পোন-পটীয়াকৈ লিপ্ত থকা পুৰুষে ৰচনা কৰা সাহিত্যত বাস্তৱতাৰ অৱদান পোৱা যায়। সেই সম্বল সংসাৰৰ ওচৰে-পাঁজৰে বিচৰণ কৰা ভাবুক কবি আৰু গ্ৰন্থকাৰৰ লিখনিত পোৱাটো টান। অইন নহলেও ছিলঙত থকা প্ৰতিজন ৰাজনৈতিক পুৰুষে নিজ নিজ জীৱনৰ সকলো কাহিনী সাহিত্যৰ সাজেৰে যদি লিপিবদ্ধ কৰে তাৰ পৰা দেশবাসীৰ পৰম উপকাৰ সাধিত হব। ৰোম সম্ৰাট মাৰ্কাছ অৰেলিয়াছৰ আত্মজীৱনচৰিত জগতৰ সাহিত্যৰ এখনি উদ্দীপনামূলক গ্ৰন্থ। আজি ওঠৰ-শ বছৰেও তাৰ সৌৰভত মোলান পৰা নাই। ভাবি চাওঁক, কুমাৰ ভাস্কৰবৰ্ম্মা, মোমাই-তামুলী বৰবৰুৱা, পূৰ্ণানন্দ বুঢ়াগোহাই আৰু মণিৰাম দেৱান, এইসকলে এখন এখনকৈ আত্ম-জীৱনচৰিত লিখি থৈ যোৱা হলে আজি অসমীয়াই তাক কিমান হেপাহেৰে পঢ়িলেহেঁতেন। আত্মজীৱনচৰিত লিখিবলৈ সঙ্কল্প কৰোঁতাজনে জীৱনৰ কাৰ্য্যাবলীক এক নিৰ্দ্দিষ্ট উদ্দেশ্যৰ মালাৰে সংযুক্ত কৰিবলৈ বিচাৰে, আৰু যাউতি-যুগীয়া সমাদৰৰ কাৰণে সম্বল থৈ যাবলৈ চেষ্টা কৰে।

ছিলং আৰু তাৰ ওচৰৰ গাওঁসমূহৰ আদিম বাসিন্দা হৈছে আমাৰ ভাই-ভনী খাচী আৰু জয়ন্তীয়াসকল। তেওঁলোকৰ ৰাজ্য আৰু আমাৰ ৰাজ্য অতীজৰে পৰা লগালগি। বাণিজ্যৰ কাৰণেও হওক বা অন্যান্য সূত্ৰেই হওক, তেওঁলোকৰ লগত প্ৰাচীন কালৰে পৰা আমাৰ অহা-যোৱা চলি আহিছে। তেওঁলোকৰ বস্তুসম্ভাৰ ঘাইকৈ অসমীয়াই যোগান দি আহিছে। খৈৰামী

আৰু জয়ন্তা ৰজাৰ দূত অসমলৈ গলে তেওঁলোকক যিদৰে আদৰ-অভ্যৰ্থনা কৰা হৈছিল তাৰ সাঙ্গোপাঙ্গ বিৱৰণ অসমীয়া বুৰঞ্জীৰ পাতত আজিলৈকে সংৰক্ষিত হৈছে। মোগলৰ সেনাপতি নবাব মীৰজুমলাই অসম আক্ৰমণ কৰি উভতি যোৱাৰ পাচত জয়ন্তীয়া ৰজা আৰু তেওঁৰ তলতীয়া নৰ্ত্তঙ্গীয়া ৰজাই অসমৰ স্বৰ্গদেৱলৈ লিখি পঠিয়াইছিল,—"আমি শুনিছোঁ মোগলে আহি তোমাৰ ৰাজ্য আক্ৰমণ কৰিলে, এই বাৰ্ত্তা তুমি আমালৈ নিদিলা কিয় ? জয়ন্তা আৰু গড়গাঁও দুই নহয়। তোমাৰ দেশ নামাৰিছে যেন আমাৰ দেশহে মাৰিছে, আমাৰ মনত এনে দুখ লাগিছে। আমাৰ দুজন মানুহ বঙ্গালৰ হাতত পৰা বুলি তুমি লিখিছা। দুজন কিয়, তোমাৰ কাৰণে দহ-বিছ হেজাৰ মানুহ পৰিলেও আমাৰ অসন্তোষ নাছিল। তোমাৰ দেশ বঙ্গালে মাৰিলে, আমি কুশলে বহি আছিলোঁ, হুকুম নকৰিলোঁ দহ-বিছ হেজাৰ মানুহ আমাৰ নগ'ল, এই কথাতহে আমাৰ মনত অধিক দুখ লাগিছে, আৰু তোমাৰ আমাৰ প্ৰীতি নতুন নহয়, পূৰ্ব্বাৱধি চলি আহিছে।" এই চিঠি হৈছে প্ৰায় তিনিশ বছৰৰ পূৰ্ব্বৰ কথা, কিন্তু অসমীয়া খাচী আৰু জয়ন্তীয়া ভাই-ভনী সকলোৰে অন্তৰত চিৰকাল প্ৰতিধ্বনিত হৈ থাকিব,—"জয়ন্তা আৰু গড়গাঁও দুই নহয়। তোমাৰ আমাৰ প্ৰীতি নতুন নহয়, পূৰ্ব্বাৱধি চলি আহিছে।" এই খিলঞ্জীয়া প্ৰীতি যাতে উত্তৰোত্তৰ বৃদ্ধি পায় তাৰ কাৰণহে আমি সকলো প্ৰকাৰে চেষ্টা কৰিব লাগিব।

খাচী আৰু জয়ন্তীয়াসকলৰ বাহিৰেও অসমৰ অন্তৰ্গত আৰু ইয়াৰ দাঁতি-কাষৰত থকা অন্যান্য আদিমবাসীৰে সৈতে আমাৰ চিৰকলীয়া মিত্ৰ সম্বন্ধ। তেওঁলোকৰ প্ৰায় সকলোৱেই সুদূৰ অতীতৰ পৰা অসমত বাস কৰিছে, আৰ্য্যসকল পাছতহে আহিছে, সোমাইছে। দুয়োৰে ভিতৰত হোৱা আদান-প্ৰদানে পৰস্পৰৰ সামাজিক আৰু অৰ্থ নৈতিক জীৱনত প্ৰভাৱ বিস্তাৰ কৰি আহিছে। অসমীয়া ভাষাৰ শব্দ-সম্পদ, অসমীয়া সমাজনীতিৰ উদাৰতা, অসমীয়া নৃত্য-গীতৰ বহুমুখী উৎস—এই সকলো ক্ষেত্ৰতে আদিমবাসীসকলৰ সৈতে সংসৰ্গৰ প্ৰভাৱ পৰিছে। যুদ্ধ-বিগ্ৰহ আদিত তেওঁলোকৰ ক্ষত্ৰশক্তি অসমীয়াৰ একান্ত লাগতিয়াল আছিল। তেওঁলোকক দেখা পালে আমি "মিতা" বা মিত্ৰ বুলি সম্বোধন কৰোঁ। তেওঁলোকৰ বহুত মানুহ অসমৰ হিন্দু-সমাজত অন্তৰ্ভুক্ত হৈছে। তেওঁলোকৰ আলমত এটি বৃহৎ অসমীয়া জাতিৰ সৃষ্টি হৈছে। এওঁলোক আমাৰ বুকুৰ বান্ধৈ, গাৰ মঙহ, এওঁলোকক এৰি আমি এখন্তেকো তিষ্ঠিব নোৱাৰোঁ। কবলৈ গলে, অসমত নকৈ সোমোৱা জাতিবৃন্দ তেওঁলোকৰ তুলনাত আলহীৰ নিচিনা। চুকাফা ৰজাই পূৰ্ব্ব-অসম জয় কৰি বৰাহী মৰাণ আদিৰ ৰজাসকললৈ কৈ পঠিয়াইছিল, বোলে,—"আমি দেখাদেখি হওঁ, সিবিলাক আহক। আমি উজনী ৰাজ্যৰ পৰা আহিছোঁ। সিবোৰ হৈছে স্থান-গিৰি, আমি আলহী। আমাৰ গাঁও-ভূঁই খনৰো পৰিচয় কৰাব লাগে।"

এই স্থান-গিৰিসকলক অতীজৰে পৰা আমি আপোন কৰি লৈছোঁ, দুয়োৰে সংযোগ আৰু সংমিশ্ৰণত এটি অভিনৱ জাতি আৰু সভ্যতাৰ সৃষ্টি হৈছে, সেইদেখি আমি আগলৈকো তেওঁলোকক বুকুত সাৱটি লব লাগিব, কাৰণ অসমৰ সকলো উন্নতি পৰস্পৰ মিত্ৰতাৰ ওপৰত নিৰ্ভৰ কৰিছে, এজনক এৰি সিজনে প্ৰৱৰ্ত্তিবলৈ বিচাৰিলে দুয়োৰে শক্তি টুটি অহাৰ বিষম আশঙ্কা। বৰ্ত্তমান যুগৰ চালচলন আৰু বাক্য-তৰ্কত তেওঁলোক পৰিপক্ক নহব পাৰে, কিন্তু তেওঁলোকৰ সৰল সহজ বুদ্ধি অতি চোকা, এই বুদ্ধিৰ সহায়েৰে কৃত্ৰিম আৰু আন্তৰিক ব্যৱহাৰৰ

পাৰ্থক্য তেওঁলোকে অনায়াসে ধৰিব পাৰে। আন্তৰিক চেনেহৰ টোপোলা লৈ আমি তেওঁলোকৰ কাষ চাপিব লাগিব, তেনেহলে পৰস্পৰ মিত্ৰতা বান্ধোন আৰু কটকটীয়া হব। জ্ঞান-বিজ্ঞানৰ উন্নতিৰ পৰিমাণে আমি আজিকালি সভ্যতা নিৰূপণ কৰোঁ, সেই সভ্যতাৰ হিচাবত জনজাতি-সকল অতি পিচপৰা—কেচুৱা। মুখত সৰল হাঁহি, মৰম লগা মাতকথা, পমি যোৱা ভঙ্গী নেদেখিলে কেচুৱা কেতিয়াও কোলালৈ নাহে। কেচুৱা জনজাতিসকলক আপোন কৰাৰ দায়িত্ব আমাৰ ওপৰতহে বেচিকৈ পৰিছে। আমাৰ মনেৰে আদিমবাসীসকলৰ হৃদয় জয় কৰাৰ উপায় উদ্ভাৱনৰ কামত অসম সাহিত্য সভাই বিশেষৰূপে সাহায্য কৰিব পাৰে। ছিলঙত বহা অধিবেশনে এই বিষয়ে বাট দেখুৱাব বুলি সকলোৱে আশা কৰিছে।

আৰ্য্য আৰু অনাৰ্য্যৰ সংসৰ্গ আৰু আদান-প্ৰদানত অসমীয়া কৃষ্টি আৰু সভ্যতা পৰিপুষ্ট হৈছে, আৰু ইয়াৰ পৰা ভাৰতীয় হিন্দুধৰ্ম্মৰ ওপৰতো চাব পৰিছে। বৈদিক আৰু পৌৰাণিক ধৰ্ম্মৰ তান্ত্ৰিক আৰু শাক্ত ঠাল-ঠেঙুলি অসম বা পূৰ্ব্ববঙ্গ এই অঞ্চলতে উৎপত্তি হোৱা বুলি খেনো পণ্ডিতে বিশ্বাস কৰে। কিন্তু বিস্ময়ৰ কথা হৈছে,—এমুঠি আৰ্য্যই এই অনাৰ্য্যবহুল দেশখণ্ডত নিজৰ মাত-কথা প্ৰভাৱ এনে বিস্তৃতভাৱে বিয়পাব পাৰিলে কেনেকৈ? অনাৰ্য্যসকলৰ মাজত প্ৰচণ্ড-প্ৰতাপী ৰজাৰো আবিৰ্ভাৱ হৈছিল, তেওঁলোক আদিতে আৰ্য্যমাৰ্গৰ বাহিৰে থাকিলেও পাছলৈ হিন্দুধৰ্ম্মৰ প্ৰতি আকৃষ্ট হৈ তাৰ পৃষ্ঠপোষকতাৰ পদ অধিকাৰ কৰিছিল। আৰ্য্য আৰু অনাৰ্য্যৰ সংমিশ্ৰণ অসমত কেনেকৈ স্পষ্ট হৈছিল, কি কি বিষয়ত সেই সঙ্গমৰ সোঁত প্ৰবাহিত হৈছিল, এই সম্পৰ্কে বিশদ আলোচনাৰ প্ৰয়োজন। জনজাতিসকলৰ বিৱৰণী পুথি এখন সঙ্কলনৰ কাৰণে সাহিত্য সভাই এটা পুৰস্কাৰ ঘোষণা কৰাটো বৰ্ত্তমান সময়ৰ পৰিস্থিতিলৈ চাই বৰ সমীচীন হৈছে। অসমীয়া জাতিৰ কলেৱৰ কেনেকৈ পৰিপুষ্ট হল এই বিষয়ে সাহিত্য সভাৰ সপ্তম অধিৱেশনত স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই কোৱা কথাখিনি চিৰকাল মনত ৰাখিব লগীয়া,—"নানা দেশৰ, নানা জাতিৰ, নানা পৰিয়ালৰ আৰ্য্য অনাৰ্য্য মানুহ অসমলৈ আহি অসমত দীৰ্ঘকাল বাস কৰি অসমীয়া হৈছিল। আৰু এই দৰেই পিছৰ কালডোখৰতো, আন-কি আজিলৈকে, অসমীয়া জাতিৰ বৰজালখন গোঁথা হৈ আহিব লাগিছে। কনৌজীয়া, হিন্দুস্থানী, পঞ্জাবী, বঙালী, উড়িয়া, নেপালী, গুজৰাটী আদিৰ পোহ পৰি অসমীয়া জাতিৰ কলেৱৰ দিনকদিনে বৃদ্ধি হোৱাটো কোনে নাজানে? কত বিজয়ী আহোম বংশৰ মানুহ, কত চিংফৌ, মৰাণ, নগা, মিকিৰ, মিৰি, ডফলা, গাৰো লাহে লাহে হিন্দুধৰ্ম্ম আৰু হিন্দুৰ প্ৰভাৱলৈ আহি কোচ, কেওত আদি জাতৰ ভিতৰত সোমাই চিন-নাইকিয়াকৈ একেবাৰেই অসমীয়া হিন্দু হৈ অসমীয়া জাতিক হৃষ্ট-পুষ্ট বলিষ্ঠ কৰিছে, তাৰ সীমা-সংখ্যা নাই। এইদৰে মুছলমানৰ অসম আক্ৰমণৰ কালৰ পৰা অনেক বিদেশী মুছলমান আহি অসমত বাস কৰি অসমীয়া জাতিৰ সংখ্যা আৰু বল বৃদ্ধি কৰিব লাগিছে।" মহাপুৰুষ শঙ্কৰদেৱৰ উদ্ভাবিত আৰু প্ৰচাৰিত ভাগৱতী ধৰ্ম্মৰ মৃদু নিমন্ত্ৰণত জনজাতিসকল কেনেকৈ অসমীয়াৰ বুকুত চিৰকাললৈ লীন হৈ পৰিছে তাৰ কাহিনী অতি উদাৰতা-সম্পন্ন, শিক্ষাপ্ৰদ আৰু উদগনিমূলক।

পণ্ডিতসকলে শ্ৰীমন্ত শঙ্কৰকে কেন্দ্ৰ কৰি অসমীয়া সাহিত্যৰ কেবাটাও যুগ নিৰূপণ কৰিছে, আৰু সেই বিষয়ে যথেষ্ট গৱেষণাও চলিছে। তাৰ পুনৰুক্তি কৰি অভিভাষণ দীঘলীয়া

কৰাৰ অভিপ্ৰায় আমাৰ নাই। ৰাজনৈতিক দৃষ্টিভঙ্গিৰে চালে এই সাহিত্যক দুই যুগত ভগাব পাৰি, প্ৰথম, স্বাধীনতা যুগৰ সাহিত্য; আৰু দ্বিতীয়, পৰাধীনতা যুগৰ সাহিত্য। স্বাধীনতা যুগৰ সাহিত্যৰ কাল উনবিংশ শতাব্দীৰ আদিছোৱালৈকে আৰু পৰাধীনতা যুগৰ সাহিত্যৰ কাল অসমত বৃটিছ শাসনৰ ছ-কুৰি বছৰ। ১৯৪৭ চনৰ পৰা স্বাধীনতা যুগৰ সাহিত্যৰ পুনৰ অৱতাৰণা হৈছে। স্বাধীনতা যুগৰ অসমীয়া সাহিত্যৰ লক্ষণ হৈছে বাধামুক্ত প্ৰবাহ, আৰু পৰাধীনতা যুগৰ সাহিত্যৰ বিকাশত অহোৰহ প্ৰতিবন্ধক।

স্বাধীনতা যুগৰ অসমীয়াৰ জাতীয়-আদৰ্শ কেশাৰিমান বাক্যত ভালকৈ ফুটি ওলাইছে,—

মোগলক কৰভাৰ দিবলগীয়া হোৱাত স্বৰ্গদেৱ চক্ৰধ্বজসিংহই সিংহাসনত বহি গৰ্জ্জি উঠিছিল,—"বঙালৰ অধীন হৈ থকাতকৈ মৰণেহে যুগুত।"

হাজোৰ সমীপবৰ্ত্তী গাঁওবোৰত মোগলৰ সৈন্য বিয়পি পৰাত বীৰবৰ লাচিত বৰফুকনে আক্ষেপ কৰি কৈছিল,—"মই ফুকনৰ দিনতে দেশৰ এনে দশা হল! মোৰ ৰজা ৰক্ষা হব কেনেকৈ? মোৰ ৰাইজ ৰক্ষা হব কেনেকৈ? পাছলৈকো বা ৰক্ষা হব কেনেকৈ?"

মোগলৰ অধীনত থকা বঙ্গদেশ আক্ৰমণ কৰি কৰতোয়া নদীলৈকে বিস্তৃত হৈ থকা প্ৰাচীন কামৰূপ ৰাজ্যৰ পুৰণা সীমা উদ্ধাৰৰ মানসে স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ প্ৰস্তাৱ সমৰ্থন কৰি ডাঙৰীয়াসকলে কৈছিল,—"কৰতীয়া-গঙ্গা সীমা কৰি আমাৰেহে ৰাজ্য। আমি মনকাণ নিদিবৰ দ্বাৰাইহে শক্ৰৱে লৈছে। ৰজা হলে তাৰ শত্ৰুক মাৰি আপোনাৰ সীমানা ৰাখি ৰাজ্য লৱনেসে যোগ্য। স্বৰ্গদেৱৰ পূৰ্ব্বে পুলিন ৰজাদেৱে তেজ-শক্তিৰ বলে ৰঙামাটী চড়াই কৰতোয়া গঙ্গাত খাণ্ডা পখালি গৈছে।"

স্বৰ্গদেৱ লক্ষ্মীসিংহ ৰজাৰ দিনত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই এবাৰ কৈছিল,—"ক্ষত্ৰিয়ৰ ধৰ্ম্ম, শৰীৰ থাকে মানে যুদ্ধ কৰিব। জয় লভিলে ৰাজ্যভোগ হয়, যুদ্ধত পৰিলে স্বৰ্গভোগ হয়। শৰীৰৰ লগত কাতৰ হলে পৰলোকলৈকো পাপ হয়, ইহলোকতো পৰাধীন হয়, লোকৰ আজ্ঞাত প্ৰৱৰ্ত্তি অনেক ভয়-লাজ ক্লেশক পায়। মৃত্যু বাঞ্ছা কৰি থাকিব লগা হয়, অতি কুৎসিত দুখ।"

স্বাধীনতাৰ মৰ্ম্মবাণী এইদৰে ভাৰতৰ কিমান জাতিয়ে বুজিব পাৰিছিল? বুজিব পাৰিলেও কিমানে তাক কাৰ্য্যত পৰিণত কৰিব পাৰিছিল?

স্বাধীনতাৰ বৰগছ অসমত পাতে-ফুলে জকমক্ হৈ ফুলিছিল। সেইবুলি অসমীয়াই পাৰমাৰ্থিক আৰু মানসিক অৱদানত পিচপৰা জাতি নাছিল। প্ৰাচীন এথেন্সবাসী নাগৰিকসকলৰ দৰে অসমীয়াৰ মাজতো মেধাশক্তি আৰু শৌৰ্য্য-বীৰ্য্য দুয়োৰো বিচক্ষণ সমাবেশ ঘটিছিল। অসমৰ স্বাধীনতা দিনৰ সাহিত্যলৈ দৃষ্টিপাত কৰিলে আমি স্তম্ভিত নহৈ নোৱাৰোঁ। এই সাহিত্য হিমালয় গিৰিৰ দৰে উচ্চ, পৰ্ব্বতীয়া নৈৰ দৰে কোবাল, আৰু বনৰ চৰাইৰ মাতৰ দৰে সুৱদি। অসমত বিদগ্ধ পণ্ডিতসকলৰ আবিৰ্ভাৱ হৈছিল। চীন পৰিব্ৰাজক হিউয়েন-চাঙে অসমলৈ আহি ইয়াৰ মানুহৰ বিদ্যাচৰ্চ্চা আৰু স্মৃতি-শক্তিৰ প্ৰশংসা কৰি থৈ গৈছে। ৰজায়ো বিদ্যাচৰ্চ্চা কৰিবলৈ ভাল পাইছিল, আৰু দূৰ বিদেশৰ পণ্ডিত আৰু জ্ঞানী মানুহে অসমত আশ্ৰয় লাভ কৰিছিল। মহাৰাজ ৰত্নপালৰ দিনতো কামৰূপৰ ৰাজধানী নানান পণ্ডিত আৰু কবিৰ দ্বাৰা অলঙ্কৃত হৈছিল। প্ৰাচীন ফলিবোৰৰ প্ৰশস্তিখণ্ডত বিবিধ কাব্যৰ ঝঙ্কাৰ শুনা যায়। এই কামৰূপতে তন্ত্ৰ, স্মৃতি

আৰু ব্যাকৰণ এই তিনি শাস্ত্ৰ নতুন ঠাঁচেৰে সঙ্কলিত হয়। সবাতোকৈ আনন্দৰ কথা যে মহা-পৰাক্ৰমী যোদ্ধা বীৰ শুক্লধ্বজেও গীত-গোবিন্দ গ্ৰন্থৰ টীকা এখন প্ৰণয়ণ কৰি থৈ গৈছে।

অতীত কামৰূপত পাণ্ডিত্যৰ প্ৰচুৰ্য্য থকা সত্বেও অসমীয়া গ্ৰন্থ ৰচনাৰ প্ৰমাণ আমাৰ হাতত পৰা নাই। সেই যুগত ভাব প্ৰকাশৰ ঘাই মাধ্যম আছিল সংস্কৃত ভাষা, তাৰ অধ্যয়ন আৰু আলোচনা ঘাইকৈ ব্ৰাহ্মণসকলৰ মাজতে আৱদ্ধ আছিল। নিজৰ ভাষাতো যে ৰচনা লিখিব পাৰি, আৰু সজ ভাৱ আৰু উপদেশমূলক আখ্যান যে সাধাৰণ মানুহৰ মাজত প্ৰচাৰ কৰিব লাগে, এই ধাৰণা আহিল বৈষ্ণৱ ধৰ্ম্ম অভ্যুদয়ৰ লগে লগে। এই নতুন আদৰ্শক মহাৰাজ নৰনাৰায়ণে পৰিষ্কাৰকৈ ভাষাবদ্ধ কৰিছিল এই বুলি,—

"সম্প্ৰতিক স্ত্ৰীয়ে শূদ্ৰে পঢ়িব যতনে।
কিছু শেষ ভৈলে পঢ়িবেক বিপ্ৰগণে॥
এহি মতে পণ্ডিতসৱক বুলিলন্ত।
তেবে কলি যুগে শাস্ত্ৰ লোপ নহৈবন্ত॥
ভাল বুলি প্ৰশংসা কৰিলা সৰ্ব্বজন।
ভাগে ভাগে গ্ৰন্থ কৰিলেক নিবন্ধন॥
সেই গ্ৰন্থ নিয়া সবে ৰাজাক দেখাইলা।
তাক চাই মহাৰাজ আনন্দক পাইলা॥
পণ্ডিত সবক পাছে কৰিলা সন্মান।
ধন ৰত্ন বস্ত্ৰ অলঙ্কাৰ দিলা দান॥
সমস্তক পঢ়াইলন্ত কৰিয়া দণ্ডিত।
স্ত্ৰী শূদ্ৰ আদি সবে ভৈলন্ত পণ্ডিত।"

মৌখিক প্ৰচাৰৰ বাহিৰেও দেশজ ভাষাত লিখা ৰচনাৰ সহায়েৰে জ্ঞান বিস্তাৰ কৰি সৰ্ব্বসাধাৰণক সদাচাৰী আৰু ভগৱদ্-পৰায়ণ কৰিব লাগে,—এয়ে আছিল বৈষ্ণৱ ধৰ্মৰ আদৰ্শ। এই আদৰ্শৰ প্ৰেৰণাত অসম দেশত প্ৰাচীন ৰামায়ণ মহাভাৰত পুৰাণ উপপুৰাণ আদি সংস্কৃত গ্ৰন্থৰ উভৈনদী ভাঙনি প্ৰস্তুত হল, আৰু তাৰ কোনো কোনো কাহিনীৰ আশ্ৰয় লৈ কবিসকলে নাট আৰু উপাখ্যান লিখিবলৈ ধৰিলে। গ্ৰন্থ ৰচনাৰ বাট মুকলি হৈছিল ঘাইকৈ দুটা কাৰণত,—কবি আৰু পণ্ডিতসকলক পোহপাল দিছিল ৰজা আৰু বিষয়াসকলে আৰু কিছুমানে সত্ৰ-সভাৰ আশ্ৰয়ত থাকি গ্ৰন্থ ৰচনা কৰিছিল। আজিকালি মানুহে কোনো পণ্ডিতক কয়,—"অমুক বিষয়ে আপুনি এখন গ্ৰন্থ লিখিব লাগে।" কিন্তু লিখাৰ সজুলি মাল-মচলাৰ ব্যৱস্থা হলে কোনেও নিদিয়ে, আৰু গ্ৰন্থকাৰে পোহপাল গৈ পুথি ৰচনাত কেনেকৈ একানপতীয়াকৈ লাগিব তাৰ বিষয়েও কোনেও চিন্তা নকৰে। আগৰ দিনত কোনো পণ্ডিতক গ্ৰন্থ লিখিবলৈ দিয়াৰ লগে লগে তেওঁৰ পোহপালৰ বন্দবস্ত কৰা হৈছিল। মহাৰাজ নৰনাৰায়ণে কবিৰ ৰামসৰস্বতীক মহাভাৰত ভাঙিবলৈ আদেশ কৰাৰ সময়ত কবিক মাটী-বৃত্তি দাস-দাসী উপহাৰ দি অন্ন আৰ্জ্জোনৰ পৰা চিন্তা ৰহিত কৰি দিছিল, আৰু গৰুৰ গাড়ীৰে দামে-দামে পুস্তক কবিৰ ঘৰলৈ পঠিয়াই দিছিল।

অসমৰ স্বৰ্গদেৱৰ চ'ৰাত বিদগ্ধ পণ্ডিতবৃন্দই শাস্ত্ৰ সাহিত্য আলোচনা কৰিছিল। তেওঁলোকৰ হতুৱাই ৰজা আৰু কুঁৱৰীসকলে গ্ৰন্থ ৰচনা কৰাইছিল। দুষ্মন্ত আৰু শকুন্তলাৰ কাহিনীত প্ৰেমিকপ্ৰবৰ শিৱসিংহ মহাৰাজে নিজৰ প্ৰণয়-কাহিনীৰ প্ৰতিবিম্ব পোৱাত কবিৰাজ চক্ৰবৰ্ত্তীৰ হতুৱাই কালিদাসৰ শকুন্তলা নাটকৰ আখ্যানভাগ অসমীয়া ভাষাত যুগুত কৰায়। ৰাজেশ্বৰসিংহ মহাৰাজৰ পুত্ৰ চাৰুসিংহ যুৱৰাজ আৰু তেওঁৰ পত্নী প্ৰেমদাসুন্দৰীৰ দাম্পত্য জীৱন মধুময় কৰিবৰ নিমিত্তে কবিশেখৰ ভট্টাচাৰ্য্যই হৰিবংশ নামে এখনি আদিৰসাত্মক পদ্যগ্ৰন্থ ৰচনা কৰে। যেনো যেনো ৰজাই নিজে নাটক আৰু গীতপদ ৰচনা কৰিছিল। ডাঙৰীয়া, ফুকন, বৰুৱা আদি বিষয়াসকলৰ চ'ৰাতো পণ্ডিত কাকতী আছিল, তেওঁলোকেও বহুবিধ গ্ৰন্থ ৰচনা কৰি থৈ গৈছে। ইয়াৰ বাহিৰেও সত্ৰসমূহৰ নাম-প্ৰসঙ্গ, নামঘৰৰ নৃত্য-গীত ভাৱনাৰ জৰীয়তে অসমীয়াৰ মাজত প্ৰাচীন সংস্কৃত সাহিত্যৰ গোটেইখিনি উপাদেয় সম্পদ প্ৰচাৰিত হৈছিল—সুশ্ৰাব্য পৰিমাৰ্জ্জিত অসমীয় শব্দভঙ্গীৰ সহায়েৰে। ইয়াৰ ফলত নিৰক্ষৰা আইসকলে হাত চাপৰি বাই গাবলৈ পাৰিছিল,—

"এ হৰি এ, কুন্তিৰ তনয়।
যুদ্ধ কৰি জিৱাইলন্ত বীৰ ধনঞ্জয়॥"

"মাধৱৰ ৰঙা দুয়ো চৰণে ধৰিয়া।
হৰিনাম ৰস পিয়োঁ আঁজলি ভৰিয়া॥"

"কালীজল কলীয়া সৰ্পে আছে বেৰিয়া,
কিকৈ হলা ভৱনদী পাৰ।
নৰসিংহ ৰূপ ধৰি হিৰণ্যক বধ কৰি
গকুলত কৃষ্ণ অৱতাৰ॥"

এনে সৰল সুৰুচিপূৰ্ণ ভাষা অশিক্ষিতা আইসকলৰ মুখে আন ক'ৰবাত ওলায় নে?

এই যুগত, ৰামায়ণ মহাভাৰত পুৰাণ আদিৰ কথা আমাৰ দেশত ইমান ৰাষ্ট্ৰ হৈ পৰে যে সাধাৰণ অশিক্ষিত খেতিয়ক মানুহেও হিন্দু দেৱ-দেৱতাৰ মহিমা আৰু মহাকাব্য পুৰাণৰ কাহিনীবোৰ জানিবলৈ ধৰে। এনে বিস্তৃত জনশিক্ষা বোধ কৰোঁ ভাৰতৰ কোনো ৰাজ্যতে হোৱা নাছিল। মাথোন ইউৰোপৰ ৰিণেইছেন্‌ছৰ যুগত এই সৰ্ব্বব্যাপী জনশিক্ষাৰ আভাস পোৱা যায়, যাৰ ফলত সামান্য ৰণুৱায়ো মহাবীৰ আলেকজেণ্ডাৰৰ কথা আলোচনা কৰিবলৈ সক্ষম হৈছিল। এই জনশিক্ষাই অসমৰ প্ৰজাক সুৰুচিপূৰ্ণ আৰু পৰিমাৰ্জ্জিত কৰি থৈ গৈছে। অসমত নামকীৰ্ত্তনৰ মহিমা শুনি আতঙ্কিত হৈ ৰাজপুতনাৰ পৰা অম্বৰাধিপতি ৰামসিংহলৈ তেওঁৰ মাক আৰু ঘৈণীয়েকে সতৰ্কবাণী লিখি পঠিয়াইছিল,—"আমি শুনিছোঁ সিদেশত নামকীৰ্ত্তন অনেক প্ৰকাশ হৈ আছে। এনেদেশ মাৰিলে তাৰ পৰিণাম কি হব তুমি জানা। এই দেশ মাৰি মীৰজুমলাই কিমান দিন খাবলৈ পালে? তেওঁ নিজৰ ঠাঁয়ো উভতি নাপালেহি। গতিকে ইয়াকে দেখি যি ভাল পোৱা কৰিবা।"

অসমৰ বৈষ্ণৱ সাহিত্যত হৰিনামৰ মাহাত্ম্য আৰু তাৰ লগে লগে প্ৰৱল অধ্যাত্মিকতা

আৰু সদাচাৰৰ প্ৰয়োজনীয়তাৰ বাণী ঘোষিত হৈছে। এই সাহিত্যৰ গদ্য অংশ বিশেষ চকুত লগা। ভক্তপ্ৰবৰ ভট্টদেৱৰ 'কথাগীতা' আৰু 'কথা-ভাগৱত' অসমীয়া গদ্য-সাহিত্যৰ আপুৰুগীয়া সম্পত্তি। সেই কালত এনে উচ্চ গদ্য ৰচনা ভাৰতৰ অতি কম ভাষাতে পোৱা গৈছিল বুলি পণ্ডিতসকলৰ মত। বৈষ্ণৱ সন্তসকলৰ চৰিত্ৰ পুথিও বিশেষ আদৰৰ বস্তু। অসমৰ সকলো সন্ত-মহন্তৰ উৎপত্তি-কাহিনী লৈ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত দক্ষিণপাটৰ শিষ্য গোবিন্দদাস নামে এজন ভক্তই "সন্তসম্প্ৰদা" নামে এখন গ্ৰন্থ লিখিছিল। তাত থকা কথাখিনিৰ বৰ্ত্তমান যুগৰ ভাৱধাৰাৰ লগত আচৰিতৰূপে মিল। মহাপুৰুষ শঙ্কৰদেৱৰ জীৱন আলোচনা কৰোঁতে গোবিন্দদাসে লিখিছে,—

"পাচে কুসুমৰ ভাৰ্য্যা সত্যসন্ধ্যা আইৰ গৰ্ভে শুভ তিথি শুভ দিনে শুভ লগ্নে শ্ৰীশঙ্কৰৰূপে হৰি অৱতাৰ হলা। যাতো সংসাৰী জীৱক হৰি ভক্তি প্ৰচাৰ কৰি মোক্ষ দিলা। এতেকে দেবজ্ঞসৱে জাতকোষ্ঠি কৰিলা। গুপ্তনাম শ্ৰীগঙ্গাধৰ হৈলা, যাতো গৰ্ভধান সময়ত মহাদেৱ ৰহিবাৰ স্বপ্নত মাতৃত স্থান খুজিলা, এতেকে পিতৃ-মাতৃ গঙ্গাধৰ হেন বুলিলা, লোকত শঙ্কৰ নাম প্ৰখ্যাত কৰিলা। ভৱিষ্যত পুৰাণত শঙ্কৰ বাসুদেৱ অংশ হেন শঙ্কৰে পাৰ্ব্বতীত কহিছে, আৰু সেই কালৰ লোকে ঠাই ঠাই ঈশ্বৰ শক্তি দেখিলা, তাক বংশাৱলীত বৰ্ণনা কৰিছে। ষাড়ক মৰ্দ্দি লোকৰ ভয় দূৰ কৰিলা। ছিহ্নযাত্ৰা কৰি লোকক ঈশ্বৰভাৱ দেখায়া হৰিত শৰণ কৰিলা। টেমনীয়া বান্ধি লোকৰ দুখ দূৰ কৰিলা। পণ্ডিতসৱকো বাদে জিনি গীতা ভাগৱত শালগ্ৰাম শৰণ ভজন ভক্তি লোকত প্ৰচাৰ কৰিলা। ভাগৱত শ্লোক ভাঙি পদ-পয়াৰ নাট-গীত ভটিমা গুণমালা লীলামালা এৱমাদি গ্ৰন্থসৱ কৰি লোকসৱক হৰিত দৃঢ়মতি কৰাইলা।

"এতেকে তাক শূদ্ৰ বুলি যি অমান কৰে সি অৱশ্যে অধোগতি যাইব। শিশুপালে গোপৰ ছৱাল বুলি অসূয়া পৰক্ৰিয়া কৰি ৰাজসভাত অনেক নিন্দা বুলিলা, আপোনাৰ আয়ু-শ্ৰী নাশ কৰিলা। যেহেন শিলাত মুষ্টি হানিলে আপুনি দুখ পায় তেমনে সন্তক নিন্দিলে আপুনি অধোগতি যায়।"

"বুলিবা যদি ঈশ্বৰ হয় তেনে অনিত্য শৰীৰ কিয় ধৰা? তাক কওঁ শুনা,—ব্ৰহ্মাৰ কি বিভাগ আছে? এতেকে কাৰ্য্যৰ নিমিত্তে শূকৰাদি জন্মও ধৰে। তেবে কি ঈশ্বৰ নোহে? শূদ্ৰকুলে জাত হৈবাৰ অভিপ্ৰায় আছে। সত্যযুগে হৰিভক্তিৰ পথ কেৱল ব্ৰাহ্মণে মাত্ৰ ৰাখিলা। ই তিনি জাতিয়ে ৰাখিব নাপাৰিলে। ত্ৰেতাযুগত খেত্ৰিয় ব্ৰাহ্মণ দুহো ৰাখিলে। দ্বাপৰত ক্ষেত্ৰিয়ে বৈশ্যে ৰাখিলে। কলিযুগত ই তিনি জাতিয়ে হৰিভক্তি ৰাখিতে নাপাৰিলে। বেদৰ বশ্যকৰ্ম্মে বদ্ধ হৈল। শূদ্ৰসৱ হৰিভক্তি-পাত্ৰ হৈল। আকে দ্বাদশ স্কন্ধ শ্ৰীভাগৱতত কহিছে। এতেকে শূদ্ৰকুলে অৱতৰি আচাৰ্য্য হুয়া হৰিভক্তি প্ৰকাশ কৰিলা, আৰু হৰিভক্তিয়ে জাতি অজাতি নবাচে। ভক্তিমন্ত হলে বিপ্ৰতো কৰি চণ্ডাল গৰিষ্ঠ হয়। সপ্তম স্কন্ধত প্ৰহ্লাদে নৃসিংহৰ আগে বুলিছা,—"ভক্তিমন্ত হলে অন্ত্যজো আচাৰ্য্যৰ যোগ্য হয়।" মহাতপস্বী শৌনকাদি মুনিসৱে শুকক গুৰু মানি উচ্চাসন দিয়া মধ্য কৰি শ্ৰীভাগৱত শুনিলা। শ্ৰীশুকদেৱে দেৱঋষি, ব্ৰহ্মঋষি, ৰাজঋষি সভাত থাকি তেওঁ আঙ্গুলি উদ্দেশি ঋষিসৱৰ আগে ভাগৱত কহিবে বুলিলা। এতেকে ভক্তি হৈলে সকল গুণৰ পাত্ৰ হয়।

"শ্ৰীশঙ্কৰো পূৰ্ণ সাক্ষাতে ঈশ্বৰ। এতেকে তাঙ্ক পৰম গুৰু মানি হৰি-গুণ শ্ৰৱণ-কীৰ্ত্তন

কৰা। ইদেশত পূৰ্ব্বে লোকসৱে কাক হৰি বোলে হৰিকথাও নাজানিলে, অন্য দেৱ-দেৱীক ভজিল, কতোসৱে বৌধ মতে প্ৰৱৰ্ত্তিল। আবে শঙ্কৰ অৱতাৰ বৰদ্ৰৱা বেহাৰত সত্ৰ কৰিলা, ভক্তি-ৰত্ন থাপিলা, সেই ভক্তিৰত্ন সন্তসৱে বেসাই সৱেদেশ পৰিপূৰ্ণ কৰিলা। হেনয় কৃপালু শঙ্কৰক মই কোটিবাৰ প্ৰণাম কৰোঁ।"

বংশীগোপালদেৱৰ বিষয়ে গোবিন্দদাসে কি কৈছে শুনক,—"পাচে গোপালে বিবাহ নকৰি ব্ৰহ্মচাৰী হৈল। একেসন্ধ্যা আতপ তণ্ডুল অন্ন ভুঞ্জিলা, মৎস মাংস উবুৱা বৰ্জ্জিলা, দেহত অভিমান এৰিলা, ভূমিত বস্ত্ৰ পাৰি শয়ন কৰিলা, দুয়ো বেলা স্নানিলা, বিষয়ক তুচ্ছ হেন দেখিলা, সদায়ে অভিমান এৰিলা, সদায় হৰিনাম কীৰ্ত্তন কৰিলা, স্ত্ৰী নাচাহিলা, অসন্ত সমে আলাপ নকৰিলা, মৌনে ৰহিলা, ব্ৰেথা বাক্য নুবুলিলা।"

দেৱগোপালৰ বিষয়ে গোবিন্দদাসে আৰু কৈছে—"ধোৱালোৰ বেলৰ শাখাত এক ব্ৰাহ্মণে শ্ৰীশঙ্কৰৰ মূৰ্ত্তি মদনগোপালক পাই দেৱগোপালক নিয়া দিলা। গোপালে পৰম হৰিষে ঠাকুৰসমে একে আসনত থৈয়া সেৱা কৰিলা। সেইদিনা হন্তে দেৱগোপালৰ সম্পদ হৈলা, তথাপি তাত কিঞ্চিত প্ৰিয় নাছিল, যাতো সম্পদক মহন্তে আপদ হেন মানে, মূঢ় জনেহে আনন্দ মানে। এমন সম্পদ পাই ঢকুৱা পাৰি বসিলা, ভাল বস্ত্ৰ পৰিধান নকৰে, মিষ্ট দ্ৰব্যকো ভোজন নকৰে, স্ত্ৰী-সুৱৰ্ণকো চক্ষুৰে নাচাহে। ৰাত্ৰি ভৈলে দীঘে-প্ৰস্থে চতুৰ্থ হাতত মশৰিক তৰি নিদ্ৰা আসে বুলি মাটিত বসি মালা জপি কৰি থাকা। হেন দেৱগোপাল সম সাধু পূৰ্ব্বেও নাছিল, পাচত লাগিও নহৈব।"

গোবিন্দদাসৰ "সন্ত-সম্পদা"ৰ পৰা দীঘলীয়া টোকা মাতি শুনুৱাত আপোনালোকে মোক ক্ষমা কাৰিব। মহাপুৰুষ শঙ্কৰদেৱৰ দ্বাৰা হৰিভক্তি প্ৰচাৰ, ভক্তিমন্ত হলে শূদ্ৰ আৰু চণ্ডালৰো গৰিষ্ঠ আসন লাভ, ব্ৰহ্মচাৰী দেৱগোপালৰ কঠোৰ সাত্বিক জীৱন,—ইয়াৰ মূলতত্ত্বই হৈছে অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ বাণী, সেই বাণীৰ অমৃতৰস অসমীয়াই আজঁলি ভৰি পিবলৈ ভাল পায়,—তেও তেওঁলোকৰ নামুৱায়। জড়বাদী সংসাৰত "সৰ্ব্বে গুণাঃ কাঞ্চনমাশ্ৰয়ন্তি," অৰ্থাৎ ধন হলেহে মানুহ সৰ্ব্বগুণৱন্ত হয়, এই মন্ত্ৰ প্ৰচাৰিত হৈছে ; অসমীয়াই কিন্তু কৈছিল,—"ভক্তি ভৈলে সকল গুণৰ পাত্ৰ হয় ;" এই আদৰ্শক সাৰোগত কৰি মনা অসমীয়া জাতিৰ চিৰকল্যাণ অৱশ্যম্ভাবী, তেওঁলোকৰ পৰিহানি কেতিয়াও সংঘটিত নহয়।

স্বাধীনতা যুগৰ অসমীয়া সাহিত্যত এটি বিশিষ্ট অঙ্গৰ বিষয়ে এইখিনিতে অলপ উনু-কিওৱা উচিত। বৈষ্ণৱ সাহিত্যত অসমীয়াৰ অধ্যাত্মিকতাৰ পূৰ্ণ বিকাশ হৈছে। কিন্তু জগতৰ ঘাত-প্ৰতিঘাতত বিকাশ হোৱা মনোবৃত্তি লিপিবদ্ধ হৈ আছে অসমৰ বিপুল ৰজঘৰীয়া সাহিত্যত। যি কালত ভাৰতৰ অনেক ৰাজ্য পৰাধীন অৱস্থাত আছিল সি কালত অসমত স্বাধীনতাৰ বিজয় নিচান উৰিছিল। এই স্বাধীনতাক অটুট ৰাখিবৰ কাৰণে দেশৰ শাসনকাৰ্য্য সুচাৰুৰূপে পৰিচালনাৰ ব্যৱস্থা কৰিবলৈ অসমীয়া জাতি বাধ্য হৈছিল ; তাৰ হন্তে ইয়াত নানান বিষয়ৰ লাগতিয়াল গ্ৰন্থ লিখাৰ আৱশ্যক হৈছিল, তেনে আৱশ্যকতা পৰাধীন জাতিয়ে অনুভৱ নকৰে। কাৰণ পৰাধীনতাৰ যুগত শাসনৰ জটিল সমস্যাবোৰৰ সমাধান কৰে ভিনদেশী বিজেতাই, পৰাভূত জাতিৰ মানুহৰ পক্ষে সেই সমস্যাবোৰ "খায়নে কাণত পিন্ধে" এনে অগোচৰ বিধৰ।

অসমৰ ৰাজনৈতিক সমস্যাবোৰৰ সমাধান ইয়াৰ বিপুল বুৰঞ্জী সাহিত্যত চিৰকাললৈ লিপিবদ্ধ হৈ আছে। অকল ৰজা আৰু মন্ত্ৰীকে লৈ ৰাজকাহিনী গঠিত হব নোৱাৰে। তাত দেশৰ অৱস্থা, প্ৰজাৰ মনোভাৱ, নানা সময়ত জাতীয় পৰিস্থিতি—এই সকলোবোৰৰ আভাস বুৰঞ্জী সাহিত্যত পোৱা যায়। অসমৰ বুৰঞ্জী সাহিত্যই অসমৰ বাহিৰে ভাৰতৰ ইতিহাসতো পোহৰ পেলাব পাৰিছে। অসমৰ ওচৰত থকা কাছাৰ, জয়ন্তা আৰু ত্ৰিপুৰাৰ বিশ্বাসযোগ্য সমসাময়িক বুৰঞ্জী অকল অসমীয়াই মাথোন ৰক্ষা কৰিছে।

ৰাজ-ৰাজোৱানৰ কথা-বাৰ্ত্তা, লেন-দেনৰ বাহিৰেও আগৰ দিনৰ বুৰঞ্জী সাহিত্যই অসমীয়াৰ উচ্চ মনোবৃত্তিৰ আভাস দিছে। তাৰে গোটাচেৰেক দৃষ্টান্ত তলত দাঙি ধৰিলোঁ।

ৰজা যদি আত্মসুখত নিমগ্ন হৈ থাকে তেন্তে তেওঁৰ ৰাজ্য অতি শীঘ্ৰে ধ্বংসৰ বাটলৈ আহে। মোগল সম্ৰাট হুমায়ুন বাদশ্বাহৰ অসংখ্য বিশ্বাসী কৰ্ম্মচাৰী আছিল, তথাপি তেওঁ নিজৰ দোষত ৰাজ্য এৰি পলাতক ভাৱে দেশ-দেশান্তৰে ফুৰিবলৈ বাধ্য হৈছিল। ইয়াতে দুখ কৰি পাৰশ্যৰ বাদশ্বাহে হুমায়ুনক গৰিহণা দি কৈছিল,—"এনে চাকৰ থাকোঁতেও দিল্লীৰ পৰা তই কিয় পলাই আহিলি? দিল্লী হেন জেগাত তই তিনি পিৰীৰ বাদশ্বহা, তোৰ আগত তই মৰ বুলিলে অলপকৈ হলেও লাখ লোক মৰিলহেঁতেন তোৰ নিমিত্তে। আপোনাৰ সুখ-দুখৰ ইচ্ছা কৰিহে বাদশ্বাহী কৰিলি। ৰাজ্যৰ সুখ-দুখৰ বিচাৰ নলৈছিলি। অলপ সূত্ৰ হলতে লোক-জনৰ মন বিগৰি গ'ল। এতেকে ই কথাটো যাৱত দিল্লী তাৱত থাকিল, মুছলমান কুলটো হাঁহিয়াত হল।"

এইদৰে, মীৰজুম্লাই গড়গাঁও পাওঁ পাওঁ হওঁতে অসমৰ স্বৰ্গদেৱ জয়ধ্বজসিংহই ৰাজধানী এৰি পৰ্ব্বতলৈ পলাই যায়। বাটত পোহাৰীৰে লগ পাই স্বৰ্গদেৱক এই বুলি বিকৰ্থনা কৰিছিল,—"স্বৰ্গদেৱ, তুমি ৰং-আনন্দতহে মন দিলা! এই পোন্ধৰ বছৰে যদি দিব লগা ঠাইত পোন্ধৰ চপৰা মাটি দিলাহেঁতেন তেন্তে তোমাৰ কিয় এনে অৱস্থা হব?"

স্বৰ্গদেৱ জয়ধ্বজসিংহই জেশাহুৱেকৰ লগত গোপনে খোৱা-বোৱা কৰাত ভনীয়েক আইকুঁৱৰীদেৱে স্বৰ্গদেৱক এই বুলি বিকৰ্থনা কৰিছিল,—"পৃথিৱীৰ ওপৰত স্বৰ্গদেৱ হৈছে, মোৰ বাই তোৰ জেশাহুৱেৰ, তেও যে এনে কৰ্ম্ম কৰ, লাজ্-কাজ ধৰ্ম্ম-মৰ্যদা ক'ত থলি?"

অসমৰ কেবাজনা কোঁৱৰ কোচ ৰজা নৰনাৰায়ণৰ তাত ওলৰূপে বন্দী হৈ আছিল, তেওঁলোকৰ প্ৰত্যেকৰে যুৱত অৱস্থা, সংসাৰৰ নিয়মমতে তেওঁলোকৰ এই বয়সত লৰা-তিকতাৰে সৈতে ঘৰ-গৃহস্থী কৰি খোৱাৰ সময়। সেইদেখি চিলাৰায়ৰ পটেশ্বৰীসকলে গিৰিয়েকক কলে,—"অসম ৰজাৰ চাৰিটা কোঁৱৰ আনি বন্দী কৰি থৈছা। ইহঁতো ৰূপে-গুণে যুবা অৱস্থা হৈছে। এতেকে ইহঁতক স্বদেশলৈ বিদায় দিয়ক।" পটেশ্বৰীসকলৰ অনুৰোধ মতে কিবা এটা চেলু উলিয়াই বন্দী কোঁৱৰ কেজনক অসমলৈ পঠিয়াই দিয়া হল।

শৰাইঘাটৰ যুদ্ধৰ দিনা সেনাপতি লাচিত ফুকন নৰিয়া পৰাত উত্তৰ পাৰৰ এভাগ সৈন্যই যুদ্ধজয়ৰ আশা এৰি ৰণথলি এৰি যাবলৈ উপক্ৰম কৰিছিল। এনে অৱস্থা দেখি নৰা হাজৰিকা নামে সেনাপতি এজনে অশ্বক্ৰান্তত স্বৰ্গদেৱৰ শৰণ দি ৰাইজৰ ফালে চাই চিঞৰি কলে,—"ৰাজ্য অই, সুণীয়া কাঁহীত বিহ ঢালিব খুজিছ যদি ভাগ।" অসমীয়াৰ স্বাৰ্থত জলাঞ্জলি দি

কোনোবাই দেশৰ অনিষ্ট সাধিবৰ উদ্যম কৰিলে অসমীয়াই যেন তেওঁক নৰা হাজৰিকাৰ কথাশাৰি সোঁৱৰাই দিয়ে,—"ৰাজ্য ঐ, সুনীয়া কাঁহীত বিহ ঢালিব খুজিছ যদি ভাগ।"

উচ্চ মনোবৃত্তি আৰু ঐকান্তিক দেশপ্ৰেমৰ বতাহ-পোহৰ নাপালে স্বাধীনতা-বৃক্ষ কেতিয়াও জীয়াই থাকিব নোৱাৰে। সেই মনোবৃত্তি আৰু দেশপ্ৰেমৰ দৃষ্টান্ত অসমীয়াৰ অতীত কাহিনীত অগণন ভাৱে চিৰতি হৈ পৰি আছে।

বুৰঞ্জীৰ বাহিৰেও এইবোৰৰ বিষয়ে ৰজাঘৰৰ কাৰণে কিতাপ যুগুত হৈছিল,—ৰাজ-চ'ৰাৰ নিয়মাবলী, বিষয়াসকলৰ মৰ্য্যাদাৰ তাৰতম্য, আহোমৰ নানা ফৈদৰ বিৱৰণ, ৰজাই বিয়া কৰা কন্যাৰ বংশৰ পৰিচয়, গড় আৰু দুৰ্গ নিৰ্ম্মাণৰ ব্যৱস্থা, ৰজাৰ নগৰ আৰু পুখুৰী দেৱালয় সজাৰ ব্যৱস্থা, ঘোৰাৰ প্ৰকাৰ আৰু চিকিৎসা, হস্তীৰ ব্যাধি আৰু চিকিৎসা, শেনৰ ব্যাধি আৰু চিকিৎসা, ৰজাৰ আগত দেখুউৱা খেল-ধেমালি। খামটি ভাষাত লিখা প্ৰাচীন দণ্ডবিধি এখন দুমাহমানৰ পূৰ্ব্বে আমাৰ দেখাৰ সৌভাগ্য ঘটিছিল। বানপানী, ভুইকঁপ, অগ্নিকাণ্ড, উঁই আদিৰ উপদ্ৰৱ আৰু মানমৰাণৰ বিপ্লৱত যে আমাৰ কিমান গ্ৰন্থ লোপ পালে তাৰ ইয়ত্তা নাই। তাৰ বাহিৰেও ইউৰোপৰ নানান গ্ৰন্থশালাত অসমীয়া পুথি ভালেমান সংৰক্ষিত হৈছে। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে বৃটিশ মিউজিমৰ পৰা 'ত্ৰিপুৰা বুৰঞ্জী পুথি আৰু 'ধৰ্ম্মপুৰাণ'ৰ ; ফটোষ্টেট্ কপি যুগুত কৰি আনিছে। এই মিউজিয়মতে 'বাৰস্কন্ধ ভাগৱতৰ এখন সচিত্ৰ পুথি' আছে। কোচবিহাৰৰ ৰাজভঁৰালতো ভালেমান অসমীয়া পুথি সংৰক্ষিত হৈছে। বিদেশী গ্ৰন্থালয়ত থকা পুথিবোৰ ক্ৰমান্বয়ে গোটাবৰ সময় হল।

এতিয়াও যিবোৰ প্ৰাচীন গ্ৰন্থ পোৱা যায় তাৰ সন্ধেদ ললে সকলোৱে বুজিব পাৰিব যে বিষয়-বস্তুৰ উৎকৰ্ষতা আৰু বহুমুখী সৌষ্ঠৱত জগতৰ অতি কম সাহিত্যইহে অসমীয়া সাহিত্যক চেৰ পেলাব পাৰিব। অসমীয়াই যাতে এই কথাষাৰ হৃদয়ঙ্গম কৰিব পাৰে, যাতে তাৰ ফলত অসমীয়াৰ আত্মসম্ভ্ৰম বৃদ্ধি হয় আৰু অসমীয়াৰ প্ৰতি অনা-অসমীয়াৰ শ্ৰদ্ধা সৃষ্টি হয় তাৰ কাৰণে সাহিত্য সভাই ঐকান্তিক চেষ্টা কৰাটো যুগুত।

অসমীয়াৰ স্বাধীনতা যুগৰ অৱসান হোৱাত অসমীয়া ভাষা আৰু সাহিত্যৰ ওপৰত মাধ-মাৰ পৰিল। সাহিত্যৰ পৃষ্ঠপোষক ৰজা কুঁৱৰী বিষয়াসকল অন্তৰ্দ্ধান হল। তেওঁলোকৰ ঠাইত আহিল বিদেশী শাসকবৃন্দ আৰু দলে দলে বিদেশী কৰ্ম্মচাৰীসকল। অসমীয়া ভাষা যেন কোনো ভাষাই নহয়, ই মাথোন বঙালীৰ অপভ্ৰংশ, আদালত পঢ়াশালীত এই ভাষাক প্ৰচলিত কৰাৰ কোনো সকাম নাই,—এই ধৰণৰ বুজনি পোৱাত নতুন শাসকসকলে অসমীয়া ভাষাৰ মূলচ্ছেদ কৰিবলৈ সাজু হল। তাৰ প্ৰতিবাদ কৰিছিল অসমত থকা আমেৰিকান মিশ্যনেৰী-সকলে আৰু কেজনমান দেশপ্ৰেমিক অসমীয়াই। বহুবছৰ আন্দোলনৰ পাছত অসমীয়া ভাষা স্বতন্ত্ৰ বুলি স্বীকৃত হল।

কিন্তু বিদেশীয়ে প্ৰৱৰ্ত্তন কৰা শিক্ষা-পদ্ধতি অনুসাৰে ভাৰতীয় ভাষা আৰু সাহিত্যত— তাৰ লগে লগে অসমীয়া ভাষা আৰু সাহিত্যত—কিবা যে মূল্যবান সম্ভাৰ আছে এইটো কোনেও স্বীকাৰ নকৰিলে। বিশ্ববিদ্যালয়ৰ পৰীক্ষাবোৰত ভাৰতীয় ভাষাই যৎসামান্য ভাবেহে ঠাই পাবলৈ ধৰিলে। এনেহে অনুমান হল যেন মানবৰ চৰম উৎকৰ্ষ হৈছে ইউৰোপীয়

সাহিত্যাত আৰু প্ৰাচ্যৰ সাহিত্য-সম্পদ আলমাৰীৰ এটা ঠাকত আবদ্ধ কৰিব পাৰি। ভাৰতীয় ভাষা আৰু সাহিত্যক মানুহে ইমান তলখাপৰ বুলি ভাবিবলৈ ধৰিলে যে গ্ৰামিক অনুন্নত যেই-সেই কথাকে 'ভাৰ্ণেকুলাৰ' আখ্যা দিয়া হল, যথা "তুমি যিখন মিটিং পাতিলা বা তুমি যিটো বক্তৃতা দিলা বা তুমি যিটো ঘৰ সাজিলা, সি বৰ ভাৰ্ণেকুলাৰ হলহে।"

কিন্তু এই আন্ধাৰ যুগত এজন মনীষীৰ আৱিৰ্ভাৱ হল, তেওঁ হৈছে চাৰ আশুতোষ মুখাৰ্জ্জী। তেওঁ যত্ন কৰি দেশজ ভাষাকো বিশ্ববিদ্যালয়ৰ ওখ মহলালৈকে শৃঙ্খলাবদ্ধভাবে অধ্যয়ন আৰু অধ্যাপনাৰ দিহা কৰিলে। সেই প্ৰচেষ্টাৰ সুফল অসমীয়া ভাষা আৰু সাহিত্যয়ো ভোগ কৰিবলৈ পালে, আৰু অসমীয়াৰ সাহিত্যিক চেতনা পুনৰ জাগ্ৰত হল।

১৯৪৭ চনত ভাৰতৰ নতুন স্বাধীনতাৰ যুগ আৰম্ভ হৈছে। বিদেশীৰ প্ৰভুত্ব আঁতৰি যোৱাত ভাৰতীয়ই মুক্তকণ্ঠে মাত মাতিবলৈ ধৰিছে। ভাৰতৰ দেশজ সাহিত্যত যে ঐশ্বৰ্য্য-সম্পদ যথেষ্ট পৰিমাণে আছে সেই কথালৈ মানুহৰ মন আকৃষ্ট হৈছে। এই ভাবাত কি সমৃদ্ধি আছে তাক জানিবলৈ অন্য ভাষাভাষী পণ্ডিতৰ মাজত কৌতূহল সৃষ্টি হৈছে। অসমীয়া সাহিত্যৰ বিষয়ে তেওঁলোকে আগেয়ে অলপ ইঙ্গিতহে পাইছিল, তেওঁলোকে মাত্ৰ জানিছিল যে অসমৰ গদ্য সাহিত্য অতি প্ৰাচীন আৰু অসমীয়া বুৰঞ্জীবোৰ ভাৰতীয় সাহিত্যৰ বিশিষ্ট সম্পত্তি। এতিয়া অসমীয়া সাহিত্যৰ বিষয়ে ভালকৈ জানিবলৈ পণ্ডিতসকলৰ বৰ ধাউতি হোৱা দেখা গৈছে। যিসকলে মহাপুৰুষ শঙ্কৰদেৱ আৰু তেওঁৰ প্ৰৱৰ্ত্তিত ধৰ্ম্ম আৰু সাহিত্যৰ বিষয়ে অলপ-অচৰপ জানিব পাৰিছে তেওঁলোকে আচৰিত হৈ কৈছে—"অসমত এনে এজন বহুমুখা প্ৰতিভা-সম্পন্ন সন্তপুৰুষ আৰু সমাজ-সংস্কাৰক জন্মিছিল, তেওঁৰ বিষয়ে ভাৰতীয়ই একো নাজানে, এইটো বৰ দুখৰ কথা।" এইদৰে অসম বুৰঞ্জীৰ চকুত-লগা ঘটনাৰ অলপ মাত্ৰ আভাস পাই ভাৰতীয় পণ্ডিতসকলে অনুৰূপ মন্তব্য ব্যক্ত কৰিছে,—"অমুকৰ বিষয়ে বা অমুক ঘটনাৰ বিষয়ে আমাক আৰু কওক।" তেওঁলোকে শুনিছে,—অসমৰ ঘৰে-ঘৰে বোৱনী শিপিনী, অসমীয়া তিৰুতাৰ কৰ্ম্মকুশলতা আৰু অস্পৃশ্যতা মহাব্যাধিৰ মাৰাত্মক আক্ৰমণৰ পৰা অসমৰ নিষ্কৃতি। অসমৰ বিষয়ে সকলো কথা জানিবলৈ ভাৰতীয়সকল আজি গ্ৰহণোন্মুখ হৈ আছে। এয়ে হৈছে অসমীয়াৰ পক্ষে সোণালি সুযোগ। বৈষ্ণৱ ধৰ্ম্মৰ বিস্তৃতিৰ যুগত যেনেকৈ উভৈনদী গ্ৰন্থ ওলোৱাত মানুহৰ মাজত উচ্চ আদৰ্শ প্ৰচাৰিত হৈছিল, এতিয়াও অসমীয়া কৃষ্টি সভ্যতা জাতীয় আৰু সামাজিক জীৱনৰ বিষয়ে অবিৰত গ্ৰন্থ প্ৰকাশিত হলে অসমীয়াৰ কপালত ঘটা চিৰ অৱজ্ঞাৰ ঠাইত অপূৰ্ব্ব সম্ভ্ৰম আৰু মৰ্য্যাদাই দেখা দিব, ই ধুৰুপ।

সুখৰ কথা যে ভাৰতীয় সাহিত্যৰ কাৰণে স্বাধীন চৰকাৰেও যথেষ্ট মনোযোগ দিবলৈ ধৰিছে। দুখীয়া সাহিত্যিকক বৃত্তি আদি দি সহায় কৰাৰ ব্যৱস্থা ভাৰত গৱৰ্ণমেণ্টে হাতত লৈছে, সেই বৃত্তিৰ কাৰণে অসমৰ পৰা ৫৪ জন প্ৰাৰ্থীয়ে আবেদন কৰিছে। তদুপৰি বিহাৰ আৰু উত্তৰপ্ৰদেশৰ গৱৰ্ণমেণ্টে সাহিত্যিকক সহায় কৰিবলৈ আগ বাঢ়িছে। পশ্চিমবঙ্গৰ গৱৰ্ণমেণ্টে বছৰত ওলোৱা সৰ্ব্বোৎকৃষ্ট গ্ৰন্থৰ লিখকক পুৰস্কাৰ দিয়াৰ দিহা কৰিছে। প্ৰগতিশীল অসম চৰকাৰেও তদনুৰূপ ব্যৱস্থা অচিৰে হাতত লব বুলি সাহিত্য সভাই আশা কৰিছে।

সাহিত্যৰ উন্নতি সাধন দেশীয় প্ৰশাসনৰ এটি প্ৰথম খাপৰ আৱশ্যকীয় কৰ্ত্তব্য, কাৰণ

সাহিত্যৰ জৰীয়তে মানুহৰ মন উন্নত কৰিব নোৱাৰিলে নাগৰিকৰ আশা-আকাঙ্খাও হয় তলখাপৰ আৰু শাসনকাৰ্য্যৰ গতি-বিধিও হয় তেনেকুৱা। গণতন্ত্ৰৰ যুগত প্ৰজাৰ মঙ্গল নিৰ্ভৰ কৰিছে নাগৰিকৰ অভিমতৰ ওপৰত, নাগৰিকসকল নৈতিক আদৰ্শত উন্নত নহলে গণতন্ত্ৰ ভেকো-ভাৱনাত পৰিণত হোৱা স্বাভাৱিক। নাগৰিকে ভোটৰ সহায়েৰে সংসদৰ সদস্য নিৰ্ব্বাচিত কৰে, সদস্যসকলে মন্ত্ৰীসকলক ভৰ দি তেওঁলোকৰ দ্বাৰাই যাবতীয় শাসন-কাৰ্য্য চলায়। নাগৰিকসকলে গহীনভাৱে সকলো কথা ভাবি-চিন্তি যদি উপযুক্ত মানুহক সদস্য বাচি পঠিয়ায় তেনেহলে দেশৰ শাসন-ভাৰ উপযুক্ত মন্ত্ৰীৰ হাতত পৰিব। স্বায়ত্ব-শাসনৰ প্ৰথম খাপ হৈছে ভোট দান। এই প্ৰথম খাপতে যদি কেৰোণ লাগে তেনেহলে দেশৰ শাসন-কাৰ্য্য চলাবৰ কাৰণে উপযুক্ত শাসকৰ অভাৱ ঘটিব, আৰু নৈতিক বলত বলীয়ান নহলে অন্যায়মতে দেশ-শাসনৰ কথা চকুত পৰিলেও সদস্যসকলে মাত মাতিবলৈ সাহ নকৰিব। প্ৰজাৰ মঙ্গলেই হৈছে শাসনৰ একমাত্ৰ উদ্দেশ্য,— এই আদৰ্শত স্থিৰচিত্ত হৈ থাকিবলৈ হলে মনত নৈতিক বলৰ প্ৰয়োজন। এই নৈতিক বলৰ প্ৰেৰণা দিব পাৰে অকল সাহিত্যই। নহলে, দেশত সংসদ-সদস্যৰে উভৈনদী হলেও ৰাইজৰ মঙ্গল সাধন নোহোৱাকৈ থাকিব পাৰে। সেইদেখি গণতন্ত্ৰৰ যুগত সজ সাহিত্যৰ প্ৰচাৰ নিতান্ত আৱশ্যকীয়, যাতে সাধাৰণ নাগৰিক ভোটাৰৰ পৰা আৰম্ভ কৰি সৰ্ব্বোচ্চ শাসকলৈকে সকলোৱে নৈতিক আদৰ্শৰ দ্বাৰা প্ৰণোদিত হৈ দেশ-শাসনৰ কাম পৰিচালনা কৰিব পাৰে। এই নৈতিক আদৰ্শৰ অভাৱ ঘটিলে, আমি হয়তো তৰ্কযুদ্ধৰ জয়-পৰাজয়ৰ লীলা সদাই চকুৰে দেখা পাই থাকিম কিন্তু ৰাইজৰ অৱস্থা সেই কৌটিকলীয়া আন্ধাৰতে পৰি থাকিব। স্তৰে-স্তৰে শাসকসকলৰ প্ৰকৃত কৰ্ত্তব্য নিৰূপণ কৰাটো গণতান্ত্ৰিক যুগৰ সাহিত্যৰ এটি প্ৰধান উদ্দেশ্য হোৱাটো বাঞ্ছনীয়। আদৰ্শত অৰাজকতা-আন্ধাৰ হলে জাতি লক্ষভ্ৰষ্ট হোৱাৰ আশঙ্কা। মহাজ্ঞানী চক্ৰেটিছৰ শিষ্য প্লেটোৰ 'ৰিপাব্লিক'ৰ চানেকিৰে কোনোবাই এখন ভাল গ্ৰন্থ লিখিলে সেই পুঁথি গণতন্ত্ৰৰ বেদ বুলি পৰিগণিত হব।

সাহিত্যই হৈছে দেশত ঐক্যসাধনাৰ প্ৰধান উপায়। প্ৰত্যেক জাতিৰে অতীজ সম্ভাৰ আছে, এই অতীজ সম্ভাৰ হৈছে জাতিৰ এজমালি সম্পত্তি। এই এজমালি সম্পত্তিৰ ভাগ-বিতৰণ যিমানেই ব্যাপক হয় তিমানেই জাতিৰ ভিন্-ভিন্ মানুহৰ মাজত একে মনোভাৱ সৃষ্টি হয়। অসমৰ গৃহস্থালি আৰু খেতিবাতিত অতীজৰে পৰা ডাকৰ বচন মানুহে শিৰোধাৰ্য্য কৰি আহিছে। সকলো অসমীয়াই এই 'ডাকৰ বচন বেদৰ বাণী' অপৰিহাৰ্য্যভাবে মানি চলাত তেওঁলোকৰ জীৱনযাত্ৰাৰ পদ্ধতি একে আদৰ্শতে চলি আহিছে। সেইদৰে মহাপুৰুষ শঙ্কৰদেৱ আৰু তেওঁৰ পূৰ্ব্ববৰ্ত্তী আৰু পৰবৰ্ত্তী অধ্যাত্মিক কবিসকলৰ বাণী সকলো অসমীয়াই অধ্যয়ন আৰু আলোচনা কৰাৰ ফলত তেওঁলোকৰ অন্তৰ একেডাল ডোলেৰে গোথা হৈ পৰিছে। আৰু সেইদৰে লাচিত ফুকনৰ বীৰত্ব, জয়মতীৰ স্বাৰ্থত্যাগ, মানৰ আক্ৰমণত দেশজুৰি কান্দোন-হাহাকাৰৰ ঢৌ,—এইবোৰ কথা সকলো অসমীয়াই সমস্বৰে সোঁৱৰাত তেওঁলোকৰ মাজত উমৈহতীয়া সুখ-দুখৰ অস্তিত্বৰ ভাব উপজিবলৈ ধৰে। বান-বাৰিষাৰ প্ৰকোপত ব্ৰহ্মপুত্ৰত ঢল আহিলে আমি সকলো অসমীয়াই একে নিৰ্য্যাতন ভোগ কৰো, ডাঙৰ ভূমিকম্প হলে সকলো অসমীয়াৰে অৱস্থা পানীত হাঁহ-নচৰা হয়, জাতিৰ ঐক্যসাধনত এই দুৰ্যোগবিলাকো বিশেষ কাৰ্য্যকৰী হৈ পৰে। ভাৰতৰ

সমাজ-প্ৰণালীত ভেদভাবৰ আধিক্যৰ কথা সকলোৱে উপলব্ধি কৰিছে, ৰাজনৈতিক ক্ষেত্ৰতো তাৰ ছাঁ নপৰাকৈ থকা নাই, তাৰ ফলত বেদপ্ৰধান ভাৰত ভেদপ্ৰধান ভাৰত হৈ পৰাৰ আশঙ্কা জন্মিছে। ভেদভাব নিবাকৰণ কৰাৰ একমাত্ৰ উপায় হৈছে সাহিত্যৰ জৰীয়তে মানুহৰ মনত এক চেতনা আৰু এক মনোবৃত্তিৰ প্ৰৱৰ্ত্তন কৰাটো।

মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত স্বাধীনতা আন্দোলনৰ দিন ধৰি অসমীয়াৰ জ্ঞানৰ পৰিসৰ ক্ৰমান্বয়ে বাঢ়িবলৈ ধৰিছে। অসমীয়া নেতাসকলৰ লগত অন্য প্ৰদেশৰ নেতাসকলৰ দেখা সাক্ষাৎ আৰু ভাৱ বিনিময়ৰ সুবিধা ঘটছে। ভাৰতৰ বিভিন্ন ঠাইত নানান সভা-সমিতিত যোগ দি অসমীয়াই নানান মানুহৰ লগত সংসৰ্গ কৰিবলৈ বাধ্য হৈছে। ইয়াৰ ফলত ভাৰতৰ অন্য প্ৰদেশৰ মানুহে অসমীয়াক চিনি পাইছে। তাৰ উপৰিও, যোৱা দুই মহাসমৰৰ ঘটনাৱলী অনুসৰণ কৰোঁতে অসমীয়াই দেশ-বিদেশৰ কথা জানিব পাৰিছে। অসমীয়া ছাত্ৰই শিক্ষাৰ কাৰণে ভাৰতৰ নানান ঠাইলৈ যাবলৈ ধৰিছে, আৰু ভালেমানে ইউৰোপ আৰু আমেৰিকালৈকো গৈছে। ভাৰতে এটা বিশিষ্ট বৈদেশিক নীতি গঢ়ি তুলিব লগা হোৱাত ভাৰতীয়ই দেশ-বিদেশৰ কথা জানিবলৈ আৰু আলোচনা কৰিবলৈ বাধ্য হৈছে।

এইটো স্বীকাৰ কৰিব লাগিব যে অসমীয়া সাংবাদিক আৰু গ্ৰন্থকাৰসকলে দেশবাসীৰ ক্ৰমান্বয়ে বাঢ়ি অহা প্ৰৱল জ্ঞানস্পৃহা চৰিতাৰ্থ কৰিবলৈ নিজৰ সীমাবদ্ধ সুবিধাৰ মাজতো যৎপৰোনাস্তি চেষ্টা কৰিছে। তাৰ লগে লগে বহু ছপাখানা আৰু বহু প্ৰকাশ-ভৱন স্থাপিত হৈছে। নানা ঠাইত পুথি-ভঁৰাল পতাৰ আয়োজন হোৱাত সেই জ্ঞানস্পৃহা সন্তুষ্ট কৰাৰ বাট আৰু সুগম হৈ পৰিছে। আগৰ দিনত ভাল অসমীয়া গদ্য লিখাত অতি অল্পসংখ্যক মানুহৰহে কৃতিত্ব আছিল। কিন্তু বৰ্ত্তমানে ভাল গদ্য ৰচনা কৰা সাংবাদিক আৰু গ্ৰন্থকাৰ প্ৰচুৰ পৰিমাণে ওলাইছে। অসমীয়া মানুহৰ আশা-আকাঙ্ক্ষাৰ ছবি ফুটাই তোলাত কেজনমানে উপন্যাস আৰু চুটি গল্প লিখাত প্ৰবৃত্ত হৈছে। প্ৰগতিশীল চিন্তাধাৰা ব্যক্ত কৰাত পূৰ্ব্বীয় কবিতাৰ সাজ অক্ষম বুলি ভাবি কোনো কবিয়ে নতুন ছন্দেৰে কবিতা লিখাত লাগিছে; ভাব আৰু ভাষাত যদি মৌলিকতা, ৰস আৰু হৃদয়গ্ৰাহী স্পন্দন থাকে তেনেহলে এই নতুন সাজৰ কবিতা পঢ়ি অভ্যাসৰ ফলত পাঠকসকলে তাতো আনন্দ আৰু সোৱাদ পাবলৈ ধৰিব। সাজৰ কোনো ধৰাবন্ধা নিয়ম নাই, কবিয়ে ৰস সৃষ্টি কৰি সেই ৰসৰ মাদকতা পাঠকৰ চিত্তত ৰোপণ কৰিব পাৰিলেই কবিৰ উদ্দেশ্যই সিদ্ধি লাভ কৰিব। নতুন যুগৰ ডেকাদলৰ মনোবৃত্তিলৈ চালে এনে অনুমান হয় যেন তেওঁলোকৰ চিত্তক বিচিত্ৰ আদৰ্শবাদে আন্দোলিত কৰিছে, আৰু সত্য অন্বেষণৰ ফালে তেওঁলোকৰ মন উধাও হৈছে! এই সন্ধিক্ষণত সাহিত্যৰ চিৰপ্ৰভাৱ সহায় বিশেষ লাগতিয়াল হৈ পৰিছে।

কিন্তু অসমীয়া সাহিত্যৰ উন্নতিৰ বাটত প্ৰধান প্ৰতিবন্ধক হৈছে অসমীয়া পাঠক-পাঠিকাৰ সংখ্যা তেনেই তাকৰ। কোনোবাই খৰচ কৰি সাধাৰণৰ মনোৰঞ্জক কিতাপ ছপালে সেই কিতাপ বিক্ৰী কৰি লিখকে ছপা খৰচখিনি উলিয়াব পাৰে, আৰু হয়তো লিখকে দুপইচা লাভো কৰিব পাৰে। কিন্তু গবেষণাপূৰ্ণ উচ্চ ধৰণৰ কিতাপ বিক্ৰী কৰাটো অতি টান, তেনে ধৰণৰ কিতাপ উলিয়াবলৈ গ্ৰন্থকাৰ আৰু প্ৰকাশক দুয়ো সাতবাৰ ভাবিব লগাত পৰে। তাৰ ফলত অনেক

মূল্যবান অসমীয়া কিতাপ হাতেলিখা অৱস্থাত এনেয়ে পৰি আছে। অনেক কিতাপ সেই অৱস্থাতে লোপ পাইছে। যাতে এই মূল্যবান গ্ৰন্থবোৰ প্ৰকাশ কৰিব পাৰি তাৰ কাৰণে সাহিত্য সভাৰ এটা শকত ধনৰ পুঁজি থকাটো বাঞ্ছনীয়।

ভাৰতৰ সংবিধান মতে পোন্ধৰ বছৰৰ মূৰত হিন্দী ভাষা ভাৰতৰ চৰকাৰী ভাষাৰূপে পৰিগণিত হব লাগিব। তাৰ কাৰণে হিন্দী ভাষা শিকোৱাৰ ব্যৱস্থা সকলো ঠাইতে কৰা হৈছে আৰু তাৰ অৰ্থে চৰকাৰৰ ঘৰৰ পৰাও অৰ্থ সাহায্য দিয়া হৈছে। হিন্দী ভাষাৰ প্ৰচাৰৰ ফলত ভাৰতৰ বিভিন্ন প্ৰাদেশিক ভাষাৰ প্ৰাধান্য টুটাৰ কোনো আশঙ্কা নাই বুলি আমি ভাবোঁ। হিন্দী ভাষাৰ প্ৰচাৰ চলি থাকক, সি আইন-সঙ্গত কাম। তাৰ লগে লগে অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থেও আমি যথাসাধ্য চেষ্টা কৰি থাকোঁ। যদি কোনোবাই কয়,—"হেৰা অসমীয়া, তুমি অসমীয়াত আৰু কিতাপ নিলিখিবা, হিন্দীতহে লিখিবা, কাৰণ তেনেহলে বহুত মানুহে তোমাৰ কিতাপ পঢ়িব।" বোধকৰোঁ অসমীয়া ভাষাক বিসৰ্জ্জন দিবলৈ কোনেও তেনেকৈ নিমন্ত্ৰণ নকৰিব। অসমীয়াই সকলো এৰিব পাৰে, কিন্তু অসমীয়া মাতকথা এৰিলে অসমীয়া হৈ থাকিব কিমান কাল?

সমজুৱাসকল, আৰু দুষাৰমান কথা কৈয়েই মই আপোনালোকৰ পৰা মেলানি মাগিম। সাহিত্য সভাক টনকিয়াল কৰিব লাগে বুলি সকলোৱে বাঞ্চা কৰিছে। এই কামৰ নিমিত্তে আমাৰ আৱশ্যক হৈছে নিস্বাৰ্থ কৰ্ম্মীবৃন্দৰ। তেনে কৰ্ম্মী ওলালে ধনৰ অনাটন নহব, কাৰণ অগ্নিময় দেশপ্ৰেমৰ সংস্পৰ্শত বজ্ৰকঠিন ধনাঢ্যৰ হৃদয়ো পমি-গলি লৱনুসদৃশ কোমল হৈ পৰে। মানুহৰ মনোভাৱ দুই তৰপৰ,—নিজে খাই-বৈ সুখেৰে জীয়াই থকাকে প্ৰথম তৰপৰ মানুহে জীৱনৰ মুখ্য উদ্দেশ্য বুলি ভাবে। দ্বিতীয় তৰপে, নিজৰ জীৱন-নিৰ্ব্বাহৰ উপৰিও পৰৰ উপকাৰ সাধনৰ কাৰণে অহোৰাত্ৰি চিন্তা কৰি থাকে। এই দ্বিতীয় তৰপৰ মানুহৰ পৰাই দেশৰ মঙ্গল সাধিত হয়। খাই-বৈ থকাই জীৱনৰ একমাত্ৰ উদ্দেশ্য নহয়। এই কথা কবি পণ্ডিত দাৰ্শনিক শাস্ত্ৰজ্ঞসকলে উৰ্দ্ধবাহু হৈ যুগযুগান্তৰে প্ৰচাৰ কৰি আহিছে। বিশেষত যি ভাৰতৰ প্ৰধান মন্ত্ৰ হৈছে পৰসেৱা, তাৰ এচুকত থিয় হৈ এই বিষয়ে সৰহকৈ কোৱাটো অনাৱশ্যক। মুঠতে কব পাৰি যে মনুষ্য জীৱন অতি দুৰ্লভ, ইয়াৰ ভিতৰতে পৰসেৱা নকৰিলে দেৱতাই দিয়া ফুল এপাহি যেন দলিয়াই পেলোৱা হয়।

প্ৰত্যেক অসমীয়াই উপলব্ধি কৰা উচিত যে সাহিত্য সভাৰ উন্নতি সাধন কৰি আমি অসমীয়া একতা ডোলত বান্ধ খাই থাকিম, আমাৰ কৃষ্টি আৰু সভ্যতাৰ সমৃদ্ধি দেশবাসী আৰু পৰদেশবাসী সকলোৱে জানিব পাৰিব, আৰু সাহিত্য সাধনাৰ সহায়েৰে আমাৰ মনোভাৱ উচ্চ কৰিব পাৰিম, সেই উচ্চ মনোভাৱৰ সৌৰভ গোটেই জাতীয় জীৱনতে বিয়পি পৰিব। যিসকলে স্বাৰ্থসিদ্ধিৰ অভিসন্ধিকে জীৱনৰ একমাত্ৰ কৰ্ম্মপন্থা বুলি ভাবে তেওঁলোকক সমাজে চিনি পাবলৈ সৰহ পৰ নালাগে। এই সুপবিত্ৰ সাহিত্য সভা অনুষ্ঠানত তেনে স্বাৰ্থান্বেষী মানুহৰ যেন হাট-বাট নহয়। তাৰ হকে সকলো সতৰ্ক সজাগ হৈ থকাটো উচিত। সাহিত্য সভাৰ নিয়ম-প্ৰণালী আঁচনি পৰিকল্পনা সকলো বিশুদ্ধ ভাবে ৰচিত হব পাৰে, কিন্তু নিঃস্বাৰ্থ পুৰুষে ইয়াৰ দৈনন্দিন কাৰ্য্য পৰিচালনা নকৰিলে সেই ৰচনাৰ পাৰিপাট্য তুলাপাততে জাহ যাব। সেইদেখি

আপোনালোকক অনুৰোধ কৰোঁ যেন চহৰত ক্ষুৰা চুবিয়া কাপোৰ সলাই নিকা বস্ত্র পৰিধান কৰি এই সাহিত্য সভাৰ কীর্ত্তনঘৰত প্রবেশ কৰে।

সাহিত্য সভাই কি কি কাম হাতত লোৱাটো উচিত তাৰ দীঘলীয়া তালিকা যুগুত কৰা অতি সহজ। কিন্তু কাম হাতত লৈ তাক সম্পাদন কৰিব নোৱাৰিলে সাহিত্য সভা হাঁহিয়াতৰ পাত্র হোৱাতো স্বাভাৱিক। প্রাচীন অসমীয়া সাহিত্যৰ বৈজ্ঞানিক আলোচনা সম্বন্ধে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলে কাম হাতত লৈছে, আৰু কিছু কাম সম্পন্নও কৰিছে, আৰু গাইগুটীয়া হিচাবে অন্যান্য পণ্ডিতেও এই কামত আগ বাঢ়িছে। নলবাৰী নিবাসী শ্রীযুত হৰিনাৰায়ণ দত্তবৰুৱাদেৱে ৰামায়ণ, মহাভাৰত, ভাগৱত আৰু অন্যান্য বৈষ্ণৱ সাহিত্য প্রকাশৰ বিৰাট চেষ্টাত লিপ্ত হৈ অসমীয়া জাতিক চিৰঋণী কৰিছে। এনে স্থলত অসম সাহিত্য সভাৰ ওপৰত পৰা ভাৰ বহু পৰিমাণে সুচল আৰু লঘু হৈ আছে।

তথাপিও আমি কওঁ যে সাহিত্য সভাই সম্প্রতে তলত লিখা কামখিনি হাতত লব পাৰে।—

অসমীয়া ভাষাত প্রকাশিত সকলো আলোচনী আৰু বাতৰি কাকত গোটাই কোনো ঠাইত একেলগ কৰি থোৱাৰ ব্যৱস্থা কৰিব লাগে, কাৰণ বর্ত্তমান যুগত অসমীয়াৰ সাহিত্যিক প্রতিভা ঘাইকৈ সাময়িক কাকততে লুকাই-সোমাই আছে।

অসমীয়া ভাষাত প্রকাশিত প্রাচীন আৰু আধুনিক গ্রন্থৰ এখন সম্পূর্ণ তালিকা সাহিত্য সভাই যুগুত কৰি উলিওৱা উচিত। তেনে এটি চেষ্টা আগেয়ে কৰা হৈছিল বুলি আমি জানো।

প্রাচীন গ্রন্থকাৰসকলৰ প্রায় প্রতিজনে স্বৰচিত গ্রন্থৰ আদিতে, মাজতে বা শেহৰ ফালে, নিজৰ পৰিচয় দি গৈছে। সেইবোৰ ভণিতা একেলগে গোটাব পাৰিলে তাৰ পৰা অসমীয়া সাহিত্যৰ ধাৰা বিশ্বাসযোগ্য ভাবে নিৰূপণ কৰাৰ বিশেষ সম্বল হব।

জীৱিত গ্রন্থকাৰ সকলৰ, আৰু পাৰিলে অতীতৰ গ্রন্থকাৰ সকলৰো চমু বৃত্তান্ত থকা এখনি গ্রন্থ বা "হু-ইজ্-হু" সংকলন আৰু প্রকাশৰ ভাৰ সাহিত্য সভাই লব পাৰে।

ইয়াৰ বাহিৰেও, ফকৰা সংগ্রহ, পুৰণি গীত-মাত সংগ্রহ, জিকিৰ সংগ্রহ, সাধুকথা সংগ্রহ, পুথি সংগ্রহ, চন্দ্রকান্ত অভিধানৰ সংশোধনী আৰু পৰিবর্দ্ধনী সংকলন আৰু প্রকাশ,—এইবোৰ আৰু এনে ধৰণৰ অন্যান্য কাম সাহিত্য সভাৰ চলন্তি কামৰ ভিতৰতে ধৰিব পাৰি। পৰিকল্পনাৰ সংখ্যা, ধন আৰু কর্ম্মী, আৰু সম্পাদনৰ সম্ভাৱনাৰ দ্বাৰা সীমাবদ্ধ হোৱা উচিত। পোনতে কিছু কাম হাতত লৈ সম্পূর্ণ কৰি পাছলৈ আন কাম হাতত লব পৰা যাব, তেনেহলে আমাৰ অভিজ্ঞতাও বাঢ়িব আৰু ৰাইজৰো বিশ্বাস অর্জ্জন কৰিব পাৰিম। পৰিকল্পনাৰ প্রাচুর্য্যত কোনো গৌৰৱ নাই; গৌৰৱ আছে তাকৰীয়াকৈ হলেও তাক নিখুঁতভাৱে সম্পাদন কৰি তোলাতহে। এশ জোপা বৰগছৰ পুলি ৰুই তাক অযত্নত মৰিবলৈ দিয়াতকৈ এজোপা বকুলৰ পুলি প্রতিপাল কৰি তাক জীয়াই ৰাখি ফলে-ফুলে জাতিকাৰ কৰি তোলাটোহে বেছি কৃতিত্বৰ কথা।

সাৰশেহত, এটা প্রশ্নৰ সমিধান বিচাৰি মই আপোনালোকৰ পৰা বিদায় লম। সাহিত্য-সেৱী অসমীয়া আৰু অসমীয়াৰ বন্ধু-সজ্জনেৰে আজিৰ সুধীসমাজ পৰিপূর্ণ হৈছে। এনে সমাজৰ সম্মুখীন হৈ কথা কবলৈ পোৱাটো সৌভাগ্য বুলি ভাবিব পাৰি! সেইদেখি মই আপোনালোক

সকলোকে এই প্ৰশ্নৰ সমিধান দিবলৈ অনুৰোধ কৰোঁ,—অসমীয়া সাহিত্যৰ চূড়ান্ত উদ্দেশ্য কি ? কি উদ্দেশ্য সাধনৰ নিমিত্তে অসমীয়া জাতিয়ে এই ভূ-ভাৰতত জন্ম গ্ৰহণ কৰিছে ? অসমীয়া জাতিয়ে অন্যান্য জাতিৰ দৰে থাই-বৈ জীয়াই আছে অতীতৰে পৰা, তেওঁলোকৰ ভাগ্যচক্ৰও উঠা-নমা কৰিছে যুগে-যুগে, তথাপি অসমীয়া জাতিয়ে স্বতন্ত্ৰ ৰূপ ধৰি বৰ্ত্তি আছিছে আজিলৈকে। জগতৰ কি উপকাৰৰ নিমিত্তে অসমীয়া জাতিক ইমানখিনি পোহৰ, ইমানখিনি বতাহ, ইমানখিনি পানী, ইমানখিনি মাটি ভোগ কৰাৰ সুবিধা দিছে পৰমনিয়ন্তা সৃজনকৰ্ত্তাই ? শদিয়াৰ পৰা ধুবুৰীলৈকে লুইতৰ পানী বৈ গৈছে অবাৰিত ভাবে, কি উদ্দেশ্যৰ সোঁত অসমীয়াৰ প্ৰতি প্ৰাণে প্ৰৱাহিত হৈছে ? তাৰ উত্তৰ বিচৰাৰ সময় আহিল। বিশ্বৰ সভ্যতালৈ ভাৰতৰ অৱদান হৈছে সত্যৰ সন্ধান আৰু পৰমাৰ্থিক চিন্তাৰ উৎকৰ্ষতা, মৈত্ৰীভাৱ আৰু অহিংসা ; গ্ৰীছৰ অৱদান হৈছে ন্যায়ৰ প্ৰভুত্ব, আৰু শিল্প আৰু সুন্দৰৰ অনুশীলন ; ৰোমৰ অৱদান হৈছে সাম্ৰাজ্য সংগঠনৰ পদ্ধতি ; আৰবৰ অৱদান হৈছে সাম্যবাদ ; ফ্ৰাঞ্চৰ অৱদান হৈছে গণতন্ত্ৰ ; ইংলণ্ডৰ অৱদান হৈছে উচ্চ আদৰ্শ আৰু পাৰ্থিবতাৰ সামঞ্জস্য ; আৰু আমেৰিকাৰ অৱদান হৈছে যান্ত্ৰিক উদ্যোগৰ সহায়েৰে দ্ৰব্য-সামগ্ৰীৰ উৎপন্ন বৃদ্ধি কৰি দেশৰ সৰ্ব্বাঙ্গীন উন্নতি সাধন। অসমীয়াই জগতৰ সভ্যতালৈ কি অৰিহণা আগ বঢ়াব ? অসমীয়াৰ জীৱন নিৰৰ্থক আৰু উদ্দেশ্যবিহীন নে ?

অসমীয়াই নিজৰ অৱদানৰ কণ্ঠহাৰ ৰচিব লাগিব সকলো বিষয়ৰ উৎকৰ্ষতাৰ পাৰিজাত পুষ্পেৰে। আমাৰ উৎকৰ্ষতা কিহত ?

আমি অসমীয়াই বিভিন্ন জাতিক বুকুত সুমুৱাই লব পাৰিছোঁ, কাৰণ আমাৰ সমাজনীতি উদাৰ আৰু আমাৰ হৃদয় প্ৰশস্ত। প্ৰেম-অমৃতৰ নদীয়ে অসমীয়াৰ অন্তৰ প্লাবিত কৰিছে। অসমীয়াই ঘোষণা কৰিছে যে ভক্তিমন্ত পুৰুষহে প্ৰকৃত গুণৱন্ত, জন্ম আৰু ঐহিক ঐশ্বৰ্য্যৰ তাৰতম্য হৈছে আকস্মিক আৰু খন্তেকীয়া।

অসমীয়াৰ পাণ্ডিত্যই দেশবিদেশৰ পণ্ডিতক মুগ্ধ কৰিছে, আৰু অসমীয়াৰ জ্ঞানস্পৃহা দেখি বিদেশীসকলো বিস্ময়ান্বিত হৈছে।

কৰ্ম্মক্ষেত্ৰতো অসমীয়া আগৰণুৱা। অসমীয়া গৃহস্থালি আৰু অসমীয়া গাঁও-ভূইৰ দৰে চকুৰোৱা দৃশ্য, মুনিহ-তিৰুতাৰ বহুমুখী কাৰ্য্য-কুশলতা, আৰু অসমীয়াৰ দৰে মাৰ্জিত গাঁৱলীয়া সমাজ পৃথিবীত ক'তো পাবলৈ নাই। সামাজিক আৰু ৰজাঘৰীয়া খেল-সংগঠনে অসমীয়াক চিৰকাললৈ একতা-ডোলেৰে বান্ধি থৈছে। অসমীয়াৰ সমৰ-শক্তি ভুৱন-বিজয়ী বীৰসকলৰ আতঙ্কৰ বস্তু আছিল, যুদ্ধৰ কাৰণে অসমীয়াই গুৱাহাটীৰ উত্তৰে-দক্ষিণে দেৱৰো-দুৰ্গম বিশ্বকৰ্ম্মা নিৰ্ম্মিত হেন গড় সাজিব পাৰিছিল।

ভক্তি, জ্ঞান আৰু কৰ্ম্ম এই তিনি মাৰ্গৰ এনে সুমধুৰ সংমিশ্ৰন পৃথিবীত বিৰল। এই সংমিশ্ৰনেই হৈছে জগতৰ সভ্যতালৈ অসমীয়াৰ অভিনৱ অৱদান।

এই সংমিশ্ৰনৰ বাণী অসমীয়াই দেশ-দেশান্তৰে প্ৰচাৰ কৰক, আৰু সাহিত্য সভাৰ উদ্দেশ্য আৰু কাৰ্য্যাৱলী এই বাণীৰ মন্ত্ৰৰ দ্বাৰা প্ৰণোদিত হওক। এয়ে হৈছে আজিৰ শুভলগ্নত মোৰ অন্তৰৰ একান্ত কামনা।

# ত্ৰয়োবিংশ অধিবেশন

যোৰহাট—১৯৫৪ চন, ডিচেম্বৰ

সভানেত্ৰী—শ্ৰীযুতা নলিনীবালা দেৱী

যং ব্ৰহ্মা বৰুণেন্দ্ৰৰুদ্ৰমৰুতাঃ স্তুন্বন্তি দিব্যৈঃ স্তবৈ
বেঁদৈৰ্ষাঙ্গপদক্ৰমোপনিষদৈৰ্গায়ন্তি যং সামগাঃ।
ধ্যানাবস্থিত তদ্গতেন মনসা পশ্যন্তি যং যোগিনঃ
যস্যান্তং ন বিদুঃ সুৰাসুৰগণাঃ দেবায় তস্মৈ নমঃ॥

জয় জয়তে অভ্যৰ্থনা-সমিতিৰ সভাপতি ডাঙৰীয়া, শ্ৰদ্ধেয় প্ৰতিনিধিবৰ্গ, বৰেণ্য সমৱেত সুধীমণ্ডলী, সহোদৰ প্ৰতিম সাহিত্যসেৱীসকল, মৰমৰ বাই-ভনীসকল! আজি মোৰ জীৱনৰ দুকুৰি সোতৰ বছৰৰ ভিতৰত এই দিনটি পৰম স্মৰণীয় দিন। মোৰ চিৰপূজিতা স্বৰ্গতো অধিক জনমভূমি অসমৰ ভাষা জননীৰ পৱিত্ৰ বাণী যজ্ঞৰ সু-মহান পৱিত্ৰ আসনখন, এই অযোগ্যালৈ অপোনালোকে কিমান স্নেহেৰে আগ বঢ়াইছে! স্বাধীন অসমৰ জ্ঞান-মন্দিৰৰ সেৱা কাৰ্য্যত এগৰাকী দীনা মহিলালৈ এই গৌৰৱময় আসন আগ বঢ়াইছে। মোৰ অৱনত শিৰৰ এই অমূল্য আসন গৌৰৱমণি। কিন্তু তাতোকৈ এই কাৰ্য্যই অসমৰ সুধীসমাজৰ মহত্বহে প্ৰকাশ কৰিছে।

প্ৰথমতে সু-কবি দুৱৰা দেৱক পুৰোহিত ৰূপে পোৱাৰ বাতৰি শুনি মন আনন্দত নাচি উঠিছিল। দুখৰ বিষয় তেখেতৰ শাৰীৰিক অসুস্থতাৰ কাৰণে অসন্মত হোৱাত শ্ৰদ্ধাভাজন শ্ৰীযুত শৰ্ম্মা দেৱক নিৰ্ব্বাচিত কৰা শুনি অতি সন্তোষ পাইছিলোঁ। কিন্তু তেখেতেও অসন্মতি প্ৰকাশ কৰাত মোৰ ভগ্ন স্বাস্থ্য, দীঘলীয়া দিনৰ অসুস্থতা সত্বেও মই অসন্মতি প্ৰকাশ কৰিবলৈ মনৰ শক্তিৰ নাটনি অনুভৱ কৰিলোঁ। মোৰ মনত হ'ল, মোৰ চিৰ আৰাধিতা জন্মভূমিৰ ক্ষুদ্ৰ সেৱিকা মই। এই আহ্বান মোৰ দেশমাতৃৰ আহ্বান। মোৰ স্নেহৰ সহোদৰ-সহোদৰাৰ আহ্বান। ক্ষুদ্ৰ হিয়া মোৰ, এই মহান স্নেহৰ আহ্বান উপেক্ষা কৰিবলৈ মোৰ শক্তি ক'ত? শাৰীৰিক অসুখটো আছে সঁচা, কিন্তু মোৰ অন্তৰৰ মহতী সুপ্ত আত্মাটো অসুস্থ হোৱা নাই! ভগৱানৰ প্ৰেমৰ ৰাজ্যত তেওঁৰ হাতৰ কৰ্ম্ম সমাধাকাৰী আমি একোটা পুতলা মাথোন। ক্ষুদ্ৰ মই, তুচ্ছ মই, কি শক্তি আছে মোৰ, কৰ্ম্মৰ গৰ্ব্ব, সেৱাৰ গৰ্ব্ব কৰিবলৈ? সৰ্ব্বনিয়ন্তাৰ কৰ্ম্মময় জগতৰ কাম তেওঁৱেই সমাধা কৰিব। দুই হাত যোৰ কৰি পৰম পিতা সৰ্ব্বনিয়ন্তাৰ চৰণ উদ্দেশ্যে মূৰ দোৱালোঁ। মনত পৰিল কৱিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ এফাঁকি কবিতা—

"তোমাৰি পতাকা যাৰে দাও তাৰে
বহিবাৰে দাও শকতি,
তোমাৰ সেবাৰ মহান দুখ
সহিবাৰে দাও ভকতি।

এই ভাব মনত লৈ ৰাইজলৈ সম্ভ্ৰমেৰে মূৰ দোঁৱাই, অসমৰ বাণীৰ বৰপুত্ৰ সকলে অলঙ্কৃত কৰি থৈ যোৱা এই গৌৰৱময় আসনখনলৈ পুনৰ মূৰ দোঁৱাই মই সাদৰেৰে গ্ৰহণ কৰিলোঁ।

সহোদৰ আৰু সহোদৰাপ্ৰতিম মোৰ সাহিত্যিক আৰু সাহিত্যিকা বন্ধুসকল! মোৰ ভুল ক্ৰটী নিজ গুণে মাৰ্জ্জনা কৰি এই মহৎ গুৰু দায়িত্ব সমাধা কৰিবলৈ আপোনালোকৰ সহযোগ আৰু স্নেহৰ উপদেশ সৰ্ব্বতোভাবে কামনা কৰিলোঁ।

অতীত স্বাধীনতাৰ গৌৰৱক্ষেত্ৰ সাহিত্যসেৱীসকলে অলঙ্কৃত কৰি যোৱা অসম সাহিত্য-সভাৰ প্ৰথম প্ৰতিষ্ঠাভূমি দানবীৰ সন্দিকৈ দেৱ আৰু অসমৰ স্বনামধন্য কেইবাগৰাকীও কৃতী সাহিত্যিকৰ জনমভূমি পুৰণি যোৰহাট নগৰত আজি আকৌ আমি স্বাধীন-যুগৰ গৌৰৱ লৈ আমাৰ গৰিমাময়ী অসম মাতৃৰ জ্ঞান-যজ্ঞৰ পাতনি মেলিবলৈ পোৱা কম সৌভাগ্যৰ কথা নহয়। এই মহাযজ্ঞৰ আজি ২৩শ অধিবেশন। বৃটিছ ৰাজত্বৰ আউলীয়া শাসনে জুৰুলা কৰা অৱহেলিত পিছ পৰা অসমে প্ৰতি বছৰে বিভিন্ন স্থানত এই মহান বাণী-যজ্ঞৰ আয়োজন কৰি আহিছে। স্বাধীনতাৰ পিছতো 'মাৰ্ঘেৰিটা' আৰু যোৱা বছৰত অসমৰ ৰাজধানী 'খিলং পাহাৰ'ত মহা সমাৰোহেৰে এই যজ্ঞ সমাধা হৈ গৈছে। স্বাধীন যুগৰ বন্তি-পোহৰত নতুন ভাব নতুন প্ৰেৰণা লৈ এইবাৰ একুৰি তিনিবাৰৰ ২৩শ অধিবেশনৰ আয়োজনৰ সমাৰোহ। অসমীয়া জাতিৰ এই মহান অনুষ্ঠানৰ ঐক্যবদ্ধ শক্তি গৌৰৱৰ পৰিচায়ক।

আজি মোৰ জীৱনৰ পৰম স্মৰণীয় দিন। মোৰ অসম জননীৰ গৌৰৱমণ্ডিত পূজাৰ মণ্ডপত থিয় হৈ হিয়া মোৰ আৱেগত উপচি পৰিছে। মোৰ অসম, মোৰ কৌটী পুৰুষৰ ওপজা ঠাই, প্ৰকৃতিৰ পুণ্যভূমি, মৰতৰ স্বৰ্গ, লোক-কল্পনাৰ কল্পলোক অসম, মোৰ জীৱনৰ মহাতীৰ্থ। মোৰ জীৱনৰ দুকুৰি সোতৰ বছৰৰ এই মাহেন্দ্ৰ ক্ষণত এই নিঃকিন জীৱনটি উচৰ্গিবলৈ পাই মোৰ আজি আৱেগত উলাহত চিঞৰি উঠিবৰ মন গৈছে। কাণত বাজিছেহি কবিৰ দুফাকি কবিতা—

"অয়ি অলঙ্ঘ্য গিৰী দুৰ্গ ৰাণী……অসমীয়া নিৰুপমা জননী"।

জনমৰে পৰা ভাল পাওঁ মোৰ অসমৰ আকাশ, বতাহ, জোন, বেলি, তৰা। ভাল পাওঁ অসমৰ সুৱদি শুৱলা ভাষা। কোন দূৰণিৰ পৰা ভাঁহি আহে এবাৰি সঙ্গীতৰ ধ্বনি, পৃথিবীত ক'তো বিচাৰি নোপোৱা ঠাই, মোৰ শুৱনী অসমী আইৰ মনোমোহা ছবিখনি মোৰ কল্পনাৰ মানস পটত জিলিকি উঠিছে।

হেমন্তৰ অস্পষ্ট কুঁৱলীয়ে ঢকা পুৱতি বেলিকা ব্ৰহ্মপুত্ৰ মহানদৰ পাৰত থিয় হৈ মোৰ সোণৰ অসমৰ অপৰূপ শোভা চাই মোৰ মুগ্ধ মন আকুল হৈ উঠে। দূৰৈত লাহে লাহে দেখা দিয়ে বিশাল ব্ৰহ্মপুত্ৰৰ মাজত উমানন্দ ভৈৰৱ, ভস্মাচল মহাতীৰ্থ, উৰ্ব্বশী, কৰ্ম্মনাশা। পোহৰ প্ৰখৰ হৈ আহে, কুঁৱলীৰ আৱৰণ আঁতৰি যায়। মোৰ চকুত জিলিকি উঠে সিপাৰৰ মণিকৰ্ণিকা, অশ্বক্লান্ত মন্দিৰ; দক্ষিণে কামাখ্যা ভুৱনেশ্বৰীৰ ওখ চূড়া; উত্তৰে ভোটান পৰ্ব্বতৰ ওখ টিংবোৰ, তাৰো উত্তৰে থিয় দি থকা যুগ-যুগান্তৰৰ মহাকালৰ কীৰ্ত্তি-স্তম্ভ অভ্ৰভেদী হিমালয়ৰ শৃঙ্গৰাশি; পৰ্ব্বত মালাৰ টিঙে টিঙে অৰুণোদয়ৰ সোণালী সৌন্দৰ্য্যৰ অপৰূপ খেলা। এই পৰ্ব্বতৰ আশ্ৰমে আশ্ৰমে এদিন আৰ্য্য ঋষিৰ সাধনাত বৈ পৰিছিল অমৰ মন্দাকিনী সাহিত্যৰ ৰসধাৰা। যি

মহাসত্যৰ মণিকূট এদিন স্থাপিত হৈছিল পুণ্যময় প্ৰাগ্‌জ্যোতিষৰ আশ্ৰম কুটীৰত মাটিৰ স্তিমিত পোহৰৰ শিখাত, সেই সাহিত্য দৰ্শন, জ্যোতিষ কলা বিজ্ঞানৰ প্ৰজ্ঞা যুগ-যুগান্তৰ ধৰি পৃথিৱীৰ অনুশীলনৰ বিষয় হৈ সত্যৰ জেউতি বিলাই আহিছে। এয়ে মোৰ জনম ভূমি। এয়ে মোৰ ওপজা ঠাই অসম। মোৰ অসমৰ সুৱদি সুৰীয়া শুৱলা ভাষাই কাণত মোৰ মৌ বৰষে, প্ৰাণত আৱেগৰ কঁপনি তোলে ; মনৰ বনত কল্পনাৰ সপোন ৰচে। ইমান মধুৰ, ইমান শুৱলা ভাষা— পৃথিৱীৰ আন কোনো ভাষাৰ লগত তুলনা নোহোৱা—এয়ে মোৰ চিৰচেনেহী অসমী আইৰ অমিয়া ভাষা, যুগমীয়া চিনাকি। স্বৰ্গতো অধিক মোৰ জনমভূমিৰ গৌৰৱৰ সোণৰ কলচি। এই চেনেহ, এই মৰম, এই ভাষা টোপে টোপে মৌ সৰা কোমল সুৰীয়া মাত "পৃথিৱীত ক'তো বিচাৰি নেপাওঁ জনমটো কৰিলেও পাত" আজি মোৰ জীৱনৰ মাহেন্দ্ৰ ক্ষণ, আইৰ পূজা—আজি ভাষা-জননীৰ পৱিত্ৰ যজ্ঞত মই কি দিম ! মোৰ আজনম সাধনাৰ হিয়াভৰা চেনেহৰ মালা এধাৰি লৈ দুটুপি আৱেগৰ চকুলো সানি মোৰ আইৰ পূজা বেদীত অৰ্পণ কৰিবলৈ আজি যি সৌভাগ্য লাভ কৰিছোঁ এয়ে মোৰ নিঃকিন জীৱনৰ সাৰ্থকতা।

সাহিত্য সাধনা জীৱনৰ পৱিত্ৰ জ্ঞান যজ্ঞ। সত্যৰ পোহৰত সমুজ্জ্বল সাহিত্য যজ্ঞৰ হোতাসকলৰ পৱিত্ৰ নিস্পাপ হিয়াত ঐশ্বৰিক শক্তিয়ে সৃষ্টিৰ প্ৰেৰণা যোগায়। সত্যৰ নীৰৱ ইঙ্গিতত প্ৰতিফলিত হয় সাহিত্যিকৰ ধ্যানী মনোৰাজ্যত প্ৰেৰণাৰ প্ৰকাশৰ আলোক ৰশ্মি। দ্বিধাহীন গ্লানিমুক্ত জ্ঞানৰ উদাৰ বেদীত সত্যৰ বিশুদ্ধ আলোকে স্থিতি লাভ কৰে। সাধনা প্ৰস্তুত সাহিত্যসেৱীৰ মনোৰাজ্যত নৱ সৃষ্টিৰ নতুন প্ৰেৰণা নৱৰূপে ৰূপায়িত হৈ উঠে। সাহিত্যৰ পোহৰেই জন-সমাজক অজ্ঞানতাৰ এন্ধাৰৰ পৰা জ্ঞানময় আলোক ৰাজ্যৰ সন্ধান দিবলৈ সমৰ্থ হয়। আদৰ্শ ভাৰত ৰচনাকাৰী অতীতৰ সাধক সাহিত্য-নিৰ্ম্মাণকাৰীসকলৰ জীৱন সাধনাৰ অপাৰ্থিৱ জেউতিৰ সত্যৰ সুবিমল ৰেখাবোৰে আজিও জীৱনত জেউতি চৰাই আছে।

সাহিত্য সাধনা পৱিত্ৰ যজ্ঞ

ভাৰতবৰ্ষৰ জ্ঞান-পিপাসী আত্মাটোৱে যেন আকৌ এবাৰ অহা অতীতলৈ উলটি যাবলৈ ব্যাকুল হৈ উঠিছে। যুগপঙ্কিল ভাৰতবৰ্ষক অতীতৰ অমৰ ঋষিসকলৰ সাধনা-শক্তিয়ে আকৌ আহ্বান কৰিছে। শাশ্বত পিপাসী গম্ভীৰ অমৃত উপনিষদৰ বাণী আকৌ মানৱ অন্তৰ পিপাসী আত্মাত উদাত্ত সুৰে প্ৰতিধ্বনিত হবলৈ ধৰিছে—

ভাৰতৰ গতি সোঁত

শৃণ্বন্তু বিশ্বে অমৃতস্য পুত্ৰাঃ

বিকাশশীল মানুহৰ চিন্তাই কিদৰে ক্ৰমোন্নতিৰ বাটত আগ বাঢ়িছিল, সেই কথা কাৰো অবিদিত নহয়। উন্নতিপ্ৰয়াসী মানৱ মনে নিজ মনোভাব ব্যক্ত কৰিবলৈ লোৱা পদ্ধতিবোৰেই তাৰ পৰিচয়। অন্তৰত সুপ্ত হৈ থকা কল্পনা শক্তি উদ্ভাৱনী মনোবৃত্তিৰ প্ৰেৰণাত কি দৰে ৰূপ লবলৈ ব্যস্ত হৈ উঠে, যুগৰ বাটৰ পৰ্ব্বতৰ গুহাত শিলৰ বুকুৰ আঁক-বাকবোৰেই তাৰ নিদৰ্শন। মানুহৰ মন সদায় বিকাশৰ বাট বিচাৰি ব্যাকুল। সেই অমাৰ্জ্জিত শিক্ষাহীন আদিম যুগৰ বিকাশৰ বস্তিয়ে ৰেখাপাত কৰি গৈছে কালৰ বুকুত আদিম মানৱতাৰ চিত্ৰ। বিকাশশীল জগতত ক্ৰমশঃ সংস্কৃতি সভ্যতাৰ ছাপ পৰিস্ফুত হৈ আছে। বিশ্ব সভ্যতাৰ বুকত আদৰ্শ ভাৰতবৰ্ষই হেজাৰ যুগৰ বাট

বিশ্বসাহিত্যৰ ক্ৰমবিকাশত ভাৰতবৰ্ষৰ দান

বুলনিত—যি সভ্যতা সংস্কৃতিৰ বন্তি জলাই পৃথিৱীত প্ৰথম পোহৰৰ ৰেখাপাত কৰিলে সেই পোহৰৰ ৰেখা পৃথিৱীৰ আদৰ্শনীয়ই নহয়, অত্যাশ্চৰ্য্যও।

ত্ৰেতা দ্বাপৰৰ সন্ধিক্ষণত ভাৰতৰ আৰ্য্য ঋষি বাল্মীকিৰ স্নেহকোমল কণ্ঠত প্ৰথমেই ধ্বনিত হৈ উঠিছিল বনৰ পখীৰ বিৰহৰ করুণ বিননিত করুণাবিগলিত হিয়াৰ কোমল অনুভূতি। তাপস ঋষিৰ কণ্ঠত বিয়োগ-বেদনাত সহানুভূতিৰ আক্ষেপে ছন্দ ৰূপে পৃথিৱীৰ বুকত নতুন সত্যৰ ৰেখাপাত কৰিলে, কাব্য ৰসত সাহিত্যৰ ধাৰা বৈ গল কোমল ছন্দেৰে—

কাব্য সাহিত্যৰ উৎপত্তি

মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমাঃ
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধিঃ কামমোহিতম্।

ঋষি-কণ্ঠত উচ্চাৰিত এই কোমল কৱিতা ফাঁকিয়েই পৃথিৱীত আদি-কাব্যৰ সূচনা হ'ল। কাব্য সৃষ্টিৰ উপাদান ৰস আৰু ভাৱ। ঋষিৰ ৰসসিক্ত হিয়াত পাৰিপাৰ্শ্বিক ঘটনাই অনুভূতিৰ ৰূপ ৰূপায়িত হল। সৃষ্টি হল সুন্দৰতম সাধনাৰ অপৰূপ মহাকাব্য।

প্ৰকৃত সৌন্দৰ্য্য ৰস কামনা বিহীন স্বতঃস্ফূৰ্ত্ত অনুভৱনীয়। "ৰসো বৈ সঃ" উপনিষদৰ বাণী মানৱ চিত্তৰ এয়ে মহাৰস, আত্মাৰ আহাৰ। যুগযুগান্তৰ ধৰি ক্ষুধাতুৰ মানৱ আত্মাই কৰ্ম্মৰ আৱৰ্ত্তত ঘূৰি ফুৰিছে এই মহাৰসৰ সন্ধানত। এয়ে অহৈতুকী প্ৰেমৰ স্বৰূপ। অচঞ্চল ধ্যানত সুন্দৰৰ আৰাধনা পৰিস্ফুট হৈ উঠে—ধীৰ স্থিৰ প্ৰশান্ত প্ৰাণত এই ৰসে স্থিতি লাভ কৰে। দীপ্তিবান তপস্যাৰত সাধকেই পায় এই মহাৰসৰ আস্বাদ। সাধকৰ দিব্য অনুভূতিৰ প্ৰেৰণাত দৃশ্যমান জাগতিক সৌন্দৰ্য্য অন্তৰৰ ৰূপত ৰূপায়িত হৈ উঠে। কবি চিত্তই পায় এই ৰসৰ পৰশত অন্তৰত সৌন্দৰ্য্যময় কল্পনা শক্তি। ছন্দ আৰু ভাৱৰ ললিত ভঙ্গীয়ে কাব্য সৃষ্টিত প্ৰাণ প্ৰতিষ্ঠা কৰে। এই ভিত্তিত ৰচিত হৈ উঠিছে শত শত বিশ্ব সাহিত্য—যি সাহিত্যৰ ৰসত পৃথিৱী অনুৰঞ্জিত।

অকল কথাৰ মালাই কৱিতা নহয়। কৱিতা মানৱৰ মৌন হিয়াৰ বেথা বেদনাৰ অনুভূতিৰ মূৰ্ত্ত বিকাশ। আদিৰস পূৰ্ণ কাব্য সাহিত্য যিবিলাকে বিশ্ব সাহিত্যত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছে এনেবোৰ মানৱ জীৱনৰ সুখ দুখৰ ইতিহাস চৰিত্ৰৰ অভিব্যক্তিৰ মাজতো অন্তৰ্দৃষ্টি সুপ্ত অনুভূতি লুকাই থাকে। মানৱ জীৱনৰ সহজ সৰল ভঙ্গীৰ মাজেদি ফুটি উঠে সৰল হিয়াৰ অস্ফুট মৰ্ম্মবাণী—মানৱ অৱয়বৰ ঢাকনিৰ তলত এটি পৰিপূৰ্ণ আত্মাৰ আকৃতি। সমাজ-সমস্যাৰ মাজেদি প্ৰপীড়িত মানৱ আত্মাৰ মুক্তিৰ ক্ৰন্দন। সমাজ বন্ধনৰ সকলো বাধা নিষেধৰ মাজেদি ফুটি উঠা আত্মাৰ প্ৰকাশ। মূক মৌন নিপীড়িত লাঞ্ছিত জীৱনৰ গোপন ভয়াৰ্ত্ত বেদনাৰ ৰূপ প্ৰকাশিত কৰে। সুন্দৰ সাহিত্যই এনে এটি সুগভীৰ অন্তৰ্দৃষ্টিভঙ্গীৰ প্ৰভাৱ বিস্তাৰ কৰি বিশ্ব-সাহিত্যত ৰূপ দিবলৈ সক্ষম হয়।

"ৰসো বৈ সঃ" এই সৌন্দৰ্য্য ৰসত প্ৰতিষ্ঠিত কৰি অন্তৰতহে প্ৰকৃত কাব্যই ৰূপ পায়। প্ৰকৃত কবিচিত্ত সমাহিত হৈ থাকে এখনি অনুভূতি কল্পনা-জগতত। সেই কল্পলোকখনি স্থূলময় জড়জগতৰ বহু উৰ্দ্ধত। দোলায়মান মানৱ চিত্ত মুহূৰ্ত্তে মুহূৰ্ত্তে স্থূল আৰু সূক্ষ্ম জগতত বিচৰণ কৰে। সাধনাময় কবিচিত্ত সাধাৰণতে কল্পনাময় জগততেই দিনৰ সৰহভাগ অৱস্থান কৰে।

কবিৰ ভাৱময় কল্পলোকতেই বিশ্বসত্যৰ গোহৰ পৰে। 'কবিয়ে অনুভূতি আৰু ভাৱ ছন্দেৰে সেই সত্য প্ৰকাশ কৰিবলৈ কাব্যৰ আশ্ৰয় লয়।

আনন্দই মানৱৰ প্ৰাণ আৰু জীৱনী শক্তি। আত্মাৰ পুষ্টিকৰ আহাৰ। ললিত কলাৰ আনন্দই মানুহৰ প্ৰাণত প্ৰকৃত মানৱত্বৰ সূক্ষ্ম অনুভূতিবিলাক জগাই তোলে। মনোৰমা প্ৰকৃতিৰ মধুৰ পৰশত মানৱ প্ৰাণত কঁপনি তুলি বিনন্দীয়া ধৰাৰ সূক্ষ্ম সৌন্দৰ্য্য দ্বিগুণে ৰূপায়িত কৰি তুলিবলৈ সমৰ্থ হয়। গায়কৰ কোমল কণ্ঠত অনুপ্ৰেৰণাৰ ঢৌ তুলি ললিত কলাৰ ৰূপ প্ৰকাশিত কৰে। কবি কল্পনাত ৰূপৰ সৃষ্টি জাগৰিত হ'লে প্ৰকাশৰ ভঙ্গী নানা সুৰত মুক্ত হয়। মনৰ তাঁৰত সুৰ জাগে। সুৰে প্ৰাণৰ অনুভূতিৰ বৰণ সানি ৰূপ লয়। শিল্পীৰ মনত মূৰ্ত্ত হৈ উঠে অজ্ঞাত সুৰৰ কঁপনি। বিশ্ব-সৃষ্টিৰ অনাদি শব্দ, অনন্ত ব্যোম ৰাজ্যৰ মহাধ্বনি, গভীৰ ঝঙ্কাৰ, মহাসুৰেই সঙ্গীতৰ জন্মদাতা! এই সুৰৰ মাজত লুকাই আছে সৃষ্টিৰ মহাৰূপ, ৰসৰ সুধাপাত্ৰ। ছন্দ, গতি তাল, সুৰ আৰু লয়ৰ সুৰৰ মূৰ্ত্ত বিকাশ। সঙ্গীত স্বৰগৰ সোপান। কাব্য জগতৰো ওপৰত সুৰ জগৎ। প্ৰকৃত সুৰৰ সংস্পৰ্শত মানুহৰ মন সুৰলোকলৈ গতি কৰে, সেই জগতৰ স্থান মাথোন অনুভৱনীয়, প্ৰকাশিত নহয়।

সাহিত্যত ললিত কলা

সঙ্গীতৰ সঙ্গী নৃত্যকলা। ভাৱ প্ৰকাশৰ ভঙ্গীয়েই নৃত্য। ছন্দৰ গতি আৰু তালে নৃত্যৰ ভাৱ বিকাশত ৰূপ দিয়ে। সত্য প্ৰকাশৰ মৌন ভঙ্গীয়েই নৃত্য—মানৱৰ সৌন্দৰ্য্যবোধৰ চৰম বিকাশ। ললিত কলাৰ মনোৰম বিকাশৰ পৰিকল্পনা এই নৃত্য।

চিত্ৰ মানৱৰ আত্মাৰ বিকাশৰ অভিব্যক্তি মাথোন। সৌন্দৰ্য্য-প্ৰয়াসী মানৱ আত্মা যেতিয়া সৃজনৰ অনুপ্ৰেৰণাত ব্যাকুল হৈ উঠে, তেতিয়াই অন্তৰ নিহিত শিল্পী মানৱ জনে নিজৰ মধুৰ অনুভূতিৰ ৰূপ প্ৰকাশ কৰিবলৈ নানা পথ আৱিষ্কাৰ কৰি গৈলায়। নিজৰ অন্তৰৰ সুন্দৰ মানৱটিয়ে অন্তৰ সৌন্দৰ্য্যকে প্ৰকাশ কৰিবলৈ বিচাৰে ৰেখাৰ মাজেৰে। এয়ে শিল্পী প্ৰাণৰ স্বৰূপ। একো একোটি জাতিৰ মজ্জাগত সংস্কৃতিৰ ছাপ ফুটি উঠে ললিত কলাৰ যোগেৰে। যুগ-যুগান্তৰৰ পৰা বৈ অহা প্ৰতি মানৱৰ অৱবাহিকা ৰক্তসোঁতত লুকাই থকা সুপ্ত সংস্কৃতিৰ জীৱন্ত প্ৰকাশ প্ৰকাশিত হ'বলৈ বিচাৰে ললিত কলাৰ যোগেৰে। ললিত কলাৰ পৰশত সুপ্ত সিৰাৰ ৰক্তবীজবোৰ চঞ্চল হৈ উঠে। আত্মপ্ৰকাশৰ বাট বিচাৰি ব্যাকুল হৈ উঠে। প্ৰাণৰ এই চঞ্চল তৰঙ্গই সুন্দৰতম সৃষ্টিৰ প্ৰধান উপাদান। কোন পাহৰণি অতীতৰ পুণ্যময় ভাৰতৰ তপোবনতেই এই ললিত কলাৰ বিজ্ঞানে প্ৰতিষ্ঠা লাভ কৰে—যি "গান্ধৰ্ব্ব" বেদৰ সপ্ত সুৰৰ বীণা ঝঙ্কাৰত ত্ৰিদিবত কঁপনি তুলিছিল সামবেদৰ সঙ্গীতৰ সুৰে। ললিত কলাৰ সাধকে পৰিকল্পনা কৰিছিল বীণাপাণি বাণী দেৱীৰ হংসবাহিনী শুভ্ৰাভৰণা শুক্লৰূপ। সেই দিনা বীণাৰ ঝঙ্কাৰত বাণী কাননত সাহিত্য কলাৰ আৰতি জ্বলিছিল এই ভাৰতৰ পুণ্য তপোবনতেই।

চিত্ৰ

শৰীৰ বিনাশী। তপস্যাময় ধ্যান তৰঙ্গ অবিনাশী। মানুহৰ ধ্যানময় জাগ্ৰত শক্তিৰ তৰঙ্গ যুগযুগান্তৰৰ মহাকাশত চিৰকাল ধ্বনিত হৈ আছে আৰু যুগযুগান্তৰ ধ্বনিত হৈ থাকিব। বিনাশী জড়দেহ ত্যাগী অতীতৰ মনিষীসকলৰ ত্যাগ যজ্ঞৰ হোমাহুতি ধ্যান সমাধিৰ তৰঙ্গ প্ৰেৰণা

আজিৰ ক্লান্ত পৃথিৱীয়ে অন্তৰাত্মাত আকৌ আঘাত কৰিছেহি। পৃথিৱীয়ে অনুভৱ কৰিবলৈ ধৰিছে, ভাৰতৰ শাশ্বত শক্তিৰ অনুপ্ৰেৰণা। বাস্তৱ ভোগবিলাসী পৃথিৱীৰ আজি অন্তৰ ক্ষুধা জাগ্ৰত হৈ উঠিছে। অতৃপ্ত জাগতিক ভোগ-বিলাসৰ আঁৰত যি এটি অজান অমৃতৰ অনুভূতি অনুভৱ কৰিছিল আৰু প্ৰচাৰ কৰিছিল প্ৰাচীন জ্ঞানদীপ্ত ভাৰতবৰ্ষই, অতৃপ্ত পৃথিৱীয়ে আজি বিচাৰিছে ভাৰতবৰ্ষৰ সেই শাশ্বত শান্তি মন্ত্ৰ। এই অমৃত বাতৰি অনাদি যুগৰ পৰা বহন কৰি আনিছে কোনে? জ্ঞান-তপস্বী কৃচ্ছ সাধক ভাৰতবৰ্ষৰ অমৰ ঋষি সাহিত্যিকসকলে।

আদৰ্শ ভাৰতবৰ্ষ ৰচনা কৰিছিল সিদিনা জ্ঞানী তপস্বী উদাৰ সাম্যবাদী ঋষি সমাজ এখনে। জন-কোলাহলময় নগৰীৰপৰা অদূৰত পৰ্ব্বতে-কন্দৰে প্ৰতিহিত আছিল শান্তিময় জ্ঞান-সাধনাৰ এই কেন্দ্ৰবোৰ। পুণ্য পৰিবেশপূৰ্ণ তপোবনবোৰত, ফলমূলাহাৰী ভোগ বিলাস বিহীন কিন্তু জ্ঞানৰ আনন্দত তেজোদীপ্ত ঋষি সাহিত্যিকসকলে জনকল্যাণ, মানৱ কল্যাণৰ কাৰণে সত্য অনুসন্ধানত নিবিষ্ট কৰি ৰাখিছিল মহান ধ্যানী চিত্ত। নিৰ্ম্মাণ কৰিছিল অমূল্য সাহিত্য সম্পদৰাশি। সেই ধ্যানী ঋষিসকলে গভীৰ চিন্তাৰে মনস্তত্বমূলক কিছুমান শক্তিশালী ইঙ্গিতপূৰ্ণ

ভাৰতবৰ্ষৰ ঋষিতন্ত্ৰ সাহিত্যিক সমাজ

শব্দ আবিষ্কাৰ কৰিছিল—যি শব্দবিলাকৰ উচ্চাৰণত শৰীৰ আৰু মনৰ ভিতৰত এবিধ তড়িৎ তৰঙ্গ উৎপাদন কৰি তোলে। সেইবিলাক শক্তি তৰঙ্গ উৎপাদনকাৰী সত্য তথ্য নিহিত শব্দৰাশিক "মন্ত্ৰ" নামে অভিহিত কৰা হয়। এই মন্ত্ৰ নিৰ্ম্মাণকাৰীসকলক 'ঋষি' আখ্যাৰে সন্মানিত কৰিছিল সিদিনাৰ ভাৰত সমাজে। যি সকল ধ্যানী মনীষীয়ে জ্ঞান সাধনাৰ দ্বাৰাই মহাপ্ৰজ্ঞা লাভ কৰি মেধাত প্ৰতিষ্ঠিত কৰিব পাৰিছিল, সেইসকলকেই সু-মেধাশালী বিশ্ব-মঙ্গলকাৰী ঋষি নামে অভিহিত কৰা হৈছিল।

"ঋষয়ো মন্ত্ৰ দ্ৰষ্টাৰ"

মন্ত্ৰ মানেই সত্য-নিহিত শব্দৰাশি। এনে মনীষাশালী ঋষিসকলেই আছিল ভাৰতৰ মেৰুদণ্ড স্বৰূপ। যুগ যুগান্তৰৰ আগৰেপৰা জ্ঞান সাধনাত কোনো জাতিবিচাৰ থকাৰ আমি পৰিচয় নেপাওঁ। উপনিষদ সাহিত্যত গৌতম ঋষিৰ আশ্ৰমত জাৰজ জাবালি সত্যকামৰ ব্ৰহ্মদীক্ষা দানৰ পটন্তৰৰ পৰাই আমি অতীতৰ এখন উন্মাদ সমাজৰ সন্ধান পাওঁ। সিদিনাৰ মানৱৰ শ্ৰেষ্ঠতাৰ বিচাৰ হৈছিল গুণৰ ওপৰত ভিত্তি কৰি। সেই গুণবোৰৰ অনুসাৰে মানৱ সমাজত কিছুমান বিশেষণ শব্দৰ দ্বাৰাই জাতিৰ পাৰ্থক্য বুজোৱা হৈছিল—বিভিন্ন জ্ঞান সাধনাত বিভিন্ন জাতি আখ্যা দিয়া হৈছিল। সমাজৰ সঙ্কীৰ্ণ গণ্ডীৰ বহু উৰ্দ্ধত মানৱীয়তাৰ ভিত্তিত অৱস্থিত জনসমাজে জ্ঞান ক্ষেত্ৰৰ বিভিন্ন সাধনা ৰূপ দিব পাৰিছিল। দেশৰ নিয়মৰ ভাৰ আছিল এখন উদাৰ বিচাৰশীল জ্ঞানী সমাজৰ ওপৰত—গোটেই দেশে এই জ্ঞানী ঋষি-সমাজখনকে বৰেণ্যৰূপে শ্ৰদ্ধাৰ আসন আগ বঢ়াইছিল। আনকি ৰাজতন্ত্ৰৰ ওপৰতো এই জ্ঞানী সকলৰ সম্পূৰ্ণ আধিপত্য থকা ঠায়ে ঠায়ে দেখিবলৈ পোৱা যায়। শ্ৰীৰামচন্দ্ৰৰ চৰিত্ৰ-বিকাশত, ৰাজ্য শাসন প্ৰণালীত "বশিষ্ঠ ঋষি"ৰ সম্পূৰ্ণ প্ৰভাৱ দেখা যায়। জনক ৰজাৰ চৰিত্ৰ বিকাশ—ব্ৰহ্মজ্ঞান লাভ, ৰাজ্য শাসনৰ ওপৰত "যাজ্ঞ্যবল্ক ঋষি"ৰ অপ্ৰতিহত প্ৰভাৱ দেখা যায়। প্ৰচুৰ ৰাজ-অনুগ্ৰহ লাভ কৰি এই জ্ঞানীসমাজে শান্ত চিত্তেৰে ভাৰতবৰ্ষত অমূল্য জ্ঞানৰ মণি-মাণিক খটাই বিবিধ গ্ৰন্থ ৰচনা কৰি থৈ গৈছে। বিশ্ব জিলিকাই আছে সত্য-জ্ঞানত প্ৰতিষ্ঠিত সেই অমূল্য সাহিত্যৰাশি ভাৰত

জননীৰ স্যমন্তক মণিহাৰৰূপে, আমাৰ দেশৰ নৱতন্ত্ৰ ৰচনাকাৰী সাহিত্যসেৱী জ্ঞানীসকলে, ভাৰতৰ গৌৰৱ বহনকাৰী সাহিত্যিক ঋষিসকলৰে সন্ততিয়ে। সেই শক্তি, সেই তেজৰ ধাৰা আজিও আমাৰ অন্তৰত বিদ্যমান।

আজি এই মহান যজ্ঞত আমি সকলোৱেই প্ৰতিজ্ঞাৱদ্ধ হৈ আমাৰ এই অপৰূপ প্ৰদেশ-খনিত সাহিত্য সাধনাৰ যোগেৰে সকলো ভেদভাৱ আঁতৰাই, পৃথিবীৰ জ্ঞান সাগৰৰ মণি-মুকুতা আনি সজাই পৰাই নতুন ৰূপত ৰূপ দিবলৈ যত্ন কৰিবলৈ সজ্ঘৱদ্ধ হোৱাই হ'ব আমাৰ মাতৃপূজা। প্ৰকৃতিৰ পুণ্যভূমি আমাৰ অসমৰো প্ৰতি ধূলিকণা ঋষি-পদধূলিৰে পূত পবিত্ৰ। আৰ্য্য ঋষিসকলৰ অলেখ সাধন ক্ষেত্ৰ অসম এখনি অতীতৰ জ্ঞান সাধনাৰ পুণ্য তীৰ্থভূমি। তাৰ চিনাকি গিৰি গুহা আশ্ৰম আৰু মন্দিৰবোৰেই। মুঠেই পাঁচশ বছৰৰ আগতে মাথোন এনে এজন অসমীয়া ঋষি "শ্ৰীশঙ্কৰদেৱে" সাধনাৰ আত্মশক্তিৰ বলত অসমক এটি নতুন ৰূপ দি থৈ গৈছে। ঋষি প্ৰাণৰ মহত্বৰ অনুপ্ৰেৰণাৰে গোটেই অসমত যি বিৰাট সাম্যবাদ প্ৰতিষ্ঠা কৰিলে, মানৱতাৰ ভেঁটিত ভাষা সংস্কৃতিৰ যি বিজয় স্তম্ভ স্থাপিত কৰিলে, যি অমৰ অমূল্য বৈষ্ণৱ সাহিত্যৰ শৰাই সজালে, সাহিত্য সঙ্গীত নৃত্য চিত্ৰ সভ্যতা আৰু মানৱীয়তাৰ সু-সংস্কৃত কৰি পৰ্ব্বত-ভৈয়ামক সাঙুৰি একেডালি একতা ডোলেৰে বান্ধি দিলে, সেই সভ্যতা সাহিত্য সংস্কৃতিৰ অমৰ গৌৰৱ লৈ অসমীয়া জাতি আজিও চিৰ গৌৰৱান্বিত হৈ আছে। ঋষি শ্ৰীশঙ্কৰ-দেৱৰ উদাৰ নীতিয়ে অসমক গঢ় দি গ'ল। পুৰুষানুক্ৰমে অসমীয়া সংস্কৃতিত যি এটি বাস্তৱ ৰূপ দান দি গ'ল, সেই অৱদানৰ ওপৰতে অসমৰ প্ৰকৃত ৰূপ চিৰ অমৰ হৈ থাকিব।

সাহিত্যৰ ঠাই ৰাজনীতিৰ ভেদমূলক ব্যৱস্থাৰ পৰা বহু উৰ্দ্ধত। সাহিত্যিকৰ জীৱনব্ৰত সাহিত্য সাধনা মানৱ কল্যাণ দেশ কল্যাণ কেন্দ্ৰিক ভাৱত সাহিত্যিকে সাহিত্য সৃষ্টি কৰে।

সাহিত্য ভেদনীতিৰ বহু উৰ্দ্ধত

দেশৰ সাহিত্যিক শক্তি এটা অজেয় শক্তি। এই শক্তিয়ে পৃথিৱীৰ শত ৰূপান্তৰ আনিব পাৰে। সাহিত্য সচেতনাই জন-কেন্দ্ৰিক ভাৱধাৰাৰ পুষ্টি সাধন কৰে। দেশক সম্পূৰ্ণ যুগ উপযোগী ৰূপ দিবলৈ হ'লে সাহিত্যিকসকলৰ আৰু শিল্পীসকলৰ ঐকান্তিক নিঃস্বাৰ্থ কল্যাণকামী সৃষ্টিয়েহে যুগ নিৰ্ম্মায়কৰূপে সম্মিলিত মনোভাৱ এটি গঢ়ি তুলিবলৈ সমৰ্থ হব পাৰে। জন-কল্যাণকামী প্ৰত্যেকজন সাহিত্য-সেৱীৰ নিঃস্বাৰ্থ সেৱাই নতুন যুগৰ অসমক নতুন ৰূপত ৰূপায়িত কৰি তুলিব লাগিব। পৰ্ব্বত-ভৈয়ামৰ যোগসূত্ৰ থাপিবলৈ সাহিত্যৰ যোগেৰেহে সম্ভৱপৰ হ'ব। স্বাধীনতাৰ পিছত আমি বহুত সুবিধা পাইছোঁ। কিন্তু আমাৰ অপ্ৰস্তুত সমাজখনে সুবিধাৰ দান উদাৰ ভাৱে গ্ৰহণ কৰিব পৰা নাই। সংকীৰ্ণ ভাবধাৰাক আশ্ৰয় কৰি আমাৰ আজি দৃষ্টিভঙ্গী ঠেক পৰ্য্যায়লৈ নামি গৈছে। দেশ সমাজ পাহৰি আত্মকেন্দ্ৰিক মনোভাৱ লৈ উৎকট স্বাৰ্থ-চিন্তাই বহল কৰ্ম্মক্ষেত্ৰখনক অতি ঠেক কৰি পেলাইছে। আমি আজি নিঃস্বাৰ্থ সেৱাৰ মনোভাৱ হেৰুৱাই পেলাবলৈ ধৰিছো। সেইহে আজি ভাৰতৰ নৱ জাগৰণৰ গঠনমূলক কামৰ বহুল প্ৰশাসনৰ সময়ত অসমৰ সমাজ গঠন সু-নিয়ন্ত্ৰিত হৈ উঠিব পৰা নাই। প্ৰত্যেক কামতে আজি প্ৰেৰণাৰ শিথিলতাই বাধাৰ সৃষ্টি কৰে। জনসেৱাৰ ভাৱ তল পৰি আত্ম-প্ৰতিষ্ঠাৰ ভাবে আগ ঠাই লয়।

দেশ স্বাধীন হোৱাৰ আগতে দেশক স্বাধীন কৰিবলৈ জনসমাজৰ যি এটি ব্যাকুল আগ্ৰহ

আৰু একতা-শক্তি গঠিত হৈছিল, যি যুক্তিৰ আশাত জন-সমাজৰ নিজৰ স্বাৰ্থ চিন্তা, প্ৰতিষ্ঠা চিন্তা, দেশৰ মুক্তি চিন্তাত তল পৰি আছিল, সেই চিন্তাধাৰা স্বাধীনতাৰ পিছত লাহে লাহে জন সমাজৰ পৰা আঁতৰি গৈছে। জনসমাজৰ উদাৰ দৃষ্টি ক্ৰমশঃ সংকীৰ্ণ গণ্ডীলৈ নামি অহা দেখা গৈছে। দৃষ্টিৰ সংকীৰ্ণতাই আগৰ উদাৰ সমাজ-সেৱাৰ মনোভাৱ পাহৰাই দেশ কল্যাণৰ বিশাল কৰ্ম্মক্ষেত্ৰ বহু ঠাইত নিজৰ স্বাৰ্থ গণ্ডীৰ সীমাৱদ্ধ ভাব প্ৰকাশ হোৱাহে দেখা গৈছে। ফলত দেশৰ কল্যাণ চিন্তাত বহু বাধা পৰিছেহি।

সাহিত্য সমাজখন এনেবোৰ আহুকলীয়া সংকীৰ্ণ মনোভাবৰ পৰা আঁতৰত থাকি সেৱাৰ মনোভাৱেৰে কাম কৰাটোহে বাঞ্ছনীয়। ভাষা জননীৰ পূজাৰ বেদীত নিষ্কলুষ প্ৰাণৰ পুষ্প অৰ্ঘ্যৰেহে প্ৰকৃত পূজা হয়।

যুগে আজি পাতনি মেলাইছে। স্বাধীনতাৰ পিছত ভাৰতবৰ্ষৰ প্ৰত্যেকখন প্ৰদেশেই সংগঠন কামত দেহে কেহে লাগিছে—নিজৰ দেশক, নিজৰ ভাষাক সমৃদ্ধিশালী কৰি তুলিবলৈ।

যুগৰ পৰিবৰ্ত্তন

বিশ্ব প্ৰতিযোগিতাত নিজ প্ৰদেশৰ গৌৰৱ প্ৰতিষ্ঠাৰ আয়োজনৰ বিপুল প্ৰেৰণাৰে দেশবাসী আগুৱাই গৈছে। পৰাধীন যুগৰ বাধাৰ হেঙাৰবোৰো আঁতৰি গৈছে। সংগঠন ক্ষেত্ৰত ৰাজ্যিক চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰেও সহায়-সহানুভূতি আগ বঢ়াইছে। এনে এটি সোণালী সুযোগত দেশৰ সাহিত্যসেৱী সকলৰ এটি গধুৰ দায়িত্ব আহি পৰিছে। সাহিত্য জাতিৰ স্বৰূপ। সাহিত্যৰ উন্নতিৰ ওপৰতে এখন প্ৰদেশৰ উন্নতি অৱনতি নিৰ্ভৰ কৰে।

দেশৰ আকাশত সাহিত্য ধ্ৰুব পতাকা। এই ধ্ৰুব পতাকা বহনকাৰী হৈ আছিছে যুগে যুগে সাহিত্যসেৱীকসকলেই। সাহিত্যিকৰ উদীপ্ত লেখনীৰ ইঙ্গিতত দেশ আৰু জাতিয়ে সভ্যতা

সাহিত্য ধ্ৰুব পতাকা

সংস্কৃতিৰ ৰূপ লয়। যুগৰ পৰিবৰ্ত্তনৰ লগে লগে আজি যান্ত্ৰিক যুগৰ সামাজিক পৰিবৰ্ত্তনৰ সময়ত মাতৃভাষাসেৱী সাহিত্যিকসকলৰ প্ৰৱল প্ৰভাৱেৰে জাতিৰ জীৱনী-শক্তি আকৌ জগাই তুলিবৰ হ'ল।

আজিৰ স্বাধীন অসমৰ মাতৃভাষাৰ প্ৰধান কেন্দ্ৰস্থল অসমীয়া জাতিৰ সমূহীয়া

মাতৃভাষাৰ সৰ্ব্বাঙ্গীণ উন্নতিৰ সমূহীয়া প্ৰচেষ্টা

শক্তিৰ উৎসৱ আমাৰ "অসম সাহিত্য-সভা।" এই সভাতেই আমাৰ বিবিধ সমস্যাৰ সমাধান বিচাৰি আমি গোট খাইছোঁহঁক। আমাৰ আজি প্ৰধান বিষয় হ'ব মাতৃভাষাৰ উন্নতি।

সমাজ আজি বিকাশৰ পথত আগ বাঢ়িছে। মাতৃভাষাৰ উন্নতিৰ ওপৰতে সমাজৰ সুস্থ মনোবিকাশ নিৰ্ভৰ কৰে। বিশ্ব-সভাত মাতৃভাষাই একমাত্ৰ জাতিৰ পৰিচয়। মাতৃভাষাৰ সুস্থ সবল ভিত্তিয়েই জাতিটোৰ একমাত্ৰ মানদণ্ড স্বৰূপ আৰু অস্তিত্বৰ প্ৰমাণ কৰে। আজিৰ যুগ আজিৰ পৃথিবীৰ প্ৰতিযোগিতাৰ ক্ষেত্ৰত তীব্ৰ বেগেৰে আগ বাঢ়িছে। এই তীব্ৰ প্ৰতিযোগিতাৰ ক্ষেত্ৰত ফেৰ মাৰিব নোৱাৰা জাতিৰ পৰিণতি কি সেই কথা শিক্ষিত সমাজৰ চিন্তাৰ বিষয় হোৱা উচিত। সেইবাবে আজি অসমত এটি সাহিত্য আলোড়নৰ বিশেষ প্ৰয়োজনে দেখা দিছে। আজিৰ যুগত মাতৃভাষাৰ স্থান আৰু পৰিসৰ ভালেখিনি বহল হৈ পৰিল। জগৎ সভাৰ মুকলি মঞ্চত এটা জাতিৰ পৰিপূৰ্ণ আত্ম-প্ৰকাশৰ বাবে মাতৃভাষাৰ দায়িত্ব

আগৰ যুগৰ তুলনাত হেজাৰ গুণ বাঢ়িল। জাতিৰ প্ৰাচীন ঐতিহ্য, আচাৰ-বিচাৰ, লৌকিকতা, সূক্ষ্মতম চিন্তাধাৰাৰ সাঁচ লৈ এটা জাতিৰ সাংস্কৃতিক বিকাশ সাধন হয়। সাহিত্য চাৰু-কলা মনোবৃত্তিৰ প্ৰকাশৰ বাট একমাত্ৰ মাতৃভাষা। মাতৃভাষাৰ প্ৰতিটি শব্দভঙ্গী আৰু সুৰৰ মাজত জাতিটোৰ জীৱন পৰিচয় লুকাই থাকে। চাৰু-কলাৰ বিভিন্ন প্ৰকাশ ভঙ্গীত জাতীয় জীৱনৰ চিত্ৰখনিয়ে আত্ম-প্ৰকাশৰ বাট বিচাৰি লয়। চাৰু-কলাত সৃষ্টি আৰু প্ৰকাশৰ বিপৰ্য্যয় ঘটিলে চাৰু-কলাৰ প্ৰকাশ কোঙা হৈ পৰে। উদাহৰণ স্বৰূপে কব পাৰি যদি আমাৰ আজি বড়গীতৰ সুৰ টনা খেয়ালত গোৱা হয় কেনে হ'ব? আইনাম, বিয়ানামত যদি হাৰমোনিয়ম-ঢুলুকি-তবলা লোৱা হয় কেনে হ'ব? সেইদৰেই সৃষ্টি আৰু প্ৰকাশৰ ভিতৰত ভাষা আৰু প্ৰকাশৰ সামঞ্জস্য আনিব পাৰে একমাত্ৰ মাতৃভাষাই। সুখৰ বিষয় অসমৰ জন-সমাজে আজি সংস্কৃতি বিকাশৰ বিশেষ প্ৰয়োজনীয়তা অনুভৱ কৰিছে। আমাৰ গাঁওবোৰতো এটি জাগৰণৰ আলোড়ন উঠিছে। ঠায়ে ঠায়ে বিভিন্ন সংস্কৃতি সন্মিলনত জাতীয় জীৱনৰ সংস্কৃতি বিকাশৰ অৰ্থে শিল্পী-সকলে যোগ দিছে। অসমৰ অনাতাঁৰ কেন্দ্ৰই এই বিষয়ে যথেষ্ট বৰঙণি যোগাইছে। অনাতাঁৰ কেন্দ্ৰৰ আলম লৈ অসমৰ উদীয়মান লেখক-লেখিকাসকলৰ কাপৰ পৰা অলপ দিনৰ ভিতৰতে ভালেখিনি অসমীয়া আধুনিক সঙ্গীত আৰু অনাতাঁৰ নাটকৰ সৃষ্টি হৈছে। অনাতাঁৰ কেন্দ্ৰ আৰু বিভিন্ন সংস্কৃতি সভাৰ উদ্যোগত অসমৰ পুৰণি ঐতিহ্যপূৰ্ণ সত্ৰবোৰৰ মাজত আৱদ্ধ হৈ থকা আপুৰুগীয়া শঙ্কৰী সম্পদ বৰগীত, সত্ৰীয়া নৃত্য আদি অসমৰ জাতীয় সংস্কৃতিমূলক সম্পদবোৰে সত্ৰৰ অধিকাৰসকলৰ নীৰৱতা ভাঙি বাহিৰৰ জন-সমাজত আত্মপ্ৰকাশ কৰাৰ চেষ্টা এটি দেখা গৈছে। গুৱাহাটীত অনুষ্ঠিত হোৱা যোৱা তিনি বছৰৰ বিহু উৎসৱ আৰু সঙ্গীত সন্মিলনে এই বিষয়ত ভালেখিনি উদ্দীপনাৰ সৃষ্টি কৰিব পাৰিছে। অলপতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ এটি দল আৰু সঙ্গীত নাটক একাডেমিৰ এটি শিল্পীদল গৈ দিল্লী মহানগৰীত প্ৰশংসা লাভ কৰি আহিছে। এই প্ৰচেষ্টাই যথেষ্ট হোৱা নাই, শিল্পীসকলৰ এই আয়োজন আৰম্ভণিহে মাথোন। এতিয়াও এই বিষয়ত আমাৰ বহু উৎকৰ্ষতা সাধন কৰিবলগীয়া আছে। এই জাতীয় জীৱনৰ সংস্কৃতি বিকাশৰ ভাৰ ভৱিষ্যতৰ শিল্পীসকলৰ প্ৰতিভা আৰু প্ৰচেষ্টাৰ ওপৰত নিৰ্ভৰ কৰিছে। এই গুৰু দায়িত্বৰ ভাৰ লৈ দেশ আৰু জাতিৰ গৌৰৱ প্ৰতিষ্ঠা কৰিবলৈ মই উদীয়মান শিল্পী-সাহিত্যিক-সকললৈ সাদৰ আহ্বান জনালো।

ৰাজ্যিক চৰকাৰৰ চেষ্টাত শ্বিলং ৰাজধানীত "সঙ্গীত নাটক একাডেমি" স্থাপিত হৈছে। এই বিষয়ত চৰকাৰৰ মনোযোগ প্ৰশংসনীয় সন্দেহ নাই। তথাপি আমাৰ এই বিষয়ে দুআষাৰমান কবলগীয়া আছে। প্ৰথমতে শ্বিলং ৰাজধানী আমাৰ শাসন-কেন্দ্ৰ হিচাপে গুৰুত্বপূৰ্ণ ঠাই সঁচা, কিন্তু জাতীয় জীৱনৰ সংশোধিত কৃষ্টি-প্ৰকাশৰ ঠাই হিচাপে বিস্তৃত অসমৰ এমূৰীয়া ঠাই শ্বিলং পাহাৰ সিমান উপযুক্ত ঠাই বুলি আমাৰ মনে নধৰে। এই সঙ্গীত একাডেমি জন-জীৱনৰ ঘাই কেন্দ্ৰত স্থাপিত হোৱাটো আৰু অধিক গণতান্ত্ৰিক হোৱাটো বাঞ্ছনীয়। সঙ্গীত নাটকৰ সভাপতি আৰু সম্পাদক-সম্পাদিকা আদি সকলো কাৰ্য্যকাৰ অসমীয়া কৃষ্টি অক্ষত ৰাখিব পৰা সাংস্কৃতিক জ্ঞানত পুৰঠ হোৱাটোহে জাতিয়ে বাঞ্ছা কৰে। কাৰণ আগতে কৈ অহা হৈছে, বিকাশৰ

সঙ্গীত নাটক একাডেমী

বাটত ভাষাই ঘাই আছিল। পৰিপূৰ্ণ ভাষাজ্ঞান নহলে জাতীয় কৃষ্টি প্ৰকাশত বাধা জন্মাটো স্বাভাৱিক।

বিজ্ঞানৰ ক্ষেত্ৰত মাতৃ-ভাষা

আজিৰ আধুনিকতম বিজ্ঞান যুগত মাতৃভাষাৰ বহুত দায়িত্ব আহি পৰিছে। বিজ্ঞান পৃথিৱীৰ পৰিধি চমু হলেও পৰিসৰ ক্ষেত্ৰ হেজাৰ গুণ বাঢ়ি গৈছে। বিজ্ঞানে সত্যৰ নানা বাটৰ পোহৰ দেখুৱাইছে। বৈজ্ঞানিকৰ দায়িত্বও বহু গুণে বাঢ়ি গৈছে। আজিৰ অসমত বৈজ্ঞানিকৰ সংখ্যা যথেষ্ট বাঢ়িছে। বিশেষভাৱে বহু যুগ জাতিৰ আকাঙ্ক্ষিত অসমৰ বিশ্ববিদ্যালয় স্থাপিত হোৱাত অসমত বিজ্ঞান সাধনাৰ সুযোগ শিক্ষাৰ্থীসকলে ঘৰতে বহি পাইছে। আজি মাতৃভাষাই বিজ্ঞান সাধকসকলৰ ওচৰত বিজ্ঞানৰ দানৰ বাবে হাত পাতি ৰৈ আছে। জাতীয় সাহিত্যত বিজ্ঞানৰ অৱদান আগ বঢ়াবলৈ কৃতী বৈজ্ঞানিক সকলৰ ওচৰত হাত পাতি ৰ'ল। পৃথিৱীৰ বহল জ্ঞান-ক্ষেত্ৰত কৃতিত্ব লাভ কৰিবলৈ মাতৃভাষাৰ জাতীয় ধ্বজাই বাট দেখুৱাই অসমৰ বৈজ্ঞানিকসকলক যুগৰ প্ৰতিযোগিতা ক্ষেত্ৰত ফেৰ মাৰিবলৈ শক্তি, একাগ্ৰতা আৰু প্ৰেৰণা যোগাব।

অসমীয়া সাহিত্য ক্ষেত্ৰত নাৰীৰ দান

অসমীয়া সাহিত্যত নাৰীৰ অৱদান লেখত লবলগীয়া নহয়। অতীতত শিক্ষাৰ সুচল নথকাত নাৰী সাহিত্যিকাৰ সংখ্যা বিশেষ সৰহ নাছিল। তথাপি সেই শিক্ষাৰ পোহৰ নোপোৱা এন্ধাৰ যুগতো যিসকল মহিয়সী মহিলাই নিজৰ স্বাভাৱিক অনুভূতিৰ প্ৰেৰণাত নিজৰ সহজাত জ্ঞান স্পৃহাৰে দেশ-সেৱাৰ ভাব লৈ মাতৃভাষাৰ সেৱা কৰি আহিছে, সেইসকলৰ আদৰ্শ আৰু সেৱাৰ ভাব আজিৰ অসমৰ শিক্ষিতা নাৰী সমাজৰ আদৰ্শ আৰু অনুকৰণীয় হোৱা উচিত। ৺পদ্মাৱতী দেৱী ফুকননী, ৺শৰৎকুমাৰী দেৱী, ৺কমলেশ্বৰী খাটনিয়াৰ, ত্ৰৈলোকেশ্বৰী দেৱী বৰুৱানী আদি এই কেগৰাকীৰ নাম উল্লেখযোগ্য।

আধুনিক শিক্ষিতা নাৰী সমাজত আজি কিছুদিনৰপৰা এটি সাহিত্যসেৱাৰ ভাব জাগ্ৰত হৈ উঠিছে। সেই ভাব স্থায়ী হৈ মাতৃভাষাৰ সেৱাত শিক্ষিতা নাৰী-সমাজে আত্মনিয়োগ কৰিলে অলপ দিনৰ ভিতৰতে নাৰী সাহিত্যই অসমৰ গৌৰৱ বৃদ্ধি কৰিব পাৰিব এইটো ধ্ৰুপ। মনত মাতৃভাষাৰ সেৱাৰ ভাব জাগি উঠিলে বোৱতী নৈৰ দৰে নাৰী-সাহিত্যৰ সংখ্যা বাঢ়ি যাব। সাধাৰণতে দেখা যায় নাৰী চৰিত্ৰ সৃষ্টিময়ী কৰি বিধতাই স্ৰজন কৰিছে। নাৰীৰ অন্তৰত সৃষ্টিৰ উপাদান বিৰাজমান। কোমল সূক্ষ্ম অনুভূতিবিলাকেই নাৰী চিত্তৰ প্ৰধান উপাদান। সেইবাবেই নাৰী-সাহিত্যত এটি বিশিষ্টতাও সাধাৰণতে দেখিবলৈ পোৱা যায়। বিশ্ব-সাহিত্য ক্ষেত্ৰত নাৰী সাহিত্যৰ গৌৰৱময় অৱদানে গোটেই বিশ্বক কি দৰে গৌৰৱান্বিত কৰি আহিছে সেই কথা সকলোৱে জানে। দৰ্শন, বিজ্ঞান, কলা, সাহিত্য আৰু মহান নেতৃত্বত চিৰ-স্মৰণীয় নাৰীৰ মহৎ দানে বিশ্ব সৌন্দৰ্য্যময়। নাৰী চৰিত্ৰত কোমল অনুভূতিৰ পৰিপূৰ্ণ প্ৰেম, ত্যাগ, ক্ষমা, কৰুণা, দয়া আৰু একনিষ্ঠতাই নাৰী চৰিত্ৰৰ বিশিষ্টতা, দৈৱী প্ৰকৃতিৰ সৌন্দৰ্য্যময় অলঙ্কাৰ। সেই বাবেই নাৰী-সৃষ্ট সাহিত্য কলাৰ বিভিন্ন ক্ষেত্ৰতো এটি বিশিষ্ট ধাৰা সদায় ফুটি উঠে। সুখৰ কথা আমাৰ আধুনিক শিক্ষিতা নাৰীসমাজত কেইবাগৰাকীও কবি সাহিত্যিকাই স্ব-ৰচিত পুথি লিখি মাতৃভাষাৰ সেৱা কৰিছে। দৈনিক বাতৰি কাকত, মাহেকীয়া আলোচনীৰ পাতত

নিয়মিতভাবেই গল্প, প্ৰবন্ধ, কবিতা লেখিবলৈ ধৰিছে। উদীয়মানা এই লেখিকাসকলৰ এই চেষ্টা যেন চিৰকলীয়া হয়।

স্বাধীন ভাৰতবৰ্ষত আজি গঠনমূলক কামৰ ভিতৰত শিশু-উন্নয়ন এটি প্ৰধান বিষয় হৈ উঠিছে। কেন্দ্ৰীয় চৰকাৰে এই বিষয়টিৰ কাৰণে বিশেষ মনোযোগ দিয়া দেখা গৈছে। শিশু উন্নয়নমূলক ব্যৱস্থাত শিশুৰ মানসিক বিকাশ আৰু চৰিত্ৰ বিকাশৰ বাবে শিশুসাহিত্য এটি প্ৰধান আহিলা। কবলৈ দুখ লাগে, অসমৰ ভবিষ্যতৰ গৌৰৱ-ৰক্ষাকাৰী উঠি অহা এই অকণিহঁতৰ হাতত দিবলৈ আন আন ভাষাৰ দৰে আদৰ্শমূলক জাকজমকীয়া শিশু-পাঠ্য অসমত কেইখন? আন আন উন্নত দেশবোৰত বহু কৃতী সাহিত্যিকে কেৱল শিশু-মনস্তত্ত্বমূলক সাহিত্য ৰচনাতে গোটেই জীৱন উৎসৰ্গা কৰিছে। বিবিধ শিশু-মনোৰঞ্জক সাহিত্য সৃষ্টি কৰি শিশু-সমাজৰ মানসিক আৰু চৰিত্ৰ বিকাশত সহায় কৰিছে। এই শিশু সমাজেই হ'ব নতুন ভাৰত তথা নতুন অসম নিৰ্ম্মাণকাৰী। আজিৰ শিশু-সমাজক আমি এতিয়াৰেপৰা বিশ্বৰ প্ৰতিযোগিতা ক্ষেত্ৰত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ গঢ় দিব লাগিব। আজি দেশৰ জাতিৰ এইটো প্ৰধান আৰু আশু কৰ্ত্তব্য বুলি ধৰা উচিত। শিশু-সমাজক সহজ ভাবেৰে জ্ঞানৰ সোৱাদ দিব পৰা সাহিত্য সৃষ্টি কৰিবলৈ আমাৰ উদীয়মান শিশু-প্ৰেমী শিক্ষিতসকলে নিশ্চয় সময় আৰু চিন্তা কৰা উচিত হ'ব। এই বিষয়টিত শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা দেৱে আগ বাঢ়িছে; আৰু বিশেষভাৱে আগ বাঢ়িবলৈ আমি তেখেতক অনুৰোধ জনাওঁ।

শিশু-সাহিত্যৰ প্ৰয়োজনীয়তা

অসমীয়া কবিতাৰ এটি নতুন গঢ়ে কিছু দিনৰ পৰা আধুনিক অসমীয়া কবিতা নামেৰে আত্মপ্ৰকাশ কৰিছে। এই ধাৰা প্ৰকাশ কৰিছে উদীয়মান নতুন কবি-সাহিত্যিক এদলে। ছন্দহীনতাৰ বাবে এই নতুন ধাৰাটিক পঢ়ুৱৈ-সমাজৰ বহুতেই এই কবিতাৰ ৰস গ্ৰহণ কৰিব পৰা নাই, এইটো সঁচা। তথাপি এই নতুন কবিতাৰ ধাৰাটিক আমি দলিয়াই পেলাব নোৱাৰোঁ। অন্তৰৰ ভাবৰাশিক আধুনিক কবিতাৰ আকাৰে ৰূপ দি মনৰ ভাব প্ৰকাশৰ ইও এটি পন্থা। কোনো কোনো লেখকৰ ঠায়ে ঠায়ে এই কবিতাৰ ধাৰাযুক্ত ছন্দ কবিতাৰ দৰে মনোগ্ৰাহী হোৱাও দেখা যায়। ভাবৰ প্ৰাবল্যত ছন্দই মুক্তি লয়। সেই দৰে আধুনিক কবিতাৰ ধাৰাই এটি জটিল শব্দ আৰু মিহলি ভাষাৰ ৰূপত আত্মপ্ৰকাশ কৰিবলৈ বিচাৰিছে। এই কবিতা লেখকসকলে মানৱীয় দৃষ্টিভঙ্গী লৈ ভাবৰ গভীৰতা ৰাখি শব্দৰ কটু অসমতাবোৰ আঁতৰাই পাঠকৰ মনত মাৰ্জ্জিত ৰচনাৰে অনুভূতি জগাই তুলিব পাৰিলে এই আধুনিক কবিতা সৰ্ব্বজনপ্ৰিয় হ'ব।

আধুনিক অসমীয়া কবিতা

অসমৰ উদীয়মান লেখক-লেখিকাসকলৰ সাহিত্যৰ প্ৰকাশভঙ্গী আৰু ভাবধাৰাত এটি ৰূপান্তৰ আহিছে। চিন্তাধাৰাত জ্ঞানৰ গভীৰতা, ভাষাৰ মাৰ্জ্জিত ৰুচি, নিভাঁজ প্ৰকাশ-ভঙ্গীয়ে এটি উন্নত পৰ্য্যায়লৈ গতি কৰা দেখা গৈছে। অসমীয়া সাহিত্যৰ প্ৰাচুৰ্য্যতা নেথাকিলেও অলপীয়া সৃষ্টিৰ মাজতো বহুমূলীয়া সম্পদৰাশিয়ে আত্ম-প্ৰকাশৰ চেষ্টা এটি লৈছে যেন লাগে। এই নতুন লেখকসকলৰ ওপৰত দেশৰ ভৱিষ্যত আশা ৰ'ল। ভৱিষ্যতৰ বিশ্ব-সাহিত্যৰ প্ৰতিযোগিতাত এই লেখক-

সাহিত্যত নতুন দৃষ্টিভঙ্গী

সকলেই এদিন আগভাগ লৈ দেশৰ গৌৰৱ বঢ়াব লাগিব। প্ৰাচীন অভিজ্ঞ সাহিত্যৰথীসকলে প্ৰেৰণা, মৰম আৰু সহানুভূতিৰে নতুন লেখক-লেখিকাসকললৈ ভুল ত্ৰুটীত নিশ্চয় মৰম সহানুভূতিৰ বাট দেখুৱাব।

অলপ দিনৰ ভিতৰতে অসমত অসংখ্য শিক্ষানুষ্ঠান গঢ়ি উঠিছে। সকলোতকৈ সুখ আৰু গৌৰৱৰ কথা—বহু দিনৰ দেশৰ আকাঙ্ক্ষিত অসমত বিশ্ববিদ্যালয় স্থাপিত হ'ল। দিনে দিনে কলেজৰ সংখ্যা বাঢ়িছে। সেই অনুপাতে উচ্চশিক্ষিত অধ্যাপকমণ্ডলীয়ে হাজাৰ হাজাৰ ছাত্ৰ-ছাত্ৰীক শিক্ষা দান কৰি দেশ নিৰ্ম্মাণ ক্ষেত্ৰত শিক্ষিত সন্তান গঢ়ি তুলিছে। আন দেশৰ তুলনাত

অসমত পঢ়ুৱৈ সমাজ

অসম সমকক্ষ হবলৈ এতিয়াও বহুত দিন বাকী আছে সঁচা, এতিয়াও আমাৰ শিক্ষা বিস্তাৰ সম্পূৰ্ণ হোৱা নাই। নিৰক্ষৰতা একেবাৰে দূৰ হবলৈ এতিয়াও বহুত দিন লাগিব। তথাপি আমাৰ দেশ স্বাধীন হোৱাৰ পিছত শিক্ষা বিস্তাৰৰ পৰিসৰ যথেষ্ট বাঢ়িছে। কিন্তু সেই অনুপাতে আমাৰ সমাজত সাধাৰণ পঢ়ুৱৈ সমাজ এখন গঢ়ি উঠা নাই। অসমীয়া ভাষাত ৰসাল সহজ লঘু সাহিত্যৰ অভাৱ। বয়স্থ শিক্ষাৰ নৈশ বিদ্যালয়ত বয়সস্থ লোকসকলে আখৰ চিনিছে। তেওঁলোকৰ হাতত দিবলৈ ধুনীয়া ছবি থকা সৰু সৰু ধৰ্ম্মপুথি, গল্প, সাধুকথাৰ পুথি আমাৰ ভাষাত যথেষ্ট পৰিমাণে ওলোৱা নাই। এইখিনিতে উল্লেখযোগ্য দেশপ্ৰেমী দত্ত বৰুৱা ভাই-ককাই দুগৰাকীয়ে এনে এটি চেষ্টা লৈছে। এনে চেষ্টা বিভিন্ন প্ৰকাশ ভৱনৰ আদৰ্শ হোৱা উচিত। লেখকসকলৰ মাজৰপৰা এনে ধৰণৰ পুথি লেখাৰ উৎসাহ বিশেষ চকুত নপৰে। শিক্ষিত সমাজ বাঢ়িছে সঁচা, কিন্তু পঢ়ুৱৈ সমাজ বঢ়া নাই। আন আন দেশলৈ চকু দিলে দেখিবলৈ পোৱা যায় লঘু পুথিৰে বজাৰ উপচি আছে—এনে ধৰণৰ লঘু সাহিত্য জকমকীয়া সম্ভাৰেৰে। সাধাৰণ পঢ়ুৱৈ সমাজ গঢ়িব লাগিলে সাহিত্য-সম্ভাৰো বঢ়াব লাগিব। সাধাৰণ পঢ়ুৱৈ সমাজে ৰস পোৱা সাহিত্য গঢ়িব লাগিব। সাধাৰণৰ মাজত পঢ়ুৱৈ মনোভাৱ এটিও গঢ়ি তুলিব লাগিব। এই দায়িত্বৰ ভাৰ লব লাগে উঠি অহা শিক্ষিত-শিক্ষিতাসকলে। প্ৰত্যেক গাঁওতে একোটি পাঠাগাৰ স্থাপন কৰি সপ্তাহত এদিন বা দুদিনকৈ ৰাইজক গোট খুৱাই বাতৰি কাকতৰ বা-বাতৰিবোৰ, দেশ-বিদেশৰ পৰিস্থিতি-বোৰ জন-সাধাৰণক সহজ ভাৱে বুজাবলৈ চেষ্টা কৰিলেহে সাধাৰণৰ মাজত পঢ়াৰ আগ্ৰহ প্ৰৱল হৈ উঠিব। এই আগ্ৰহ জগাই তুলিবলৈ লাগে শিক্ষিতসকলৰ সেৱাভাৱৰ অনুপ্ৰেৰণা।

মোৰ মনত পৰে ১৯২১ চনত ভাৰতৰ অসহযোগ আন্দোলনৰ সময়ত আজিৰ দিনতকৈ বহুত পিছপৰা, বাতৰি কাকতৰ মুখ নেদেখা অশিক্ষিত জন-সমাজৰ দেশৰ পৰিস্থিতি জানিবলৈ কি আগ্ৰহ জাগিছিল। অসমৰ চুকে-কোণে থকা গাঁওবোৰৰ অশিক্ষিত জন-সমাজে দেশৰ গতি-বিধি তন্ন তন্নকৈ জানি লৈ, দেশৰ অৱস্থালৈ লক্ষ্য কৰি কিদৰে কৰ্ম্মক্ষেত্ৰত আগ বাঢ়িছিল। বৃটিছ শাসনৰ উৎকট নিপীড়ন মূৰ পাতি লৈ গাঁৱৰ ডেকা-বুঢ়া-লৰা-ছোৱালীয়ে দলে দলে দেশৰ মুক্তি আন্দোলনত আগভাগ লৈ মহাত্মা গান্ধীৰ নিৰ্দ্দেশ শিৰোধাৰ্য্য কৰি আন্দোলনৰ প্ৰতিটি পন্থা কাৰ্য্যকৰী কৰি তুলিছিল। কি একতাৰ শক্তিত, সেৱাৰ শক্তিত, প্ৰৱল প্ৰতাপী বৃটিছ শক্তিৰ শাসন ওফৰাই পেলাই ভাৰতৰ মুক্তিৰ আন্দোলনত অসমে আগ ভাগ লব পাৰিছিল? দেশভক্ত ফুকনৰ, কৰ্ম্মবীৰ বৰদলৈৰ একনিষ্ঠ নেতৃত্ব আৰু দৃঢ়তাত অসমৰ

স্কুল-কলেজৰ ছাত্ৰ-শক্তি জাগ্ৰত হৈ উঠিছিল। নিজৰ উজ্জ্বল ভৱিষ্যত, শিক্ষাৰ আদৰ্শ, ঘৰুৱা লাঞ্ছনা—সকলো পাহৰি দেশৰ সেৱাত লাঞ্ছনা ভোগ কৰিও শিক্ষাৰ পোহৰ নেদেখা নিৰক্ষৰ অশিক্ষিত জন-সমাজক জগাই তুলিছিল। চহৰৰ সুখ-বিলাস এৰি পৰ্দ্দাৰ আঁৰত থকা নগৰৰ সম্ভ্ৰান্ত মহিলাসকলেও নিঃস্বাৰ্থ দেশসেৱাৰ ভাবত সকলো সুখ-বিলাস এৰি জন-সমাজৰ মাজত প্ৰচাৰৰ কাম কৰি ফুৰিছিল। সেই দিনত অসমত এখনো দৈনিক খবৰৰ কাকত নাছিল। মাত্ৰ ছাত্ৰ-শক্তি আৰু জন-শক্তিয়েই দেশৰ পৰিস্থিতিৰ বাতৰি দাঁৱক-দাঁৱে জন-সমাজক জনাই ফুৰিছিল। সেই দিনৰ সেৱাৰ সাধনা আজি মনত পৰে। যুদ্ধৰ সৈনিকৰ দৰে মুক্তিব্ৰতীসকলৰ ত্যাগৰ ফলতে আজি আমি কৌটী পুৰুষে আশা কৰি থোৱা স্বাধীনতা পাইছোঁহক।

আজি স্বাধীনতা পাই আমি সেই পবিত্ৰ দেশসেৱাৰ ভাব হেৰুৱাই পেলালো। আজিৰ সমাজখনে যেন সমাজ-কেন্দ্ৰিক ভাব হেৰুৱাই আত্মকেন্দ্ৰিক হৈ পৰিল। যিসকল মুক্তি-সৈনিকৰ ত্যাগৰ ভেঁটিত স্বাধীনতা গঢ়ি উঠিল সেই মুক্তি-সৈনিকসকলৰ গাত সেই তেজস্বী মনোভাব নাইকিয়া হ'ল। অলসতাই যেন আগুৰি ধৰিলে। প্ৰাচীন শক্তিৰ শিথিলতাৰ আদৰ্শ লৈ নতুন জন-শক্তিৰ ওপৰতো অলসতাৰ প্ৰভাৱ পৰিছে। সেই অনুপাতে দেশতো সমাজ-কল্যাণ কামত কৰ্ম্মীৰ অভাৱ হৈ পৰিছে। কোনো জন-কল্যাণকৰ অনুষ্ঠান হাতত ললেই স্বাৰ্থই ভুমুকি মাৰেহি। আগৰ সেই নিঃস্বাৰ্থ সেৱাৰ মনোভাৱ আজিৰ যুগত আকৌ জগাব লাগিব। আন দেশলৈ চালে আমি কি দেখোঁ? এটি সাধাৰণ পঢ়ুৱৈ সমাজ আমাৰ চকুত পৰে। আনকি ৰিক্সাৱলা, পাণ-বিড়ি দোকানীয়েও আগ্ৰহেৰে দৈনিক বাতৰি কাকত এখন কিনি পঢ়ে। দেশৰ বা-বাতৰি জানি সমস্যাবোৰৰ প্ৰতিকাৰৰ বাবে সদায় সাজু মনোভাৱ এটি পোষণ কৰি থাকে। তেনে ধৰণৰ আগ্ৰহৰ ভাব এটি আমাৰ জন-সমাজতো জগাবৰ হ'ল।

বিশ্ববিদ্যালয়ৰ পণ্ডিতমণ্ডলী, উচ্চ শিক্ষা-কেন্দ্ৰবিলাকত অলেখ অধ্যাপকমণ্ডলীয়ে অসমৰ গৌৰৱ বঢ়াইছে। অসমৰ প্ৰায় ঘৰে ঘৰে উচ্চ ডিগ্ৰীধাৰী লৰা-ছোৱালী পণ্ডিতমণ্ডলীৰ শিক্ষাৰ অৱদানৰূপে অসমে পাইছে। এইটো অৱশ্যে কৰ্ত্তব্যৰ ভিতৰতে। ইয়াৰ বাহিৰেও এই

শিক্ষিত জন-সমাজৰ বৰঙণি

পণ্ডিতমণ্ডলীৰ দেশৰ প্ৰতি আৰু কৰ্ত্তব্য আছে। জ্ঞানৰ আনন্দই নিজৰ আত্মাক তৃপ্তি দিয়ে। কিন্তু জ্ঞানী-সমাজৰ বিভিন্ন চিন্তাধাৰা মাতৃভাষাৰ যোগেদি নিজ দেশৰ জন-সমাজত জ্ঞানৰ অমিয়া বিলাই দিব পৰাটোহে জ্ঞান আৰু শিক্ষাৰ প্ৰকৃত সাৰ্থকতা। বৈজ্ঞানিক, দাৰ্শনিক, চিকিৎসক, শিল্পী, জ্ঞানী সমাজে নিজ নিজ জ্ঞানৰ গভীৰতাৰে মাতৃভাষাৰ সেৱাৰ বৰঙণি দিবলৈ চেষ্টা কৰিলে অসমৰ বিশ্ববিদ্যালয়ৰ গৌৰৱ চিৰস্থায়ী কৰিব পাৰিব। মৌলিক সাহিত্য সৃষ্টিশক্তি সকলোৰে আয়ত্তাধীন নহয়, কিন্তু অনুবাদ সাহিত্য অলপ যত্ন কৰিলেই সৃষ্টি কৰিব পাৰি। আমাৰ মাতৃভাষা পুষ্ট কৰিবলৈ হ'লে প্ৰত্যেক শিক্ষিত জনেই সেৱাৰ মনোভাব লৈ আগ বাঢ়ি আহক। অনুবাদ সাহিত্যসম্পদ বঢ়াই দেশ ওপচাই পেলাবলৈ চেষ্টা কৰক।

সেৱাৰ ভাবেহে মনত প্ৰেৰণা যোগায়। যি সেৱা ভাবত অনুপ্ৰাণিত হৈ ভিন-

দেশীয়সকলে চকুৰ আগতে অসমৰ সকলো ক্ষেত্ৰতে আধিপত্য বিস্তাৰ কৰিব লাগিছে তেনে সেৱাৰ মনোভাৱৰ ওপৰত ভিত্তি কৰিয়েই যি কোনো জাতিয়ে আত্মপ্ৰতিষ্ঠা লাভ কৰে। ভাৰতৰ স্বাধীনতাৰ পিছত প্ৰত্যেক প্ৰদেশেই নিজ প্ৰদেশৰ ভাষা, সাহিত্য, শিল্প, সংস্কৃতি বঢ়াই নিজৰ দেশক শ্ৰেষ্ঠত্ব দিবলৈ দেহে-কেহে লাগি গৈছে। আনকি ধৰ্ম্ম প্ৰচাৰ ক্ষেত্ৰতো এনে এটি মনোভাৱ লৈ দলে দলে বিভিন্ন প্ৰদেশৰ ধৰ্ম্মপ্ৰচাৰকে অসম আগুৰি পেলাইছে। এই ভিন-প্ৰদেশৰ ৰং-ৰূপহত ভোল গৈ অসমীয়া ভাই-ভনীসকলে নিজৰ ঘৰৰ সাতামপুৰুষীয়া স্যমন্তক মণি দলিয়াই পেলাই আন প্ৰদেশৰ জাক-জমকীয়া ধৰ্ম্ম অনুষ্ঠান বোৰত নিজৰ দান-বিত আগ বঢ়াই নিজেও দেউলীয়া আৰু দেশকো দেউলীয়া কৰি তুলিছে। সকলো কথাৰ আঁৰতে ভিন দেশৰ লোকৰ মনত নিজ দেশৰ প্ৰীতিয়েই যে জ্বলন্ত প্ৰেৰণাৰূপে প্ৰচাৰকসকলক পৰিচালিত কৰিছে সেই টোৱেইহে দেশসেৱা ভাৱৰ প্ৰকৃত স্বৰূপ। এইবোৰ দেখি-শুনিও যে আমাৰ অসমীয়া সমাজে চকু মুদি আছে, এইটোহে পৰিতাপৰ বিষয়।

চিন্তাধাৰাত অন্তৰ্দৃষ্টিৰ অভাৱ হলেই দেশৰ গুৰুত্বপূৰ্ণ সমস্যাবোৰলৈ আওকণীয়া ভাৱ আহি পৰে। দেহ প্ৰসাধন ভাৱতকৈ অন্তৰ প্ৰসাধন ভাৱ জগাই তুলিব পৰাটোহে শিক্ষাৰ সাৰ্থকতা। শৰীৰত প্ৰসাধনৰ প্ৰয়োজনীয়তাৰ দৰে অন্তৰতো প্ৰসাধনৰ প্ৰয়োজন আছে। মন সাহিত্যপিপাসী কৰি তোলাই অন্তৰ প্ৰসাধন। মনত এবাৰ সাহিত্য পিয়াহ জগাই তুলিব পাৰিলে সাজ-সজ্জাৰ দোকানতকৈ গ্ৰন্থৰ দোকানতহে ভিৰ বাঢ়িব। কিতাপ কিনা এটা অভ্যাসত পৰিণত কৰি লব পাৰি। ভাল গ্ৰন্থ দুই এখন কিনি পঢ়িলে কিতাপ কিনাটো এটা অভ্যাস হৈ পৰে। লগতে মনৰো সৌন্দৰ্য্য বাঢ়িবলৈ ধৰে।

**অসমত অৰ্থ-নৈতিক সমস্যা**

আমাৰ দেশত অৰ্থনৈতিক অৱস্থা দুখ লগা। সেইবাবেই অৰ্থৰ অনাটনত লেখকৰ বহুত বহুমূলীয়া গ্ৰন্থও জপাতে মৰহি যায়। লেখকৰ উৎসাহ জঁয় পৰি যায়। দেশত সাহিত্য প্ৰচাৰৰ কোনো ব্যৱস্থা নাই। আন দেশৰ দৰে প্ৰকাশ-ভৱনৰ সুবিধা নাই। যি কেইখন সাহিত্য প্ৰকাশ-ভৱন আছে সেই বিলাকৰ সৰহভাগেই পাঠ্য-পুথি প্ৰকাশত ব্যস্ত হৈ থাকে। সেই বাবে আন পাঠ্য-পুথি প্ৰকাশ এটি দুৰূহ কাম। অন্যান্য দেশত ৰাজ্য চৰকাৰে নিজ দেশৰ সাহিত্য প্ৰচাৰৰ বাবে বিশেষ যত্ন লয়। অসমত চৰকাৰৰ পক্ষৰ পৰা তেনে কোনো ব্যৱস্থা লোৱা হোৱা নাই। লোকতান্ত্ৰিক শাসনৰ সম্পূৰ্ণ সফলতা একমাত্ৰ মাতৃভাষাৰ ওপৰতে নিৰ্ভৰ কৰে। লোকতান্ত্ৰিক শাসনৰ একমাত্ৰ সম্পদ। মাতৃভাষা লোকভাষা লোকতন্ত্ৰৰ পৰিচালক ; লোকভাষা মানেই লোকশক্তি। ভাষাক উপেক্ষা কৰাৰ লগতে লোকশক্তিও ম্ৰিয়মান হৈ পৰে। ভাষাই দেশৰ পৰিচয়। গণতান্ত্ৰিক শাসনৰ শক্তি ভাষাৰ শক্তি। এই ভাষা-শক্তিক সুস্থ সৱল কৰি তুলিব নোৱাৰিলে গণতন্ত্ৰ শাসনতো ঘুণে ধৰে। গণতান্ত্ৰিক দেশ এখনৰ মাতৃভাষাৰ দায়িত্ব সৰ্ব্বশ্ৰেষ্ঠ বিষয়ৰূপে চৰকাৰে ৰাইজৰ মনত উদগণি জগাই উন্নতিৰ অৰ্থে আগ বাঢ়িলেহে দেশ শক্তিশালী হ'ব পাৰে। কিন্তু দুখৰ বিষয় আমাৰ শাসনতন্ত্ৰৰ গুৰিয়ালসকলে মাতৃভাষাৰ উন্নতিৰ প্ৰতি বিশেষ মনোযোগ দিয়া নাই। আজি ৰাষ্ট্ৰভাষা প্ৰচাৰৰ অৰ্থে যি যত্ন আৰু প্ৰচেষ্টা চলিছে মাতৃভাষাৰ উন্নতি সাধনত তেনেকৈ আৰু কেইফেৰিমান মনোযোগ দিয়া হলে আমাৰ মাতৃভাষা উন্নতি ক্ষেত্ৰত যথেষ্ট অগ্ৰসৰ হ'ল-

হেতেন। চৰকাৰে তেনে ধৰণৰ কোনো ব্যৱস্থা লোৱা চকুত নপৰে। অসমৰ দুই এজন সাহিত্যিকলৈ ৰাজ্যিক চৰকাৰে যি সাহিত্য বঁটা আগ বঢ়াইছে সাহিত্য প্ৰকাশ কৰিবলৈকে সি অতি নগণ্য। অসমৰ ভালেখিনি পুৰণি সাহিত্যিক-সাহিত্যিকা এতিয়াও বঞ্চিত। কেন্দ্ৰীয় চৰকাৰে অসমৰ দুই এজন সাহিত্যিকলৈ পুৰস্কাৰ স্বৰূপে অস্থায়ী বঁটা আগ বঢ়াইছে। সেই বঁটাৰ পৰা সাহিত্যিকে এখন সাহিত্যগ্ৰন্থ প্ৰকাশ কৰিবলৈও যথেষ্ট নহয়।

**জনজাতীয় সাহিত্য**

প্ৰকৃতিৰ উদ্যান অসমৰ মনোমোহা ৰূপৰ সৌন্দৰ্য্যৰ প্ৰকাশ চৌপাশে আবৰা পৰ্ব্বতমালা, পৰ্ব্বত-ভৈয়ামৰ মনোহৰ ৰূপতেই অসমৰ গৌৰৱ আৰু সৌন্দৰ্য্যৰ প্ৰকৃত স্বৰূপ। পৰ্ব্বতবাসী আমাৰ বুকুৰ আপোন জনজাতি ভাই-ভনীসকলৰ লগত শাসনৰ কূট-কৌশলৰ মেৰপাকত পৰি ভৈয়ামবাসীসকল অতদিনে আঁতৰি থাকিবলৈ বাধ্য হৈছিল। কিন্তু ভাৰতৰ এমূৰৰ সীমান্তৰ অসম দেশখনৰ সকলো আচুতীয়া কৃষ্টি সভ্যতা প্ৰতিকৃতিৰ সাদৃশ্য স্বভাৱ চৰিত্ৰই এৰাব নোৱাৰা একে তেজ-মঙহৰ সম্বন্ধ শত বাধা-বিঘিনিয়েও আমাৰ অসমৰ পৰা তেওঁলোকক আঁতৰাই নিব পৰা নাই। আঁতৰাই নিয়াৰ প্ৰচেষ্টাৰ অন্তও নাই, বৰং দিনক দিনে বাঢ়িবহে লাগিছে। তথাপিও জন্মগত সংস্কৃতিৰ টানত জনজাতীয় ভাই-ভনীসকলে অসমীয়া ভাষাক এতিয়াও হেঁপাহেৰে সাৱটি আছে। এতিয়াও আগ্ৰহেৰে অসমীয়া ভাষা শিকিবলৈ বাট চাই আছে। শিক্ষাত পিচপৰা আমাৰ সহোদৰ ভাই এই জনজাতীয় সমাজলৈ কৰিবলগীয়া বহুত কৰ্ত্তব্য আমাৰ বাকী আছে। অসমৰ লগত সহজ সম্বন্ধ ঘটাবলৈ আমাৰ কৰ্ত্তব্য হ'ব প্ৰত্যেকজন শিক্ষিত লোকে জনজাতীয় ভাষা অধ্যয়ন কৰি সংমিলিত জনজাতীয় আৰু অসমীয়া ভাষাত সৰু সৰু পুথি লেখি অঞ্চলত প্ৰচাৰ কৰি অসমীয়া ভাষা শিকিবলৈ আৰু অসমীয়াই জনজাতীয় ভাষা শিকিবলৈ সুযোগ কৰি দিয়া। এই কাম হাতত ল'বলৈ উঠি অহা শিক্ষিত সমাজক মই সাদৰে আহ্বান কৰোঁ। সময়ৰ শৰ ততালিকে হাতত লোৱা উচিত। বৰ্ত্তমান ক্ষেত্ৰত "অসম সাহিত্য সভাৰ" ইও এটি প্ৰধান দায়িত্ব আহি পৰিছে।

**অসমত সাহিত্যৰ আৰু ৰাজনীতিৰ সন্ধিক্ষণ**

অসমৰ ভাগ্যাকাশ সদায়েই বিপদে আৱৰা। বুৰঞ্জীয়েই তাৰ সাক্ষী। অসম চিৰ-কালেই বিপদৰ লগত যুঁজি অহা দেশ। অসমৰ ৰাজনীতিৰ সন্ধিক্ষণৰ বাহিৰেও সাহিত্যৰ ক্ষেত্ৰত দুবাৰ উল্লিখিত সন্ধিক্ষণ উপস্থিত হৈছিল।

**সাহিত্যত যুগসন্ধি**

অতীজৰ পাঁচশ বছৰৰো আগত অসমত এটি নতুন যুগ-সন্ধি আৰম্ভ হয়। সংস্কৃত ভাষা-সাহিত্যই আছিল সেই যুগৰ সাহিত্য। কোনো জাতীয় সাহিত্য সৃষ্টি হোৱা নাছিল। সেই যুগসন্ধিৰ কেইজনমান অসমৰ কবিয়ে প্ৰথম প্ৰাচীন অসমীয়া পুৰণি সাহিত্যত কাব্য ৰচনা কৰি এটি নতুন যুগৰ সাহিত্য পাতনি মেলে।

পূৰ্ব্ব কৱি অপ্ৰমাদি
মাধৱ-কন্দলি আদি

মাধৱ-কন্দলিকে আদি কৰি হৰিবৰ মিশ্ৰ আৰু মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ পুৰণি অসমীয়া বৈষ্ণৱ কাব্য-সাহিত্যত এটি নতুন কাব্য-ধাৰাই অসমৰ প্ৰাচীন সাহিত্যৰ নতুন ভেঁটি ৰচনা

কৰিলে। পিচত শ্ৰীশঙ্কৰদেৱৰ ভাগৱতী ধৰ্ম্মৰ গুৱলা আধ্যাত্মিক কাব্য-সাহিত্যই অসমৰ বুকুত খৰ সোঁতৰ বান বোৱাই দিলে। আদি কৱিসকলে প্ৰতিষ্ঠা কৰি থৈ যোৱা পুৰণি ভাষাৰ শিলৰ ভেঁটিত শঙ্কৰদেৱৰ থাপনাৰ শলা-বস্তিৰ পোহৰে আজিও অসমক জিলিকাই ৰাখিছে। সেই নতুন যুগত শঙ্কৰে অকল সাহিত্য ক্ষেত্ৰতে নহয়, গোটেই অসমক এটা পৰিমাৰ্জ্জিত উন্নত সাংস্কৃতিক একতা ডোলেৰে পৰ্ব্বত-ভৈয়াম আৱৰি বৃহৎ অসমীয়া জাতিৰূপে গঢ়ি থৈ গ'ল।

দ্বিতীয় সন্ধিগণ আহিল বৃটিছ আমোলৰ লগে লগে। ইংৰাজ বণিকৰ লগত বঙালী কেৰাণী দল অসম সোমালহি। শিক্ষাত পিছপৰা অসমীয়া জাতিৰ সেই সময়ৰ অৱস্থাৰ সুযোগ লৈ লাহে লাহে অসমীয়া ভাষা গ্ৰাস কৰি পেলাবলৈ ধৰিলে। অসমীয়া সমাজে সেই সোঁতত গা এৰি দিলে। অফিচ, আদালত, পঢ়াশালি সকলো ক্ষেত্ৰতে বঙালী ভাষাই আধিপত্য বিস্তাৰ কৰিবলৈ ধৰিলে। ভাগ্য-বিধাতাৰ ইঙ্গিতত অসমত প্ৰতিৰোধী দল এটিৰ চেতনা আহিল। প্ৰথমতে জাতিৰ গৌৰৱ-ৰক্ষাকাৰী ৺আনন্দৰাম ঢেকীয়াল ফুকনে আচল গুৰি কথা লক্ষ্য কৰি অসমীয়া সাহিত্য ৰচনা হাতত ল'লে আৰু "অসমীয়া লৰাৰ মিত্ৰ" নামৰ পাঠ্যপুথি এখনি ৰচনা কৰিলে। ৺হেমচন্দ্ৰ বৰুৱাই হেমকোষেৰে ভাষাৰ গুৰি ধৰিলে। জাতিৰ মাজত এটা চেতনাৰ সঞ্চাৰ কৰিলে। সেই চেতনাৰ পৰশত জন্ম হ'ল জোনাকী সাহিত্য যুগ।

দ্বিতীয় সন্ধিক্ষণ

কলিকতাত পঢ়িবলৈ যোৱা কেইজনমান অসমৰ শিক্ষিত ডেকাই ভাষা-সাহিত্যৰ এই বিপৰ্য্যয়লৈ লক্ষ্য কৰি 'জোনাকী' নামৰ আলোচনী কাকত এখন অসমত প্ৰচাৰ কৰিবলৈ ধৰিলে। তেওঁলোকৰ তীব্ৰ লেখনীৰ সচেতনাত অসমৰ সুপ্ত শক্তি জাগি উঠিল। অসমীয়াই বুজিলে নিজৰ ভুল। সাহিত্যৰথী বেজবৰুৱা, পদ্মনাথ গোঁহাই বৰুৱা, সত্যনাথ বৰা, লম্বোদৰ বৰা, হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা, আনন্দচন্দ্ৰ আগৰৱালা আৰু আন কেইবাগৰাকীও অসমৰ কৃতী সন্তানৰ দূৰদৰ্শিতা আৰু মাতৃভাষাৰ প্ৰতি অনুৰাগে অসমত জোনাকী যুগ প্ৰতিষ্ঠা কৰিলে। অসমৰ জাগৰণৰ প্ৰথম সূচনা আনিলে।

ভাবিলে মন গৌৰৱত উপচি পৰে। এপিনে বঙ্গ-সাহিত্যৰ মহাপৰাক্ৰমপূৰ্ণ শক্তিশালী আক্ৰমণ, আনপিনে অশিক্ষিত অসমীয়া জন-সমাজ। আঙুলিৰ মূৰত লেখিব পৰা কেইজনমান সাহিত্য-সৈনিকৰ প্ৰতিৰোধ। তেনে সন্ধিক্ষণতো অসমীয়াই জাতিৰ অতীত ঐতিহ্যৰ আত্মসন্মানপূৰ্ণ মনৰ দৃঢ়তা লৈ লুপ্তপ্ৰায় মাতৃভাষাক পুনৰ উজ্জীৱিত কৰি তুলিব পাৰিছিল। জোনাকী যুগৰ অসমৰ জোনাকী সাহিত্যিক সকল জাতিৰ চিৰস্মৰণীয় পুৰুষ।

আজি আকৌ অসমত তৃতীয় সন্ধিক্ষণ উপস্থিত হৈছেহি। অসমীয়া জাতিৰ দুৰ্ব্বলতাৰ সুযোগ লৈ অসমৰ বুকুতে বহি ভিন দেশৰ কূট-কৌশলত অসমৰ বুকুৰ কুটুম পৰ্ব্বতীয়া ভাই-ভনীবোৰক অসমৰ মাজৰপৰা আঁতৰাই নিবলৈ যি ষড়যন্ত্ৰ চলিব লাগিছে, সেই কথা কোনেও নজনা নহয়। অলপতে অসমলৈ আহিবলৈ আয়োজন কৰা সীমা নিৰ্দ্ধাৰণ আয়োগৰ আগত গোটেই অসম গ্ৰাস কৰিবলৈ পশ্চিম বঙ্গ কংগ্ৰেছ পক্ষৰ পৰা যি ভয়াবহ অপপ্ৰচাৰপূৰ্ণ স্মাৰকপত্ৰ দাখিল কৰিছে, সেই স্মাৰক পত্ৰ পঢ়িলে গাৰ নোম শিয়ঁৰি উঠে। বঙ্গ কংগ্ৰেছ সভাৰ স্মাৰক পত্ৰত দিয়া অসমৰ অপপ্ৰচাৰ—"(১) ভাৰতৰ ভৌগোলিক

তৃতীয় সন্ধীক্ষণ

বিশ্বাস কৰিব নোৱাৰি। (২) অসমত সীমা অটুত ৰখাৰ ক্ষেত্ৰত অসমীয়া জাতিৰ কোনো কথা বিশ্বাস কৰিব নোৱাৰি। (২) অসমত দেশপ্ৰেমিক নাই। (৩) অসম দেশত ভেদ ভাবেই ঘাই নীতি—একতা নাই। (৪) পৰ্ব্বতীয়া জাতিৰ ওপৰত অসমে কৰা শোষণৰ কাৰণে পৰ্ব্বতীয়া জাতিয়ে নিজ স্বাধীনতা বিচাৰে!" বঙ্গ কংগ্ৰেছ স্মাৰক পত্ৰত যিখিনি কথা জানিব পৰা গৈছে সেই কথাৰ সামান্য আভাষ এটা ওপৰত দিয়া হ'ল। প্ৰত্যেকটি কথাই অসমৰ ওপৰত আক্ৰমণৰ প্ৰতিচ্ছবি আৰু অপমানজনক। প্ৰত্যেকটো বিষয়তে পশ্চিম বঙ্গ কংগ্ৰেছে অসমক অপমান কৰিছে। গণতান্ত্ৰিক ভাৰতৰ সাম্য নীতিত আঘাত হানি ভিন প্ৰদেশৰ ওপৰত বঙ্গ কংগ্ৰেছে যি আক্ৰমণাত্মক মনোবৃত্তি আৰু নীতিৰ আশ্ৰয় লৈছে এই নীতি ভাৰত ঐক্যবাদৰ বিৰুদ্ধবাদী নীতি। এই বিৰুদ্ধ নীতি আশ্ৰয়কাৰী যি কোনো প্ৰাদেশিক কংগ্ৰেছ কমিটিয়েই কেন্দ্ৰীয় চৰকাৰৰ নীতিবিৰুদ্ধবাদী বুলি প্ৰমাণিত হ'ব। অসম সাহিত্য সভাই এই বিৰুদ্ধ নীতিৰ বিচাৰ কৰিবলৈ কেন্দ্ৰীয় চৰকাৰৰ ওচৰত দাবী জনোৱা উচিত হ'ব বুলি ভাবোঁ। অসমৰ এবাৰ এটি অঙ্গ গ্ৰাস কৰিলে, শ্ৰীশঙ্কৰদেৱৰ ধৰ্ম্মপ্ৰচাৰ ভূমি অসমীয়া কোচ বংশৰ ৰাজধানী বুৰঞ্জী-বিখ্যাত কোচবিহাৰ বিনা দ্বিধাই গ্ৰাস কৰি এই আক্ৰমণ মনোভাৱপূৰ্ণ প্ৰদেশখনে এইবাৰ আকৌ দীঘলকৈ হাত মেলিছে। স্মাৰক পত্ৰত গোৱালপাৰা, গাৰোপাহাৰ, লুচাই পাহাৰ, ত্ৰিপুৰা, কাছাৰ আৰু খাছীয়া পাহাৰৰ একাংশ দাবী কৰিছে। এইটো তৃতীয় সন্ধিক্ষণ। অকল সাহিত্যৰ সন্ধিক্ষণেই নহয়, অসমৰ ৰাজনৈতিক, সাংস্কৃতিক আৰু ভৌগোলিক সন্ধিক্ষণ। অসমীয়া জাতি যদি জীয়াই আছে, অসমীয়াৰ গাত যদি তেজ আছে, তেনেহলে অসমে কেতিয়াও আন প্ৰদেশৰ এই অন্যায় আক্ৰমণ সহ্য নকৰে। যি একতাৱদ্ধ অসমে মোগল শক্তিক সোতৰবাৰ ওফৰাই পেলাব পাৰিছিল, যি অসমে পৰাধীনতাৰ যুগতো নিজৰ দক্ষতাৰে বৃটিছ ষড়যন্ত্ৰ ওফৰাই আত্মপ্ৰতিষ্ঠা কৰিব পাৰিলে, যি অসমে স্বাধীনতাৰ মুক্তি আন্দোলনত আগভাগ ল'ব পাৰিছিল, সেই অতীতৰ বীৰ অসমীয়া জাতিয়ে, বিশেষকৈ শিক্ষা-দীক্ষা জ্ঞানত উদ্দীপ্ত স্বাধীন অসমৰ পৰ্ব্বত-ভৈয়ামৰ বিৰাট মিলিত শক্তিয়ে এই আক্ৰমণ কেতিয়াও সহ্য নকৰে। সুপ্ৰাচীন অসমীয়া সাহিত্য-কৃষ্টি ধ্বংস কৰি অসমৰ বুকুত বিদেশীক বৰপীৰা পাৰি বহিবলৈ এৰি নিদিয়ে। অসমৰ ভাগ্যত এনে ধৰণৰ আক্ৰমণ সদায়েই চলি আহিছে আৰু উদ্দীপ্ত অসমে সদায়েই প্ৰতিৰোধ কৰি আহিছে।

১৯১৮ চনত কলিকতা কংগ্ৰেছত—কংগ্ৰেছৰ অন্যতম সদস্য ৺কামিনীকুমাৰ চন্দই বক্তৃতা প্ৰসঙ্গত অসম প্ৰদেশখন বঙ্গদেশৰ একাংশ আৰু সাহিত্য-সংস্কৃতি সকলো বঙালী বুলি কৈছিল। কিন্তু একেবাৰে শেষৰ শাৰীত ঠাই পোৱা অসমৰ ডেকা প্ৰতিনিধি এজনে তীব্ৰ প্ৰতিবাদ কৰি অসমৰ স্বকীয়া ঐতিহ্য কৃষ্টি আৰু সভ্যতা প্ৰমাণ কৰি আহিব পাৰিছিল। ১৯১৯ চনৰ "মণ্টেগু চেমছফোৰ্ড" শাসন সংস্কাৰৰ চক্ৰান্তত অসমক পুব সীমান্ত প্ৰদেশ কৰি ৰাখিবলৈ যি কূট-কৌশল প্ৰয়োগ কৰিছিল, সেই পাছপৰা, কোনো অনুষ্ঠান নথকা পৰাধীন যুগতো অসমৰ একমাত্ৰ সন্মিলিত অনুষ্ঠান অসম এছোছিয়েছনৰ যোগেৰেই "মণ্টেগু চেমছফোৰ্ড" শাসন সংস্কাৰৰ বিৰুদ্ধে যুঁজ দিবলৈ অসমে বিলাতলৈ প্ৰতিনিধি পঠিয়াব পাৰিছিল। অসমৰ প্ৰতিনিধি কৰ্ম্মবীৰ বৰদলৈয়ে আচহুৱা ঠাইত কূটনৈতিক বৃটিছ শাসকক যুক্তিতৰ্কৰে হৰুৱাই সেই কূট-কৌশলৰ পৰা অসমক ৰক্ষা কৰি স্বকীয়া শাসন সংস্কাৰৰ অধিকাৰ দি ভাৰত কংগ্ৰেছ শাসনতন্ত্ৰৰ অন্তৰ্ভুক্ত

কৰিবলৈ সক্ষম হৈছিল—যি অন্তৰ্ভূক্তিয়ে আজিৰ স্বাধীনতাৰ বাট মুকলি কৰি দি গ'ল। সেই অসমে বিদেশী কূট চক্ৰান্তৰ বিৰুদ্ধে থিয় নহৈ নোৱাৰে। অসমৰ ৰাজনৈতিক সন্ধিক্ষণৰ অন্ত নাই। সিদিনা মাথোন ১৯৪৭ চনত আকৌ অসমৰ মহা সন্ধিক্ষণ উপস্থিত হৈছিল। সমষ্টি গঠনৰ কূট চক্ৰান্তত অসম আকৌ বিপন্ন হৈ পৰিছিল। সেইদিন, অসমৰ ইমূৰৰ পৰা সিমূৰলৈ অসমৰ নিদ্ৰিত শক্তি আকৌ জাগ্ৰত হৈ উঠিল। অসমীয়া জাতিৰ দৃঢ় প্ৰতিজ্ঞা। লোকপ্ৰিয় বৰদলৈৰ নেতৃত্ব আৰু জাতিৰ পিতা মহাত্মা গান্ধীৰ উপদেশ শিৰত লৈ অসমৰ ঐক্য-শক্তিয়ে সমষ্টি গঠনৰ পৰা অসম মুক্ত নোহোৱা হলে অসমৰ ঐতিহ্যপূৰ্ণ ভাষা-সাহিত্য-সংস্কৃতি আজি কালৰ বুকত বিলীন হৈ গ'লহেতেন, অসমীয়া জাতিৰ অস্তিত্ব নাথাকিলহেতেন।

বিপদে জাতিৰ ভেদভাৱ পাহৰাই দিয়ে। সমষ্টি গঠনৰ সঙ্কট মূহূৰ্ত্তত জাতিৰ ডেকা-শক্তি কিদৰে জাগি উঠিছিল সুঁৱৰি মন গৌৰৱত নাচি উঠে। আজি আকৌ এটি তৃতীয় কৌশলে অসমৰ পূব সীমান্ত আৰু অসমৰ মাজত এখন ভেদৰ দেৱাল গঢ়িবলৈ আৰম্ভ কৰিছে। এটা হিংসুক মনোবৃত্তিৰ চকুৰ পোৰণিয়ে অসমক কোনো কালেই শান্তি দিয়া নাই। অসম গ্ৰাসৰ নানা কূট-কৌশল অসমৰ ওপৰত চলিব লাগিছে। এই তৃতীয় সন্ধিক্ষণৰ কাৰণে গোটেই অসম এটা কেন্দ্ৰীভূত শক্তিৰ তলত গোট হ'ব লাগিব। সকলো নীতি আৰু সকলো দলৰ ওপৰত এই শক্তিকেন্দ্ৰ স্থাপিত হ'ব। সেই শক্তিকেন্দ্ৰ হ'ব গোটেই অসমৰ শিক্ষিত সমাজৰ কেন্দ্ৰস্থান এই "সাহিত্য মহাসভা", অসমৰ বিভিন্ন সংস্কৃতি সাহিত্য সম্মিলন, সঙ্গীত সন্মিলন, প্ৰকাশ ভৱন ইত্যাদি। সমূহীয়া অনুষ্ঠানবোৰৰ ঘাই কেন্দ্ৰৰূপে আজি আমি বিৰাট ৰাইজৰ শক্তিৰে মুঠ বান্ধি এই "সাহিত্য মহাসভা"ক নতুন ৰূপ দিবলৈ দেহে-কেহে লাগিবৰ হ'ল। আজি গাইগুটীয়া মনোবৃত্তিৰ সুযোগ লৈ বিদেশী শক্তিয়ে সদায় আক্ৰমণাত্মক মনোভাৱেৰে অসমৰ স্বাৰ্থত আঘাত কৰি আহিছে। এই ধাৰাবোৰৰ বিৰুদ্ধে থিয় হবলৈ আজি আমাৰ পৰ্ব্বত ভৈয়াম জুৰি এটি বিৰাট শক্তিৰ প্ৰয়োজন হৈছে। এই শক্তিকেন্দ্ৰত প্ৰত্যেকজন শিক্ষিত-অশিক্ষিত লোকে নিজ কৰ্ত্তব্যৰ বৰঙণি যোগাই শক্তিশালী কৰি তুলিবলৈ সহায় কৰিব। সাহিত্য মন্দিৰত সকলোৰে সমান প্ৰবেশ অধিকাৰ আছে। শাসন কৰ্ত্তৃপক্ষৰ পৰা হৰিজন সম্প্ৰদায়লৈকে সকলোৰে সমান স্থান আৰু অধিকাৰ থাকিব।

এই সাহিত্যিক মহাসভাৰ মূল কেন্দ্ৰৰূপে আজিৰ অসমৰ সমবেত সাহিত্যিক শক্তিয়ে এখন সাহিত্য পৰিষদ গঠন কৰা আঁচনি লবলৈ মই বিদ্বান সুধী-সমাজলৈ গোহাৰি জনালোঁ।

সাহিত্য পৰিষদ গঠন

১৯৫০ চনত এই সাহিত্য পৰিষদ এটি গঠন কৰাৰ পৰিকল্পনা মোৰ মনত খেলায়। ৺বাণীকান্ত কাকতি ডাঙৰীয়াৰ ওচৰত মোৰ মনোভাৱ প্ৰকাশ কৰাত তেখেতে আনন্দত জপিয়াই উঠিছিল আৰু এই কাম কৰাত সম্পূৰ্ণৰূপে সহযোগ কৰিব বুলি প্ৰতিশ্ৰুতি দিছিল। এই কথা লৈ মই শ্ৰীযুত কৃষ্ণকান্ত ডাঙৰীয়াৰ কাষ চাপোঁ। তেখেতেও অতি সুন্দৰ কথা হব বুলি কৈছিল। ৺লোকপ্ৰিয় বৰদলৈক এই কথা জনোৱাত তেখেতে সম্পূৰ্ণ সহায় কৰিব আৰু আনকি অফিচ ঘৰ এটিও দিব খুজিছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে লোকপ্ৰিয় বৰদলৈ স্বৰ্গী হোৱাত ভুঁইকঁপৰ দুৰ্গত অৱস্থাই এই উৎসাহ-উদ্দীপনা তল পেলালে। আজি আকৌ অসমৰ সুধী সাহিত্যসেৱীসকলৰ সহযোগ আৰু সাক্ষাতৰ সৌভাগ্য

পাই মোৰ এই পাহৰা কথাটি আকৌ মনত পৰিছে। বিৰাট সাহিত্য-শক্তিৰ কেন্দ্ৰ সাহিত্য পৰিষদ গঠনৰ সংবিধানখনি সুধী সমাজৰ সুপৰিকল্পনালৈ থৈ মই সংগঠনৰ চমু পৰিকল্পনা এটি আপোনালোকৰ আগত ডাঙি ধৰিব খোজোঁ।

সাহিত্য পৰিষদৰ উদ্দেশ্য

সাহিত্য পৰিষদৰ উদ্দেশ্য হ'ব অসমৰ পৰ্ব্বত ভৈয়াম শক্তিক সাহিত্যৰ যোগেদি কেন্দ্ৰীভূত কৰা। ইয়াৰ সাহিত্যৰ বিভিন্ন প্ৰকাশ ভৱন যেনে—সঙ্গীত বিভাগ, সংস্কৃতি বা কলা বিভাগ, সংশোধনী বিভাগ, অনুবাদ বিভাগ, জন-জাতীয় সাহিত্য, প্ৰচাৰ বিভাগ আদি থাকিব। অভিধান বিভাগত চন্দ্ৰকান্ত অভিধানত নতুনকৈ অসমীয়া যিবোৰ শব্দ সোমাই পৰিছে আৰু কিছুমান জন-জাতীয় শব্দক ঠাই দিয়া। বিশ্ববিদ্যালয়ৰ লগত যোগাযোগ ৰাখি বিজ্ঞান বিভাগৰ বিশ্লেষণ বিভাগ থাকিব। অসমীয়া সাহিত্যৰ আখৰ-যোটনি নানা ধৰণেৰে বিকৃত আকাৰ লৈছে। আখৰ যোটনিৰ এটা নিৰ্দ্দিষ্ট নিয়ম ঠিক কৰা। পাঠ্য-পুথি নিৰ্ব্বাচন বিভাগ। পুৰণি সাহিত্য উদ্ধাৰ আৰু প্ৰচাৰ বিভাগ। বিশেষভাৱে আশু কাৰ্য্যকৰী বিভাগ হ'ব জন-জাতীয় ভাষা অসমীয়া ভাষা পৰস্পৰ ভাঙনি কৰি জাকজমকীয়া পুথি ৰচনা কৰি জন-জাতীয় অঞ্চলত সাহিত্য প্ৰচাৰ কৰা। পুথি প্ৰকাশ বিভাগ। পুথি প্ৰকাশ বিভাগবোৰে অসমত আশাশুধীয়া ভাৱে পুথি প্ৰকাশ কৰিব পৰা নাই। কাৰণ প্ৰকাশ ভৱনবোৰে পাঠ্য-পুথি প্ৰকাশত মনোযোগ দিবলগীয়া হোৱাত আন পুথি প্ৰকাশৰ প্ৰতি বেছি আগ্ৰহেৰে মনোযোগ দিব পৰা নাই। এইখিনিতে উল্লেখযোগ্য, প্ৰকাশৰ বাবে শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱাই আৰু শ্ৰীযুত বিচিত্ৰনাৰায়ণ দত্ত বৰুৱাই যথেষ্ট চেষ্টা কৰিছে। চিত্ৰ ভাগৱত, ৰামায়ণ আৰু সৰু সৰু ধৰ্ম্মপুথি ভালেখিনি প্ৰকাশ কৰি জাতিৰ ধন্যবাদৰ পাত্ৰ হৈছে। উৎকৃষ্ট গ্ৰন্থ লিখকক পুৰস্কাৰ ব্যৱস্থাও এই পৰিষদত থাকিব লাগিব। অসমৰ শিক্ষিত নতুন পুৰণি সকলো সাহিত্য-সেৱীসকলক লৈ এই পৰিষদ গঠন হ'ব। অসমৰ স্বাৰ্থ ৰক্ষাৰ এই পৰিষদেই সকলো ব্যৱস্থা হাতত ৰাখিব। এই পৰিষদৰ শক্তি হ'ব জন-শক্তি। এদিন অসমৰ সাহিত্য শক্তিয়ে অসমক সকলো বিপদৰপৰা ৰক্ষা কৰিছিল। সাহিত্য পৰিষদৰ শক্তিয়ে আকৌ একগোট হৈ জন-শক্তি জগাই তুলিব। অসমৰ মাতৃভাষাৰ বিৰুদ্ধে যি ষড়যন্ত্ৰ চলিছে, সেই ষড়যন্ত্ৰৰ বিৰুদ্ধে সাহিত্য আন্দোলন গঢ়ি তুলিব লাগিব। এই প্ৰতিকাৰৰ ভাৰ লব লাগিব অসমৰ ডেকা-বুঢ়া-তিৰোতা আৰু লৰা-ছোৱালীয়ে। আজি এই পৱিত্ৰ মাতৃভাষা সাধনা যজ্ঞৰ ৰভাতলত সকলোৱে প্ৰতিজ্ঞা কৰোহঁক আহক। অসম মাতৃৰ চুলি এডালো পৰশ কৰিবলৈ দেহত প্ৰাণ থাকে মানে কোনো অসমীয়াই এৰি নিদিওঁ। স্বৰ্গতো অধিক জননী অসমৰ সন্মান, জাতিৰ সন্মান, ভাষাৰ সন্মান ৰক্ষাৰ সমস্যা সকলোতকৈ আগত। এই ঘোৰ সন্ধিক্ষণত অসমৰ প্ৰাচীন আৰু তৰুণ শক্তিয়ে জুইৰ ফিৰিঙতিৰ দৰে জ্বলি উঠি অসমৰ ৰক্ষা-বেহ ৰচনা কৰিব। জন্মভূমিৰ আক্ৰমণাত্মক মনোভাৱৰ বিৰুদ্ধে যি জাতিয়ে বিৰোধিতা নকৰে সেই জাতি ভীৰু, প্ৰাণহীন। এই প্ৰতিজ্ঞা যদি কোনোৱাই সংকীৰ্ণ প্ৰাদেশিকতা বুলি প্ৰচাৰ কৰে তেনেহলে ভাৰতবৰ্ষৰ সকলো প্ৰদেশেই এই প্ৰাদেশিকতা দোষত দোষী বুলি ধৰিব লাগিব।

আহক, আজীৱন সাহিত্যসেৱী প্ৰাচীন সাহিত্যিকসকল! হাতত আকৌ উদ্দীপ্ত লেখনি তুলি লওক। বাৰ্দ্ধক্যৰ জড়তা এৰি দেশ-জননীৰ সন্মান ৰাখিবৰ হকে ভীষ্ম পিতামহৰ

দৰে আকৌ সেনাপতিৰ আসন লওক। আহক নবীন পূজাৰীসকল! দেশৰ এই সন্ধিক্ষণত উদ্বুদ্ধ হওক। বিলাসী মনোভাৱ এৰি সব্যসাচীৰ শক্তিৰে দেশ ৰক্ষাৰ ভাৰ লওকহি। সমৰ থলিৰ দীপ্ত সৈনিকৰ দৰে বুকুৰ তেজ ঢালি জন্মভূমিক ৰক্ষা কৰিবলৈ সাজু হওক। হাতত লেখনি লওক। জীৱনৰ আৰম্ভণিৰপৰা যি লেখনি হাতত তুলি লৈছে, সেই লেখনিৰ গতি যেন জীৱনৰ শেষ দিনলৈকে জনমভূমিৰ সেৱাৰ বাবে চলি থাকে। হে মোৰ মৰমৰ উদীয়মান ডেকা-গাভৰুসকল! দেশৰ এই সন্ধিক্ষণত আপোনালোকে দেশৰ প্ৰতি মন দিয়ক! চিন্তা কৰক আৰু একতাৱদ্ধ শক্তিৰ পৰিচয় দিয়ক। যাওক দলে দলে ভাৰতৰ ৰাজধানীলৈ, দেশৰ অৱস্থাৰ প্ৰতি কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টি আকৃষ্ট কৰি তোলক। সকলো সমস্যা বুজাই অসমৰ সন্মান ৰক্ষা কৰক। ভাৰত ৰাজধানীৰ কেন্দ্ৰীয় পৰিষদৰ নিষ্ক্ৰীয় অসম প্ৰতিনিধিসকলৰ টোপনি ভাঙক। ভাঙি দিয়ক ভেদাভেদৰ আহুকলীয়া বিভিন্ন বিভিন্ন দলৰ হেঙাৰবোৰ। আজি সদৌ অসমৰ ঘোৰতৰ সমস্যাৰ প্ৰতিকাৰ কৰা প্ৰতি দলৰ, প্ৰতি জনৰ মহান কৰ্ত্তব্য। ক্ষুদ্ৰ কথা লৈ, ক্ষুদ্ৰ মতভেদ লৈ দলাদলি সৃষ্টি কৰি সময় গ'ল। জোৰ পুৰি হাত পালেহি। দেশ গ'লে কি লৈ ভেদৰ সৃষ্টি কৰিব? আগেয়ে দেশক ৰক্ষা কৰক, দেশৰ সন্মান ৰক্ষা কৰক। এয়ে মোৰ সদৌ অসমলৈ কাতৰ গোহাৰি।

সুধীবৃন্দ! মনৰ আৱেগত বহুত কথা কৈ আপোনাসৱক বহুপৰ আমনি দিলোঁ—নিজ গুণে ভুল-ত্ৰুটী ক্ষমা কৰিব। জীৱনৰ শেষ-সন্ধিয়াৰ আঁৰ-কাপোৰ পৰিবলৈ আয়োজন চলিছে। এই সভাত আজি মই মোৰ অসমী আইৰ মহামহিমময়ী ভুবনমোহিনী ৰূপ দেখা পাইছোঁ। এনে এটি দিন জীৱনত আৰু দুনাই ঘূৰি নাহে। সেইহে আজি মোৰ জনমভূমি চেনেহী অসমী আইৰ এই মহান পূজা-বেদীত হিয়া উজাৰ কৰি দুচকুত দুধাৰি লোতকে সৈতে মোৰ প্ৰাণৰ আবেগ ঢালি দিলোঁ। পৰম পিতাৰ চৰণত প্ৰাৰ্থনা জনাওঁ, মোৰ গৌৰৱময়ী অসমৰ চিৰ সন্মান, চিৰ গৌৰৱ ৰক্ষা কৰাত যেন পাৰ্থ-সাৰথিৰ দৰে তেওঁ সহায় আৰু আশীৰ্ব্বাদ বৰ্ষণ কৰে। এই দেশৰ জল-বায়ু, আকাশ-বতাহ, গৌৰৱ-ৰঞ্জিত প্ৰতিটো ধূলিকণা মোৰ স্বৰ্গতো অধিক জনমভূমিৰ পৱিত্ৰ তীৰ্থ-ৰেণু। শেষত প্ৰাণৰ আৱেগৰ শেষ অৰ্ঘ্য দি মোৰ পূজা সমাপ্ত কৰিলোঁ।

মেলিলো প্ৰথম চকু তোমাৰ কোলাতে আই
জনমৰ আদিম পুৱাত,
মুদিম আকৌ চকু তোমাৰ কোলাতে শুই
জীৱনৰ শেষ সন্ধিয়াত।
নদী হৈ পখালিম দুখনি চৰণ নিতে
মাটি হৈ গিলিম বুকত,
সোণোৱালী মেঘ হই ৰঙা হাঁহি বিৰিঙাম
শেতা পৰা দুখনি ওঠত।
দুখীয়াৰ ভঙা পঁজা একোখনি তীৰ্থ তাত
একোখনি শান্তিৰ আশ্ৰম,
মৰিলে পুনৰ আহি দুখীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম।

**ওঁ শান্তি**

# চতুস্ত্ৰিংশ অধিবেশন

গুৱাহাটী—১৯৫৫ চন, ডিচেম্বৰ

সভাপতি—শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা

ওঁ যোদেৱোইগ্নৌ যোহপ্‌সু
যো ৱিশ্বং ভুৱনমাৱিৱেশ ।
য ওষধীষু যো ৱনস্পতিষু
তস্মৈ দেৱায় নমো নমঃ ॥

অগ্নিৰ মাজত বিৰাজে যিজনা
শতধা ধাৰোৰ বিকাশ হই,
সলিল-বুকুত যিজনা দেৱতা
বিৰাজে করুণ ধাৰাৰে বই,
বিশ্ব-ভুৱনৰ প্ৰতি অণুতেই
যিজনা দেৱতা ব্যাপ্ত আছে,

ঘাৰ পৰশত লাজুকী বননি
ৰঙতে ৰূপহী জেউতি যাচে,
গছ-গছনিৰ ওপৰে যিজনা
গুৱনি শোভাৰে জাতিস্কাৰ,
ভকতি-ভাৱেৰে সেই দেৱতাক
জনাওঁ শতেক নমস্কাৰ।

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, সাহিত্য-সেৱক আৰু সাহিত্যানুৰাগী ৰাইজসকল !

জয়জয়তে এই বিশ্ব-জগতত অনুপ্ৰৱিষ্ট স্বয়ংপ্ৰকাশ পৰমাত্মাক স্মৰণ কৰি আপোনালোকক মোৰ সশ্ৰদ্ধ নমস্কাৰ জ্ঞাপন কৰিছোঁ। আপোনালোকে এই অভাজনক সাহিত্য-সভাৰ সভাপতিত্ব হেন সন্মানৰ বাব এটি দি সন্মানিত কৰিছে। তাৰ বাবে মই আপোনালোকক কৰপুটে কৃতজ্ঞতা জনাইছো। মোৰ শাৰীৰিক অক্ষমতাৰ বাবে যোৱা বছৰো আপোনালোকে আগবঢ়োৱা, সাহিত্যৰথী বেজবৰুৱা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱা আদি দেশ-জননীৰ সুসন্তানসকলে অলঙ্কৃত কৰি থৈ যোৱা এই আসনখনি গ্ৰহণ কৰিব নোৱাৰিছিলোঁ। পুনৰ এইবাৰ আপোনালোকৰ সকলোৰে মৰম আৰু দেশৰ সাহিত্যৰ আকৰ্ষণ এৰাব নোৱাৰি সেই অক্ষমতা স্বত্বেও আপোনালোকৰ আদেশ শিৰোধাৰ্য্য কৰি লৈছোঁ। এই সম্মিলনৰ সাফল্যৰ কাৰণে আপোনালোকৰ সহায়, সহযোগিতা আৰু শুভেচ্ছা কামনা কৰিলোঁ।

সাহিত্যৰ গুৰি-কথা

ঈশ্বৰৰ এই অনিন্দ্য-সুন্দৰ-ৰূপে সজোৱা সংসাৰৰ মাজত প্ৰত্যেক বস্তুৱে, প্ৰত্যেক ঘটনাই একো একোখনি সৌন্দৰ্য্যৰ পট চকুৰ আগত তুলি ধৰি মনৰ মাজত নতুন ভাবেৰে পৰিপূৰ্ণ একোখনি নতুন ৰাজ্য সৃষ্টি কৰে। সেই ৰাজ্য যে অকল বাহিৰা জগতৰ ছাঁৰেই আবৃত, এনে নহয় ; তাৰ লগে লগে আমাৰ সুখ-দুখ, ভয়-বিস্ময়, ভাল লগা, বেয়া লগা, ইত্যাদি নানা ৰকমৰ মনৰ ভাবৰ ৰসত পৰি অশেষ ৰকম ৰঙেৰে ৰঞ্জিত হৈ জিলিকি উঠে। আমাৰ মনে সেই ৰাজ্য ইচ্ছামতে সম্পূৰ্ণ-ৰূপে নিজৰ তলতীয়া কৰি গঢ়ি লয়।



শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা

আমি এই জগতত জানিবলগীয়া আৰু শিকিবলগীয়া বহুত কথা আছে। আমাৰ ক্ষুদ্ৰ সীমাবদ্ধ জ্ঞানক যেতিয়া এই অসীম পৃথিৱীৰ অশেষ জটিল ৰহস্যপূৰ্ণ ঘটনাৰ লগত ৰিজাই চাওঁ, তেতিয়াই আমি আমাৰ হৃদয়ত অজ্ঞানতাৰ ক'লা ঢাকনিৰ ছাঁ দেখিবলৈ পাওঁ। আৰু দেখোঁ দিনে দিনে সংসাৰত কত ঘটনা ঘটিছে যে, তাৰ লাখ যোজনৰ দূৰৈতো থিয় হ'বলৈ আমাৰ জ্ঞানে সাহ নকৰে; আমি মাথোঁ বৈচিত্ৰ্য দেখি একো বুজিব নোৱাৰি তধা লাগি একেথিৰে চাই থাকোঁ আৰু নিজেই নিজৰ অক্ষমতা বুজিব পাৰি স্বভাৱতে আমাৰ মনত সেইবোৰৰ প্ৰকৃত তথ্য জানিবলৈ এটা ঔৎসুক্য জন্মে। সেই ঔৎসুক্য-নিবাৰণৰ লগে লগে আমাৰ সঙ্কীৰ্ণ হৃদয়ো ক্ৰমশঃ বহল হৈ যায়, আমাৰ মনে তেতিয়া হৃদয়ৰ অজ্ঞানতা-আন্ধাৰৰ দুৱাৰ মুকলি কৰি জ্ঞানৰ পোহৰক সোমাবলৈ বাট দেখুৱাই দিয়ে। আৰু তেতিয়াই সংসাৰৰ প্ৰত্যেক ঘটনাই আমাৰ মনত একো একোটি সাঁচ বহুৱাই থৈ যায়। এই সাঁচবিলাকক লৈ মনে আমাৰ ভাবৰ ৰাজ্য গঢ়িবলৈ আৰম্ভ কৰে।

মানুহে নিজকে যিমান স্বাধীন বুলি ভাবে, প্ৰকৃততে সিমান নহয়। এফালে তেওঁ যেনে এজন মানুহ-বিশেষ, আনফালে তেওঁ জাতীয় ভাব, কল্পনা আৰু নানা সাময়িক-পাৰিপাৰ্শ্বিক ভাব-ধাৰাৰ অধীন। তেওঁৰ গাত এই কাৰণেই অতীত, বৰ্ত্তমান, ভৱিষ্যতৰ চিন পোৱা যায়। মানুহৰ পশু-প্ৰকৃতিৰ বাহিৰেও বিচাৰ-বুদ্ধি আৰু অনুভূতিও আছে। তেওঁ আনৰ মাজত নিজক প্ৰকাশ কৰিবলৈ বিচাৰে, আৰু এই কাৰণেই তেওঁ লগ বিচাৰে আৰু তাৰ মাজেদি তেওঁ আত্ম-প্ৰকাশ কৰিবলৈ চেষ্টা কৰে। মানুহে মাথোন নিজক লৈ বিব্ৰত নহয়। সেই কাৰণেই তেওঁ বন্ধু-বান্ধৱ, তেওঁৰ দেশ, জাতি আৰু আত্মীয়-স্বজন আৰু প্ৰকৃতিক উপেক্ষা কৰি চলিব নোৱাৰে। নিজৰ ভোক-পিয়াহৰ সমাধান কৰি আঁতায় মানে এখন কাল্পনিক জগতৰ মোহে আহি তেওঁক আবৰি ধৰে। কাৰণ তেওঁৰ বাস্তৱ জগতৰ সকলো আশা-আকাঙ্ক্ষাই তেওঁৰ হেঁপাহ পূৰাব নোৱাৰে। সেই কাৰণে তেওঁ কল্পনা-জগতত নিজৰ অপূৰ্ণতাৰ অংশক পৰিপূৰ্ণভাৱে পায়। তেওঁৰ নোপোৱাখিনিৰ অংশই কল্পনা-জগতত মূৰ্ত্তিমান হৈ উঠে। সাহিত্যত সেইদৰে মানুহৰ সপোনে সফলতাৰ পূৰ্ণ প্ৰকাশ পায়। কাৰণ মানুহ স্বভাৱতে ৰূপ-বিলাসী স্ৰষ্টা। আৰু সেই কাৰণেই নিজৰ কল্পনাক ৰূপ দি প্ৰকাশ কৰিবলৈ কামনা কৰে। সেই কাৰণেই আত্ম-প্ৰকাশৰ ইচ্ছা আৰু লগে লগে পাৰিপাৰ্শ্বিক জগতৰ লগত সংযোগ ৰাখি কল্পনা-জগতত বিহাৰ কৰাৰ ইচ্ছাই মূৰ্ত্তিমান হৈ মানুহৰ সাহিত্য-জগতৰ ইন্ধন যোগায়। লগে লগে জগতৰ মাজেদি মূৰ্ত্তিমান হৈ উঠে।

অতি আদিম যুগৰেপৰা মানুহৰ মনত আত্ম-প্ৰকাশৰ ভাবটি যে বৈ আহিছে, তাক কোনেও নুই কৰিব নোৱাৰে। শিলত কাটিয়েই হওক বা তামৰ ফলিতেই হওক, সাঁচিপাতৰ পুথিতেই বা পৰ্ব্বতৰ গাতেই হওক, মানুহে তেওঁলোকৰ মনৰ ভাববিলাকক সতেজভাৱে জীয়াই ৰাখিবলৈ চেষ্টা কৰি আহিছে। মানুহৰ আশা-আকাঙ্ক্ষাৰ সীমা নাই—তেওঁ নিজে বাহিৰত নিজকে চাবলৈ বা আনৰ মাজত নিজক পাবলৈ বিচাৰে আৰু এই কাৰণেই মানুহে সাহিত্যৰ মাজেদি নিজক প্ৰকাশ কৰিবলৈ চেষ্টা কৰি আহিছে। কাৰণ মানুহ সঙ্গপ্ৰিয়; তেওঁলোকে বন্ধু-বান্ধৱ আত্মীয়-স্বজনৰ মাজত নিজক পাবলৈ ইচ্ছা কৰে। আৰু ইয়েই তেওঁলোকৰ আত্ম-প্ৰকাশৰ মূল ভেঁটি বুলি ধৰিব পাৰি। জগতত মানুহে সাধাৰণতে যি পায়, সেই খিনি লৈয়ে

দৃশ্য আগতে বিদ্যমান। শ্ৰীমতী কামিনীবালাও আজি শ্ৰীযুত কামিনীকান্তৰ দেহালৈ ৰূপান্তৰিত হৈছে। ভাষাগত ভৌগোলিক সীমাৰ প্ৰাচীৰ খণ্ড-খণ্ড কৰি "এক জগত এক ভাষা" কৰিবলৈও বৈজ্ঞানিকসকল উঠিপৰি লাগিছে। সভ্যতাৰ কুকুৰা-পচোৱা বতাহে চিন্তা-চৰ্চ্চাৰ জোৱাৰ-ভাটা তোলাত, কোনো দেশেই চান্দ সদাগৰৰ মেৰঘৰ সাজি আছুতীয়াকৈ বা অকলশৰীয়া হৈ থাকিব পৰা নাই। তাত থকা কুদ্ৰাক্ষইদি দেশবিদেশৰ পোহৰ সোমাই কোনো খনক উদ্ভাসিত আৰু কোনো-খনক চিতৰাপখৰা কৰিছে। আমি এতিয়া ৰাজনৈতিক স্বাধীনতা লাভ কৰিলোঁ। আমাৰ ভাব-ৰাজ্যৰ পৰিধিও বহল হল; দৃষ্টি আৰু লক্ষ্যও দীঘল হল। তথাপি, প্ৰাক্-স্বাধীনতাৰ যুগতকৈ স্বাধীনতা-উত্তৰ যুগত চিন্তাশক্তিৰ বিপুলতা বঢ়াব পৰা নাই। মুক্ত বায়ু সেৱন কৰি আমাৰ সমাজ যেনেকৈ দৈনন্দিন বা বিশৃঙ্খল হৈছে, ভাষাৰ স্থান, মান, নাদ্ৰ, বিন্দু টলং-ভটং হোৱাত অসমীয়া সাহিত্যৰ কালিকাও তেনেকৈ উপলব্ধিৰ অতীত বা মৃগতৃষ্ণা হৈছে। নহলে নো শুনিবলৈ পাওঁ নে—"গান্ধীৰ নাই; খাদ্যৰ অভাৱত "ৰোগক্ৰান্ত" হৈছে। "খাদ্যভাৱত" হাঁকুটি পেলুৰ বৃদ্ধি হৈছে। সেই কাৰণে গান্ধীৰ "পুহিব" লাগে!"

আধুনিক ভাব গতি

অসম-সাহিত্য-সভাৰ আজি ৰূপালী জয়ন্তী। পোনাই কবলৈ হলে, সাহিত্য সভা আজি ২৫ বছৰীয়া ডেকা, পূৰ্ণ যৌৱনত ভৰি দিছেহি। ব্যক্তিগত জীৱনত হলে, এই বয়সতে To do or die "কৰেঙ্গে কি মৰেঙ্গে", নাইবা, "কাৰ্য্যৰ সাধন কিম্বা শৰীৰ পতন" বুলি সঙ্কল্প লবৰ সময়। ঘৰবো চ'তি-মাৰলী সলাবৰ হয়। সেইদেখি, আমাৰ সাহিত্য-সভায়ো অসমীয়া সাহিত্য-সৌৰভ, বিভৱ-বিভূতি লোকক বিলাবলৈ গা-কঁটালিবৰ হল।

কঠোৰ ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰিব পাৰে যি, সাহিত্যও জীৱন্ত কৰিব পাৰে সি হে। "ৰসাত্মকং বাক্যং"। ৰস-সাহিত্য প্ৰাণৱন্ত কৰা গুণটিক স্বাস্থ্য বুলি কলে বঢ়াই কোৱা নহয়। সাহিত্যৰ স্বাস্থ্য যাতে নিৰোগী, নিঘুণী, সুস্থ আৰু সৰল হয় তাৰ নিমিত্তে নিৰন্তৰ দৃষ্টি ৰখা কৰ্ত্তব্য। ধৰ্ম্মসাধনৰ প্ৰধান আৰু প্ৰথম চেষ্টা শৰীৰ ৰক্ষা। স্বাস্থ্যলৈ আওকাণ কৰিলে বাহ ৰোগে বাহ লয়। সাহিত্যৰ স্বাস্থ্যলৈ সেইদৰে আওহেলা কৰিলে কুনীতি, কুৰুচি আৰু কু-আদৰ্শই সাহিত্যত ঘুণে ধৰে। সাহিত্যৰ সমল "ভজুৱা" অৰ্থাৎ ভেজাল আৰু ঘুণ-গুৱিবিশিষ্ট হলেও প্ৰকৃত মনুষ্যত্ব লাভ কৰিব নোৱাৰি। সাহিত্যতো ব্ৰহ্মচৰ্য্য ৰূপ সাধনা লাগে। তেহে, জাতি এটিক সাহেপিতে গদাধৰ কৰিব পাৰি। যি জাতি মৰণ-পথৰ পথিক, সেই জাতিৰ ভাব-সম্পদ জড় বা জগা-কাঠ, আশা-আকাঙ্খা নিস্পন্দ, কাৰ্য্যপদ্ধতি পাছবলদিয়া আৰু উৎসাহ-উদ্দীপনাও ফুলজাৰী সদৃশ—ক্ষন্তেক জলিয়েই নুমাই থাকে। অচিৰেই তেনে জাতিৰ পতন অৱশ্যম্ভাৱী। সাহিত্যত ব্ৰহ্মচৰ্য্য ধৰ্ম্ম ধৰিব পাৰিলে হে বহিৰ্জগতৰ সকলো আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ মূৰ দাঙি উঠিব পাৰি আৰু কুমাৰণী বাহৰ দৰে সকলো বিজতৰীয়া বীজাণুক ধ্বংস কৰি আপোন জাতলৈ তুলি লব পাৰি। "ঢাল নাই তৰোৱাল নাই, নিধিৰাম চৰ্দাৰ" হৈ যুদ্ধক্ষেত্ৰত বীৰত্ব দেখুউৱা যেনে, লাচিতৰ সন্তান হলেও, ব্ৰহ্মচৰ্য্যৰ মূৰ খাই মোগল মাৰিবলৈ যোৱাও তেনে। গতিকেই, ব্ৰহ্মচৰ্য্য ধৰ্ম্মটিক সাহিত্যৰ ভিতৰ-কাৰেঙত দীপলিপ কুঁৱৰীকৈ আবুৰত ৰাখিব লাগিব।

সাহিত্যত ব্ৰহ্মচৰ্য্য

মানৱ জাতিৰ সুখ-দুখ, হৰ্ষ-বিষাদ, স্পন্দন-অনুভূতি একে যদিও, সেইবোৰ প্ৰকাশ কৰাৰ একোটা-একোটা ভাষা আছে। ভাব প্ৰকাশ কৰোঁতে প্ৰত্যেক ভাষাৰে ভাবৰ অগা-পিছা আছে। "বতৰটো চেঁচা হবলৈ আৰম্ভ কৰিছে"—অসমীয়া ভাষাৰে এই বাক্যষাৰ কওঁতে আমাৰ মনলৈ পোনেই "বতৰ", তাৰ পিছত "টো", তাৰ পিছত, "ক্ৰমান্বয়ে চেঁচা হবলৈ আৰম্ভ কৰিছে" ভাবটোহঁত এটা-এটাকৈ আহিল। সেইষাৰকে, ইংৰাজী ভাষাৰে কওঁতে "টো বতৰ আৰম্ভ হল হবলৈ চেঁচা", বুলি কব লাগিব। --The weather began to be cold এইদৰে, "মই পানী নাখাওঁ" বুলিলে অসমীয়া ভাষা কওঁতা-জনৰ মনলৈ পোনেই "মই", তাৰ পিছত "পানী", তাৰ পিছত "না", তাৰ পিছত "খাওঁ" ভাবটো আহিব। তাকে বঙলাৰে কওঁতে "না" পদটো ক্ৰিয়াৰ পাছলৈ যাব অৰ্থাৎ "আমি জল খাব না" হব। একে মাকৰ পুতেক ৰাম-কৃষ্ণ হোৱাদি একে সংস্কৃত জননীৰে অসমীয়া-বঙলা দুই সন্তান হোৱাত উভয়ৰে ভাবৰ ক্ৰম একেই থাকিল। কিন্তু, ৰাম-কৃষ্ণ দুই ভায়েকৰ বেলেগ-বেলেগ চেহেৰাটোৰপৰাই এইজন ৰাম, সেইজন কৃষ্ণ বুলি যেনেকৈ ধৰিব পাৰি, ক্ৰিয়াৰ আগে পাছে বহুউৱা "না" পদটোৰপৰাই অসমীয়া-বঙলাৰ চিন ধৰিব পাৰি। ভাষাৰো সেইৰূপে ভাবৰ অনুক্ৰমে দুই ভাষাৰ পাৰ্থক্য বুজিব পাৰি। ভাবৰ লগত আছে মূল, উচ্চাৰণ, ব্যাকৰণ, যোজোনা-ফকৰা-পটন্তৰ ইত্যাদি; এই আটাইবোৰৰে সমন্বয়বদ্ধাৰা ৰচিত বাক্য এষাৰ ফঁহিয়াই চালেই সেই বাক্য-কওঁতা জাতিটোৰ বিশিষ্টতা ফটফটীয়াকৈ ওলাই পৰে। ঐতিহাসিক, ভৌগোলিক, ৰাজনৈতিক আৰু যুদ্ধ-বিগ্ৰহাদি নানান কাৰণত প্ৰাকৃতিক প্ৰভাৱ পৰা গুণে, প্ৰত্যেক জাতীয় ভাষাই শেহান্তত স্বকীয়া-স্বকীয়া গঢ় লয়। ইচ্ছাপূৰ্ব্বক কোনেও ভাষা এটা সৃষ্টি কৰিব নোৱাৰে। "ভাষা একোটা সমাজৰ অজ্ঞাত সৃষ্টি"; এই দৰে অজ্ঞাত ভাৱে সৃষ্টি হোৱা ভাষা এটাই আৰ্য্য-আদিবাসীৰ সংমিশ্ৰণত পৰি অসমীয়া ভাষা নাম পালে।

ভাষাৰ প্ৰভেদ ভাবৰ ক্ৰমত

এই ভাষাই অসমীয়া ভাবৰ বাহন। এই ভাবৰেই প্ৰতিবিম্ব অসমীয়া সাহিত্য। অসমীয়া সাহিত্য অসমীয়া জাতিৰ প্ৰতীক। জাতীয় ধৰ্ম্মশূন্য সাহিত্য, সেই দেখি, এটি জঁকা মাথোন—সি কাকো অনুপ্ৰাণিত কৰিব নোৱাৰে।

এই সময়ত বহিৰ্জগতৰ নতুন পোহৰ-সুঁতিত বিমুগ্ধ হৈ ছেৰাসুঁতিৰ খলাবমা আৰু সৌন্দৰ্য্যপুঞ্জলৈ পাহৰি পেলাব নোৱাৰি। ঐতিহ্যভ্ৰষ্টৰ ভয়ত পূৰণি সোঁতাটোতে কোঢ়ামুঠীয়াকৈ খামোচ মাৰি ধৰি থাকিলেও, গতিশীল জগতত দুৰ্গতি হোৱা ধ্ৰুবনিশ্চয়। চাক্ষুষ প্ৰকৃতিৰ লগত সম্বন্ধ ৰাখি সময়ৰ সোঁতত চলা যেনে সুবিজ্ঞতাৰ পৰিচায়ক—দীকৃছো বাটৰ অজীৰ্ণ কল্পনাৰে নগ্ন আদৰ্শ পূজা কৰাও তেনে ভয়ঙ্কৰ অবিজ্ঞতাৰ চিন। জাতীয় সাহিত্যৰ সিংহ-দুৱাৰত মাতৃভাষাৰ বিজয়-বৈজয়ন্তী উৰুৱাবলৈ হলে এনেবোৰ দোধোৰমুৰীয়া ব্যৱধানত সাঁকো পাৰিব লাগিব শিলৰ—শিঙীমূৰী জোৰা দি নহয়। সেই সাঁকোকে পাৰিব পাৰে জাতীয়তাৰ দায়িত্ববোধ থকা নিৰ্ভীক, নিঃস্বাৰ্থ আৰু নিষ্কলঙ্ক চৰিত্ৰৰ একনিষ্ঠ সাহিত্যসেৱীয়ে হে। শ্ৰোতা-বক্তাৰ যি সম্বন্ধ, সাহিত্যসেৱী আৰু অনুৰাগীৰো সেই সম্বন্ধ। সেই গুণে, কাল আৰু ব্যৱধানৰ সমতা ৰক্ষা নকৰা-কৰাত সাহিত্যসেৱী আৰু অনুৰাগী উভয়েই সমানে পাপ-পুণ্যৰ ভাগী। জীৱন্ত আৰু বলৱন্ত সাহিত্যই সমতা ৰক্ষা কৰাৰ প্ৰধান কৱচ।

অসমীয়া ভাষাৰ বৰ্ত্তমান স্বৰূপ

স্বতন্ত্র ভাষা অসমীয়াৰ সন্ধিক্ষণত অসমীয়া ভাষা-সাহিত্যৰ স্বৰূপ দেখি অবাক। দেখিছোঁ—সাহিত্যৰ ভিতৰতো আধুনিক-পৌৰাণিক, গোড়া-প্রগতিবাদী, সৌন্দর্য্যসেৱকীয়া-বিশ্লেষণমূলক আদি জাতৰ উপৰিও জাত সৃষ্টি হৈছে। পৰিণামত, সাহিত্যৰ বৰ-নামঘৰটো হাই-কাজিয়াৰ কোঢ়ালত ফাল-ফাল হৈছে। এফালে শুনিব—"জাতিস্মৰৰ সোণালী সাধু" শুনিব নোখোজা "ডষ্ট্ৰিনৰ অন্ন খুটিখোৱা ভতুৱা কুকুৰৰ ৰৌৰৱনি", ইফালে দেখিব—"উৰ্ব্বশী নৃত্য"ৰ লগত বোলছবি "তাৰকা"ৰ লাবেলাগ্ৰা ভাষা আৰু ঠেও-থমকৰ চুলিয়াচুলি। আকৌ দেখিব, কালিদাসৰ "শকুন্তলা" নাটৰ "দৰ্ভাঙ্কুৰেণ চৰণঃক্ষত ইত্যকাণ্ডে" বাক্য শাৰীক

"পাণবজাৰৰ বুঢ়া-তামোল খনি……
খাচীয়ানী জনীৰ সেলেঙ্গি ওঁঠ"—

এই বাক্য শাৰীয়ে বাঢ়নীতাৰ লৈ খেদা ধৰিছে। মুঠ কথা, অসমীয়া সাহিত্য-ক্ষেত্রত ন-পুৰণি লেখকসকলৰ ভিতৰত এখনি কুৰু-পাণ্ডৱৰ যুদ্ধ চলিছে।

"হেমকোষ"ত 'অবাক' শব্দটো প্রয়োগ কৰাৰ উদাহৰণ দেখুৱাই হেমচন্দ্র বৰুৱাই লেখিছে, "আজিকালিৰ ডেকাবিলাকৰ আচৰণ দেখি বুঢ়াবিলাক অবাক।" সেই বাক্য শাৰীৰ বয়স আজি প্রায় চাৰি কুৰি বছৰ হল। তেতিয়া যিবিলাক ডেকাৰ আচৰণ দেখি বুঢ়াবিলাক অবাক হৈছিল, এতিয়া সেইবিলাক ডেকাৰ নাতিয়েক-ইঁতকে আকৌ পুতেকহঁতে অবাক কৰিছে। আজি যি অবাক কৰাইছে, সিও আকৌ সময়ৰ গতিত অবাকিত হবগৈ।

ন-পুৰণিৰ অখণ্ডতা

ডেৰকুৰি বছৰীয়া তৰুবিহীনা লতিকা-বনিতা এগৰাকীক তেওঁৰ বান্ধৱীয়ে সুধিলে, 'তোমাক দেখোন খীণ দেখিছোঁ!" টপৰাই সমিধান আহিল, "সময়ক সোধঁা; সময়ে কব।" গতিকে, ৰূপযৌৱনসম্পন্ন হলেও "নলিনী দলগত জলৱৎ তৰলম্" আধুনিকতাৰ প্রভাৱ কিমান, সময়ে হে কব। অৱশেষে; "ভালৰ ভাল সৰ্ব্বতিকাল।"

আজি, কালি, কাইলৈৰ ভিতৰত যেনেকুৱা এটা একৰাবনোৱৰা সম্বন্ধ, পুৰণি-প্রগতিবাদী সংজ্ঞা দুটাৰো তেনেকুৱা এটা পাৰস্পৰিক অবিচ্ছেদ্য সম্বন্ধ—কাকো এৰি কোনো অকলশৰীয়াকৈ তিষ্ঠিব নোৱাৰে।

আজি যেনেকৈ "নতুনৰে জীৱনৰে নতুনৰে পোহৰ বিচাৰি" নতুনক সাৱটি লৈ নৱযুগৰ পাতনি মেলিব খোজা হৈছে, চাৰিকুৰি বছৰৰ ওচৰাউচৰি হল, কলিকতাৰ অসমীয়া ভাষাৰ উন্নতিসাধিনী সভায়ো আমাৰ সাহিত্য-বুৰঞ্জীত তেনেকৈয়ে নতুনৰে অভিনৱ পাতনি মেলিছিল। অসমীয়া ভাষা আজি যেনেকৈ মেচ লৱলৈ ধৰিছে, তেতিয়াও তেনেকৈয়ে ধৰিছিল। তেতিয়া আছিল দেশ পৰাধীন, পৰিবেশ বঙলা আৰু আদৰ্শ ইংৰাজী; তথাপি, নতুন যাত্রীসকলৰ ভাববিলাক প্রতিধ্বনিত হৈছিল, মৌৰষা অসমীয়া ভাষাৰে, আৰু আজিৰ দৰে "মাধৱদেৱ"ৰ সলনি "মাধবদেব" বুলি কোনেও "ৱ"ৰ উচ্চাৰণটোকো লুপ্ত কৰা নাছিল। ভাবিছিল—আখৰৰ বা উচ্চাৰণৰ একেটা ভুলেই বাক্য একো শাৰীৰ অৰ্থটোকে তেনেই মষিমূৰ কৰি পেলায়—One mistake in a sentence is sufficient to knock out the brain of the

whole sentence. সেই শৰাইঘটীয়া দলৰে দুজনমানে 'মেছত' কেনেকৈ দিন নিয়াইছিল তাৰ পৰিবেশটো বৰ্ণাই এজনে এটি আলাবাদু পদ্য ( Doggerel Verse ) লেখিছিল। আজিকালিৰ কিছুমান প্ৰাণহীন নিমাতী কন্যাৰূপী বাস্তৱ কবিতাৰে তুলনা কৰি চাকি চাবৰ নিমিত্তে তাৰে দুফাঁকিমান আপোনাসকললৈ আগ বঢ়ালোঁ। লগতে, যেন তেতিয়াৰ শিক্ষিত সকলৰ মনৰ অৱস্থাটোও ৰিজাই চায়।

"প্ৰথম 'ৰুম্‌টি' ছবিৰ 'গেলেৰী—' উচটাই দিলে যেই সেই কাম
তিন্‌টি 'মেৰিদ' যুৱাৰ বাস লগতাই ধৰি কৰিব পাৰে
ৰজনী দ'লই বি, এ, পাছ কৰা টোপনি আহিলে নানান স্বপ্ন দেখি
সকলো কামতে মন উদাস। ইংৰাজী 'লেকৃছাৰ' বেগেৰে জাৰে।"

স্বপ্নতো ইংৰাজী বক্তৃতা হে দিয়ে, এনেজন ৰজনীকান্ত বৰদলৈ। এৱেঁই অসমীয়া "স্কট" নাম লৈ এৰি থৈ গৈছে অসমীয়া জাতীয় জীৱনৰ পোহৰ-পট—"মিৰি-জীয়ৰী, "মনোমতী"কে আদি কৰি অসমীয়া ভাষাৰ বিতোপন উপন্যাসৰাজি।

"হেম গোস্বামীৰ কিবা গুণ গাম 'পেট' আদি কৰি কবিতাক লেখি
দিগম্বৰ বেশ ৰাতিত ধৰে ; কবি 'ডিপাৰ্টমেণ্ট'ত হৈছে ৰজা।
কোনোটো কামতে ভবাচিন্তা নাই দুখী অসমৰ 'বাইৰণ' তেওঁ
উপস্থিত মাত্ৰে আগ্ৰহে কৰে। সকলো ঠাইতে "পয়েত্ৰী" দেখে
মুখৰ জোৰ নাই কোনে ভাগ পায় ৰাতি হ'লে আহি সুৰঁৰি-সুৰঁৰি
হাৰিও নেহাৰে উত্তৰত ওজা ; সুন্দৰ সুন্দৰ কবিতা লেখে।"

এই জন অসমীয়া "বাইৰণ" হেমচন্দ্ৰ গোস্বামীয়েই প্ৰথম অসমীয়া "চনেট" লেখে। সেই চনেট কবিতাৰ "প্ৰিয়তমাৰ চিঠিত"

"কুকুৰাঠেঙ্গীয়া সেই আখৰকিটিত যি অমিয়া সনা আছে ক'তো আৰু নাই" বুলি আপচু কুকুৰাঠেঙ্গীয়া শব্দটোক কিমান মোহনসুৰীয়া কৰি পেলালে! ভাবৰ পাগত সিজাব জানিলে ঢেকুৰাৰ ঠাৰিও লন্দন্ হয় ; অস্পৃশ্যও স্পৃশ্য হয়।

"ওপৰত দেখা বেজবৰুৱাই দেখোঁতে গপাল লোকটিক দেখি
যত্ন কৰি জালি মমৰ বাতি ; কিন্তু প্ৰকৃততে নহয় তেনে
বি-এ পৰীক্ষাটো দিবৰ নিমিত্তে কামত গহীন লেখাত পাৰ্গত
একান্ত মনেৰে খাটিছে ৰাতি। হাঁহি তুলি হাঁহি তোলাব জানে।"

এইজনেই লক্ষ্মীনাথ বেজবৰুৱা। এওঁ অসমীয়া সাহিত্যৰ কি নক'লেও হব। আজিৰ দৰেই তেতিয়াও, প্ৰগতিবাদ-অগতিবাদ আৰু আওগতিবাদৰ দেধোৰমোৰত পৰি অসমীয়া ভাষাৰ সেৱকসকলে মোৰ হেকুৱাইছিল। প্ৰগতিবাদীৰ অগ্ৰগণ্য হৈয়ো তেতিয়াই ৰসৰাজে সমসাময়িক "নতুনৰ ৰূপত মজা" সাহিত্যসেৱী-সকললৈ যি পৰামৰ্শ বা উপদেশ দিছিল সি আজিও নতুন হৈয়ে আছে।

প্ৰগতিবাদীলৈ বেজবৰুৱাৰ উপদেশ

বেজবৰুৱাই কৈছিল, "আমাৰ ভাব আৰু ভাষাৰ উন্নতি একে লগে কৰি যাব লাগে ; এটাৰ উন্নতি কৰি এটালৈ আওহেলা কৰিলে বিষম ফল ফলিয়াব। কিন্তু এই খিনিতে আমি

নকৈ নোৱাৰোঁ যে পাশ্চাত্য সভ্যতা আৰু পাশ্চাত্য শিক্ষা আমাৰ মাজত সুমুৱাই আমাৰ সমাজ আৰু ইওৰোপৰ উন্নত ভাববিলাক গিলি জীণ নিয়াই আহিব লাগিছোঁ, অথচ সেইবিলাক ভাব পুনৰায় প্ৰকাশ কৰিব পৰা উপযোগী আমাৰ ভাষা নহয়। বিলাতী ভাবৰ ৰ'ষ্ট-কটলেট্ খাই আমাৰ ভাবৰ গা বাঢ়ি ফুলি আহিব লাগিছে, কিন্তু আমাৰ ভাষা-ছালে তাক ঢাকি ৰাখিব নোৱাৰি ফিকি, ফাটি, ছিড়াছিড় হৈছে! ইংৰাজী ভাষাৰ ইংৰাজী চেক্সপীয়েৰ-নিউটনৰ ভাববিলাক আমি গ্ৰহণ কৰিছোঁ আৰু চেক্সপীয়েৰ-নিউটনৰ প্ৰণালীৰে ভাবিছোঁ, অথচ, ইপিনে সেই ভাব প্ৰকাশ কৰিবলৈ আমাৰ ভাষাই আমাক নাটে। ভাবত চেক্সপীয়েৰ-নিউটন, ভাষাত আমি মণিৰাম্‌-ধনীমেধি। আমাৰ মাজত বিষম বিভ্ৰাট।

তাৰ পিছত তেওঁ কৈছে, "আমাৰ সমাজ-শৰীৰৰ মূৰটো ডাঙৰ হৈ-হৈ ঐৰাৱতৰ সমান হলগৈ, অথচ, ইপিনে মুখখন চুণখোৱা টেমিটোৰ সমান হৈয়েই আছে।......উন্নত জাতিৰেসৈতে উন্নত ভাবত কথা কবৰ আৱশ্যক আৰু সেই উন্নত জাতিৰ নিমিত্তে উন্নত ভাববিলাকো আমাৰ হৈছে। সেইবিলাক আমি এৰি দি বা নলৈ আগৰ অৱস্থাতে থাকিবলৈ ইচ্ছা নকৰি উন্নত জাতিৰ শাৰীলৈ উঠিবলৈ চেষ্টা কৰিব লাগে। বাস্তবিকতে কৰিছোঁও। আমি ইংৰাজীও এৰিব নোৱাৰোঁ, অসমীয়াও এৰিব নোৱাৰোঁ। ইংৰাজী এৰিলে ওভোতনিত পৰিব লাগিব, অসমীয়া এৰিলে আমাৰ নাও বুৰিব।

"কাণত কাণ-গাৰ হৈছে বুলি আমি কাণখন কাটি পেলাবলৈ নগৈ চিকিৎসা কৰাই কাণগাৰ ভাল কৰিব লাগে। ইংৰাজী শিক্ষাত আমাৰ ভাবৰ উন্নতি হৈছে, সেই ভাব প্ৰকাশ কৰিবলৈ জোৰাকৈ এতিয়া আমাৰ ভাষাৰ উন্নতি কৰিবলৈ প্ৰাণপণে লাগি যাব লাগে। এই বাবেই এতিয়া আমাৰ ভাবৰ উন্নতিতকৈ ভাষাৰ উন্নতিলৈ বেছিকৈ চকু দিব লাগে।"

ইউৰোপীয় ভাববিলাক মাতৃভাষাৰে প্ৰকাশ কৰিব নোৱৰা নিন্দুকসকললৈ টোঁৱাই তেওঁ এই বুলি সতৰ্ক কৰিছিল—

"ভাৰতবৰ্ষীয় মানুহৰ ভিতৰত বঙালী মাইকেল মধুসূদন দত্ততকৈ, বোধ কৰোঁ, আৰু কোনো বেছি চাহাব হোৱা নাছিল। দেশীয় ধৰ্ম্ম-কৰ্ম্ম, ভাব-ভাষা, সাহিত্য, সাজ সোপাকে তাচ্ছিল্য ভাবে পৰিত্যাগ কৰি ইংৰাজীত কবিতা লেখি মিল্টন হবলৈ গৈ, শেহত নিজৰ ভুল বুজিব পাৰি, আগেয়ে যিগোৱা মাতৃভাষাত কাপ ধৰি হে সাহিত্য জগতত অলপ চিন মাইকেলে থৈ যাব পাৰিলে। মাইকেলে ইংৰাজী ভাষাত যেনেকৈ মনৰ ভাব প্ৰকাশ কৰিব পাৰিছিল, আন কোনো ভাৰতবাসীয়ে তেনেকৈ কৰিব পাৰিছেনে নাই পৰা সন্দেহ। কিন্তু মাতৃভাষাৰ আশ্ৰয় লৈ হে মধুসূদন 'মধুচক্ৰ' ৰচিবলৈ সমৰ্থবান হল, এইটো যেন আমাৰ মনত থাকে।" সেই হে, বন্ধুসকল, আজি আমাৰ ভাষাৰ শব্দ-সম্ভাৰলৈ বিশেষকৈ চকু দিব লগা হৈছে। ভাষাৰ 'কাণ গাৰো' গুচাব লাগিব, আৱৰ্জ্জনাৰপৰা সোণ বোটলা দি অইন ভাষাৰ ভাব-শব্দও ধুই-পখালি লব লাগিব।"

গুৱাহাটী বিশ্ববিদ্যালয়ে "চন্দ্ৰকান্ত" অভিধানৰ নতুন সংস্কৰণ উলিয়াবলৈ যো-জা কৰিছে বুলি শুনি সন্তোষ পাইছোঁ। কচিনাথ-যাদুৰাম-ব্ৰঞ্চন্-হেমচন্দ্ৰ অভিধানে যিবিলাক শব্দৰ প্ৰকৃত অৰ্থ দিব পৰা নাছিল, সেইবিলাকৰ শুদ্ধ অৰ্থ যেন পৰিৱৰ্দ্ধিত চন্দ্ৰকান্ত অভিধানত দিয়া হয়।

পৰিভাষা শব্দৰ বাহিৰেও, অসমীয়া সজা-শব্দবিলাকো অভিধানৰ অন্তৰ্গত হোৱা উচিত। এতিয়াও হেজাৰ-বিজাৰ সুন্দৰ-সুন্দৰ শব্দ লুইতৰ দুই পাৰে সিঁচৰি হৈ পৰি আছে, তাকো বুটলি আনি শব্দকোষত সুমুৱাব লাগে। কোনো জাতি বা সম্প্ৰদায়বাচক শব্দ একোটাৰ অৰ্থ যুগ-অনুসৰি লৰ হয়; যুগে-যুগে তাক অভিধানত লৰাই থকাও টান। সেই বুলি, সেই শব্দটো

অভিধান প্ৰণয়ন

অভিধানত বহা আসনৰপৰা তুলি পঠিয়ালে, ৰূপ সলোৱা বা সলাব খোজা অজস্ৰ শব্দই মিলিত সঙ্ঘ পাতি অভিধানৰ বিৰুদ্ধে মোৱামৰীয়া-আন্দোলন চলাব পাৰে; বুৰঞ্জীয়েও হেংদাং লৈ খেদি আহিব পাৰে। গতিকে, অভিধানত শব্দ থকাৰপৰা হানি একো নাই; হানি যত হয় মানে প্ৰয়োগ কৰাৰপৰা হে।

মূল, ভাষা, ধাতু, কৃৎপ্ৰত্যয়, তদ্ধিত প্ৰত্যয়, বৰ্ণ-বিন্যাস বা আখৰ-যোঁটনি, সমাস, কাৰক, একবচন, বহুবচন—এইবিলাকৰ সদ্ব্যৱহাৰ নেজানিলে বা কৰিব নোৱাৰিলে ভাষা বিশুদ্ধ হব নোৱাৰে। নপঢ়ি নুশুনি ওজা হোৱা ক'তো শুনা নাই। "ধূলিবিলাক বতাহবিলাকে উৰাই নিছে," ই কোন দেশৰ ভাষা? ভাষাৰ বিশুদ্ধতা ৰক্ষা কৰাও ব্ৰহ্মচৰ্য্য ধৰ্ম্ম বুলি আগত উনুকিয়াই অহা হৈছে। অভিধান-ব্যাকৰণেই ভাষা-চৰ্চ্চাৰ প্ৰধান সম্বল। বাক্যৰচনাৰো সেয়ে আহিঁ। কিন্তু বৰ্ত্তমান অভিধান-ব্যাকৰণ খেলিমেলি লাগি অসমীয়া ভাষাও পথাৰৰ মূঢ়া যেন হৈছে আৰু যাৰে যেনে ইচ্ছা তেনেদৰেই নাচিছে। সেইবোৰৰ সমালোচনা বাতৰি-কাকতত ধাৰাবাহিকৰূপে প্ৰকাশ হৈয়ো আছে। অভিধান ৰচকে সেইবিলাকলৈ চকু দিয়ে যেন।

৺বেণুধৰ ৰাজখোৱাৰ অমূল্য দান "খণ্ড বাক্যকোষ"। এই শাৰীৰ অভিধান এখন এতিয়ালৈকে আমাক কোনেও দিব পৰা নাই। শ্ৰদ্ধাস্পদ শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্ন

"ৰত্নাঞ্জলি"ৰ অভাৱ অনুভৱ

ডাঙৰীয়াই "ৰত্নাঞ্জলি" নামে এনে ধৰণৰ এখন পুথি ছপাশালত দিয়াটো শুনিয়েই আছোঁ। তাহানি "হেমকোষ" খন ছপা হোৱাত আশাতীত ৰূপে পলম হোৱা দেখি "জোনাকী"ৰ সম্পাদকে সেইখনক জগন্নাথৰ জড়মূৰ্ত্তিৰ লগত তুলনা কৰিছিল। এতিয়া "ৰত্নাঞ্জলি"কো সেই আখ্যাকে দিব লাগিব নে কি?

আমাৰ ঠাই-নৈ আদিৰ বুৰঞ্জীমূলক সম্ভেদ দিয়া পুথি এখনো আমাক লাগে—সেইখনেই আমাৰ 'অসমৰ চাইক্ল'পেডীয়া' বা অসমকোষ হব।

পৰদেশী ভাষাৰ শব্দ ৰূপান্তৰ কৰাটো সহজ হলেও, ৰূপান্তৰিত শব্দ বা ভাষা "চালু" বা প্ৰচলন কৰাটো কঠিন। তাহানিখন "আসাম নিউজ"ৰ সম্পাদক 'হেমকোষ'-ৰচোঁতা

পৰিভাষাৰ শব্দ প্ৰচলন

হেমচন্দ্ৰ বৰুৱাই Matches শব্দটোৰ অসমীয়া কৰিছিল "দীপকাঠী"। এনেকুৱা এটা সুন্দৰ শব্দ কোনেও ব্যৱহাৰ নকৰাত প্ৰচলিত নহল। অথচ তেওঁৱেই Newspaper শব্দটোৰ অসমীয়া কৰিলে "বাতৰি-কাকত"; সি হলে, সো-সো কৰে চলি গল আৰু চলিও আছে। সেইদেখি, পৰিভাষাৰ শব্দই হওক বা সজাশব্দই হওক ৰাইজে গ্ৰহণ নকৰিলে আপোনা-আপুনি মৰি যায়।

'চাবোন' শব্দটো হুবহু ফৰাচী; সি ফৰাচী নে ইংৰাজী আজি কোনো অসমীয়াই কব নোৱাৰে; অথচ, অসমীয়াৰ জিভাত লাগি পানী যেন হৈ গৈছে। 'সহানুভূতি', 'অনুপ্ৰেৰণা'—

এইবোৰ শব্দ সংস্কৃত বুলিয়েই বহুতৰ ধাৰণা। কিন্তু, সেইবোৰ ইংৰাজীবপৰা এনেভাৱে ভাষান্তৰ কৰা হল যে শব্দকিটাক আজি কোনেও ইংৰাজীৰ অনুবাদ বুলি কব নোৱাৰে। 'প'ষ্টকাৰ্ড'ৰ সুন্দৰ অসমীয়া 'ডাকপখিলী'—কিন্তু জানে কেই জনে? সেই দেখি, প'ষ্টকাৰ্ডেই চলি গৈছে। 'চিটিবাচ', 'ফট'গ্ৰাফ', 'ৰেল', অইন কি, 'কংগ্ৰেছ' শব্দটোও ভাৰতীয় জাতত লীন গল। তথাপি, ইংৰাজীয়ে ছুলে ভাৰতীয় ভাষাৰ পবিত্ৰতা নষ্ট হয় বুলি এনে কিছুমান কিম্ভূতকিমাকাৰ শব্দৰ সৃষ্টি কৰা হৈছে যে সেইবোৰে অসমীয়া ভাষাটো (বিশেষকৈ) স্বৰ্গ লৈ নিওঁ বুলি অচিৰেই তামোল গছৰ আগত তুলি দিবগৈ যেন হে দেখিছোঁ! চাওকচোন বাৰু, চাহ-পানী—এই সামান্য কথাষাৰৰে কিমান্ লটি-ঘটি! ভাৰতত চাহ বা চায় বুলিলে নুবুজা মানুহ নাই বুলিলেই হয়, তাকে বুজাবলৈ যদি Tea water বা চুটিকৈ Tea শব্দটোৰ "দুগ্ধ শৰ্কৰা মিশ্ৰিত ধুম্ৰায়িত ক্বাথ (?)" বুলি বুজোৱা হয়, তেন্তে তাৰ অৰ্থ বুজিবলৈ আকৌ কাশী মহাবিদ্যালয়ৰ কাষ চাপিবগৈ লাগিব। এনেকুৱা হিন্দী পৰিভাষা হোৱা নাই বুলিয়েই বিশ্বাস। তেও বুলি, 'আদালত', 'পেস্কাৰ', 'দেৱানী', 'ফৌজদাৰী', 'তালুকদাৰ-হাৱালদাৰ' এইবোৰ ফাৰ্চী শব্দ ব্যৱহাৰ কৰি থাকিলে অসমীয়া ভাষাৰ সম্পদ বাঢ়িব হে। 'উপায়ুক্তৰ' সলনি 'ডেপুটী কমিছনাৰ', 'সমাহৰ্ত্তা'ৰ ঠাইত 'চৱডেপুটী কলেক্টৰ', 'ন্যায়াধীশ' বা 'ন্যায়াধিপতি'ৰ পৰিৱৰ্ত্তে জজ আদি আদালত আৰু ভালেমান শাসনসম্পৰ্কীয় প্ৰচলিত ইংৰাজী শব্দবোৰ ৰাখিলে কাৰো মাৰ্ঘাত নহয়। সেইদেখি, বিদেশী হলেও, সৰ্ব্বসাধাৰণে নিতৌ ব্যৱহাৰ কৰা শব্দ একোটা পৰিভাষাৰ নিয়াৰিত দি হাঁতুৰী লগাবৰ আৱশ্যক নাই। যেনেকৈ আছে তেনেকৈ যথা-শিৱ, তথা-থিয়কৈ থোৱাই ভাল।

অসমীয়া পৰিভাষা সমিতি

ভাৰতীয় আইন-কানুনবোৰ হিন্দী হৈ গলেই তাৰ ভাষাই অসমীয়া ভাষাভাষীৰ আগত "থুলন্তৰ কায়, দেখি ধাতু যায়, হাতত লোহাৰ ডাং" ৰূপৰ মূৰ্ত্তিয়ে দেখা দিবহি; তেতিয়া হয় "পলায় বাসৰ ফিৰি পাচক নচাই" হৈ অসমীয়া ভাষা ভিৰাই ধৰি লৰ মাৰিব লাগিব, নহয়, হিন্দী-আজ্ঞাৰ শিল-কপৰাৰে মিতা বন্ধাই অসমীয়া ভাষা দাঁত-কৰচি থাকিব লাগিব। সেই কাৰণে, ভাৰতীয় পৰিভাষা সমিতিৰে অনুৰূপ সমিতি এখন গঠন কৰি সেই পৰিভাষাৰ শব্দবিলাকক অসমীয়ালৈ অনুবাদ নকৰিলে অসমীয়া কওঁতাৰ মাজত "হৰ্ষ-বিষাদ"ৰ সৃষ্টি হব। আমাৰ চৰকাৰে এই কাম হাতত লৈ বহুদূৰ আগুৱাইছে বুলি শুনিছোঁ। আশুশীঘ্ৰে প্ৰকাশ হলেই, আমাৰ আশঙ্কা নিশ্চয় দূৰ হব।

হিন্দীৰ প্ৰতি "অতিভক্তি"

ইংৰাজীয়ে মোকছুলে-মোকছুলে বুলি হিন্দী পৰিভাষাৰ শব্দবোৰ যেনেকৈ তাৰপৰা "শতহস্তেন বাজীনা" বুলি ১০০ হাত আঁতৰত ৰৈছেগৈ, আমাৰ দেশৰো কিছুমান অসমীয়া-প্ৰেমিকে তেনেকৈ "তুঁহুঁ বিনে গতি নাই-নাই" বুলি হিন্দী-ভক্তিৰসত আপ্লুত হৈছে। অইনে শব্দাৱলীৰ হে ইফাল-সিফাল কৰিব খোজে, এই সকলে কিন্তু, ক'ৰবাত ভক্তি-ব্যভিচাৰ হয় বুলি একেবাৰে অসমীয়া আখৰতে ধৰিছে! অসমীয়া আখৰৰ ছাঁই স্পৰ্শ কৰিলে হিন্দী আখৰকিটা কেনেবাকৈ সঙ্গদোষত পৰি কলুষিত হব পাৰে, এই ভয়তে হবলা, কোনো কোনো পৌৰবাসীয়ে অসমীয়া-নগৰত টাবচিলিডিঙৰ (চাইনব'ৰ্ড)

পৰা অসমীয়া আথৰক কলীয়াপানীলৈ মেলিছে। এনে অতিভক্তিয়ে কেতিয়াবা আমাৰ অসমীয়া ভাষাটোক খালত পেলাবগৈ দেই! কলোঁ একা! এই বিধ অতিভক্তক ফেঁটি দি থবৰ হল।

বাতৰি-কাকত এহাতে যেনেকৈ চতুৰ্থ ৰাষ্ট্ৰ, আন হাতে তেনেকৈ ভাষা-সাহিত্যৰো পৰিসৰ বঢ়াওঁতা। বাতৰি-কাকতৰ কাম অকল বাতৰি যোগোৱাই নহয়—ভাষাৰ বিশুদ্ধতা আৰু পবিত্ৰতা ৰক্ষা কৰাও তাৰ এটি অপৰিহাৰ্য্য অঙ্গ। আমাৰ কাকতবিলাকত প্ৰায়েই গধুৰ ভাবৰ প্ৰবন্ধতকৈ পাতল ভাবৰ ফুচুং ৰচনাই হে সৰহ ঠাই পায়। আমাৰ দুখনমান কাকতে, "পুৰণি পুৰণি, অ' আই পুৰণি"ৰ মৰম এৰিব নোৱাৰিয়েই হবলা, আজিও সেই মান্ধাতা আমোলীয়া-"জওহৰলাল নেহেৰু" নামটোকে লিখি আছে। ইপিনে যে, "জৱাহৰলাল নেহৰু"ৰ নামটোৰ আগত থকা "পণ্ডিত"টোও উঠি গৈ উকা "শ্ৰী"টো হে হল, সেই বাতৰিৰো বাতৰি-কাকত কিথনে ভু লোৱা নাই। এইবিলাক কাকতে আমাৰ প্ৰধান মন্ত্ৰী গৰাকীৰ নামটোকে ভুলকৈ শিকাই "শিশুপখী-সৰক" কি শৰ পহুটো মাৰি থুৱাব? সেইদৰে, "পঞ্চশীল"ৰ সলনি "পঞ্চশীলা", "যঁতৰ-জয়ন্তী"ৰ ঠাইত "চৰ্খা জয়ন্তী", চিঠিৰ সামৰণিত "ইতি", "বাইদেৱেৰা" বা "বায়েৰা"ৰ ঠাইত "বাইদেও" লেখি আৰু-কত-আছে-কিমান-কম সেইবোৰ লেখি, অকণ-অকণ লৰা-ছোৱালীৰ মনত ভুলৰ কেৰোণ হে সুমুৱাই দিছে। তাৰ উপৰিও, "নামকৰণ" নেলেখি, "নামাকৰণ" লেখা, "কথা ৰজালোঁ" নেলেখি "কথা বজালো" লেখা, এইবোৰ যে আছেই। "সহায় খৰতকীয়া" নহয়; এলাহ নোহোৱা মানুহ বা গৰুক হে অসমীয়া মানুহে "খৰতকীয়া" বোলে। "ব্যক্তি পৰিচিতি" কেনেকৈ ব্যাকৰণসিদ্ধ, বুজা টান। শুদ্ধ অসমীয়া কোৱাজনে, "ভাল চাহ ইয়াত পোৱা যায়" বুলি নকয়; কয়—"ইয়াত ভাল চাহ পায়" বুলি হে। বিদেশী শব্দ এটা পালে তৎক্ষণাৎ তৰ্জ্জমা কৰা টান। সেই বুলি বঙলা-কাকতৰ গোট-টোপটো গোটে-গোটে গিলিলে বৰশীত লগা মাছটোৰ দশা নহব জানো? আজি-কালি বাতৰি-কাকত অকল বাতৰিৰে কাকত হৈ থকা নাই; তিনিখিলা কাগজতে সপ্তাহত তিনিবাৰকৈ বিধে-বিধে লেজুৱা প্ৰবন্ধও পঢ়িবলৈ পোৱা হয়। প্ৰবন্ধ-পাতিবোৰ উচ্চ স্তৰৰ হোৱা বাঞ্ছনীয়। হোৱায়-নোহোৱায় ভাদমহীয়াও কিমান নো চ'তৰ বিহুৰ ঢোল কোবাই থাকিব? দৃষ্টিভঙ্গী তুচ্ছত পেলাই উচ্চলৈ যাব খোজোতে, তুচ্ছতাৰ নিকৃষ্ট নগ্ন ছবিবোৰ আঁকি সাহিত্য আৰু সমাজৰ মানভঞ্জন নকৰে যেন। সাহিত্য সমাজবাদী হলেও ভদ্ৰতাশূন্য হব নোৱাৰে। বাস্তৱৰো সীমা আৰু মৰ্য্যাদা আছে।

বাতৰি-কাকতৰ দায়িত্ব

বতৰৰ বস্তু বতৰত হে ভাল লাগে। আবতৰীয়া বেঙেনা কোনেও ভাল নেপায়। বৰষুণ গলে জাপি লোৱা যেনে, অসময়ত বজোৱা বাঁহীৰ সুৰো তেনে।

কাকতত সমজুৱা উন্নতিৰ চিন্তাশীলতাতকৈ গাইগুটীয়া অভিৰুচিৰ প্ৰকাশ সৰহ। বানছ দি হলেও, চিকিৎসা, বিজ্ঞান, অৰ্থনীতি, ৰাজনীতি সম্পৰ্কীয় প্ৰবন্ধ প্ৰচাৰ কৰি দেশখনক বৈজ্ঞানিক মনোভাবাপন্ন কৰাটো "চতুৰ্থ ৰাষ্ট্ৰ"ৰ আনুষঙ্গিক কৰ্ত্তব্য। তাকে কৰিলে, অসমীয়া ভাষাৰ পোত গৈ থকা বহুত শব্দইতো মুক্তিলাভ কৰিবই আৰু পঢ়োঁতাৰো চকু মেল খাব।

ভাৰতত "প্ৰেছ ট্ৰাষ্ট অৱ ইণ্ডিয়া" নামে যিটি সাংবাদিক প্ৰতিষ্ঠান আছে সেইটিয়ে অসমৰ

দুটি-এটি হাতবাগৰা সংবাদ প্ৰচাৰ কৰাৰ বাহিৰে আন-আন সংবাদ প্ৰচাৰ কৰাত বিশেষ তৎপৰতা নেদেখুৱায় বুলি ডাঠি কব পাৰি। অথচ, আন প্ৰদেশত থকা একে অনুষ্ঠানবে শাখা-প্ৰশাখাবিলাকে মাখিটোকে হাতীটো যেনকৈ প্ৰকাশ কৰি, অন্ততঃ, সেই প্ৰদেশৰ নামটোকে সকলোৱে জনা কৰে। আমাৰো জানো, কি দুৰ্ভাগ্য, আমাৰ কাকতবিলাকে সেইবোৰকে কিনি কাকতৰ পিঠি ওপচাই পেলায়। আমাৰ যেতিয়া সূৰ্য্যৰ মুখত সোপা দিব পৰা নিজা অনুষ্ঠান নাই, এই প্ৰেছ ট্ৰাষ্ট অৱ ইণ্ডিয়াৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰখা ভাল হব।

পি. টি. আই

গুৱাহাটীত অনাতাঁৰ বা "আকাছ-বাণীৰ" (আকাশবাণী নহয় দেই) কেন্দ্ৰ এটি আছে। সেইটিৰ উদ্দেশ্য হৈছে-তপতে তপতে বাতৰি যোগোৱা, হিন্দী শিকোৱা, শ্ৰোতাবিলাকক শিক্ষিত কৰা আৰু দেশৰ ভাষা-সংস্কৃতিৰ উন্নয়ন কৰা। গুৱাহাটীৰ কেন্দ্ৰ বুলিলেই বুজিব লাগিব অসমীয়া ভাষাৰ তাত প্ৰাধান্য আছে ; অসমীয়া সংস্কৃতি প্ৰচাৰৰ সুচল আছে। কেন্দ্ৰ গুৱাহাটীত হে, গুৱাহটীয়া (অসমীয়া) নহয়। দূৰৈৰপৰা হে পৰ্ব্বতটো শুৱনি, ওচৰখন খলা-বমাৰেই ভৰা। আপুনি যেতিয়া কৰ্ণভৰি "আকাছবাণী" শুনিবলৈ উপবেশন কৰিব, তেতিয়া এনেহে লাগিব যেন 'আকাছদুন্দুভি'ৰ কোবত উফৰি অসমীয়া উচ্চাৰণৰ শিলগুটিবোৰ ঠন্‌ঠন্ কৰে আপোনাৰ কাণতে ভাগিছেহি! গুৱাহাটীৰ "আকাছবাণীয়ে" অসমীয়া ভাষাক "নীলাম্বৰীয়া" কৰিবলৈ চেষ্টা কৰাৰ আগলি বাতৰিও পোৱা হৈছে। পানীৰ চিন ভেঁটত। ভিতৰলৈ নোযোৱাকৈয়ে বাহিৰত প্ৰকাশ হোৱা কেন্দ্ৰৰ দৈনিক কাৰ্য্যসূচী চালেই সেই লক্ষণৰ উমান পোৱা যাব। এই বাবে জগৰীয়া আমি। অনা-অসমীয়া শিল্পীয়েই অসমীয়া ভাষাৰ কাণ্ডাৰী হৈ বহিছে আৰু আমি ভাঁকৈ মুখ মেলি চাই আছোঁহঁক। অনা-অসমীয়া ৰেকৰ্ড, 'ৰিলে' আৰু ওপৰৰপৰা টাহি পঠিওৱা কাৰ্য্যসূচীৰ মাজত অসমীয়া শিল্পীয়ে মূৰ সুমাবলৈ সন্ধিকে নেপায়। সাহিত্য-সভাই ইয়াৰ প্ৰতিবিধান কৰিবলৈ এক্তিয়াৰ লাভ কৰিব লাগে।

গুৱাহাটী-অনাতাঁৰ কেন্দ্ৰ

যি জাতিয়ে মহৎ লোকক সন্মান কৰিব নেজানে বা কৰিবলৈ নিশিকে, সেই জাতিৰ মাজত কেতিয়াও মহৎ লোক আবিৰ্ভাব হব নোৱাৰে। অন্তৰীক্ষত থকাজনক বিচাৰি আমি হাবাথুৰি খাওঁহঁক ; অথচ, যিজনে আমাৰ চকুৰ আগতে প্ৰত্যক্ষভাৱে জীৱন-মৰণ পণ কৰি জাতিটোক ৰক্ষা কৰিলে, সেইজনক স্মৰণ কৰাটো কৰ্ত্তব্য বুলি নধৰোঁ। যি সময়ত 'মোমাই মৰক আগে, ভূতে পাওক পাছে" বুলি অসমৰ কৰ্ণেল জেনকিন্‌চ্ পৰ্য্যন্ত বৃটিছ-ভাগ্যবিধাতাসকলে অসমীয়া ভাষাক যমালয়লৈ পঠিয়াব খুজিছিল, সেই সময়ত যি গৰাকী পুৰুষে পাদ্ৰীসকলক সাৰথি কৰি গ্ৰাহ-গজেন্দ্ৰৰূপ অসমীয়া-বঙলাৰ যুদ্ধত প্ৰবৃত্ত হৈ অসমীয়া ভাষাৰ বিজয়ধ্বজা পুতিলে, আৰু যি গৰাকী দূৰদৰ্শী লোকে আন্তৰ্জাতিক সাহিত্য-সৌৰভ আহৰণ কৰি জাতি আৰু জাতীয় সাহিত্যৰ সন্মান-সৌষ্ঠৱ বঢ়াই থাকিবলৈ জোৰবন্তি একুৰা জলাই থৈ গল, সেই গৰাকী অসমীয়া ভাষাৰ যুগপ্ৰৱৰ্ত্তক, অসীম প্ৰতিভাশালী মহৎ পুৰুষ আনন্দৰাম ঢেঁকীয়াল ফুকনৰ স্মৃতি-স্তম্ভ এটি আজিলৈকে নিৰ্ম্মিত নহল!

আনন্দৰাম ঢেঁকীয়াল ফুকনৰ স্মৃতি ৰক্ষা

বটলাৰ চাহাবেৰে পৰামৰ্শ কৰি ঢেঁকীয়াল ফুকনে সমান জোখৰ আলিয়ে পদূলিয়ে,

শোভায়-সৌন্দৰ্য্যয় নগাওঁ নগৰখনক অসমৰ আহি-নগৰ পাতিছিল। এতিয়াও নগাৱঁৰ নিচিনা ধুনীয়া নক্সাৰ পৰিপাটি নগৰ এখন অসমত পাতিব পৰা নাই। কলং নৈৰ যিখন দলঙক খীড ব্ৰীজ্ নাম দিয়া হৈছিল, ন-কৈ নিৰ্ম্মিত হোৱাৰ পিছত, সেইখনকে ঢেঁকীয়াল ফুকন নাম দিলে, মোৰ মনেৰে সোণতে সুৱগা চৰিব। এপিনে বৰদোৱাৰ শঙ্কৰ-শিলিখা আৰু এপিনে ঢেঁকীয়াল ফুকনৰ সেতু—এই দুয়োটাই অসমৰ সোঁ-মাজতে ৰূপৰ-সোণৰ কলচী ৰূপে জিলিকি থাকি খৃষ্টীয় পঞ্চদশ শতিকা আৰু উনবিংশ শতিকাৰ অসমীয়া সাহিত্য-সন্ধিৰ কথা সোঁৱৰাই থাকিব।

বঙ্গদেশত বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায় আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ বাসস্থান চৰকাৰে অধিগ্ৰহণ কৰি বঙলা সাহিত্যৰ দুতিপুৰন্দৰ দুগৰাকীৰ স্মৃতি চৰকাৰী ভাৱে যুগমীয়া কৰিবলৈ লৈছে।

হেমচন্দ্ৰ বৰুৱাৰ স্মৃতি

অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাই যি ঠাইত থাকি 'হেমকোষ' আৰু অন্যান্য পুথি ৰচি অসমীয়া ভাষাৰ দৌল বান্ধিলে, অকল দৌলেই নহয়, বৃটিছ কৰ্ত্তৃপক্ষৰ লগত ভাষা-সম্পৰ্কে থৈয়া-নথৈয়া যুদ্ধ কৰি বৰ্ত্তমান প্ৰচলিত আখৰ আৰু ৰচনা-পদ্ধতিটো ৰক্ষা কৰিলে, সেই ঠাই ডুখৰি যথোচিত ক্ষতিপূৰণ দি হলেও, আমাৰ চৰকাৰে অধিগ্ৰহণ কৰি সাহিত্য সভাৰ নামে উৎসৰ্গা কৰাটো উচিত যেন ভাবেঁ।

আমাৰ নজনা দোষত ? 'জোনাকী যুগ'ৰ ভালেমান প্ৰবীণ কৃতবিদ্য লেখকৰ স্মৃতি কৃষ্ণা চতুৰ্দ্দশীৰ ফালে গতি কৰিছে। তাৰ ভিতৰত জনদিয়েকৰ নাম উল্লেখ কৰিলোঁ—হাঁহিৰ ৰহঘৰা কাপ্টান ওঃ ভুবনচন্দ্ৰ বৰুৱা বা উমেশ চন্দ্ৰ বৰুৱা, সূক্ষ্মদৰ্শী জ্ঞানানন্দ জগতী বা তুলসীপ্ৰসাদ দত্ত,

'জোনাকী' যুগৰ পৰৱৰ্ত্তী লেখক

তত্ত্বানুসন্ধানকাৰী গণেশচন্দ্ৰ হাজৰীকা, বুৰঞ্জীসাহিত্যস্ৰষ্টা সোণাৰাম চৌধুৰী, মনোৰম সামাজিক গল্প লেখোঁতা দুৰ্গানাথ চাংকাকতী, আদিবাসীৰ পোনপ্ৰথম ইতিবৃত্ত লেখোঁতা প্ৰেমধৰ চলিহা, "কৃষক"ৰ সম্পাদক, খেতিয়কৰ আহিপুৰুষ "কোৰ নাৰায়ণ" ৰায় চাহাব নাৰায়ণ বৰুৱা, মৌলিক নাট্যকাৰ দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা ইত্যাদি। এইসকলৰ নিজা-নিজা চিন্তাধাৰা আৰু ৰচনা-ৰীতি প্ৰবীণ হলেও, ন-লেখাৰুৰ নিমিত্তে এতিয়াও নবীন হৈয়ে আছে। আমাৰ সভাই এইসকলৰ প্ৰবন্ধ সমূহ প্ৰকাশ কৰিব পাৰিলে এটা লেখত লবলগীয়া কামেই হব। গুৱাহাটীৰ "সবিতা সভা" আৰু শিৱসাগৰৰ "ৰংপুৰ-সাহিত্যসভাই" চুৰ্চ্চুৰীয়া ভাৱে এই কামৰ বাট লগাই দিছে।

কেন্দ্ৰীয় চৰকাৰে বছৰি প্ৰত্যেক প্ৰাদেশিক ভাষাৰ উৎকৃষ্ট সাহিত্য-গ্ৰন্থৰ বাবে ৫০০০৲ টকাৰ একোটা বঁটা দিয়ে ! সেই অনুক্ৰমে, শিশু আৰু বয়সীয়া জিতাক্ষৰীৰ নিমিত্তেও ৫০০৲ টকীয়া নগদ পুৰস্কাৰ দুটামান দি আছে। যোৱা বছৰ উৎকৃষ্ট গ্ৰন্থৰ বঁটাটো অসমীয়া ভাষাৰ

কেন্দ্ৰীয় চৰকাৰৰ বঁটা

নিমিত্তে পৰীক্ষকৰ অভাৱতেই বাওকণী হল। সেই বাবে, সাহিত্য-পুথিয়েই বাছনিত নপৰিল। বাকীবিলাকৰো, পুৰস্কাৰৰ বাবে যিমান পুথি প্ৰতিদ্বন্দ্বিতালৈ যাব লাগিছিল, তাৰ শতাংশও যাব নোৱাৰিলে। সম্ভৱতঃ, কেন্দ্ৰীয় চৰকাৰে যে এনেকৈ সাহিত্য-বঁটা আগ বঢ়ায়, আমাৰ লেখকসকলে ভুকে নেপায়।

ভাৰত-চৰকাৰে প্ৰত্যেক প্ৰদেশৰপৰা সংস্কৃত পুথিও বিচাৰিছে। কামৰূপৰ "হৰিবংশ" আৰু "যোগিনী তন্ত্ৰ" পুথিকিখন হেনো মুদ্ৰিত পুথিৰ পাঠৰ লগত বহুত কথাত অমিল।

অসমীয়া ভাষাত লেখা নহয় বুলিয়েই যে অসমীয়া ভাষাৰ মাত্ৰ সংস্কৃত বা অন্য ভাষাত লেখা

সংস্কৃত পুথিৰ অনুসন্ধান

পুথি অনুসন্ধান নকৰিম, এনে কথা কেতিয়াও হব নোৱাৰে। ফাৰ্চী ভাষাৰ-পৰা অনুবাদ কৰা পুৰণি পুথি এতিয়াও ভালেমান ঠাইত আছে। দেউৰী, চুতীয়া, টাই, চাম আৰু ভুটীয়া ভাষাৰ পুথি-পত্ৰও অসমৰ চুকে-কোণে পোৱা যায়। এইবিলাক চলিত-অপ্ৰচলিত ভাষাত লেখা পুথি বিচাৰোঁতে-বিচাৰোঁতেই ক'ৰবাত কেতিয়াবা কুমাৰ ভাস্কৰবৰ্ম্মাই খ্ৰীঃ সপ্তম শতিকাত হংসবেগ কটকীৰ হাতত দিয়া সেই হেঙ্গুল হাইতাল বোলোৱা সাঁচিপতীয়া পুথি কেইখনতো হাত পৰিবগৈ পাৰে। বড়োৰাজ বা বৰাহীৰজা মহামাণিক্যফাই মাধৱকন্দলীৰ হতুৱাই লেখোৱা "ৰামায়ণ"খন প্ৰকাশিত ৰামায়ণৰ লগত মিল পোৱা নাযায়। সংস্কৃত পুথি অনুসন্ধান কৰাৰ বাটত মাধৱকন্দলীৰ সেই মূল সংস্কৃত পুথিখনো লগ পাব পাৰোঁ। দিল্লীত সংগৃহীত তিব্বতীয় পুথিৰ মাজতো অসমীয়া পুথি ওলাব পাৰে। সংস্কৃত সাহিত্যানুসন্ধানত অসম এতিয়াও একেবাৰে পাছ পৰিয়েই আছে। ভাৰত চৰকাৰৰ ইচ্ছা পূৰ্ণ কৰিবলৈ অসম সাহিত্য সভায়ো সহযোগৰ হাত আগ বঢ়াইছে। কিন্তু, চৰকাৰে অনুসন্ধানৰ নিমিত্তে মঞ্জুৰ কৰা টকাৰ পৰিমাণটো অসমৰ নিমিত্তে বঢ়াই দিয়া উচিত। দিল্লীৰ ইঙ্গিত আহিলেই আমাৰ শ্বিলঙেও এই বিষয়ে গা-মূৰ নোজোকৰাকৈ নেথাকে বুলি আমাৰ সম্পূৰ্ণ বিশ্বাস।

কেন্দ্ৰীয় চৰকাৰে আজি তিনি বছৰ মানৰপৰা বছা-বছা অৱস্থাহীন সাহিত্যিকলৈ একোটাকৈ পেঞ্চন দিয়াৰ ব্যৱস্থা কৰিছে। অসমীয়া সাহিত্যিক কেইবাজনেও সেই পেঞ্চন উপভোগ কৰিছে। উপভোগ হে কৰিছে—উপকৃত হব পৰা নাই। কিয় নো, সি হল ফৰ্ম্মুটি মৰা সাহায্য, তাতে অনুষ্টপীয়া, অস্থায়ী আৰু অনিশ্চিত। থোৰতে কবলৈ হলে, অইন প্ৰদেশৰ তুলনাত অসমীয়া সাহিত্যিকলৈ পৰা পেঞ্চন বা অৱস্থাহীন সাহিত্যিকলৈ আগবঢ়োৱা

সাহিত্যিক পেঞ্চন

আৰ্থিক সাহায্যৰ ভাগটো ফুটুকাৰ ফেন। তদুপৰি, এনেকুৱা আজন্ম-সাহিত্যিকো বহুত আছে, যি অৰ্থ আৰু উৎসাহৰ অভাৱত সিবিলাকৰ প্ৰতিভা প্ৰকাশ কৰিব পৰা নাই—ছাঁতে লেৰেলি গৈছে। পেঞ্চনৰপৰা বঞ্চিত, অথচ, পেঞ্চন পাবৰ সম্পূৰ্ণ যোগ্য, এনেকুৱা সাহিত্যিকলৈ ৰাজ্যিক আৰু কেন্দ্ৰীয় চৰকাৰে দৃষ্টি পেলালে নিৰ্ব্বিকাৰ সহৃদয়তাৰ পৰিচয় পোৱা হব।

অসমীয়া পাঠ্য-পুথিসমূহৰ ভাষা-বেমেজালি সম্পৰ্কে অভিযোগৰ অন্ত নাই। অভিযোগ-বোৰ নিয়ন্ত্ৰিত ভাৱে উথাপন কৰি নিৰ্দ্দিষ্ট পথত পেলাব পাৰিলেই সিহঁতে আপোনাআপুনি বাট লব। পাঠ্য-পুথিত থকা ভুলভ্ৰান্তিবোৰ দেখুৱাই ভালেমানে বাতৰি-কাকতত চিঠি প্ৰবন্ধ লেখে।

পাঠ্যপুথিত ভাষাৰ বেমেজালি

কিন্তু, সেইবোৰ পঢ়ে কোনে? সকলো অৰণ্যত ৰোদন। হিমালয়ত বহা তপস্বীসকলে যদি, প্ৰত্যেকটো মহৰ কামোৰতে, পিঠিত থপৰিয়াবলৈ হল, তেন্তে তপস্যাৰ মূল্য থাকিল ক'ত? গতিকে, তপস্যাৰতসকলৰ তপস্যা নেভাঙি আমাৰ সভাৰ সভ্যসকলেই ভাষাৰ দোষবোৰ সংগ্ৰহ কৰি দিলে বা আঙুলীয়াই দিলে সাহিত্যসভাই আনুষ্ঠানিক ভাৱে তাৰ প্ৰতিকাৰৰ ব্যৱস্থা হাতত লব পাৰে।

হিন্দী, অসমীয়া ( কোনো কোনো ঠাইত বঙলাও ), ইংৰাজী এই তিনিউটা ভাষাৰ

পুথি পঢ়াশলীয়া পাঠ্য হিচাপে পঢ়িব লগীয়া হোৱাত সৰু-সৰু লৰা-ছোৱালীৰ তৰণি হেৰাইচে আৰু অসমীয়া ভাষা শিকাত খেলিমেলিখন লাগিছে। শেহান্তত, "তিনিখন চাৰিখন বৰপথাৰ ৰাতি পাৰ হৈ আমাক ৰৰসবাহলৈ যাবলৈ দিলে পকুৱাই পাই যে ৰাতিটো আমাক ঘূৰাই লৈ ফুৰিব আৰু আমাৰ যে সেই ৰৰসবাহ আৰু দেখাই নহবগৈ—সেই কথা ধ্ৰুপ। জ্ঞান-ৰাজ্যত ৰজা হবলৈ ইফালে অসমীয়া লৰা-ছোৱালী-তেলীয়াসাৰেঙ্গে খন্ খন্কৈ হিন্দী, খন্ খন্কৈ অসমীয়া ইংৰাজী খুৱ সলাই-সলাই ডাঢ়িমূৰ খুৰাবলৈ আলম-বিলম কৰি থাকোঁতেই, সিফালে আন-আন প্ৰদেশৰ কেঁচু ৰজাই হব।" লগে লগে অসমীয়া ভাষাও হাত-মূৰ ভাগি খোৰা দ হবগৈ।

আগেয়ে বিষয়টো-অনুসৰি লেখা উৎকৃষ্ট পুথি এখন হে মাত্ৰ অসমৰ পঢ়াশালি বিলাকত চলিছিল। এতিয়া মুখ চাই পৰশাৰ দিন। গতিকে, একে শ্ৰেণীতে, একে বিষয়ৰে, বাৰজন লিখকে বাৰবৰণীয়া ভাষাত লিখা পুথি, বাৰঠাইত বাৰজন শিক্ষকে বাৰপ্ৰকাৰে শিকোৱাত আৰু বাৰকুৰি ছাত্ৰই বেবেৰিবাংকৈ পঢ়াত অসমীয়া ভাষাৰ কালিকা নাইকিয়া হল। আগৰ দৰে, সেইদেখিয়েই শুদ্ধ আৰু শুৱলা ভাষাৰে লেখা চিঠি এখনকে উঠি অহা তৰপৰপৰা পঢ়িবলৈ পোৱা নেযায়। এইবাৰে, অৱশ্যে, পাঠ্য-পুথিতকৈ "আমি মনকাণ নিদিবৰ হুই" বাহিৰা কিতাপে ভাষাৰ অনিষ্ট কৰিছে।

খংটো হে ভীষণ, আজিকালি ছাত্ৰ-ছাত্ৰীয়ে "মৰম"টোকে "ভীষণ"কৈ পেলাইছে! 'জলপান দিছোঁ" বুলিলে জলপান নেখায়, "খাবৰ দিছোঁ" বুলিলে হে খায়। কৃপাবৰ বৰুৱাৰ সাহিত্য হেনো "বহুৱা সাহিত্য!" (বহুৱা শব্দৰ ব্যাখ্যা নিদিলেও হব)। "সচাই, তেন্তে বুঢ়ী (?) এনেকৈয়ে মাতিলে।" "নিখোঁজ হল", "খামুচি দিলে—এইবোৰ ফুচুং শব্দ। "বৰুৱাৰ গল্পবোৰ" বুলিলে বুজোঁ, "বৰুৱাই ৰচনা কৰা গল্পবোৰ" বুলি; যদি তেওঁ ৰচনা কৰা নহয়, প্ৰকাশ কৰা হে, তেন্তে "বৰুৱাৰদ্বাৰাই প্ৰকাশিত গল্পবোৰ" বুলি লেখিলে হে ভাবভাষাৰ অৰ্থ মিল থাকে।

"তলত দিয়া শব্দবোৰেৰে ব্যাকৰণবোৰ শুদ্ধকৈ লিখাঁ"—প্ৰশ্নটোৰ বাক্য শাৰীয়েই যেতিয়া বহুবচন যুক্ত হল, উত্তৰটো যে বহু-বহু ব্যাকৰণ-অনুসৰি লিখিত কিম্ভুতকিমাকাৰ দুৰ্বোধ্য বাক্য নহব তাক আৰু ভাবিব লাগিছে নে? "লৰা-কাল" আৰু "লৰালি"ৰ প্ৰয়োগটো ছাত্ৰ-ছাত্ৰীৰ হে নেলাগে ভাল-ভাল শিক্ষক-শিক্ষয়িত্ৰীৰো অজ্ঞাত। লৰাকাল—boyhood, লৰালি Childishness. এনেবোৰ অমাৰ্জ্জনীয় ভুলেৰেই ভৰা পাঠ্যপুথি আৰু ইস্কুলীয়া আলোচনী কাকত লেখি, চলাই ছাত্ৰ-ছাত্ৰীক ভাষা সম্পৰ্কে কুকুৰীকণা কৰা হৈছে মাথোন।

প্ৰত্যেক জিলাৰ সদৰ ঠাইবিলাকত একোটাকৈ চৰ্কাৰী গ্ৰন্থালয় স্থাপি হৈছে। গাৱঁলীয়া পুথিভঁৰালবিলাকেও যৎকিঞ্চিৎ চৰ্কাৰী সাহায্য পায় বুলি শুনা যায়। উন্নয়ন বিভাগেও দুই-চাৰি ঠাইত কিতাপ বিলায়। কিতাপ-বিলোৱা আৰু খৰচৰ হিচাপ তিলতৰ্জ্জুৰূপে ঠিক থাকে। কিন্তু, ভালেমানত, সেই কিতাপ কোনে বাছিলে, কি কিতাপ কিনা হল, কোনে পঢ়িলে, কাৰ কিমান উপকাৰ হল, ইত্যাদি কথাৰ হিচাপ হলে একেবাৰে "মহকুৰ"—ঘুণাক্ষৰেও নোলায়। অলপতে, বিহু উপলক্ষে, ৰং-ঢঙৰ প্ৰতিযোগিতাত কিছুমান লৰাক বঁটা দিয়া দেখিছিলোঁ। বঁটাবোৰ প্ৰসাধন সামগ্ৰীৰ নহৈ কিতাপৰ

পুথিভঁৰাল বা গ্ৰন্থালয়

হোৱা বাবে মনে-মনে ভাল পাইছিলোঁ। প্ৰতিযোগিতাত জয়ী লৰাবিলাক ১৩।১৪ বছৰীয়া বয়সৰ হব। সিহঁতক কিতাপ দিয়া হৈছিল, "বনফুল," "চাকনৈয়া", "ডাৱৰ আৰু নাই" আৰু খনদিয়েক "বহাগী" "আকুল-পথিক"ৰ শাৰীৰ বিহুৱা পুথি। বঁটা দিয়া পুথিকিখন যে অসমীয়াৰ আদৰৰ পুথি তাত সন্দেহ নাই। কিন্তু, পোৱাধৰা কঁৰীয়াটোক সেৰীয়া কৰিলে তিনিগোৱা যে আধানাৰ্জি হয় এইটো কথাৰ ভু, দাতাসকলে জনা উচিত আছিল। গতিকে, ভাল হলেও বয়স-বুদ্ধি চাই হে কিতাপ পঢ়িবলৈ দিয়া বাঞ্ছনীয়। পাঠকৰো যোগ্যাযোগ্য চাব লাগে।

গ্ৰন্থালয় বিভাগৰ কৰ্ত্তৃপক্ষসকলে এইটোও জনা উচিত যে সজ সাহিত্য-বাছনিও এক, কিতাপবেচা দোকানৰ স্বাৰ্থও এক। দোকানৰ উদ্দেশ্য ধনঘটা আৰু গ্ৰন্থালয়ৰ উদ্দেশ্য জ্ঞান-বিস্তাৰ কৰা। সেইদেখি, কৰ্ত্তৃপক্ষই পোনে-পোনেই পুথিভ ৰালক অসমীয়া কিতাপ যোগাবলৈ আদেশ নিদি, নিজে সমাজৰ উপযোগী বিশুদ্ধ সাহিত্য পুথি বাছি, বাছনিমতে সেইবোৰ পঠিয়া-বলৈ নিৰ্দ্দেশ দিয়াটোকে হে সকলোৱে কামনা কৰে। নহলে, শিয়ালৰ কানত মঙহৰ ভাৰ দিয়া হয় মাথোন। তেনে ব্যৱস্থাবদ্বাৰাই কোনো এক ব্যৱসায়ী চহকী হয় সঁচা, সাধাৰণ পাঠক শ্ৰেণী হলে তেনেই দুখীয়া হৈয়ে থাকে। এইবিলাক আসোঁৱাহ গুচাবৰ নিমিত্তে কৰ্ত্তৃপক্ষই পুথিনিৰ্ব্বাচনত সাহিত্য সভাৰ মতামতো লোৱা উচিত বুলি ভাবোঁ।

প্ৰাচীন সাহিত্য-পুথি-প্ৰকাশকৰ ভিতৰত হৰিবিলাস আগৰৱালা, "আসাম"ৰ সম্পাদক কালিৰাম বৰুৱা, আৰু গুৱালপাৰৰ হৰিপ্ৰসাদ নাথেই বাটকটীয়া বা পথ-প্ৰদৰ্শক। তেখেত-

প্ৰাচীন সাহিত্য

সকলৰ পাছতে, অসমৰ মেকমিলান কোম্পানী ভট্টাচাৰ্য্য এজেঞ্চী-প্ৰতিষ্ঠাপক ৺শিৱনাথ ভট্টাচাৰ্য্য আৰু এজেঞ্চী কোম্পানীৰ শ্ৰীযুত নন্দেশ্বৰ চক্ৰৱৰ্ত্তী। পাছৰ এজেঞ্চী দুখনে সঁচাকৈয়ে আমাৰ অসংখ্য লুপ্ত হব লগীয়া প্ৰাচীন পুথি উদ্ধাৰ কৰিলে। বৰ্ত্তমান দত্ত বৰুৱা কোম্পানীৰ শ্ৰীযুত হৰিনাৰায়ণ দত্তবৰুৱা সাহিত্যৰত্নই প্ৰাচীন পুথি প্ৰকাশ কৰা কামটোত প্ৰাণক পণ কৰি লাগি আছে। এতিয়া এনেকুৱা এটা দিন আহিছে যে পুৰণি সাঁচিপাত এখিলাও পেলাব নোৱৰাত পৰিছে। আখৰ নেথাকিলেও, ঘুণাক্ষৰ আৰু পাতেই বহুত কথাৰ সন্দেহ দিব। পুথি নকল কৰোঁতে 'যথাদৃষ্টং তথা লিখিতং' হোৱাটো একান্ত আৱশ্যক। "বৈষ্ণৱত"ৰ ঠাইত "বৈষ্ণৱৰ" কৰিলেই উদ্দেশ্য ভ্ৰষ্ট হল বুলি ধৰিব। "ঘিলাধাৰী"ৰ সলনি নকলকাৰকে লিখিলে "ঘিলাঝাৰী" ; তাতেই গেইট চাহাবৰ তৎ হেৰাই গৈছিল।

আজি-কালি আমাৰ সাহিত্যত এবিধ পুতিগন্ধি কেৰোণ আবিৰ্ভাৱ হৈছে। কোনো কোনো কাকতে ইয়াক প্ৰকাশ কৰি সমাজ সংস্কাৰ কৰা হৈছে বুলি ভাবে। এই কেৰোণটো

**সাহিত্যত ধৰ্ম্মান্ধতাৰ কেৰোণ**

হৈছে—সাহিত্যত ধৰ্ম্মবিদ্বেষ বা ধৰ্ম্মান্ধতাৰ বীজ। সেই বীজ অন্য দেশত গজে দেখিবলৈ ভাল, ধৰ্ম্মনিৰপেক্ষ ৰাষ্ট্ৰতো যে সি প্ৰশ্ৰয় পাইছে, তাতে হে আচৰিত। সদাশিৱ বা বুঢ়া-বাথৌ, ব্ৰহ্মা, সৰস্বতী, শ্ৰীকৃষ্ণ, বুদ্ধদেৱ, যীশুখ্ৰীষ্ট, মহম্মদক (দঃ) কৌটী কৌটী মানুহে ঈশ্বৰ, পৰমেশ্বৰ, অৱতাৰ নাইবা ভগৱন্ত প্ৰেৰিত পুৰুষ বুলি ভক্তিআৰাধনা কৰে। সেইসকলৰ নামৰ আলম লৈ বা সেইসকলকে আৰোপ কৰি উপলঙ্ঘামূলক আৰু বিদ্ৰূপাত্মক ৰচনা লেখা কিছুমানৰ বালিভাত খোৱাৰ নিচিনা ঢং হৈ উঠিছে। কোনো ধৰ্ম্ম-

বিশ্বাসৰ প্ৰতি আক্ৰোহমূলক আক্ৰমণ আৰু সেই আক্ৰমণত গুৱালগালি ভৰা শব্দৰ "কছৰৎ" দেখুৱাই একোজন মিছ মেয়'ৰূপী লেখক আত্মপ্ৰসাদত বিভোৰ হয়'। হওক। তাত কাৰো আপত্তি নাই। ঘৰৰ ভিতৰত জয়ঢোল কোবায়, শিঙ্গা বজায়, পেঁপা বজায়, বজাই থাওক। সেয়ে যদি ওচৰচুবুৰীয়াৰ কাণ ঘোলা কৰিলে তেনে হলেই লাগিল লেঠা। এনে তুচ্ছ মনোভাব-যুক্ত সাহিত্যই যে অকল সাম্প্ৰদায়িকতাকে হে সৃষ্টি কৰে এনে নহয়, সমাজৰ সজ্য-ৱদ্ধতাও ভাঙি-ছিঙি চূৰ্ণ-বিচূৰ্ণ কৰে। বতৰত বিপ্লৱী সাহিত্যই সমাদৰ পায়। সেই বুলি, অসংযত, বিদ্বেষপূৰ্ণ, আবতৰীয়া সাহিত্যক কোনেও আদৰ নকৰে। অসমীয়া সমাজৰ সোণৰ কঁাহীৰপৰা এনেকুৱা বিহঢলা সাহিত্য তুৰন্তে নিৰ্ম্মূল কৰা উচিত।

সৰ্ব্বভাৰতীয় সাংস্কৃতিক সম্মিলনবিলাকলৈ বছৰি দিল্লী আদি ঠাইৰ পৰা নৃত্য-সঙ্গীত-শিল্প-বিশাৰদ সকলৰ আমদানী হয়। সেই ভাৰতীয় সম্মিলনত আমাৰ ভালেমানেই পুৰস্কৃত আৰু উচ্চপ্ৰশংসিতো হৈছে। ইয়াৰদ্বাৰাই অসমীয়া ভাষাভাষী সঙ্গীত-শিল্পীৰ মাজত অনুপ্ৰেৰণাৰ সঞ্চাৰ নোহোৱাকৈ থকা নাই। কিন্তু, সেই অনুপাতে, সঙ্গীত-সাহিত্য সৃষ্টিৰ প্ৰতি বৰকৈ চেষ্টা কৰা নাই যেন লাগে। তাল-খোল-মৃদং-খঞ্জৰীৰ উপৰিও অসমত এনে বাদ্যযন্ত্ৰ বহুত আছে যিবোৰৰ একো অনুশীলনেই হোৱা নাই। অসমৰ মাটি আৰু জলবায়ুত জন্ম হোৱা বাদ্যযন্ত্ৰেৰে সমলয় এটি উদ্ভাৱন কৰিব নোৱাৰি নে? চিফুং বাঁহীৰেপৰা আৰম্ভ কৰি টকা-পেঁপা-গগনা-সুতুলি-শিঙা-বীণলৈকে যিমান গীতমাত-গোৱা বাজনা আছে, সেই আটাইবোৰৰে মাত মিলাই নতুনকৈ সঙ্গীত কিছুমান ৰচিবৰ দিন হৈছে। অৱশ্যে, নাই বুলিলে সাপতো বিষ নাই। ভাৰতৰ নামত উদ্বাউল হৈ অসমীয়াত্ব বিসৰ্জ্জন দিলে, অৱশ্যে আমাৰ মাত মাতিবলৈ ঠাই নাই। সেই বুলি, আমাৰ প্ৰাণত নলগা, গাজত নবহা, গান একোটা এশবাৰ গাই ফুৰিলেও আমাৰ গা নুঠে। অসমৰ শতকৰা ৯০ জনেও যেতিয়া ভাৰতবৰ্ষৰ স্বৰূপ দৰ্শন কৰিবলৈ সমৰ্থ হোৱা নাই, তেনেস্থলত পোন প্ৰথমেই অসমীয়া তালমান সুৰ-সঞ্চাৰেৰেই অসমীয়া ভাষাৰে গীত ৰচনা কৰি সঙ্গীতলৈ ধাউতি বঢ়োৱা যুগুত। উত্তৰ-গুৱাহাটীৰ ৰাধানাথ সাজতোলা, বিশ্বনাথৰ কেহোঁকণাকো আমাক লাগে।

সঙ্গীত-সাহিত্য

বিজ্ঞানৰ পুথি আমাৰ যেনেকৈ নাই, সঙ্গীতৰ সাহিত্যও তেনেকৈ নাই। তাহানিখণেই লম্বোদৰ বৰা আৰু লক্ষ্মীৰাম বৰুৱাই যিবিলাক সঙ্গীত-সাহিত্য ৰচনা কৰি গল, সেইবিলাক আজিও "জোনাকী", "উষা"ৰ পাততে গেলেপা লাগি আছে। আধুনিক যুগৰ লগত খাপ খুৱাই সেইবিলাক প্ৰকাশ কৰিব পাৰিলে বাণীপুত্ৰসকলকো সন্মান কৰা হয়, দেশৰো মানদণ্ড ওপৰলৈ উঠে।

লক্ষ্মীৰাম বৰুৱাৰ একনিষ্ঠ সঙ্গীতসাধনাৰ ফলতেই গীতি-ভাৰতত অসমীয়া ভাষাই উচ্চস্থান লাভ কৰে। এই গৌৰৱৰ মূলত আছিল গৌৰীপুৰৰ ৰজা বাহাদুৰ প্ৰভাতচন্দ্ৰ বৰুৱা। আজি-কালি, গান-বাজনাৰ ভৰত অসমভূমি তল-ওপৰ। সঙ্গীতৰ বিষয়ে মোৰ কবলৈ একো অধিকাৰ নাই যদিও—সঙ্গীত-সাহিত্য-সংৰক্ষণ আৰু প্ৰচাৰ কাৰ্য্যত অধিকাৰ আছে বুলি ভাবোঁ—সেই হে এই কিষাৰ কথা কলোঁ।

আজি-কালিৰ দিন "ফিল্ম"ৰ দিন—বোলছবিৰ দিন—পাঞ্চভৌতিক দেহাই দেহাহীন

ৰূপ ধাৰণ কৰি সন্মোহন, বশীকৰণ, উচাটন কৰাৰ দিন। ইয়াৰ লগত ভাবাবো অঙ্গাঙ্গী সম্বন্ধ।

বোলছবি

অসম যদিও, A land of ( এ লেণ্ড অৱ ) লাহে-লাহে, জীৱন্ত-চিত্ৰ-জগতত গহীনে গম্ভীৰে, শনৈঃ-শনৈঃ যিমান পাৰে আগ বাঢ়িছে। ৰূপকোঁৱৰ জ্যোতি-প্ৰসাদেই এই বিষয়ত আগৰণুৱা। তেওঁৰ "জয়মতী"য়েই দুঃসাহসিকতাৰ দুৰ্জ্জয় ভেটা ভাঙি দিয়াৰ পাছত আজিলৈকে এই কেইখন অসমীয়া বোলছবি বা সবাকচিত্ৰ ৰাইজৰ আগলৈ ওলাইছে :—মনোমতী, ৰূপহী, ইন্দ্ৰমালতী, চিৰাজ, বিপ্লৱী, পাৰঘাট, বদন বৰফুকন, সতীবেহুলা, ৰূণুমী, নিমিলা অঙ্ক, পিয়লী ফুকন, সৰাপাত, স্মৃতিৰ পৰশ, লখিমী, আৰু এৰাবাটৰ সুৰ। নীৰৱ সাধনা আৰু গাইগুটীয়া প্ৰাণান্তিক চেষ্টাৰ বলতেই এই কেইখন ছবি পালোঁ। ৰাজহুৱা চেষ্টা হলে আৰু-যে কিমান পাম? আমাৰ পথাৰে-সমাৰে, থলে-পৰ্ব্বতে, জানে-জুৰিয়ে বোলছবিৰ সমল আৰু পৰ্ব্বতীৰ আহিলা-পাতি মুকলি হৈ পৰি আছে; আখ্যানৰ মূল বস্তুও, মোৰ বোধেৰে, আন দেশলৈ যাব নলগাকৈ ইয়াতে পোৱা হয়। ছবিৰ বিষয়-বস্তু অসমৰ হলে, আনুষঙ্গিক পটবিলাকো অসমীয়া হোৱাটো হে শোভনীয়। আমাৰ গাৱঁলীয়া দৃশ্য দেখুৱাবলৈ গৈ সিন্ধীগৰু চৰিথকা বঙ্গ বা বেহাৰৰ পথাৰ এখন দেখুৱালে ছবিখনৰেই মানহানি হয়। বোলছবিৰ নিমিত্তে আৱশ্যকীয় গুণ-সৌন্দৰ্য্য থকা অভিনেতা-অভিনেত্ৰীৰো অভাৱ নাই। প্ৰমথেশ বৰুৱা স্বৰ্গত যদিও, "জীয়া গদাধৰ" শ্ৰীযুত বিষ্ণু ৰাভা, সুৱদি সুৰীয়া ডাঃ ভূপেন হাজৰীকাই ভবিষ্যত "বোলছবি"ৰ সোণালী উজ্জ্বলতা থকাটো প্ৰতিপন্ন কৰিছে। লাগে এতিয়া সঁচিধন আৰু ৰাইজৰ সহযোগ।

আগৰ কালত লঙ্কালৈ যেয়ে যায়, সেয়ে বোলে, ৰাৱণ হয়। আজি-কালি অসমলৈ যেয়ে আহে সেয়ে বৰমতা হয়, সেয়ে "নপতা ফুকনো" হয়। আমিও সেইসকলক সন্মানেৰে বুৰাই পেলাওঁহঁক। মূৰত উঠিবলৈ পোৱাজন কেতিয়াও ভৰিলৈ নেনামে। আমাৰ জন্মভূমি আমি আৱিষ্কাৰ কৰিবলৈ অপাৰগ। সেই বাবে, সেইসকলৰ বাক্যই ব্ৰহ্মবাক্য হয়। এনেকুৱা আলহীখোৱা কিছুমান অভ্যাগতেই অসম, অসমীয়া আৰু পৰ্ব্বত-ভৈয়ামৰ সম্বন্ধ সম্পৰ্কে একোটা-একোটা অপুদ্দবাট অপপ্ৰচাৰ কৰে। সেইবোৰ কেঁচুৱে গাতৰ মুখলৈ মূৰ উলিয়াওঁতেই আমি লোণ-পানী নিদিয়াৰ ফলত, সিবিলাকৰ ক্ষন্তেকীয়া কাল্পনিক বিৱৰণীকেই মূৰকত প্ৰমাণমূলক মত বুলি সাক্ষী দিব লগীয়া হয় গৈ।

উদাহৰণ স্বৰূপেই ধৰকচোন, বাৰু। কোচবেহাৰৰ ৰাজবংশী ভাষাটোৱেই এতিয়া। ই যে অসমীয়াৰে পূৰণি ৰূপ, তাক দোহাৰিবৰ আৱশ্যক নাই। তথাপি, কোচবেহাৰৰ বুৰঞ্জীত শ্ৰীযুত হৰেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে লেখিছে, "The language spoken by the people of Cooch Behar is a form of Bengali with important local or tribal variations" এই বুলি কৈয়েই, সেই বুৰঞ্জীলেখকে মহাপুৰুষ মাধৱদেৱৰ "নাম-ঘোষা" খনিক "ভাগৱত" বুলিছে আৰু সেই ভাগৱতখন "মাধৱ ৰয়" নামে এজনে লিখা বুলি লিপিৱদ্ধ কৰি থৈছে।

"The Dham of Madhupur lies on the side of the old Jalpesh road...... Several Hindu idols are enshrined here and there is also an image of Vishnupad, where Pindas are offered by the devotees to their forefathers.

The chief object of Veneration, however, is the Bhagavata translated into Rajvansi dialect, by Madhab Roy, in the reign of Maharaj Naranarayan."

যিটো ভাষাক আমি অসমীয়া বোলোঁ আৰু যিটো ভাষা কোচবেহাৰৰ নিজা, সেইটো ভাষাও কেনেকৈ বঙলালৈ বাগৰ মাৰিছে তাকো চৌধুৰীদেৱে অৱশ্যে, নেলেখাকৈ থকা নাই। তেওঁ স্বীকাৰো কৰিছে যে আধুনিক বঙলা শিক্ষাৰ ফলত ৰাজবংশী ভাষাই মোট সলাইছে। তেওঁ লেখা কথা কেইআষাৰ এই :—"In the old Rajvansi dialect there was very little difference between the written and the spoken language. With the spread of education, modern Bengali is being largely taught. While writing therefore, the literate people use the standard Bengali language to a great extent."

অসম ভাৰতৰে এখন সাংবিধানিক ৰাজ্য। তথাপি, পশ্চিম ভাৰতীয়ই আচৰিত হৈ এতিয়াও সোধে, "অসম নামেৰে প্ৰদেশ এখন আছে নে কি ?" অনা-অসমীয়াৰ এনে অজ্ঞতাক পুতৌ কৰাতকৈ আমাৰ এলাহ আৰু দৃষ্টিহীনতাৰ বাবে আমিয়েই গৰিহা খোৱা উচিত।

এনেকুৱা ভুলৰ শুধৰণি কৰিবলৈ আৰু অন্যান্য অপপ্ৰচাৰৰ মুখ মাৰিবলৈ অতি শীঘ্ৰে সাহিত্য-সভাৰ এটি "মুখমৰা বা চৌতাং দপ্তৰ" স্থাপন কৰা আৱশ্যক হৈছে। 'হেলচিঙ্কী' আৰু দিল্লীত বহা "ইউনেস্কৰ" অধিৱেশনত শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱাই কৰা প্ৰচাৰ কাৰ্য্যৰ নিমিত্তে বৰুৱাদেও প্ৰশংসাৰ পাত্ৰ।

ভাৰতৰ চৈধ্যটা আঞ্চলিক মুখ্য ভাষাৰ ভিতৰত অসমীয়াও এটা সংবিধানভুক্ত মুখ্য ৰাজ্যভাষা আঞ্চলিক ভাষা। কিন্তু দুখৰ কথা,

লগৰীয়াই বগৰি খায়
কিনো অপৰাধী হলোঁ লগৰীয়াৰ
জাপি আঁৰ দি যায়।"

স্বাধিকাৰ লাভ কৰাৰ পিছতো, অসমীয়া ভাষাক লগৰীয়াৰ সমানে ন্যায্য মৰ্য্যাদাৰ সিংহাসনত অধিষ্ঠিত কৰিব পৰা নাই। বগা কাগজৰ ওপৰত ক'লা চিঞাহীৰ আঁক পৰি আছে সঁচা, মান-মৰ্য্যাদাত হলে "যেই তিমিৰে সেই তিমিৰেই" থাকিল। সময় ছেৰাই গলে, উগ্ৰতেজা ভাষাপ্ৰেমিকসকল উদ্‌ভ্ৰান্ত হব পাৰে। হোৱাটো জীয়া জাতিৰ পক্ষে অস্বাভাৱিকো নহয়। কিন্তু আসন্ন অনিৰ্ব্বন্ধতাত প্ৰৱৰ্ত্তাৰ আগতে সেইসকলে আগ-পাছ চাব লাগিব। মণিৰাম দেৱানেও লেখিছিল, "কাৰ্য্যৰ বুজিবা ভাও, ছাগৰো পথালিবা পাও।" পাছলৈ চোৱা মোৰ অভ্যাস আছে দেখি, এই খিনিতে এটি পুৰণি কথালৈ মনত পেলাইছোঁ।

জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ দিনত যুদ্ধৰ আহিলা-পাতি অভাৱ নাছিল। তথাপি, নাম পালে ভগনীয়া ৰজা। আমাৰ অসমীয়া ভাষাও একালত ২০০০ মাইল জোৰা ৰাজ্যত চক্ৰৱৰ্ত্তী ৰজাই আছিল। কালৰ পৰিহাসত সিও আজি মৰ্য্যাদাশূন্য "ভগনীয়া ৰজাপ্ৰায়"। ৰুদ্ৰসিংহ স্বৰ্গদেৱে পৰ্ব্বতীয়া গোস্বামী কৃষ্ণৰাম ভট্টাচাৰ্য্য ন্যায়বাগীশৰ বাসস্থান কৰতীয়া গঙ্গাক মোগলৰ কৱলৰপৰা উদ্ধাৰ কৰিব খোজোঁতে পাত্ৰমন্ত্ৰীসকলে স্বৰ্গদেৱৰ আগলৈ এই বুলি পৰামৰ্শ আগ

বঢ়াইছিল, "কৰতীয়া গঙ্গা সীমা কৰি আমাৰে হে ৰাজ্য। আমি মনকাণ নেদিবৰ দ্বাৰাই হে শত্ৰুৱে লৈছে। ৰাজা হলে পৰশত্ৰুক মাৰি আপুনাৰ সীমনা ৰাখি লৱনে সে যোগ্য।......। অস্ত্ৰ-শস্ত্ৰ আহিলা-পাতি সমস্তো জড়; স্বৰ্গদেৱৰ বন্দী-বেটা হে চেতন; সেয়ে চলালে চলে। তাৰো বলাবল বুজিব লাগে।" আজি ৰজা নাই। প্ৰজাই ৰজা। সেই গুণে, অসমীয়া ভাষাৰ স্বতন্ত্ৰতা ৰজাই ৰাখিবলৈ ৰাইজেই জড়শক্তিক চৈতন্য কৰিব লাগিব। আত্ম-উপলব্ধি, সম্পদ অৰ্জ্জন, কুঁজৰ মূৰত কিল দিব পৰা সততা আৰু কাৰ্য্যকৰীশক্তিৰ অধিকাৰী হব লাগিব।

কৃতকাৰ্য্যতাৰ পথ হলে উপচক্ৰই জুৰি আছে। সেই উপচক্ৰ আন একো নহয়। জনচেৰেক ভাষা অস্ত্ৰোপচাৰ-কৰোঁতা পণ্ডিত আৰু স্বাৰ্থজড়িত সাংবাদিকেপোতা ভাবাগত সাম্ৰাজ্যবাদিতাৰ বগৰি-জেং। এইবিলাকৰ ৰাজনৈতিক অভিমতৰ ওপৰতেই অনেক সময়ত শাসনৰ ছেৰেকী ঘুৰা দেখিবলৈ পোৱা যায়—অন্ততঃ ভাষা-সমস্যাত। এওঁবিলাকে অসমত অন্যূন ৫০টা ভাষা আছে বুলি কয়। তাৰে চেলু লৈ প্ৰাক্-ঐতিহাসিক যুগৰপৰা নহকৰ দৰে একে ফুটা হৈ গোট বান্ধি থকা অসমীয়া ভাষাটোক ফুটা-ফুটা কৰিছে আৰু গৰগঞ্জা মিতিৰৰ ভাও ধৰি চৰুক সুধি চাউল সিজোৱাৰ ব্যৱস্থা কৰিছে। ভাৰতৰ অন্যান্য ভাষাৰ দৰে সংস্কৃতমূলক শব্দ সৰহকৈ আছে যদিও, অসমীয়া ভাষা আৰ্য্য-অনাৰ্য্যৰ সংমিশ্ৰণত উদ্ভৱ হোৱা ভাষা। ইয়াক অনাৰ্য্য বুলি কোৱা পুতনা ৰাক্ষসী কেতবোৰে যে "বাহিৰে লট্-পট্ ভিতৰি কপট" হৈ আমাৰ মাজতে শঁাকিনী সাপ মেলিছে, তাতে হে বৰকৈ বেজাৰ পাইছোঁ। যি অসমীয়া ভাষা-সাহিত্যকে ভেটি কৰি অসমক এখন স্বকীয়া ৰাজ্য কৰা হল, সেই ভাষাৰ নিহালীখনৰ জাপতে উম লৈ থকা আদি বা উপভাষীসকলক এই জাপৰপৰা আঁতৰি যাবলৈ কোনো কোনোৱে উচটাই ফুৰিছে।

অসমীয়া ভাষা প্ৰচাৰত উপচক্ৰ

কেৱল জনসংখ্যাৰ মূৰ গণি হিন্দীক ৰাষ্ট্ৰভাষা কৰোঁতে আৰু সেই ভাষা হিন্দীনুবুজা ৰাজ্যৰ ওপৰত জাপি দিওঁতে কাৰো যদি ওঁঠ নলৰে, বৰং নিৰ্ব্বিবাদে সানন্দে ৰাষ্ট্ৰভাষা বুলি তাকে গ্ৰহণ কৰে, তেন্তে যিটো সাংবিধানিক ভাষাৰ লগত আদিবাসীৰ চিৰকলীয়া সম্বন্ধ, সেইটো ভাষাৰ ডেওনাখন পোনেই পাৰ হৈ গৈ হে দূৰৈৰ ভাষা এটা গ্ৰহণ কৰিব লাগে বুলি কলে, কিনো ৰাজবিদ্ৰোহী কথা কোৱা হব?

অসমৰ আদিবাসীৰ অসমীয়াই হে মাধ্যম

"অ' ঘঁহন্তি পিহন্তি, খুব মাজন্তি
তুমি যি কৰিব খোজন্তি
আমি তাক জানন্তি।"

আদিমবাসী আৰু অসমীয়াৰ মাজত চাপ মাৰি অসমীয়া ভাষাটো দুৰ্ব্বল কৰিব খুজিছা? এনে চাপৰপৰা ভবিষ্যৎলৈ কাৰো উপকাৰ নহয়। পাৰস্পৰিক ভাব বিনিময়ৰ অভাৱত আপোনা-আপুনি দুয়োটা ভাষা পঞ্চত্বপ্ৰাপ্ত হব। দাঁতি-কাষৰীয়া সাহিত্যসম্পন্ন উপ বা আদি ভাষাবিলাকক ৰাজ্যৰ মুখ্য ভাষাৰ জখলাইদি বগাই গৈ ৰাষ্ট্ৰভাষাৰ তীৰ্থত যদি অৱগাহন কৰিবলৈ দিয়া হয়, তেন্তে চৰুও ৰয়, চাউলো সিজে; উপভাষাও উন্নত হয়, অসমীয়া ভাষা আৰু জাতিও সবল হয়।

অৱশেষত, কলিকতাৰ প্ৰেছিডেন্সি কলেজৰ ভূতপূৰ্ব্ব অধ্যক্ষ ডাক্তৰ জ্ঞান ঘোষে ভাষা-সমস্যা সম্পৰ্কে এটি সুচিন্তিত যুক্তিপূৰ্ণ প্ৰবন্ধ লেখিছে। বঙ্গদেশত বঙলা ভাষাই ৰাজ্যভাষা হোৱাৰ ঔচিত্য দেখুৱাই তেওঁ কৈছে, "In Bengal, for instance, Bengali should be the medium of instruction from the primary stage up to graduation. Public affairs should all be conducted in Bengali............ It is the common practice all over the world to have these in local language. Calcutta is said to be a cosmopolitan city. Perhaps it is. And so are Paris, Marshelles, Port Said. Have they surrendered their mother tongue? Our mother language is our spiritual mother, as dear and as sacred as our mother herself.

বঙলা আৰু ডাঃ জে. ঘোষৰ পৰামৰ্শ

The few remarks which I have made regarding the Bengali language will hold equally in the case of other literary languages spoken in other provinces of India."

ডাক্তৰ ঘোষৰ দৃঢ়মত যে, বঙ্গদেশত বঙলা ভাষাই শিক্ষাৰ মাধ্যম হোৱা উচিত। কলিকতা খনত বাৰবেৰেজীয়া ভাষা কোৱা হয় যদিও, তেওঁৰ মতে তাতো মাতৃভাষা বঙলা হে হব লাগে। ডাক্তৰ ঘোষে বঙলা ভাষা-সম্পৰ্কে যি বিধান দিছে সেই বিধানেই ভাৰতৰ অন্যান্য সাহিত্য থকা প্ৰদেশৰ ক্ষেত্ৰতো প্ৰযোজ্য। এই পৰামৰ্শ বঙ্গদেশস্থ অধিবাসীসকললৈ যেনে অনুপ্ৰেৰণামূলক বঙ্গৰপৰা উফৰি গৈ বঙ্গৰ বাহিৰে থকা বঙালীসকললৈও তেনে শিক্ষাপ্ৰদ। সৰস্বতীৰ বৰপুত্ৰ পুৰুষ-সিংহ চাৰ আশুতোষ মুখোপাধ্যায়েই যিটো ভাষাক আন আন ভাৰতীয় সাহিত্যৰ লগত সমানে আসন দি থৈ গল, বঙ্গৰ সিংহপুৰুষ, ডাক্তৰ শ্যামাপ্ৰসাদ মুখোপাধ্যায়েও তেওঁৰ-প্ৰবন্ধুৱা জ্ঞাতি-বন্ধুসকলক সৌ সিদিনা সেইটো অসমীয়া ভাষাকে শিকি তাৰ সন্মান বঢ়াবলৈ অনুৰোধ কৰি গৈছে।

ভাৰতীয় সংস্কৃতি-সভ্যতাৰ বিৰোধী জাতিসমূহে আজি কোন ঢালে হনা লৈছে অসমীয়া বঙালী কোনেও নেদেখাকৈ থকা নাই। এনে জীৱন-মৰণৰ সন্ধিক্ষণত দুয়োপক্ষই সাম্য-মৈত্ৰী-মিলনৰ পন্থা অৱলম্বন কৰিলেই অসমৰ ভাষা-সমস্যা সমাধান হব। পুৰণি কামৰূপৰে অন্তৰ্গত আছিল শ্ৰীহট্ট। সেই শ্ৰীহট্টৰপৰা নদীয়ালৈ যোৱা জগন্নাথ মিশ্ৰৰ পুতেক প্ৰভু শ্ৰীচৈতন্যদেৱ যদি বঙ্গীয় বৈষ্ণৱ-সাহিত্যৰ গুৰু হব পাৰে আৰু গৌৰাধিপতিপ্ৰেৰিত কায়স্থ-কুলোদ্ভৱ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ যদি অসমীয়া ভাষাৰ পিতৃ হব পাৰে, অসমতে খিলঞ্জী হোৱা বঙ্গ-বন্ধুসকল নো অসমীয়া ভাষাৰ নায়ক হব নোৱাৰিব কিয়?

উত্তৰ-পূব সীমান্ত প্ৰদেশত অসমীয়া ভাষা চলোৱা সম্পৰ্কে সভাই কি কাম কৰিছে, প্ৰধান সম্পাদকৰ প্ৰতিবেদনৰপৰা জানিব পাৰিছে। যি ঠাইত চাঙে-চাঙে ভাষা আৰু য'ৰ ১২০ টা পৰ্ব্বতীয়া খেলৰ ভিতৰত অসমীয়াই কেৱল উমৈহতীয়া ভাষা তাক অ-ভাৰতীয় নৃ-ভাষাতত্ত্ববিদসকলে একবাক্যে স্বীকাৰ কৰি গৈছে। ১৯৪৭ চনতো বিখ্যাত নৃ-তত্ত্ববিদ্ হেমেনড্ৰফে সোৱণশিৰী অঞ্চলৰ শিক্ষা—মাধ্যম-প্ৰসঙ্গত ডাঙৰ-ডাঙৰ কৈছে বোলে বাহিৰা মানুহৰ লগত পৰ্ব্বতীয়া আদিবাসীৰ ভাব আদান-প্ৰদান কৰা ভাষাৰ বাহন অসমীয়া। উতনুৱাৰ দৰে ৰাষ্ট্ৰভাষা প্ৰচাৰ কৰাৰ হেঁচাত, সেই আওপুৰণি

"নেফা"ত অসমীয়া

সম্বন্ধটো কেনেকৈ ছিগি গৈছে, 'নেফা'ত অসমীয়া ভাষাৰ প্ৰবেশ নিষিদ্ধ কেনেকৈ কৰা হৈছে আৰু সাজীসখিবিলাকৰ ইচ্ছাৰ ওপৰত কেনেকৈ ৰামটাঙ্গোন মৰা হৈছে, সেই আটাইবোৰ ডাঁৰৰ বাতৰি ডাঁৱে আপোনাসকলে পাই আছে। তাক বিৱৰি কবৰ আৱশ্যক নকৰে। মাত্ৰ দুজন পৰ্ব্বতীয়া বন্ধুৰ চিঠি দুখনৰপৰা ফাকিদিয়েক কথা উকাকৈয়ে তুলি দিলোঁ। আপোনাসকলে নিজা নিজা মন্তব্যেৰে মিনা কৰাই লয় যেন।

আৰৰ এজনে লেখিছে—"আজি গঙ্গা নদীৰ গৰম সোঁতৰ দক্ষিণ-পশ্চিম বায়ুয়ে উত্তৰ-পূৱ অঞ্চলত প্ৰভাৱ বিস্তাৰ কৰাৰ লগে লগে মাজে মাজে সেই গৰম বায়ু বলি আহি তাৰ প্ৰকোপত জনজাতীয় ছাত্ৰছাত্ৰীৰ মগজ ঘোলা কৰি দিছে।" যোগ্যতা নোহোৱা শিক্ষকক নিযুক্ত কৰা সম্পৰ্কে তেওঁ আচৰিত হৈ সুধিছে, "বৰ্ত্তমান কিয় শিক্ষাবিভাগে পশ্চিমীয়া শিক্ষকসকলক বিনা ট্ৰেইনিঙে 'নেফা'ৰ স্কুলত নিযুক্ত কৰিছে? কিন্তু অসমীয়া শিক্ষকসকলক হলে বিনা ট্ৰেইনিঙে শিক্ষকৰূপে নিযুক্ত কৰা নহয়।"

অলপতে হৈ যোৱা উত্তৰ-পূৱ সীমান্ত অঞ্চলৰ "আদি মিছিং" ছাত্ৰ-সম্মিলনৰ ৫ম বাৰ্ষিক অধিবেশনত গৃহীত হোৱা প্ৰস্তাৱ সমূহৰ ভিতৰত এই কেইটাও আছিল বুলি আৰৰজনৰ চিঠিৰ-পৰাই জনা হৈছে—

"নেফাৰ হাইস্কুল সমূহত উচিত দৰ্ম্মহা দি গুৱাহাটী বিশ্ববিদ্যালয়ৰ অভিজ্ঞতা থকা গ্ৰেজুৱেট-শিক্ষক নিযুক্ত কৰা উচিত। জনজাতীয় ছাত্ৰকো অসম হাইস্কুল টুৰ্ণেমেণ্টত যোগ দিবলৈ সুযোগ দিয়া উচিত। নেফাৰ বৰ্ণমালা বা আখৰ আৰু শিক্ষাৰ মাধ্যমৰ সম্বন্ধে চৰকাৰে বৰ্ত্তমান কোনো জোৰ প্ৰয়োগ নকৰি ধীৰ গতিৰে আগ বাঢ়িবলৈ সুবিধা দিব লাগে।"

'নেফা'ত অসমীয়া ভাষা চলোৱাৰ মূলত যে ৰাগৰ গুৰি তা-না-না-না অৰ্থাৎ চৰ্কাৰী উদ্দেশ্য যে তলে-পুতল, সংযত ভাৱে লেখা উল্লিখিত প্ৰস্তাৱ কেইটায়েই সূচাইছে।

শ্ৰীযুত ভিলাল হোলি আঙ্গামী নগাৰ চিঠি :—

"………আমাৰ নগাপাহাৰত হেনো সকলো নিম্নপ্ৰাইমেৰী পঢ়াশালিত নগাভাষাৰ লগে লগে অসমীয়া ভাষাও শিকোৱা হব। কথাষাৰ শুনি নিশ্চয় আনন্দত কিৰীলি মাৰিলোঁ। কিন্তু, সাপ মাৰি নেগুৰত বিষ ৰখা গম পাই থৰ লাগি থমকি ৰলোঁ। ইংৰাজী আখৰেৰে লিখা অসমীয়া ভাষাৰ পুথি পঢ়িলে যে আমাৰ বিশেষ এফেৰা উন্নতি হব আমাৰ নগাৰ মনত তেনে নেখেলায়। ইংৰাজী আখৰেৰে লিখা অসমীয়া ভাষাৰ পুথি আমাৰ মাজত প্ৰচলন কৰিলে দুই নাৱত দুই ভৰি দিয়াই অজলা নগা জাতিক ভৱবাৰিধ্য বৰ নৈ পাৰ কৰিবলৈ যত্ন কৰাৰ নিচিনা হব। আমি নো কাহানিকৈ অসমীয়া বাতৰি-কাকত পঢ়িব পৰা হম?"

এইবিলাক গভীৰ আক্ষেপ আৰু সৰল বাসনা পুৰাবলৈ বিৰলে কিবা আলোচনাকে কৰিছোঁ নে নাই, চৰ্কাৰৰ হাততে মাছ-শাকে গতাই দি নিজে নাকত তেল দি ঘোৰ্ঘোৰাই আছোঁ, এতিয়া আৰু গা-লাগি লেথ-বুজ লবৰ হল। জোৰ পুৰি ৰৱলাৰ হাত পালেহি। ইমান দিনে, চাওঁতে-চিতোঁতে চকু ফুটি জোলেই গল। আজি কি শুনিব কোচবেহাৰ গল, কাইলৈ শুনিব কাছাড় গল, পৰহিলৈ বোলে শদিয়া-কহিমা গল, তাৰ পিছত খবৰ ওলাব বোলে কলঙৰ ভাটী ডোখৰো গল। ঈশ্বৰে নকৰক, যদি সেয়ে হয়, অসমীয়া ভাষালৈ নো থাকিল কিটো?

মুলান ছাহাবে সকিয়াই থৈ যোৱা আমাৰ মূৰটোৱেপেটটোৱে ? এই দৰেই যদি আমাৰ ভাষা-ৰাজ্যত খহনীয়া-ব্যাধি লাগিবলৈ হল, অসমীয়া ভাষাই গা কটালি হৃষ্ট-পুষ্ট হয় কেনেকৈ ? শুকাই-খীণাই হাততে হেৰায় দেখোন ! তাৰ পাছত বা আৰু কি ?

এনে দিন মন্দৰ আশঙ্কা কৰি অমঙ্গল চপোৱাত আপোনাসকলে চাগৈ ভাবিছে, মই "ওলোটা বুজিলি ৰাম" হলোঁ বুলি। বোলোঁ, পৃথিবীত তিনিটা কথা বুজা টান—"পৰ্ব্বতৰপৰা ভৈয়ামলৈ বৈ অহা জুৰিটিৰ গতি বুজা টান, আকাশত বনাই ফুৰা শগুনে কোন ফালে চোঁ মাৰে তাক বুজা টান আৰু দন্তবিহীন আশী-বছৰীয়া আপই সোণাৰি-গঢ়ি যুৱতী দেখিলে, কি ভাবে তাক বুজা টান।" চতুৰ্থ এটা আকৌ তাতে লগ লাগিছেহি, বন্ধুসকল। সেইটো হৈছে—অসমীয়া ভাষা বুলিলে ৰাজনৈতিক ৰামৰাজ্য পাতোঁতাসকলে কি ভাবে তাক বুজা টান।
এই খিনিতে, "আগলি কলাপাত লৰে কি চৰে" বুলি আকৌ বেজবৰুৱাক বিনাই চাওঁ। বেজবৰুৱাই সেয়া কৈছে, :—

"আদমনীয়া সৈন্য যিমানেই চোকা আৰু লেখত সৰহ হওক সিহঁতেৰে কেতিয়াও ৰণ জিকিব নোৱাৰি। লেজুত ধৰি বল নিদিয়াকে আমি আদমনীয়া বুলিছোঁ। টোপনি গধুৰ শিয়ালে **হাঁহ** ধৰিব নোৱাৰে বুলি কয় ; কিন্তু আমাৰ মানুহে শুই থাকিয়েই সেই অসাধ্য সাধন কৰিব খোজে। আমাৰ পেটে ইচ্ছা আছে অমুক ভাল কামটো হব লাগে, কিন্তু "লোকে কৰক", এনে ভাবো, তাৰ লগে লগে সম্পূৰ্ণৰূপে আছে। মিনাৰামে বোলে ভদ্ৰামে কয়ক, ভদ্ৰামে বোলে লীলাৰামে কৰক, লীলাৰামে বোলে টিপাৰামে কৰক, এতিয়া কৰে কোনে ? আমাৰ ভাল কামবোৰ উমৈহতীয়া গৰুৰ নিচিনা এইদৰেই বাহী শ হয়।* ভাত বন্ধাৰ ভয়ত যদি আমাৰ বৰঘৈণীয়ে নিতৌ গুৰে পিঠাগুৰিয়ে খাব থকাৰ ব্যৱস্থা কৰে তেন্তে উপায় ? "কপালত যি আছে সেয়ে হব", "কালৰ গতিত আপুনি হব"—এনেবোৰ ধুঁৱাখুলীয়া ভাবে আমাৰ দেশখন ধ্বংস কৰিলে।"

আৰু কৈছে, "আমি মৰা অসমীয়াৰ শৰীৰত শুই মৰাৰ লেখ বঢ়াইছোঁ, আমাৰপৰা আৰু কি হব ? আমি অলেখ অসমীয়া ছালপিৰাৰ খুৰাৰ ভিতৰত বহি একোটা ছালপিৰাৰ খুৰা হৈছোঁ। আমাৰ দ্বাৰা কি হব ? আমি ৰজাঘৰৰ সিধা খাই ধোদৰ লগত ধোদ হৈ, আমাৰ ডাঙৰ ধোদ-ঘৰটোত পাটী পাৰিবলৈ সন্ধি নাইকিয়া কৰিছোঁ। আমাৰপৰা আৰু কি উপকাৰ হবৰ আশা আছে ? আমি লক্ষ লক্ষ শুই থকা শিয়ালৰ গাঁটৰ ওচৰতে গাট খানি শুই আছোঁ। আমাৰ দ্বাৰা আৰু কি হাঁহ ধৰা ঘটিব ? বন্ধুসকল, যেতিয়ালৈকে কোনো পৰাক্ৰমী পুৰুষে এই অসমীয়া ধোদঘৰত জুই লগাই দি ধোদবোৰক ধৰি নি হাতত কোৰ দি, অসমীয়া সাহিত্যৰ ডাঙৰ "ধোদৰ আলি" বান্ধিবলৈ লগাই নিদিয়ে তেতিয়ালৈকে নিশ্চয় নিশ্চয় অসমীয়া ভাষাৰ আৰু অসম দেশৰ উন্নতি নহয়।" এই ধোদৰ আলিকে বান্ধিবলৈ আমাক লাগে টকা, আমাক লাগে মানুহ আৰু গুৰি-ধৰোতাসকলৰ বুদ্ধি-পৰামৰ্শ।

শিৱসাগৰৰ জি. এইচ. এন্দ্ৰু নামে তাহানিয়েই এজনে অকলৈ-অকলৈয়ে নগা-চাঙে-চাঙে ফুৰি নগাবিলাকৰ ইতিবৃত্ত বুটলি ফুৰিছিল আৰু নগাৰ লগত মিলিজুলি একপ্ৰকাৰ নগা হৈয়ে গৈছিল। তেওঁৰ সংস্পৰ্শত অহা নগাবিলাক কেনেকৈ অসমীয়াৰ বন্ধু হৈছিল, এন্দ্ৰুৱে লেখ-

বিৱৰণীত সেইবিলাক আছে। স্বৰ্গীয় এণ্ড্ৰু ৰ দৰে অসমীয়া ভাষাৰ নিমিত্তে আপোন-পাহৰি নগাচাঙত ফুৰিবলৈ কেইজন সাহিত্যপ্ৰাণ ডেকা ওলাব? সেয়ে হৈছে প্ৰশ্ন।

হাড়ক মাটি, তেজক পানী কৰি অৰ্জ্জা অসমীয়াৰ ধনেৰেই গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠিত। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ হওক বুলিয়েই মাধৱ বেজবৰুৱা, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, শৰৎচন্দ্ৰ গোস্বামী প্ৰভৃতিয়ে দেহা বিসৰ্জ্জন দিলে। কিন্তু,

গুৱাহাটী বিশ্ববিদ্যালয়

"দিলোঁ লাও, বগাল পূৰৈ
লাগিল কোৱাভাতুৰী,
কাউৰীৰ বাহত কুলিয়ে কণী পাৰিলে
জগিল চুঙা-বাছুলি"

এই বুলি এতিয়া আক্ষেপ কৰিব লগীয়া হৈছে। বৰদলৈ-বেজবৰুৱাৰ ঐকান্তিক ইচ্ছা পূৰণ কৰাত, বিশ্ববিদ্যালয়ে বৰ মন্থৰ গতিৰে বাট বুলিছে। অসমীয়া ভাষা সাহিত্যৰ উন্নতি কল্পে কোনো জাগৃত ব্যৱস্থা অৱলম্বন কৰাৰ বিশেষ উমঘাম পোৱা নাই। যি লোৱা বা কৰা হৈছে সিও উচ্চতৰ নহয়। অসমীয়া ভাষাৰ মূল সংস্কৃত; তাকো সপত্নী বা সতীয়ৈ ৰূপে হে গণ্য কৰা হৈছে। খৃঃ পঞ্চদশ শতিকাৰ উজনি-ভাটীয়ে থকা অসমীয়া ভাষাৰ অনুপম সাহিত্য-ৰাজিৰো পুঙ্খানুপুঙ্খ চৰ্চ্চা-গৱেষণা হলে হে অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জী পূৰ্ণাঙ্গ হব। বছৰি পৰীক্ষা একোটা লোৱাটো যেনেকৈ বিশ্ববিদ্যালয়ৰ প্ৰত্যক্ষ কৰ্ত্তব্য, পৰীক্ষোত্তীৰ্ণ ছাত্ৰবিলাকক অসমীয় ভাষাৰ ডাবৰি নোহোৱা কৰাটোও তেনেকৈ চৰম লক্ষ্য হোৱা উচিত।

বিশ্ববিদ্যালয়ৰ গাতে গা-ঘঁহাই থকাসকলৰ ভিতৰতে অসমীয়া ভাষা-সাহিত্য-চৰ্চ্চা বা গৱেষণা আৰম্ভ নেৰাখি আমাৰ বিভিন্ন ঠাইত থকা লব্ধপ্ৰতিষ্ঠ সাহিত্যিকসকলৰ সহযোগিতা আহ্বান কৰিলে, বিশ্ববিদ্যালয়ৰ কুটুম্বিতা ৰক্ষা কৰা হব। স্থানীয় জ্ঞানবিদ্যা-মন্দিৰৰ আগত উদ্ভাসিত হবলৈ সেইসকলৰো আন্তৰিক ইচ্ছা আছে। ৰাজনৈতিক নেতাসকলক যদি পদৰ সন্মানাৰ্থে একোটা উপাধি দিলে বিশ্ববিদ্যালয়ৰ মৰ্যাদা বাঢ়ে, অসমীয়া ভাষা-সাহিত্যৰ চূড়ামণি একো জনক সন্মানসূচক উপাধিৰে বিভূষিত কৰাৰ ব্যৱস্থা কৰিলে বোধকৰোঁ, গুৱাহাটী বিশ্ববিদ্যালয়ী সম্ভ্ৰমৰ একো লাঘৱ নহয়। কলিকতা বিশ্ববিদ্যালয়ত চাৰ আশুতোষ মুখোপাধ্যায়ে এই নীতি অবলম্বন কৰিয়েই বঙ্গীয় সাহিত্যেৰে বঙ্গদেশ বুৰাই পেলালে। বঙ্গৰ সেই ধ্বনি অসমত কাহানিকৈ প্ৰতিধ্বনিত হব?

'নেফা'ৰ শিক্ষাপদ্ধতি গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰায়েই নিয়ন্ত্ৰিত। ৰাজ্যপালেই যেতিয়া বিশ্ববিদ্যালয়ৰ চেঞ্চেলৰ, 'নেফা'ত সেই বিদ্যালয়ৰ আদৰ্শ প্ৰসাৰণ কৰাত আওহেলা কৰাটো সঁচাকৈয়ে পৰিতাপৰ বিষয়। আৰু বিশ্ববিদ্যালয়ে সংস্কৃতি সম্প্ৰীতি ৰক্ষা কৰিবলৈকে বিভিন্ন পৰ্ব্বতীয়া অঞ্চলৰ ভাষা, সাধুকথা, আৰু গীত-মাতবিলাকৰ অনুসন্ধান-অনুশীলন কৰিব লাগে আৰু তাৰ ব্যৱস্থাও দ্ৰুতভাৱে হাতত লোৱা উচিত। তেহে পৰ্ব্বত-ভৈয়ামৰ মাজত ঐক্য সাধন হব আৰু অসমীয়া ভাষাৰো মান-সম্ভ্ৰম অটুট থাকিব।

ৰাজ্য-ভাষা, সীমান্ত-ভাষা—এই দুটা সমস্যাই এনেয়ে আমাক ঋষিৰ শাপত পেলাই

জলাকুলাকৈ থৈছে, তাতে আকৌ ধানৰ ভাগত দিব বুলি এটা সমস্যাই কোনো কোনো বাতৰি-কাকতৰ পিঠিত উঠি ফেউ-ফেউ কৰিছে। সেইটো হৈছে অসমৰ ৰাজ্যিক ভাষা-দুটা কৰা। এতিয়াৰ ফাটেই জুৰিছে, দ্বিভাষী হলে যে কি নহব, এতিয়াই ভাবি অবাক। দ্বিভাষী ৰাজ্য কৰি বোম্বাই-পঞ্জাবত ঐক্য স্থাপন কৰিবলৈ গৈ অনৈক্যৰ কোদোবাহ একোটা হে সৃষ্টি কৰা হৈছে—সেইবোৰ ঘটনা দেখিও যি নাই দেখা বুলি কয়, তেওঁক অন্ধলা বুলিলে হে শুৱাব। অৱশ্যে, বতাহী বাতৰি-কাকতৰ বাতৰিৰ ওপৰত নিৰ্ভৰ কৰি আমি ৰাম নৌ-হওঁতেই ৰামায়ণ গান গাবলৈ নোযোৱাই প্ৰশস্ত। ফেউ-ফেউ মাতত চক খাব লগীয়া একো নাই যদিও, বাতৰিটোৱে বাঘ ওলোৱাৰ বা বাঘৰ ছাঁ দেখাৰ এটা গম দিছে। সেই বাবে কাকতৰ কথা মিছা বুলি উৰাই নিদি আমি সজাগ হৈ থকাই ভাল।

দ্বিভাষী সমস্যা

অন্যান্য প্ৰদেশত, প্ৰাদেশিক ভাষাৰ নামেৰেই সাহিত্য সম্মেলন বা পৰিষদৰ নাম। যেনে ঃ—বঙ্গদেশৰ সম্মেলনৰ নাম বঙ্গীয় সাহিত্য সম্মেলন ; গুজৰাটৰ গুজৰাটী সম্মেলন ইত্যাদি। অসম সাহিত্য-সভাৰ নাম কিন্তু অসমীয়া নহয়, অসম হে। গতিকে, অসমেই যাৰ মাতৃভূমি আৰু অসমৰ অন্নেৰেই যি লালিত-পালিত সেই সকলোলৈকে অসম সাহিত্য-সভাৰ দুৱাৰ মুকলি। অসম প্ৰদেশৰ হিতাকাঙ্খী মাত্ৰেই ইয়াত ভুক্ত হৈ মুক্তভাৱে অসমীয়া ভাষাৰ 'মধুচক্ৰ' ৰচনা কৰিব পাৰে। সেই বাবেই, জাতি-ধৰ্ম্ম-বৰ্ণনিৰ্ব্বিশেষে অসমৰ অঘৰী-থলুৱা সকলোৱে এই সভাৰ উন্নতিৰ অৰ্থে চেষ্টা কৰিব বুলি সানুনয়ে গোহাৰি জনালোঁ।

অসম সাহিত্য-সভাৰ বিশেষত্ব

বন্ধু সকল, মোৰ বক্তব্য সামৰণি পৰাৰ আগতে এষাৰ কথা সোঁৱৰাই যাওঁ। ধন নহলে, জগতত একো কামেই নিসিজে। কেন্দ্ৰীয় আৰু আমাৰ ৰাজ্যিক চৰকাৰে অসমীয়া সাহিত্যৰ উন্নতিৰ হকে সাহায্যৰ নামত অলপ-অচৰপ অৰ্থৰ নিৰ্ম্মালি ছটিয়াইছে। তাৰে যে একো কাম নহয়, সেই কথা বুজাবলৈ হাতীপুঁৰ দিয়া পৰিযন্ত্ৰ কৰিব লগীয়া হৈছে। আমাৰ অনুষ্ঠানটোয়েই সকলোৰে একমাত্ৰ উমৈহতীয়া অনুষ্ঠান আৰু ই কোনো ৰাজনীতিবাদৰ অনুৱৰ্ত্তীও নহয়। সেই কাৰণে, অকল চৰকাৰৰ অনুগ্ৰহলৈকে খোকা পাতি থাকিলেই নহব ; সাহিত্য-সভাৰ পুঁজি শকত কৰিবলৈ সকলো প্ৰতিজ্ঞাৱদ্ধ হব লাগিব। তেহে তিনিমুনি বাটৰ জেঙ্গা-জঙ্গালবোৰ আঁতৰাবলৈ সমৰ্থবান হব পাৰিমহঁক ; প্ৰস্তাৱবিলাকো জীৱন্ত হৈ উঠিব।

সভাৰ পুজি শকত কৰক

শেহান্তত, বন্ধুসকল, মোৰ অসাৰ বক্তৃতাৰ বকলা শুনিবলৈকে যে আপোনাসকল ইমান পৰ ধৈৰ্য্য ধৰি থাকিল, সেই বাবে, আপোনাসকলৰ ওচৰত পুনৰ কৃতজ্ঞতা জনাই আজিলৈ মেলানি মাগিলোঁ। মনত থাকে যেন,

জয় মোৰ অসম জয়,
আজি যে মাতৃৰ মঙ্গল-দুৱাৰ
শঙ্খ-দুন্দুভিময়।

---

# উপৰিচিত

—ঃ এক ঃ—

## অসম সাহিত্য-সভাৰ চমু ইতিবৃত্ত

### শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামী এম-এ, বি-টি

অসম সাহিত্য-সভাৰ প্ৰথম সম্পাদক, শৰৎচন্দ্ৰ গোস্বামীদেৱৰ প্ৰথম বছৰৰ কাৰ্য্য-বিৱৰণীত আৰম্ভণ বুলি এটি অধ্যায় আছে। তাৰ পৰা জনা যায় যে ইংৰাজী ১৯১৫ চনৰ···জুলাই মাহত এখন ডাঙৰ সাহিত্য সভা যোৰহাটৰ বিষ্ণুৰাম হলত হয়। সেই সময়ত অসম উপত্যকাৰ প্ৰজাহিতৈষী কমিছনাৰ মাননীয় কৰ্ণেল গৰ্ডন চাহাব বাহাদুৰৰ চেষ্টাত যোৰহাটত অসমৰ শিল্পৰ উন্নতিৰ কাৰণে এখন সভা হৈছিল। এই সুযোগকে লৈ যোৰহাট সাহিত্য-সভাৰ গৰাকীসকলে তেতিয়া যোৰহাটত উপস্থিত আটাইবিলাক ভদ্ৰলোকক নিমন্ত্ৰণ কৰি এখন ডাঙৰ সাহিত্য-সভা পাতে। এই সভাৰ সভাপতি আছিল ৰায় ফণীধৰ চলিহা বাহাদুৰ। ইয়াত অনাৰেবল মজিদ চাহাব আৰু ৰায়চাহেব পদ্মনাথ গোহাঁই বৰুৱাই দুটি অতি শুৱলা দীঘল বক্তৃতা দিছিল আৰু দুৰ্গেশ্বৰ শৰ্ম্মা, ঘনকান্ত বৰুৱা আৰু মোক্ষনাথ ফুকন এখেতসকলে প্ৰত্যেকে একোটা প্ৰবন্ধ পঢ়িছিল।

"এই বছৰৰে ডিচেম্বৰ মাহত ডিব্ৰুগড়ত অসম কনফাৰেন্স বহে। কনফাৰেন্স শেষ হোৱাত কনফাৰেন্সৰ গৰাকীসকলৰ আয়োজনত ৩০ ডিচেম্বৰ তাৰিখে ডিব্ৰুগড়তো এখন ডাঙৰ সাহিত্য-সভা বহে। এই সভাত মাননীয় ফণীধৰ চলিহা ডাঙৰীয়াই সভাপতিৰ আসন লৈছিল, সত্যনাথ বৰা ডাঙৰীয়াই এটা সুন্দৰ দীঘল বক্তৃতা দিছিল আৰু বেণুধৰ ৰাজখোৱা, পদ্মনাথ গোহাঁই বৰুৱা, তফজল হুছেন হাজৰিকা আৰু দুৰ্গানাথ চাংকাকতি আদিয়ে একোটা বক্তৃতা দিছিল।

"ইয়াৰ পিছত গুৱাহাটীৰপৰা দুৰ্গেশ্বৰ শৰ্ম্মা, চন্দ্ৰনাথ শৰ্ম্মা আৰু গৌৰীকান্ত তালুকদাৰ প্ৰভৃতি কেইগৰাকীমান লোকে গোটখাই অসম সাহিত্য-সম্মিলন হব লাগে বুলি চেষ্টা কৰিছিল।" অৱশেষত ১৯১৭ চনৰ ২৮ ছেপ্তেম্বৰ তাৰিখে শিৱসাগৰৰ ক্লাবঘৰত তাৰাপ্ৰসাদ চলিহা বেৰিষ্টাৰ ডাঙৰীয়াৰ সভাপতিত্বত এখন ৰাজহুৱা সভা বহে। তাত ১৯১৭ চনৰ ডিচেম্বৰ মাহত অসমৰ শিক্ষিত আৰু সাহিত্যানুৰাগী পুৰুষসকলক নিমন্ত্ৰণ কৰি এখনি 'সদৌ অসম সাহিত্য-সভা' গঠন কৰিবলৈ প্ৰস্তাৱ লোৱা হয়।

**প্ৰথম অধিবেশন** ১৯১৭ চনৰ ২৬ আৰু ২৭ ডিচেম্বৰ তাৰিখে শিৱসাগৰৰ অসম কন-ফাৰেন্সৰ ৰভাঘৰতে সাহিত্যৰথী পদ্মনাথ গোহাঁই বৰুৱাদেৱৰ সভাপতিত্বত সদৌ অসম সাহিত্য-সম্মিলনী বহিছিল। গুঞ্জানন বৰুৱা অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু লক্ষ্মীকান্ত বৰুৱা সম্পাদক আছিল। প্ৰথম দিনা সভাপতি গোহাঁই বৰুৱা দেৱে তেখেতৰ সুদীৰ্ঘ ছপা অভিভাষণ পাঠ কৰে। সভাত নগাৱৰ মোছলেহ্ উদ্দিন আহ্মদে 'অসমীয়া সাহিত্য আৰু মুচলমান' শীৰ্ষক ৰচনা, গুৱাহাটীৰ ডাক্তৰ বিপিনবিহাৰী বৰাই 'গোবৰ ৰহস্য' নামৰ ৰস-ৰচনা, শৰৎচন্দ্ৰ গোস্বামীয়ে

'কীৰ্ত্তনৰ সাহিত্য সৌষ্ঠৱ' শীৰ্ষক ৰচনা আৰু বত্নকান্ত বৰকাকতীয়ে 'অসমীয়া ভাষা' বিষয়ক প্ৰবন্ধ পাঠ কৰে। সেই অধিবেশনত তলত দিয়া দৰে বিষয়ববীয়া নিৰ্ব্বাচিত হয়—শৰৎচন্দ্ৰ গোস্বামী আৰু দেৱেশ্বৰ শৰ্ম্মা ক্ৰমে প্ৰধান সম্পাদক আৰু সহকাৰী সম্পাদক; সভ্যসকল—তাৰানাথ চক্ৰৱৰ্ত্তী, ৰমণীকান্ত বৰুৱা, পদ্মনাথ গোহাঁই বৰুৱা, মহাদেৱ শৰ্ম্মা, ৰোহিতাশ্ব দত্ত, ডম্বৰুধৰ গগৈ, মোদলাৰাম দাস, গিৰীশচন্দ্ৰ ৰায়চৌধুৰী, হৰিকৃষ্ণ দাস, নীলমণি ফুকন, মফিজুদ্দিন আহ্মদ হাজৰিকা, গুঞ্জানন বৰুৱা, লক্ষীকান্ত বৰুৱা, সিদ্ধেশ্বৰ গোহাঁই, দেৱেশ্বৰ চলিহা, কুলধৰ চলিহা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, পূৰ্ণানন্দ শৰ্ম্মা, জেহিৰুদ্দিন আহ্মদ, শ্ৰীনাথ বেজবৰুৱা, কালীৰাম দত্ত, চন্দ্ৰকুমাৰ বৰুৱা, সীতানাথ বৰবৰা, বত্নকান্ত বৰকাকতী, মোছলেহ্ উদ্দীন আহ্মদ, কমলাকান্ত বৰুৱা, সিংহদত্ত দেৱ অধিকাৰী, সত্যনাথ বৰা, চন্দ্ৰনাথ শৰ্ম্মা, আজিজৰ ৰহমান, কমলাকান্ত দাস, অম্বিকাগিৰি ৰায়চৌধুৰী, কমলেশ্বৰ নাথ, দুৰ্গেশ্বৰ শৰ্ম্মা, চফিয়ৰ ৰহমান, অমৃতভূষণ অধিকাৰী, কীৰ্ত্তিনাথ বৰদলৈ, প্ৰমথনাথ চক্ৰৱৰ্ত্তী, লক্ষীনাথ বেজবৰুৱা, লোহিতচন্দ্ৰ ভূঞা আৰু ৰাধানাথ ফুকন। এই কাৰ্য্যনিৰ্ব্বাহক সভাই জয়জয়তে যোৰহাট সাহিত্য সভাক শাখা স্বৰূপে স্বীকৃতি (২৫।৪।১৮) দিয়ে। সেই বছৰত তলত নাম দিয়া সভাসমূহক স্বীকৃতি দিয়ে :—গুৱাহাটীৰ অ-ভা-উ-সা সভা, তেজপুৰৰ অ-ভা-উ-সা সভা, নগাৱৰ অ-ভা-উ-সা সভা, উত্তৰ লক্ষীমপুৰ সাহিত্য সভা, নাজিৰা সাহিত্য সভা, নলবাৰী সাহিত্য সভা, শিৱসাগৰ সাহিত্য সভা, গৌৰীপুৰ সাহিত্য সভা, গোলাঘাট সাহিত্য সভা আৰু মঙলদৈ সাহিত্য সভা। শিৱসাগৰৰ বিমলালয় সভা আৰু ডিব্ৰুগড় সাহিত্য সভাক স্বীকৃত সভা স্বৰূপে অনুমোদন কৰা হয়।

অসম সাহিত্য সভাৰ **দ্বিতীয় অধিবেশনৰ** বাবে পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱ সভাপতি নিৰ্ব্বাচিত হৈছিল কিন্তু এটি আকস্মিক দুৰ্ঘটনাৰ কাৰণে তেখেতে সেইপদ লবলৈ অপাৰগ হোৱাত সভা বহাৰ কেইদিনমান আগতে যোৰহাটৰ চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্ন দেৱক সভাপতি বৰণ কৰা হয়। বৰুৱা ডাঙৰীয়াৰ সভাপতিত্বত ১৯১৮ চনৰ ডিচেম্বৰ মাহৰ ২৭, ২৮ আৰু ২৯ তাৰিখে গোৱালপাৰাত অসম কনফাৰেন্সৰ সভামণ্ডপত দ্বিতীয় অধিবেশন বহে। প্ৰায় ১০০ জন প্ৰতিনিধিয়ে সভাত যোগদান কৰিছিল। প্ৰধান সম্পাদক গোস্বামীয়ে প্ৰতিবেদনত উল্লেখ কৰে যে সভাৰ আয় ১৬২৸৬ পাই আৰু ব্যয় ১০৮৻৩ পাই। সাহিত্য সভাৰ ভঁৰাল টনকিয়াল কৰিবৰ কাৰণে দ্বিতীয় দিনা পদ্মনাথ গোহাঁই বৰুৱাদেৱে এনে এটি হৃদয়গ্ৰাহী বক্তৃতা দিয়ে যে সভামণ্ডপতে সমৱেত সুধীবৃন্দই ২২৪২৲ টকা চহী কৰিলে আৰু তাৰে ৬৪৭৲ টকা নগদ আদায় হ'ল। চন্দ্ৰধৰ বৰুৱা, কুলধৰ চলিহা, শৰৎচন্দ্ৰ গোস্বামী আৰু প্ৰধান সম্পাদকক লৈ সাহিত্য সভাৰ পুঁজিৰ অৱৰক্ষক সমিতি গঠন কৰা হয়। পদ্মনাথ গোহাঁই বৰুৱাদেৱ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। নতুন বছৰত ১১খন স্বীকৃত সভা আৰু ১০খন শাখা সভাক মূল সভাই স্বীকৃতি দিয়ে। **তৃতীয় অধিবেশন**—১৯১৯ চনৰ ডিচেম্বৰ মাহৰ ২৬ আৰু ২৭ তাৰিখে বৰপেটাত ন খন্দা নৈৰ পাৰত সজোৱা সভামণ্ডপত কালীৰাম মেধিদেৱৰ সভাপতিত্বত বহে। প্ৰথম দিনাৰ সভাত পদ্মনাথ গোহাঁই বৰুৱাদেৱে আৰু দ্বিতীয় দিনা বিষ্ণুৰাম মেধিদেৱে (বৰ্ত্তমান মুখ্যমন্ত্ৰী) সাহিত্য সভাৰ ভঁৰাল টনকিয়াল কৰিবৰ কাৰণে ৰাইজক অনুৰোধ কৰাত ১১৮১৻৬ পাই আদায় হয়। লোকপ্ৰিয় গোপীনাথ বৰদলৈ-

দেৱৰ পৰামৰ্শ অনুসৰি মুখপত্ৰ প্ৰকাশৰ কাৰণে ৰাইজৰ মতামত লোৱা সিদ্ধান্ত কৰে। অধিবেশনত সত্যনাথ বৰা ডাঙৰীয়া প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। **চতুৰ্থ অধিবেশন**—১৯২০ চনৰ ২৮ আৰু ২৯ ডিচেম্বৰত তেজপুৰত অসম এছোছিয়েছনৰ সভামণ্ডপত পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰ সভাপতিত্বত সুসম্পন্ন হয়। পণ্ডিত গোস্বামীদেৱে সভাত হস্তীবিদ্যাৰ্ণৱ নামৰ সচিত্ৰ সাঁচিপতীয়া বৃহৎ পুথিখন প্ৰদৰ্শন কৰে। অধিবেশনত শৰৎচন্দ্ৰ গোস্বামী প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। এই অধিবেশনৰ প্ৰস্তাৱ অনুযায়ী অৰৰক্ষক সমিতি তুলি দিয়া হয় আৰু সভাৰ পুঁজি কাৰ্য্য-নিৰ্ব্বাহক সভাৰ হাতলৈ যায়। এই বছৰত বাঙ্গলিপাৰ মাহৰা সত্ৰৰ ৰাধানাথ গোস্বামীদেৱৰ পৰা সাহিত্য সভাৰ ঘৰ সজাবৰ কাৰণে ২০০০৲ টকা দান পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু পূৰ্ণানন্দ শৰ্ম্মাপাঠক, বি-এল দেৱে গ্ৰহণ কৰে। ১৯২৩ চনৰ ৩১ মাৰ্চ্চ আৰু ১ এপ্ৰিল তাৰিখে যোৰহাট চৰকাৰী হাইস্কুলৰ হলত দলগোমাৰ সত্ৰাধিকাৰ অমৃতভূষণ দেৱ অধিকাৰীদেৱৰ সভাপতিত্বত অসম সাহিত্য সভাৰ **পঞ্চম অধিবেশন** বহে। এই অধিবেশনত অসম সাহিত্য সভাক ১৮৬০ চনৰ ২১ নং আইন অনুযায়ী ৰেজিষ্টাৰি কৰা, যোৰহাটত সভাৰ কেন্দ্ৰীয়-কাৰ্য্যালয় স্থাপন, ৰাধানাথ গোস্বামীদেৱৰ দানেৰে অসম সাহিত্য-সভাৰ কাৰ্য্যালয় নিৰ্ম্মাণ, অসমীয়া কিতাপৰ তালিকা সঙ্কলন আৰু প্ৰকাশ আদি বিষয়ে প্ৰস্তাৱ গ্ৰহণ কৰি সাহিত্য-সভাক দৃঢ় ভেটিত স্থাপন কৰিবলৈ চেষ্টা কৰা হয়। কাৰ্য্যনিৰ্ব্বাহক সভাৰ সভ্যসংখ্যা অনধিক কুৰিজন কৰা হয়। এই বছৰতে দানবীৰ ৰাধাকান্ত সন্দিকৈদেৱে তেখেতৰ দুটি পুত্ৰ চন্দ্ৰকান্ত আৰু ইন্দ্ৰকান্তৰ স্মৃতি ৰক্ষাৰ্থে চন্দ্ৰকান্ত ভৱনৰ কাৰণে ১০,০০০৲ আৰু ১৫,০০০৲ টকা মূল্যৰ কোম্পানিৰ কাকত কিনি এটা "চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ন্যাস পুঁজি" গঠন কৰাৰ কথা সাহিত্য-সভাক জনায়। শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰাধিকাৰ গোস্বামী প্ৰভুৱে পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ যোগেদি অসম সাহিত্য সভাক ৫,০০০৲ টকা দান দিয়ে। ৰাধানাথ গোস্বামীদেৱে সভাক আগেয়ে তেখেতৰ মাতৃ কমলাদেৱীৰ নামত দান কৰা ২,০০০৲ টকা গৃহনিৰ্ম্মাণত খৰচ নকৰি সুতৰপৰা বছৰি বা প্ৰত্যেক দুবছৰত উৎকৃষ্ট শিশু সাহিত্যৰ কাৰণে বঁটা দিয়াৰ ব্যৱস্থা কৰা হয়। ১৯২৪ চনৰ ফেব্ৰুৱাৰি মাহত অসম সাহিত্য-সভাই সভাৰ কেন্দ্ৰীয় কাৰ্য্যালয় আৰু পুথি-ভঁৰাল নিৰ্ম্মাণৰ কাৰণে বৰ্ত্তমানৰ মাটিডোখৰ পায় আৰু ২২ মাৰ্চ্চ তাৰিখে দখল পাই সভাৰ ভৱন নিৰ্ম্মাণৰ কাম আৰম্ভ কৰে। ১৭।৩।২৪ চনত সভাখন ৰেজিষ্টাৰি কৰা হয়। দৰাচলতে সভাৰ পক্ষে এই ১৯২৪ চন গৌৰৱৰ বছৰ।

অসম সাহিত্য-সভাৰ **ষষ্ঠ অধিবেশন** ১৯২৪ চনৰ এপ্ৰিল মাহৰ ১৯ আৰু ২০ তাৰিখে ডিব্ৰুগড়ৰ জৰ্জ্জ স্কুলত বুৰঞ্জীবিদ কনকলাল বৰুৱা ডাঙৰীয়াৰ সভাপতিত্বত বহে। দ্বিতীয় দিনা পুৱা ইন্দ্ৰেশ্বৰ বৰঠাকুৰ দেৱৰ সভাপতিত্বত সঙ্গীত-সজ্মৰ অধিবেশন বহে। সন্মিলনৰ লগতে লক্ষেশ্বৰ বৰুৱা, বি-এল দেৱৰ উদ্যোগত এখন শিল্প প্ৰদৰ্শনীৰ দিহা কৰা হৈছিল। এই বছৰত চন্দ্ৰকান্ত অভিধান প্ৰণয়নৰ কাৰ্য্য আৰম্ভ হয়। ১৯২৪ চনৰ ডিচেম্বৰ মাহৰ ২৭, ২৮ আৰু ২৯ তাৰিখে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা দেৱৰ সভাপতিত্বত উজানবজাৰ লতাশিল খেল-মাটিত সজোৱা সভামণ্ডপত অসম সাহিত্য-সভাৰ **সপ্তম অধিবেশন** বহে। অভ্যৰ্থনা সমিতিৰ সম্পাদক আছিল পণ্ডিত লক্ষ্মীনাথ শৰ্ম্মা এম-এ। ২৮ তাৰিখে সঙ্গীত সজ্মৰ অধিবেশনত নিৰ্দ্দিষ্ট সভাপতি জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীদেৱ উপস্থিত থাকিব

নোৱাৰাত ঔপন্যাসিক ৰজনীকান্ত বৰদলৈদেৱে সভাৰ কাৰ্য্য চলায় আৰু চৌধুৰীদেৱৰ ছপা অভিভাষণ পাঠ কৰে। দ্বিতীয় দিনা পুৱা এখন প্ৰদৰ্শনীৰো আয়োজন কৰা হৈছিল। এই সন্মিলনে বেণুধৰ শৰ্ম্মাদেৱক অসম সাহিত্য-সভাৰ প্ৰচাৰক নিযুক্ত কৰে আৰু সাহিত্যৰথী হেমচন্দ্ৰ বৰুৱাদেৱৰ শেষ বাসস্থানত এখন স্মৃতিফলক স্থাপন কৰাৰ সিদ্ধান্ত কৰে। এই প্ৰস্তাৱৰ উত্থোক্তা আছিল তেতিয়াৰ কৰ্জ্জন হলৰ গ্ৰন্থাগাৰিক গোপালকৃষ্ণ দে। তেখেতৰ উদ্যোগতে পিছত এই প্ৰস্তাৱ কাৰ্য্যকৰী কৰা হয় আৰু হেমচন্দ্ৰ বৰুৱাদেৱৰ শেষ নিবাস বৰ্ত্তমান গুৱাহাটীৰ সিদ্ধিনাথ শৰ্ম্মাদেৱৰ (ৰাজ্যিক মন্ত্ৰী) হাউলীৰ এচুকত হেমচন্দ্ৰ বৰুৱা স্মৃতিফলক স্থাপন কৰা হৈছে। ১৯২৫ চনৰ ভিতৰতে "চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ন্যাস পুঁজি"ৰ দলিল ৰেজিষ্টাৰি কৰা হয়। এই বছৰত নীলকণ্ঠ দাসৰ 'দেৱ দামোদৰ চৰিত্ৰ' পুথিখন শ্ৰীশ্ৰীনৰদেৱ গ্ৰন্থাৱলীৰ প্ৰথম গ্ৰন্থ স্বৰূপে প্ৰকাশৰ দিহা কৰা হয়। ১৯২৫ চনৰ ডিচেম্বৰৰ ২৭, ২৮ আৰু ২৯ তাৰিখে ঔপন্যাসিক ৰজনীকান্ত বৰদলৈদেৱৰ সভাপতিত্বত নগাৱৰ কাছাৰী খেল-মাটিত সজোৱা সভামণ্ডপত সাহিত্য-সভাৰ **অষ্টম অধিবেশন** বহে। ১৯২৬ চনত চন্দ্ৰধৰ বৰুৱাদেৱৰ সম্পাদনাত সাহিত্য সভা পত্ৰিকাৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যা প্ৰকাশ হয় আৰু "কথা মহাভাৰত" ৰচনাৰ বাবে ৰোমেশ্বৰ শৰ্ম্মা, বি-টি দেৱক কমলাদেৱী শিশু-সাহিত্যৰ প্ৰথম বাৰৰ বঁটা দিয়া হয়। হেৰম্বপ্ৰসাদ বৰুৱা, এম-এ, বি-এলদেৱ সাহিত্য সভাৰ পুথি-ভঁৰালৰ পুথি-ভঁৰালী নিৰ্ব্বাচিত হয়। ১৯২৬ চনৰ ডিচেম্বৰৰ ১৯ আৰু ২০ তাৰিখে বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ সভাপতিত্বত ধুবুৰীৰ গৌৰীপুৰ খেল-মাটিত সজোৱা সভামণ্ডপত অসম সাহিত্য-সভাৰ **নৱম অধিবেশন** বহে। অভ্যৰ্থনা সমিতিত আনন্দচন্দ্ৰ আগৰৱালাদেৱে উল্লেখযোগ্য সহযোগ আগ বঢ়াইছিল। উল্লেখযোগ্য যে এই অধিবেশনত সাহিত্যৰথী বেজবৰুৱাদেৱে "গোৱালপাৰাৰ প্ৰাচীন কীৰ্ত্তি" শীৰ্ষক এখন ৰচনা পাঠ কৰে; দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্ম্মবীৰ বৰদলৈ উভয়ে একোটি সাৰগৰ্ভ বক্তৃতা দিয়ে। কোচবিহাৰ সাহিত্য-সভাৰ সম্পাদক আমানত উল্লা আহ্মদ খাঁ চৌধুৰী, এম-এল-চিয়ে সভাত যোগদান দি বুৰঞ্জী শাখাত এটি সুচিন্তিত প্ৰবন্ধ পাঠ কৰে। প্ৰথম দিনা ৰাতি অম্বিকাগিৰি ৰায় চৌধুৰী ৰচিত জয়দ্ৰথ বধ গীতাভিনয় আৰু দ্বিতীয় দিনা ৰাতি বেজবৰুৱাৰ জয়মতী কুঁৱৰী নাটকৰ অভিনয় কৰা হৈছিল। ১৯২৬ চনৰ ২ ডিচেম্বৰৰ দিনা তেতিয়াৰ অসমৰ ৰাজ্যপাল ছাৰ জন কাৰে আনুষ্ঠানিকভাৱে চন্দ্ৰকান্ত সন্দিকৈ ভৱন মুকলি কৰে। অসম সাহিত্য সভাৰ **দশম অধিবেশন** ১৯২৭ চনৰ ৮ আৰু ৯ অক্টোবৰত গোৱালপাৰাৰ নাট-মন্দিৰত দেশভক্ত তৰুণৰাম ফুকনদেৱৰ সভাপতিত্বত সুসম্পন্ন হয়। ভাষাতত্ত্ব শাখা আৰু বুৰঞ্জী শাখাৰ সভাৰ যদিও আয়োজন কৰা হৈছিল, তথাপি সময়ৰ অভাৱত এই সভা পাতি ব পৰা নহল। অধিবেশনত পূৰ্ণানন্দ শৰ্ম্মা পাঠক, বি-এলদেৱ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। ১৯২৭ চনত প্ৰথম চৰকাৰী অনুদান ১০০০৲ পোৱা হয়।

একাদশ বছৰত চন্দ্ৰকান্ত অভিধানৰ কাম চলি থাকে। শ্ৰীশ্ৰীনৰদেৱ গ্ৰন্থাৱলীৰ তৃতীয় গ্ৰন্থ সাত্বত-তন্ত্ৰ সঙ্কলনৰ যো-জা কৰা হয়। এই বছৰত দানবীৰ সন্দিকৈদেৱে চন্দ্ৰকান্ত ইন্দ্ৰকান্ত সন্দিকৈৰ স্মৃতি ৰক্ষাৰ্থে ১৫০০৲ টকাৰ এটি "ন্যাস পুঁজি" কৰিবৰ ইচ্ছা প্ৰকাশ কৰে। ১৯২৯ চনৰ ৩০ আৰু ৩১ মাৰ্চ্চত চিন্তানলৰ কবি কমলাকান্ত ভট্টাচাৰ্য্যদেৱৰ সভাপতিত্বত

চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ সন্মুখত সজা সভামণ্ডপত অসম সাহিত্য-সভাৰ **একাদশ অধিবেশন** বহে। আলিগড় বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব্ব উপাচাৰ্য্য ডঃ জিয়াউদ্দিন আহ্মদে মূল সভাৰ সামৰণিৰ দিনা এটি বক্তৃতা দিয়ে। ১৯৩০ চনৰ মাৰ্চ্চ মাহত গোলাঘাটত জ্ঞানমালিনীৰ কবি মফিজুদ্দিন আহ্মদ হাজৰিকা চাহাবৰ সভাপতিত্বত **দ্বাদশ অধিবেশন** সুসম্পন্ন হয়। সন্মিলনত ৰায়চাহাব কমলাকান্ত বৰুৱা প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। পিছত তেওঁৰ আকস্মিক পৰলোকত কাৰ্য্য-নিৰ্ব্বাহক সভাই দেৱেশ্বৰ চলিহাদেৱক প্ৰধান সম্পাদক নিৰ্ব্বাচিত কৰে। সভাৰ ত্ৰয়োদশ বছৰত "চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত মেমোৰিয়েল ছছিয়েল গেদাৰিং এণ্ডাউমেণ্ট" পুঁজি আৰু "কমলাদেৱী ন্যাস পুঁজি"ৰ দলিল ৰেজিষ্টাৰি কৰা হয়। সভাৰ পৰবৰ্ত্তী **ত্ৰয়োদশ অধিবেশন** ১৯৩১ চনৰ ডিচেম্বৰ মাহত জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ সভাপতিত্বত শিৱসাগৰত বহে। এই অধিবেশনত অসম সাহিত্য-সভাৰ পক্ষৰ পৰা লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াক অভিনন্দন দিয়া হয়। সভাপতিয়ে তেওঁৰ আসনৰ পৰা বেজবৰুৱাদেৱক ৰসৰাজ উপাধিৰে বিভূষিত কৰে। তেতিয়াৰ পৰা বেজবৰুৱাক ৰসৰাজ বেজবৰুৱা বোলা হয়। ১৯৩৩ চনতে অসম সাহিত্য-সভাৰ যোগেদি "চন্দ্ৰকান্ত অভিধান" ছপা হৈ ওলায়। এইখন অসমীয়া ভাষাৰ তৃতীয় অভিধান। সাহিত্য-সভাৰ তেতিয়াৰ প্ৰধান সম্পাদক দেৱেশ্বৰ চলিহাদেৱৰ ভাষাৰে—"চন্দ্ৰকান্ত অভিধান" হৰ্ষ বিষাদৰ বস্তু। দেশৰ এগৰাকী সুসন্তানৰ দানৰ গুণত মাতৃ-ভাষাই ন-কৈ এখন অভিধান পালে, ই অৱশ্যে হৰ্ষৰ কথা। কিন্তু, এই অভিধান আকুল হিয়াৰ ব্যাকুল বিননি। ই শোকাতুৰ পিতাই "চকুলোৰ আঁজলিৰে কৰা পুত্ৰৰ তৰ্পণ"। ১৯২৩ চনতে পাতনি মেলা এই অভিধান প্ৰণয়নৰ কাৰ্য্যত সাহিত্য-সভাৰ জনদিয়েক বিষয়ববীয়াৰ উপৰিও অনেকে কঠোৰ পৰিশ্ৰম কৰিব লগীয়া হৈছিল। সেই সকলোৰে ভিতৰত দাতা ৰায়বাহাদুৰ সন্দিকৈ ডাঙৰীয়াৰ নাম বিশেষভাৱে প্ৰণিধান যোগ্য। এই কাৰ্য্যত আৰম্ভণিৰে পৰা শেষলৈকে তেখেতে অক্লান্ত শ্ৰম কৰিছিল। তদুপৰি দেবানন্দ ভড়ালী, নকুলচন্দ্ৰ ভূঞা, কোহিৰাম দাস, ৰুদ্ৰকান্ত গোস্বামী প্ৰভৃতিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াৰ সভাপতিত্বত উত্তৰ লক্ষীমপুৰত ১৯৩৩ চনৰ ডিচেম্বৰৰ ২৭ আৰু ২৮ তাৰিখে **চতুৰ্দ্দশ অধিবেশন** সুসম্পন্ন হয়। এই অধিবেশনত সভাৰ পক্ষৰ পৰা পদ্মনাথ গোহাঁই বৰুৱা ডাঙৰীয়াক অভিনন্দন জনোৱা হয়। ১৯৩৪ চনৰ ডিচেম্বৰ মাহত ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালা-দেৱৰ সভাপতিত্বত মঙলদৈত **পঞ্চদশ অধিবেশন** হয়। সভাত চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্নদেৱ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। ১৯৩৬ চনৰ এপ্ৰিল মাহত বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱৰ সভাপতিত্বত অসম সাহিত্য-সভাৰ **ষোড়শ অধিবেশন** তেজপুৰত বহে। সন্মিলনত দেৱানন্দ শৰ্ম্মা, বি-এ দেৱ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। ১৯৩৭ চনৰ ডিচেম্বৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য্য পদ্মশ্ৰী কৃষ্ণকান্ত সন্দিকৈদেৱৰ সভাপতিত্বত **সপ্তদশ অধিবেশন** গুৱাহাটীৰ জৰ্জ্জ খেল-মাটিত সজোৱা বিৰাট মণ্ডপত পতা হয়। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱ। সঙ্গীত-কবি উমেশচন্দ্ৰ চৌধাৰী, সুসাহিত্যিক হৰমোহন দাস আৰু শিৱসাগৰৰ মহম্মদ মহিবুল্লা

চাহাবে যুটীয়া সম্পাদকৰ ভাৰ লৈ সুপৰিকল্পিত ভাবে সভাৰ কাম নিয়ানিকৈ চলায়। অভ্যৰ্থনা সমিতিৰ পক্ষৰ পৰা প্ৰবন্ধ সংগ্ৰহ নামেৰে এখনি বাছকবনীয়া প্ৰবন্ধৰ সঙ্কলন প্ৰকাশ কৰা হয়। এই গ্ৰন্থৰ সম্পাদক আছিল মাধৱচন্দ্ৰ বেজবৰুৱা। এই সম্মিলনত বামেশ্বৰ বৰুৱা, বি-টিদেৱ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। এই বছৰত "সাত্বত তন্ত্ৰ" সম্পাদনাৰ কাম আৰম্ভ হয়।

অসম সাহিত্য সভাৰ 'অৱস্থা টনকিয়াল কৰাৰ উদ্দেশ্যেৰে আৰু সভাৰ স্থায়িত্ব ৰক্ষাৰ নিমিত্তে' ১৯৩৯ চনৰ এপ্ৰিলৰ ৮।৯ তাৰিখে চন্দ্ৰকান্ত সন্দিকৈ ভৱনত ৰায়বাহাদুৰ হেৰম্ব প্ৰসাদ বৰুৱা, এম-এ, বি-এলদেৱৰ সভাপতিত্বত এখন **বিশেষ অধিবেশন** বহে। সভাৰ চতুৰ্দ্দশ অধিবেশনৰ পৰা সপ্তদশ অধিবেশনলৈকে সংশোধিত নিয়মাবলী সম্পূৰ্ণ কৰা হয়। ১৯৪০ চনৰ জুলাই মাহৰ ২৭।২৮ তাৰিখে খান চাহেব জেহিৰুদ্দিন আহ্মদ বি-টিদেৱৰ সভাপতিত্বত চন্দ্ৰকান্ত সন্দিকৈ ভৱনত অসম সাহিত্য-সভাৰ এখন **সাধাৰণ অধিবেশন** বহে। সেই বছৰ বৰদিনৰ বন্ধত ডক্টৰ মুহিদুল ইছলাম বৰা এম-এ, বি-এল, পি-এইচ-ডি ( লণ্ডন ) দেৱৰ সভাপতিত্বত যোৰহাটত **অষ্টাদশ অধিবেশন** বহে। ১৯২৪ চনৰ ৪ এপ্ৰিলত বাগ্মীবৰ নীলমণি ফুকন দেৱৰ সভাপতিত্বত চন্দ্ৰকান্ত সন্দিকৈ ভৱনত অসম সাহিত্য-সভাৰ এখন **জৰুৰী বিশেষ অধিবেশন** বহে।

অসম সাহিত্য-সভাৰ বিচাৰক সমিতিৰ ৰায় অনুসৰি এই অধিবেশনে সপ্তদশ অধিবেশনত নিৰ্ব্বাচিত প্ৰধান সম্পাদক বা সহকাৰী সম্পাদকক ১৫ এপ্ৰিলৰ ভিতৰত কাৰ্য্যভাৰ লবলৈ আৰু সেই অধিবেশনত নিৰ্ব্বাচিত কাৰ্য্যনিৰ্ব্বাহক সভাৰ সভ্যসকলক নিমন্ত্ৰণ কৰি এমাহৰ ভিতৰত কাৰ্য্য-নিৰ্ব্বাহক সভাৰ বৈঠক বহুৱাবলৈ নিৰ্দ্দেশ দিয়ে। ৰামেশ্বৰ বৰুৱাদেৱে পুনৰ প্ৰধান সম্পাদকৰ ভাৰ লয়। সাহিত্য-সভাৰ নিয়মতান্ত্ৰিক অচল অৱস্থা দূৰ হ'ল, কিন্তু আগৰ দুৰ্ব্বলতা নগুচিল।

**উনবিংশ অধিবেশন** ১৯৪৪ চনৰ অক্টোবৰ মাহত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ খেল পথাৰত সজোৱা মণ্ডপত বাগ্মীবৰ নীলমণি ফুকনদেৱৰ সভাপতিত্বত সুসম্পন্ন হয়। প্ৰথম দিনা আবেলি ছাৰ মহম্মদ ছাদুল্লা চাহাবে পুথি-প্ৰদৰ্শনী উদ্বোধন কৰে। এই সম্মিলনত নিয়মাবলীৰ "আসাম সাহিত্য-সভা" (Assam Sahitya Sabha) নামৰ সলনি **"অসম সাহিত্য-সভা"** (Asom Sahitya Sabha) কৰা হয়। অধিবেশনত ডিম্বেশ্বৰ নেওগ, এম-এ, বি-টিদেৱ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। নতুন বছৰত অসমীয়া শিশু বিশ্বকোষ, অসম সাহিত্য-সভাৰ বুৰঞ্জী, বুদ্ধদেৱৰ বাণী আদি পুথি ৰচনাৰ আঁচনি কৰা হয়। **বিংশ অধিবেশন** ১৯৪৭ চনৰ ৪।৫।৬ এপ্ৰিলত বাগ্মীবৰ নীলমণি ফুকনদেৱৰ সভাপতিত্বত ডিব্ৰুগড়ত বহে। নতুন বছৰৰ কাৰণে মুক্তানাথ বৰুৱা, বি-এদেৱ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। পৃথিবী ২য় মহাসমৰৰ কলা ডাৱৰে ঢাকি পেলায়। অসম সাহিত্য-সভাৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱন সামৰিক বিভাগৰ হাতলৈ যায়। দুৰ্য্যোগৰ এই কাল-ছোৱাত অসম সাহিত্য-সভাৰ সা-সম্পত্তিৰ অনেক হানি-বিঘিনি হয়, কাৰ্য্যক্ৰমণিকাত আউল লাগে। সভাৰ প্ৰতি অসমীয়া ৰাইজৰ আগ্ৰহ কমি যায়। ইয়াৰ পিছত মাৰ্ঘেৰিটাত বহা অধিবেশনত সদৌ অসমৰ পৰা কুৰিজন প্ৰতিনিধিয়েও

যোগ দিয়া নাছিল আৰু সেই সভাত উপস্থিত থকা প্ৰায় সকলো প্ৰতিনিধিয়ে বিষয়-বাবৰ ভাগ পাইছিল। ইয়াৰে পৰাই সেই সময়ৰ শাখা সভাবিলাক কেনে নিৰ্জীৱ হৈছিল আৰু মূল সভাৰ কেনে দুৰৱস্থা হৈছিল সেইকথাৰ আভাস পাব পাৰি। সি যিকি নহওক মাৰ্ঘেৰিটাত ১৯৫০ চনৰ মাৰ্চ্চৰ ১১।১২ তাৰিখে অম্বিকাগিৰি ৰায় চৌধুৰীদেৱৰ সভাপতিত্বত **একবিংশ অধিবেশন** বহে। এই অধিবেশনত অসমৰ ৰাজ্যিক ভাষা অসমীয়া হব লাগে বুলি প্ৰস্তাৱ গ্ৰহণ কৰা হয়। নতুন বছৰৰ কাৰণে কেশৱ নাৰায়ণ দত্ত, এম-এ, বি-এলদেৱ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। দত্তদেৱৰ সম্পাদনাৰ কালছোৱাতো সভাৰ দুৰ্ব্বলতা হ্ৰাস নাপালে। কাৰ্য্যনিৰ্ব্বাহক সভাৰ সদস্যসকলে সমিল-মিলভাৱে কাম কৰিব নোৱাৰাৰ বাবে সভাৰ কেবাটাও পুঁজিৰ অচল অৱস্থাই দেখা দিলে। সভাৰ প্ৰস্তাৱমতে সদৌ অসম জুৰি ৰাজ্যভাষা দিবস পালন কৰা হয়। দিল্লীত বহা সদৌ ভাৰত সাংস্কৃতিক সভাত সভাপতি ৰায়চৌধুৰী, সম্পাদক কেশৱ দত্ত আৰু সহকাৰী সম্পাদক হেম দত্তই যোগদান কৰে; তাত তেখেতসকলে অসমীয়া পুথি, চিত্ৰ, অসম সম্পৰ্কীয় মানচিত্ৰ প্ৰদৰ্শন কৰে। সভাৰ দুৰৱস্থা গুচাবলৈ সদৌ অসমৰ সাহিত্যিকসকলৰ মনত প্ৰবল আকাঙ্ক্ষা জাগি উঠে। এই উদ্দেশ্যে অসম সাহিত্য-সভাক পুনৰ সঞ্জীৱিত কৰিবলৈ শ্বিলঙৰ মুকুল সঙ্ঘই সেই সভাৰ সভাপতি হৰিপ্ৰসাদ বৰুৱাদেৱৰ নেতৃত্বত কঁকালত টঙালি বান্ধি লাগে। তাৰ ফলতেই **দ্বাবিংশ অধিবেশন** ১৯৫৩ চনৰ ৮।৯ নবেম্বৰত শ্বিলঙৰ পাইন মাউণ্ট স্কুলৰ ওচৰৰ খেল-পথাৰৰ সুসজ্জিত সভামণ্ডপত পদ্মশ্ৰী ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, (বৰ্ত্তমান ভাইচ-চেন্সেলৰ) দেৱৰ সভাপতিত্বত বহে। সেই সময়ৰ অসমৰ ৰাজ্যপাল জয়ৰামদাস দৌলতৰামদেৱে প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰে। প্ৰথম দিনা দুপৰীয়া মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে মূল সভা উদ্বোধন কৰে আৰু সন্ধিয়া বিধান সভাৰ অধ্যক্ষ কুলধৰ চলিহাদেৱৰ সভাপতিত্বত সাংস্কৃতিক সভা বহে। সন্ধিয়া এখন সঙ্গীত অনুষ্ঠানৰো আয়োজন কৰা হৈছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল তেতিয়াৰ বিত্ত-মন্ত্ৰী মতিৰাম বৰা এম-এ, বি-এলদেৱ। এই অধিবেশনত অসম সাহিত্য সভাই ৰাজকীয় অভ্যৰ্থনা পাই বুলি কব পাৰি। চৰকাৰী বিধান সভাৰ গৃহ, প্ৰাঙ্গণ আদি, প্ৰতিনিধি আৰু দৰ্শকসকলৰ কাৰণে মুকলি কৰি দিয়া হৈছিল। মন্ত্ৰীসকলকে প্ৰমুখ্যে ডাঙৰ ডাঙৰ ৰাজ-কৰ্ম্মচাৰীসকলে অতিথিসকলৰ সোধ-পোছৰ ভাৰ লৈছিল। থলুৱা ৰাইজৰ উপৰিও হাজাৰ হাজাৰ জনজাতীয় নৰনাৰীয়ে যোগদান দিছিল। বিশেষ উল্লেখযোগ্য এয়ে যে প্ৰতিনিধিসকলে শীতকালৰ এনিশা উজাগৰে থাকি অসম সাহিত্য-সভাৰ নিয়মাৱলীৰ আমোল পৰিবৰ্ত্তন ঘটায় আৰু এই নিয়মাৱলী অধিক গণতান্ত্ৰিক আৰু কাৰ্য্যকৰী কৰিবলৈ চেষ্টা কৰা হয়। মুকলি সভাত সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাই সুপ্ৰসিদ্ধ "চিত্ৰ ভাগৱত" গ্ৰন্থ আনুষ্ঠানিকভাৱে প্ৰকাশ কৰে। প্ৰধান সম্পাদক দত্তদেৱে প্ৰতিবেদন দাখিল নকৰাত সভ্য-সকলৰ মাজত অসন্তুষ্টিৰ ভাৱে দেখা দিয়ে। তেখেতৰ সম্পাদনাত ইংৰাজীত অসম সাহিত্য-সভাৰ বুৰঞ্জী নামৰ এখনি পুস্তিকা প্ৰকাশ হৈ ওলাই। নতুন বছৰৰ কাৰণে অতুলচন্দ্ৰ হাজৰিকা, এম-এ, বি-এল, বি-টিদেৱ প্ৰধান সম্পাদক নিৰ্ব্বাচিত হয়। হাজৰিকাই সভাৰ ঘৰুৱা বেমেজালি দূৰ কৰি ঘাই কাৰ্য্যালয় কৰ্ম্মমুখৰ কৰি আৰু বিভিন্ন ন্যাস-পুঁজি আৰু ডাকঘৰৰ টকা উদ্ধাৰ কৰি সভাৰ প্ৰতি ৰাইজৰ বিশ্বাস ঘুৰাই আনে। ৰাজ্য চৰকাৰেও বছৰি আৰ্থিক সাহায্য ছয়হেজাৰ

টকালৈ বঢ়াই দিয়ে। বহু বছৰৰ অন্তত এই বছৰতে শ্ৰীশ্ৰীনবদেৱ গ্ৰন্থাৱলীৰ পঞ্চম গ্ৰন্থ হৰিবৰ বিপ্ৰৰচিত "লব-কুশৰ যুদ্ধ" ডক্টৰ মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত কৰাই প্ৰকাশ কৰা হয়। গ্ৰন্থখনি প্ৰাচীন পুথিৰ চিত্ৰাৱলীৰে সুশোভিত হৈ ওলায়। ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰা সঙ্কলিত আৰু সম্পাদিত "বুৰঞ্জীমূলক প্ৰৱন্ধৰ তালিকা" নামৰ আন এখন পুথি ছপাবলৈ দিয়া হয়।

দিল্লীত বহা য়ুনেস্কৰ সভালৈ "বৰদৈচিলা"ৰ সম্পাদক শিৱপ্ৰসাদ বৰুৱাক অসম সাহিত্য-সভাৰ প্ৰতিনিধি হিচাপে পঠোৱা হৈছিল। কাৰ্য্যনিৰ্ব্বাহক সভা আৰু চন্দ্ৰকান্ত ন্যাস সমিতিৰ অনুমোদনক্ৰমে চন্দ্ৰকান্ত অভিধানৰ সম্পাদন আৰু প্ৰকাশৰ ভাৰ গুৱাহাটী বিশ্ববিদ্যালয়ক অৰ্পণ কৰা হয়। এই উদ্দেশ্যে কৃষ্ণকান্ত সন্দিকৈদেৱে বিশ্ববিদ্যালয়ত তেওঁৰ দানেৰে আচুতীয়া পুঁজি এটি স্থাপন কৰে। এইদৰে পুনৰ কামৰ আঁত লগাত ১৯৫৪ চনৰ ৩১ ডিচেম্বৰ আৰু ১৯৫৫ চনৰ ১ জানুৱাৰী তাৰিখে যোৰহাটত পদ্মশ্ৰী নলিনীবালা দেৱীৰ সভানেতৃত্বত **ত্ৰয়োবিংশ অধিবেশন** বহে। বয়োবৃদ্ধ দাৰ্শনিক সাহিত্যিক ৰাধানাথ ফুকনদেৱে (অভ্যৰ্থনা সমিতিৰ সভাপতি) আৰু সভাৰ জন্মৰে পৰা আদিলৈকে সক্ৰিয়ভাবে সংস্পৰ্শত থকা তৰাজানৰ দেৱেশ্বৰ শৰ্ম্মাদেৱে অভ্যৰ্থনা সমিতিৰ গুৰি ধৰি এই অধিবেশন কৃতকাৰ্য্য কৰি তুলিছিল। সভাৰ মূল কাৰ্য্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ চোতালতে সভামণ্ডপ নিৰ্ম্মাণ কৰা হৈছিল। দ্বিতীয়দিনা নিশা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ৰামবিজয় ভাওনা কৰা হয়। এই বছৰৰ ভিতৰত ত্ৰয়োবিংশ অধিবেশনৰ সম্পূৰ্ণ কাৰ্য্যবিৱৰণী আৰু বিভিন্ন অভিভাষণ থকা "অসম সাহিত্য-সভা বাৰ্ষিকী" ১ম ভাগ আৰু অসম সাহিত্য-সভাৰ প্ৰথম বাৰজনা সভাপতিৰ অভিভাষণসমূহ হাজৰিকাৰ দ্বাৰা সম্পাদিত হৈ "ভাষণাৱলী" ১ম ভাগ ছপা হৈ ওলায়। বুৰঞ্জীমূলক প্ৰৱন্ধৰ তালিকা প্ৰকাশ হয়। এই বছৰত অসম সাহিত্য-সভাৰ পক্ষৰ পৰা এটা সঁজাতি দলে ৰাজ্য পুনৰ-গঠন আয়োগৰ আগত স্মাৰক-পত্ৰ প্ৰদান আৰু সাক্ষ্য প্ৰদান অসম সাহিত্য সভাৰ বুৰঞ্জীত লেখত লবলগীয়া বিষয়। ৰাজনীতিৰ ফালৰ পৰা নহলেও ভাষা আৰু সংস্কৃতিৰ ফালৰ পৰা অসম সাহিত্য-সভাই আয়োগৰ আগত নিজৰ বক্তব্য উথাপন কৰাটো উচিত বুলি বিবেচনা কৰি এটা সঁজাতি দল গঠন কৰি দিছিল। এই সঁজাতি দলত আছিল নলিনীবালা দেৱী, অতুলচন্দ্ৰ হাজৰিকা, নীলমণি ফুকন, বিশ্বনাথ ৰাজবংশী, পৰাগধৰ চলিহা, ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্ম্মা, ডক্টৰ মহেশ্বৰ নেওগ আৰু দেবেন দাস। এই প্ৰসঙ্গতে Assam's Case before the States Reorganisation Commission, mainly from the historical, cultural and linguistic viewpoints নামেৰে ইংৰাজী পুস্তিকা এখন ছপাই সমগ্ৰ দেশতে বিতৰণ কৰা হয় আৰু এই পুস্তিকা অসম সাহিত্য-সভা পত্ৰিকা ত্ৰয়োদশ বছৰ ৩য় সংখ্যাত সংযোজিত কৰা হয়। এই বছৰতে চৰকাৰী ভাষা আয়োগ নামেৰে গঠিত হোৱা আন এখনি সৰ্ব্বভাৰতীয় আয়োগৰ আগত অসম সাহিত্য-সভাৰ পক্ষৰ পৰা ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্ম্মাদেৱে সাক্ষ্যপ্ৰদান কৰে। চিৰৰুগ্না কবি ধৰ্ম্মেশ্বৰী দেৱী বৰুৱাণীক সাহিত্য-সভাই কাব্যভাৰতী উপাধিৰে বিভূষিতা কৰে। অসম সাহিত্য-সভাৰ **চতুৰ্ব্বিংশ অধিবেশন** গুৱাহাটীৰ অসম কংগ্ৰেছ ভবনৰ হেদায়েৎপুৰ প্ৰাঙ্গণত ১৯৫৫

৩২

চনৰ ২৬।২৭ ডিচেম্বৰত কবি যতীন্দ্ৰনাথ দুৱৰাদেৱৰ সভাপতিত্বত সুসম্পন্ন হয়। প্ৰথম দিনা মূল সভাত ভাৰত চৰকাৰৰ সাহিত্য একাডেমিৰ সচিব প্ৰভাকৰ মাচুৱেদেৱে ভাৰতীয় সাহিত্য সম্পৰ্কে এটা সুচিন্তিত বক্তৃতা দিছিল।

এই অধিবেশনৰ মুকলি সভাত খিলঙৰ ফণীধৰ শৰ্ম্মাক তেওঁৰ লিখা অসমৰ জনজাতি নামৰ হাতে লিখা গ্ৰন্থৰ বাবে পাঁচশ টকাৰ বঁটা দিয়া হয়। সাহিত্য-সভাৰ প্ৰতি-যোগিতাত এই গ্ৰন্থখনে প্ৰথম স্থান লাভ কৰিছিল। এই সভাতে হৰিনাৰায়ণ দত্ত বৰুৱা-দেৱৰ সঙ্কলিত বিৰাট গ্ৰন্থ অষ্টাদশ পৰ্ব্ব অসমীয়া মহাভাৰত আনুষ্ঠানিকভাবে প্ৰকাশ কৰা হয়।

ইয়াৰ পিছৰ বছৰত অসম সাহিত্য-সভাৰ পক্ষৰ পৰা সদৌ অসম জুৰি ৯ জুনৰ দিনা 'নেফা দিবস' পালন কৰা হয়। উত্তৰ-পূৰ্ব্ব স্মান্তত অসমীয়া ভাষাৰ ন্যায্য স্থান দিবলৈ দাবী জনোৱা হয়। এই সম্পৰ্কে ৰাজ্যপাল ফজল আলি আৰু কেন্দ্ৰীয় গৃহমন্ত্ৰী গোবিন্দবল্লভ পন্তক অসম সাহিত্য-সভাৰ পক্ষৰ পৰা দুটা সঁজাতি দলে যথাক্ৰমে খিলং আৰু গুৱাহাটীত সাক্ষাৎ কৰে। এই সঁজাতি দলৰ মুখপাত্ৰ আছিল হেম বৰুৱা এম-পি। তেখেতৰ উপৰিও এই দলত আছিল বেণুধৰ শৰ্ম্মা, হৰেন্দ্ৰনাথ বৰুৱা, পৰাগধৰ চলিহা, যতীন গোস্বামী, অতুল হাজৰিকা আৰু নলিনীবালা দেৱী। শাখা সভাবিলাকৰ কৰ্ম্মতৎপৰতা বৃদ্ধি পৰিলক্ষিত হয়। হাজৰিকাৰ সম্পাদনৰ এই কালছোৱাৰ ভিতৰত প্ৰায় এশ খন শাখা সভা আৰু স্বীকৃত সভা জীৱন্ত হৈ উঠে।

এখনি ইংৰাজী প্ৰচাৰ-পত্ৰ কাকত পৰ্ব্বত-ভৈয়াম সম্প্ৰীতি উপসমিতিৰ সম্পাদক পৰাগ চলিহাই যুগুত কৰি উলিয়াই আৰু সদৌ ভাৰতৰে যথাস্থানলৈ প্ৰেৰণ কৰা হয়। অসম সাহিত্য-সভা বাৰ্ষিকী ২য় ভাগ আৰু শ্ৰীশ্ৰীনৰদেৱ গ্ৰন্থাৱলীৰ ২য় গ্ৰন্থ শ্ৰীশ্ৰীবনমালীদেৱ চৰিতৰ নতুন প্ৰকাশ ছপা হৈ ওলায়। বাকী ১৩ জনা সভাপতিৰ অভিভাষণ থকা ভাষণাৱলী ২য় ভাগ আৰু অসম সাহিত্য-সভা পত্ৰিকাৰ জাকজমকীয়া জয়ন্তী সংখ্যা ছপাখানাত দিয়া হয়। (সম্প্ৰতি প্ৰকাশ হৈছে) লীলা গগৈক 'বুৰঞ্জীয়ে পৰশা নগৰ' নামৰ পুথিৰ বাবে দুশ টকাৰ আংশিক সাহায্য দিয়া হয়। য়ুনেস্কৰ সভা উপলক্ষে দিল্লীত পতা সৰ্ব্ব ভাৰতীয় পুথি প্ৰদৰ্শনীত যোগ দি অসমীয়া বিভাগ পৰিচালনা কৰিবলৈ অধ্যক্ষ তীৰ্থনাথ শৰ্ম্মাদেৱক পঠোৱা হৈছিল।

স্বৰূপতে অসম সাহিত্য-সভা ১৯১৭ চনত স্থাপিত হলেও মাজে সময়ে নিয়মিতভাবে প্ৰতি বছৰে বছেৰেকীয়া অধিবেশন পাতিব নোৱাৰাৰ কাৰণে যোৱা ১৯৫৬ চনৰ ২৭ আৰু ২৮ ডিচেম্বৰ তাৰিখে ধুবুৰীত বুৰঞ্জীবিদ্ বেণুধৰ শৰ্ম্মাদেৱৰ সভাপতিত্বত বহা পঞ্চবিংশ অধিবেশনকে ৰূপালী জয়ন্তী অধিবেশন হিছাপে মহাসমাৰোহেৰে পতা হৈছিল। এই অধিবেশনত হাজৰিকাই তিনি বছৰৰ অন্তত অধ্যাপক পৰাগধৰ চলিহাৰ হাতত প্ৰধান সম্পাদকৰ ভাৰ সমৰ্পণ কৰে। এই অধিবেশনৰ লগে লগে অসম সাহিত্য-সভাৰ জীৱন বুৰঞ্জীৰ এটি দীঘল হৰ্ষ-বিষাদৰ অধ্যায়ৰ অন্ত পৰে। ইয়াৰ পিছত সদৌ দেশৰে নবীন-প্ৰবীণ সাহিত্যিকসকলে গোটখাই অসম সাহিত্য-সভাৰ এটি অধিক গৌৰৱপূৰ্ণ উজ্জ্বল অধ্যায় ৰচনা কৰক—এয়ে আমাৰ কামনা।

—ঃ দুই ঃ—

## সভাপতিসকল

### (ক) মূল অধিবেশন

১। পদ্মনাথ গোহাঞি বৰুৱা ( ডিচেম্বৰ ২৭।২৮ ১৯১৭, শিৱসাগৰ )

২। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা, সাহিত্যৰত্ন ( ২৭।২৮।২৯ ডিচেম্বৰ ১৯১৮, গোৱালপাৰা )

৩। কালীৰাম মেধি, এম-এ ( ২৬।২৭ ডিচেম্বৰ ১৯১৯, বৰপেটা )

৪। পণ্ডিত হেমচন্দ্ৰ গোস্বামী ( ২৮।২৯ ডিচেম্বৰ ১৯২০, তেজপুৰ )

৫। অমৃতভূষণ দেৱ অধিকাৰী ( ৩১ মাৰ্চ্চ, ১ এপ্ৰিল ১৯২৩, যোৰহাট )

৬। কনকলাল বৰুৱা, বি-এল, চি-আই-ই (প্ৰাক্তন মন্ত্ৰী ) ( ১৯।২০ এপ্ৰিল ১৯২৪, ডিব্ৰুগড় )

৭। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা ( ২৬।২৭।২৮ ডিচেম্বৰ, ১৯২৪, গুৱাহাটী )

৮। ৰজনীকান্ত বৰদলৈ ( ২৭।২৮।২৯ ডিচেম্বৰ ১৯২৫, নগাও )

৯। বেণুধৰ ৰাজখোৱা ( ১৯।২০ অক্টোবৰ ১৯২৬, ধুবুৰী )

১০। দেশভক্ত তৰুণৰাম ফুকন ( ৮।৯ অক্টোবৰ ১৯২৭, গোৱালপাৰা )

১১। কমলাকান্ত ভট্টাচাৰ্য্য ( ৩০।৩১ মাৰ্চ্চ, ১৯২৯, যোৰহাট )

১২। জনাব মফিজুদ্দিন আহ্মদ হাজৰিকা ( মাৰ্চ্চ ১৯৩০ গোলাঘাট )

১৩। জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী ( ডিচেম্বৰ, ১৯৩১, শিৱসাগৰ )

১৪। জ্ঞানদাভিৰাম বৰুৱা, বাৰিষ্টাৰ এট-ল ( ২৭।২৮ ডিচেম্বৰ ১৯৩৩, উত্তৰ লক্ষীমপুৰ )

১৫। ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালা ( ডিচেম্বৰ, ১৯৩৪, মঙলদৈ )

১৬। শ্ৰীযুত ৰঘুনাথ চৌধাৰী ( এপ্ৰিল, ১৯৩৬, তেজপুৰ )

১৭। শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ, পদ্মশ্ৰী ( ডিচেম্বৰ, ১৯৩৭, গুৱাহাটী )

(ক) ৰায়বাহাদুৰ শ্ৰীযুত হেৰম্বপ্ৰসাদ বৰুৱা, এম-এ, বি-এল, বিশেষ অধিবেশন ( ৮।৯ এপ্ৰিল, ১৯৩৯, যোৰহাট )

১৮। ডক্টৰ ময়িদুল ইছলাম বৰা, ( ডিচেম্বৰ, ১৯৪০, যোৰহাট )

১৯। বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকন, ( অক্টোবৰ ১৯৪৪, শিৱসাগৰ )

২০। বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকন ( ৪।৫।৬ এপ্ৰিল ১৯৪৭, ডিব্ৰুগড় )

২১। শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধুৰী ( ১১।১২ মাৰ্চ্চ ১৯৫০, মাৰ্ঘেৰিটা )

২২। ডক্টৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা, ( ৮।৯ নবেম্বৰ ১৯৫৩, শ্বিলং )

২৩। শ্ৰীযুতা নলিনীবালা দেৱী, পদ্মশ্ৰী (৩১ ডিচেম্বৰ ১৯৫৪, ১জানুৱাৰী, ১৯৫৫, যোৰহাট)

২৪। শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা ( ২৬।২৭ ডিচেম্বৰ ১৯৫৫, গুৱাহাটী )

২৫। শ্ৰীযুত বেণুধৰ শৰ্ম্মা ( ২৭।২৮ ডিচেম্বৰ ১৯৫৬, ধুবুৰী )

## (খ) অভ্যৰ্থনা সমিতি

১। গুঞ্জানন বৰুৱা, বি-এল। শিৱসাগৰ
২। কামাখ্যাচৰণ সেন, বি-এল। গোৱালপাৰা
৩। ৰামপ্ৰসাদ দাস, বি-এল। বৰপেটা
৪। দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্ম্মা বি-এল। তেজপুৰ
৫। ৰাধাকান্ত সন্দিকৈ। যোৰহাট
৬। শিৱৰাম শৰ্ম্মা, বি-এল। ডিব্ৰুগড়
৭। সত্যনাথ বৰা, বি-এল। গুৱাহাটী
৮। জ্ঞানদাভিৰাম বৰুৱা। নগাওঁ
৯। জমিদাৰ ৰবীন্দ্ৰনাৰায়ণ চৌধুৰী। ধুবুৰী
১০। জমিদাৰ ভোলানাথ চৌধুৰী। গোৱালপাৰা
১১। ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা। যোৰহাট
১২। ব্ৰহ্মানন্দ দত্ত, বি-এল। গোলাঘাট
১৩। ভুবনচন্দ্ৰ গগৈ। শিৱসাগৰ
১৪। শ্ৰীযুত সৰ্ব্বেশ্বৰ বৰুৱা, বি-এল। উত্তৰ লক্ষীমপুৰ
১৫। শ্ৰীযুত তপেশ্বৰ শৰ্ম্মা, বি-এল। মঙলদৈ
১৬। ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালা। তেজপুৰ
১৭। লোকপ্ৰিয় গোপীনাথ বৰদলৈ। গুৱাহাটী
১৮। ৰায়বাহাদুৰ শ্ৰীযুত হেৰম্বপ্ৰসাদ বৰুৱা। যোৰহাট
১৯। মহম্মদ মহিবুল্লা। শিৱসাগৰ
২০। বেণুধৰ ৰাজখোৱা। ডিব্ৰুগড়
২১। শ্ৰীযুত বিপিনকুমাৰ বৰগোহাঁই, এম-এ, বি-এল। মাৰ্ঘেৰিটা
২২। শ্ৰীযুত মতিৰাম বৰা, এম-এ, বি-এল ( ৰাজ্যিক মন্ত্ৰী ) শ্বিলং
২৩। ৰায়বাহাদুৰ শ্ৰীযুত ৰাধানাথ ফুকন এম-এ, বি-এল। যোৰহাট
২৪। ন্যায়াধীশ শ্ৰীযুত হলীৰাম ডেকা, এম-এ, বি-এল। গুৱাহাটী
২৫। শ্ৰীযুত প্ৰমথনাথ চক্ৰৱৰ্ত্তী। ধুবুৰী

## (গ) বুৰঞ্জী শাখা

১। হিতেশ্বৰ বৰবৰুৱা,—নগাওঁ—১৯২৫
২। ডক্টৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা,—ধুবুৰী—১৯২৬
৩। শ্ৰীযুত প্ৰমথনাথ চক্ৰৱৰ্ত্তী,—যোৰহাট—১৯২৯
৪। ৰজনীকুমাৰ পদ্মপতি,—গোলাঘাট—১৯৩০
৫। সোণাৰাম চৌধুৰী—শিৱসাগৰ—১৯৩১
৬। সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী—উত্তৰ লক্ষীমপুৰ—১৯৩৩

৭। কনকলাল বৰুৱা—গুৱাহাটী—১৯৩৭
৮। শ্ৰীযুত সৰ্ব্বানন্দ ৰাজকুমাৰ—ডিব্ৰুগড়—১৯৪৭
৯। শ্ৰীযুত বেণুধৰ শৰ্ম্মা—শ্বিলং—১৯৫৩
১০। শ্ৰীযুত সুৰেশচন্দ্ৰ ৰাজখোৱা ( উপশিক্ষাধিকাৰ )—যোৰহাট—১৯৫৪
১১। ডক্টৰ শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱা—গুৱাহাটী—১৯৫৫
১২। শ্ৰীযুত ৰূপনাথ ব্ৰহ্ম ( ৰাজ্যিক মন্ত্ৰী )—ধুবুৰী—১৯৫৬

## (ঘ) সঙ্গীত শাখা

১। শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, বি-এ—ডিব্ৰুগড়—১৯২৪
২। ৰজনীকান্ত বৰদলৈ—গুৱাহাটী—১৯২৪
৩। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা, সাহিত্যৰত্ন—নগাঁও—১৯২৫
৪। অধ্যক্ষ শ্ৰীযুত পদ্মধৰ চলিহা, এম-এ, বি-এল—মঙলদৈ—১৯৩৪
৫। জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী—তেজপুৰ—১৯৩৬
৬। কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ—গুৱাহাটী—১৯৩৭
৭। শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধুৰী—শিৱসাগৰ—১৯৪৪
৮। ৰুস্তামজী, আই-চি-এচ ( জিলাধিপতি )—ডিব্ৰুগড়—১৯৪৭
৯। শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ—মাৰ্ঘেৰিটা—১৯৫০
১০। শ্ৰীযুত কুলধৰ চলিহা ( বিধান সভাৰ প্ৰাক্তন অধ্যক্ষ )—শ্বিলং—১৯৫৩
১১। শ্ৰীশ্ৰী মিত্ৰদেৱ মহন্ত—গুৱাহাটী—১৯৫৫
১২। শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱা, এম-পি—ধুবুৰী—১৯৫৬

## (ঙ) দৰ্শন শাখা

১। যড়ানন তৰ্কতীৰ্থ—ধুবুৰী—১৯২৬
২। শ্ৰীযুত ৰাধিকানন্দ চৌধুৰী ( প্ৰশান্তমূৰ্ত্তি )—গুৱাহাটী—১৯৩৭

## (চ) অৰ্থনীতি শাখা

১। উমাকান্ত গোস্বামী, ( প্ৰাক্তন শিক্ষাধিকাৰ )—গুৱাহাটী—১৯৩৭

## (ছ) বিজ্ঞান শাখা

১। জীৱনৰাম ফুকন, এম-এছ-চি, বি-এল—ডিব্ৰুগড়—১৯৪৭
২। অধ্যক্ষ ৰেভাৰেণ্ড বি.-এম. পিউ,—শ্বিলং—১৯৫৩
৩। ডক্টৰ শ্ৰীযুত হিৰণ্যচন্দ্ৰ ভূঞা, ( শিক্ষাধিকাৰ )—যোৰহাট—১৯৫৪
৪। ডক্টৰ শ্ৰীযুত ৰোহিণীকান্ত বৰুৱা—গুৱাহাটী—১৯৫৫
৫। শ্ৰীযুত লক্ষ্মীনাথ দাস, এম-এছ-চি—ধুবুৰী—১৯৫৬

## (জ) প্ৰদৰ্শনী উদ্বোধন

১। ছাৰ চৈয়দ মহম্মদ ছাদুল্লা—শিৱসাগৰ—১৯৪৪
২। শ্ৰীযুতা ৰত্নকুমাৰী ৰাজখোৱানী—ডিব্ৰুগড়—১৯৪৭
৩। শ্ৰীযুত জয়ৰামদাস দৌলতৰাম ( প্ৰাক্তন ৰাজ্যপাল )—শ্বিলং—১৯৫৩
৪। শ্ৰীযুত মহাদেৱ শৰ্ম্মা—যোৰহাট—১৯৫৪
৫। শ্ৰীযুত নীলমণি ফুকন—গুৱাহাটী—১৯৫৫
৬। শ্ৰীযুত হৰিপ্ৰসাদ গোৰ্খাৰায়—ধুবুৰী—১৯৫৬

## (ঝ) উপসভাপতিসকল

১। শ্ৰীশ্ৰী মিত্ৰদেৱ মহন্ত—গুৱাহাটী—১৯৫৬
২। শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা—ধুবুৰী—১৯৫৭

## (ঞ) প্ৰধান সম্পাদকসকল

১। শৰৎচন্দ্ৰ গোস্বামী, বি-টি, আই-এচ-অ'—শিৱসাগৰ—১৯১৭-১৮ চন
২। পদ্মনাথ গোহাঁই বৰুৱা—গোৱালপাৰা—১৯১৮-১৯ চন
৩। সত্যনাথ বৰা—বৰপেটা—১৯১৯-২০ চন
৪। শৰৎচন্দ্ৰ গোস্বামী—তেজপুৰ—১৯২০-২৩ চন
" " " — যোৰহাট—১৯২৩-২৪ চন
" " " —ডিব্ৰুগড়—১৯২৪ চন
" " " —গুৱাহাটী—১৯২৪-২৫ চন
" " " —নগাওঁ—১৯২৫-২৬ চন
" " " —ধুবুৰী—১৯২৬-২৭ চন
১০। শ্ৰীযুত পূৰ্ণানন্দ শৰ্ম্মা পাঠক—গোৱালপাৰা—১৯২৭-২৯ চন
১১। শ্ৰীযুত পূৰ্ণানন্দ শৰ্ম্মা পাঠক—যোৰহাট—১৯২৯ চন
১২। ৰায়চাহাব কমলাকান্ত বৰুৱা—গোলাঘাট—১৯৩০
(খ) পিচত দেবেশ্বৰ চলিহা—গোলাঘাট - ১৯৩০-৩১ চন
১৩। দেবেশ্বৰ চলিহা—শিৱসাগৰ—১৯৩২-৩৩ চন
১৪। " " —উঃ লক্ষীমপুৰ—১৯৩৩-৩৪ চন
১৫। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা, সাহিত্যৰত্ন—মঙলদৈ—১৯৩৪-৩৬ চন
১৬। দেবানন্দ শৰ্ম্মা, বি-এ—তেজপুৰ—১৯৩৬-৩৭ চন
১৭। ৰামেশ্বৰ বৰুৱা, বি-টি—গুৱাহাটী—১৯৩৭-৩৯ চন
(ক) ৰামেশ্বৰ বৰুৱা, বি-টি ( বিশেষ অধিবেশন )—যোৰহাট—১৯৩৯-৪০
(খ) শ্ৰীযুত পূৰ্ণানন্দ শৰ্ম্মা পাঠক, বি-এল ( নিৰ্ব্বাচক অধিবেশন )—যোৰহাট—১৯৪০

১৮। (ক) শ্ৰীযুত পূৰ্ণানন্দ শৰ্ম্মা পাঠক, বি-এল,—যোৰহাট—১৯৪০-৪২
(খ) ৰামেশ্বৰ বৰুৱা, বি-টি, ( জৰুৰী বিশেষ অধিবেশন )—যোৰহাট—১৯৪২-৪৪
১৯। শ্ৰীযুত ডিম্বেশ্বৰ নেওগ, এম-এ, বি-টি—শিৱসাগৰ—১৯৪৪-৪৭
২০। „ মুক্তানাথ বৰুৱা, বি-এ—ডিব্ৰুগড়—১৯৪৭-৫০
২১। „ কেশৱনাৰায়ণ দত্ত, এম-এ, বি-এল,—মাৰ্ঘেৰিটা—১৯৫০-৫৩
২২। „ অতুলচন্দ্ৰ হাজৰিকা, এম-এ, বি-এল, বি-টি—শ্বিলং—১৯৫৩-৫৪
২৩। „ অতুলচন্দ্ৰ হাজৰিকা, এম-এ, বি-এল, বি-টি—যোৰহাট—১৯৫৪-৫৫
২৪। „ অতুলচন্দ্ৰ হাজৰিকা, এম-এ, বি-এল, বি-টি—গুৱাহাটী—১৯৫৫-৫৬
২৫। „ পৰাগধৰ চলিহা, এম-এ—ধুবুৰী—১৯৫৬-৫৭

## (ট) সহকাৰী সম্পাদকসকল

শ্ৰীযুত দেবেশ্বৰ শৰ্ম্মা, বি-এল ( তৰাজান )
চন্দ্ৰনাথ শৰ্ম্মা, বি-এল
দণ্ডিনাথ কলিতা
চন্দ্ৰনাথ শৰ্ম্মা, বি-এল
জলতিৰাম লহকৰ
শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱা, সাহিত্যৰত্ন }
„ হৰিনাথ পাঠক চৌধুৰী
„ হৰিনাৰায়ণ দত্ত বৰুৱা, সাহিত্যৰত্ন }
„ হৰিনাথ পাঠক চৌধুৰী
দেবেন্দ্ৰনাথ বেজবৰুৱা }
শ্ৰীযুত হৰিনাথ পাঠক চৌধুৰী
„ হৰিনাথ পাঠক চৌধুৰী }
„ নকুলচন্দ্ৰ ভূঞা
বিষ্ণুচন্দ্ৰ বৰুৱা, এম-এ, বি-এল }
শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱা
„ হৰিনাৰায়ণ দত্ত বৰুৱা
বিষ্ণুচন্দ্ৰ বৰুৱা, এম-এ, বি-এল
শ্ৰীযুত লক্ষেশ্বৰ শৰ্ম্মা বৰুৱা, বি-টি
„ ৰাধানাথ হাজৰিকা, বি-এল
„ লক্ষেশ্বৰ শৰ্ম্মা বৰুৱা, বি-টি
„ হেৰম্বপ্ৰসাদ বৰুৱা, এম-এ, বি-এল
„ লক্ষেশ্বৰ শৰ্ম্মা বৰুৱা, বি-টি
শ্ৰীশ্ৰী মিত্ৰদেব মহন্ত
শ্ৰীযুত লক্ষেশ্বৰ শৰ্ম্মা বৰুৱা, বি-টি

শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত

দেবেন্দ্ৰনাথ বেজবৰুৱা

অধ্যক্ষ তুলসীনাৰায়ণ শৰ্ম্মা, এম-এ

শ্ৰীযুত লক্ষেশ্বৰ শৰ্ম্মা বৰুৱা, বি-টি

শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত

শ্ৰীযুত লক্ষেশ্বৰ শৰ্ম্মা বৰুৱা, বি-টি, পণ্ডিত মহেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, প্ৰাচ্য-বিদ্যাৰ্ণৱ

" মুক্তানাথ বৰুৱা, বি-এ

" মুক্তানাথ বৰুৱা, বি-এ

" ধীৰেশ্বৰ ভট্টাচাৰ্য্য, বি-এ

" ধীৰেশ্বৰ ভট্টাচাৰ্য্য, বি-এ

" মুক্তানাথ বৰুৱা, বি-এ }
" ধীৰেশ্বৰ ভট্টাচাৰ্য্য, বি-এ }

" বলীনাৰায়ণ বৰুৱা

" জিতেন্দ্ৰকুমাৰ বৰুৱা

" হেমচন্দ্ৰ দত্ত, বি-টি

" হৰিচন্দ্ৰ ভট্টাচাৰ্য্য, এম-এ

" যতীন্দ্ৰনাথ গোস্বামী, এম-এ, বি-টি

" যতীন্দ্ৰনাথ গোস্বামী, এম-এ, বি-টি

" কৰুণাধৰ বৰুৱা

" যতীন্দ্ৰনাথ গোস্বামী, এম-এ, বি-টি

" হৰিচন্দ্ৰ ভট্টাচাৰ্য্য, এম-এ

" যতীন্দ্ৰনাথ গোস্বামী, এম-এ, বি-টি

## (ঠ) পত্ৰিকাৰ সম্পাদকসকল

পত্ৰিকাৰ প্ৰথম প্ৰকাশ—১৯২৬ চন

১ম, ২য়, ৩য়, ৬ষ্ঠ বছৰ—শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা

৪ৰ্থ বছৰ — " দেবানন্দ ভৰালী

৫ম বছৰ — " পূৰ্ণানন্দ শৰ্ম্মা পাঠক আৰু শ্ৰীযুত ডিম্বেশ্বৰ নেওগ

৭ম, ৮ম, ১০ম বছৰ — " ডিম্বেশ্বৰ নেওগ, এম-এ, বি-টি

৯ম, ১১শ বছৰ — " ৰামেশ্বৰ বৰুৱা, বি-টি

নতুন প্ৰকাশ (১৮৭৪)— " কেশৱ নাৰায়ণ দত্ত, এম-এ, বি-এল

১৩ শ বছৰ (১৮৭৬)— }
১৫ শ বছৰ (১৮৭৮)— } " ৰজনীকান্ত দেৱ শৰ্ম্মা, এম-এ

১৪শ বছৰ (১৮৭৭)— " প্ৰেমধৰ ৰাজখোৱা, বি-এ

১৬ শ বছৰ (১৮৭৯)—ডক্টৰ শ্ৰীযুত সত্যেন্দ্ৰনাথ শৰ্ম্মা

## —ঃ তিনি ঃ—

### অসম সাহিত্য-সভাৰ দলীলপত্ৰ

( ১ )

This indenture made this 18th day of August One Thousand Nine Hundred and Twenty-six between Sree Sree Naradeva Adhikar Goswami of Dakshinpat Satra in Salmora Mouzah in the Sadar Sub-division of Jorhat, District Sibsagar, by caste Brahmin, by Profession Spiritual Guide (hereinafter called "the donor"), of the first part and the Assam Sahitya Sabha, Jorhat—a literary Society registered under Act XXI of 1860, at present represented by their General Secretary (hereinafter called "the Sabha") of the second part.

*The Board of Trustees consisting of the following members :—*

1. Sreejut Saratchandra Goswami, B.A., B.T., the present General Secretary of the Assam Sahitya Sabha
2. Sreejut Kuladhar Chaliha, Ordinary member of the Sabha
3. Sreejut Deveswar Sarma, Ordinary member of the Sabha
4. Moulavi Keramat Ali, Ordinary member of the Sabha

(hereinafter called "the Board") which term shall include their successors in office of the third part.

Whereas the donor from a desire to promote and further the objects of the said Assam Sahitya Sabha is willing to create a Trust Fund by making a donation of Rs. 5000/- (Five Thousand only) to be called the "*Dakshinpat Adhikar Goswami Endowment Fund*" to be used for collection, acquisition and publication of Assamese and Sanskrit manuscript books and puthies etc., and whereas the Sabha has accepted the proposal of the donor and is willing to carry out the objects of his donation.

*Now this indenture witnesseth and it is hereby declared that the Board shall consist of :—*

1. The General Secretary of the Assam Sahitya Sabha during the continuance of his office as such who shall be the President.
2. The four members of the said Sabha elected by its Governing Body in any vacancy during the period being filled up by a member to be elected by the Governing Body for a period of five years commencing from the date of election and the expiration of that term taking place the new Trustees shall be elected out of the members of the said institution by its Governing Body. The old members will be eligible for re-election.

It is hereby further agreed and declared that the Trustees shall be at liberty to retire from the Trust and that a member shall be disqualified to hold his office if he ceases to be a member of the said institution. For transaction of business any three members shall form a quorum.

The donor hereby declares that the donation, namely, Rs. 5000/- (Five Thousand only) shall be invested in the Imperial Bank of the Government of India in the name of the Sabha represented by the General Secretary in perpetuity of which the interest alone shall be drawn by the Board as it falls due through

their President and such interest be used for the purposes mentioned here-above as decided by the Governing Body of the Sabha. The interest may also be used for the said purposes in respect of works of exceptional merits on the recommendation of the Board.

If the Sabha be dissolved or ceases to exist it will be competent for the Board as it stands for the time to admit into the benefits of the Trust such other registered Literary Institutions having publication of old puthiss as one of its objects.

IN WITNESS WHEREOF the parties to these presents hath hereunto set and subscribed their respective hands the day month and year first above written.

Signed by Sree Sree Adhikar Goswami of Dakshinpat Satra in the presence of :—

WITNESSES. 1.............................................................

2.............................................................

(*Sd.*) Deveswar Chaliha, *Attorney for Sri Sri Naradev Goswami Adhikar of Dakshinpat.*

Signed by the said (1) Saratchandra Goswami (2) Kuladhar Chaliha (3) Deveswar Sarma (4) Keramat Ali (5) Honble Chandradhar Borooah in presence of—

WITNESSES. (*Sd.*) 1. Bishnu Chandra Barooah, *Pleader.*
2. Hareswar Bhattacharyya, Jorhat.

(*Sd.*) 1. Sarat Chandra Goswami
2. Kuladhar Chaliha
3. Deveswar Sarma
4. Keramat Ali
5. Chandradhar Barooah

( ২ )

This indenture made this 4th day of January one thousand nine hundred and thirty one between Srijut Radhanath Goswami, son of the late Sj. Krishnadev Goswami of Badlipar, Golaghat, in the District of Sibsagar by caste Brahmin, by profession spiritual guide and landholder (hereinafter called the Donor) of the first part and the Assam Sahitya Sabha, Jorhat (as at present constituted) a literary society registered under Act XXI of 1860 at present represented by their General Secretary (hereinafter called the Sabha) of the Second part.

*The Board of Trustees consisting of the members at present* :—

1. The Donor himself as a patron and a life member.
2. Srijut Deveswar Chaliha, *the present General Secretary of the Assam Sahitya Sabha.*
3. Srijut Purnananda Sharma, B.L., *Ordinary member of the Sabha.*
4. Srijut Devendranath Bezbarooah, B.A., B.L. *Ordinary member of the Sabha.*
5. Rai Bahadur Radha Kanta Handiqui, *Ordinary member of the Sabha.*

(hereinafter called the Board) which term shall include their successors in office of the third part.

Whereas the Donor from a desire to promote and further the objects of the said Assam Sahitya Sabha being willing to create a trust fund by already making a donation of Rs. 2000/- (Two thousand only) to be called *"The Kamaladevi Endowment Fund"* to be used for the publication of Literature suitable for children in Assam, and whereas the said Sabha has accepted the proposal of the Donor and is willing to carry out the objects of his donation.

*Now this indenture witnesseth that it is hereby declared that the Board shall consist of :—*

1. The Donor himself during his lifetime or his duly constituted agent, and after his death, a person nominated by him in this behalf from amongst his legal heirs. The person so nominated and each successive nominee shall appoint one of his legal heirs to succeed him at his death.
2. In the event of the Donor or any of his successors appointed as above dying without having exercised power of appointing the successor, the Board shall appoint a trustee from amongst the heirs of the Donor or his successors.
   (*a*) The General Secretary of the Sabha during the continuance of his Office as such shall be the President.
   (*b*) The three members of the said Sabha elected by its Governing Body—any vacancy during the period being filled by a member to be elected by the said Body for a period of five years commencing from the date of election. And at the expiration of that term the new trustee shall be elected out of the members of the said Institution by its Governing Body. The old members shall be eligible for re-election.
3. It is hereby further agreed and declared that the trustees shall be at liberty to retire from the trust and that a member shall be disqualified to hold his office if he ceases to be member of the said Institution for transaction of business : any three members including the Donor or his agent shall form a quorum.
4. The Donor hereby declares that the donation namely Rs. 2,000/- (Rupees two thousand only) shall be invested in the Imperial Bank of the Government of India or any other established Bank, in the name of the Sabha represented by the General Secretary in perpetuity of which the interest alone shall be drawn by the Board as it falls due through their President and such interest be used for the purpose of publishing literature suitable for children mentioned above selected by the Governing Body of the Sabha.

If the Sabha be dissolved or ceases to exist or its Governing Body be transferred elsewhere from Jorhat it will be competent for the Board as stands at the time of the benefits of the trust to devolve upon such other literary institutions having publications of literature for children as its object.

IN WITNESS WHEREOF the parties to these presents hath hereunto set subscription their respective hands the day, month and year first above written.

*Signed by Srijut Radhanath Goswami of Badlipar in the presence of :—*

WITNESSES : 1. Joy Chandra Barooah, Jorhat Town.
2. Bharat Chandra Goswami, Barpathar Farm, Badlipar.

*Signed by the said* :—

1. Deveswar Chaliha.
2. Purnananda Sharmah.
3. Devendranath Bezboruah.
4. R. Handique.

*In the presence of* :—

WITNESSES : 1. Bishnu Chandra Borooah.
2. Muktanath Barua, Jorhat.

( ৩ )

This indenture made the fifth day of January in the year One Thousand Nine Hundred and Thirty One between Rai Bahadur Radha Kanta Handique, son of the late Baparam Handique of Jorhat Town (hereinafter called the "Donor") of the one part and the Assam Sahitya Sabha, a Society registered under Act XXI of 1860 (hereinafter called the "Board" which term shall include the existing Executive Committee of the Sabha and the successive Executive Committees or any other functioning bodies that may be formed hereafter by the Sabha for the execution of the functions under any name and style whatsoever) of the other part.

Whereas the Donor is desirous of holding perpetually an annual social gathering on the ninth day of September every year at the Chandrakanta Handique Hall and its compound at Jorhat in memory of his deceased sons Chandrakanta Handique and Indrakanta Handique, and to provide funds from the income of which the expenses necessary and incidental to the gathering may be defrayed and the function may be arranged, controlled and held by the Board regularly and without fail, and for that purpose the Donor doth hereby create a Trust Fund with the concurrence of the Board by making a donation of Rs. 1500/- (rupees fifteen hundred only) to be called *"The Chandrakanta Indrakanta Memorial Social Gathering Endowment Fund"* the invested income only of which fund is to be specifically used for holding and annual Social Gathering in the Chandrakanta Handique Hall and its compound at Jorhat on the ninth day of September every year. And whereas the Board have accepted the proposal of the Donor in their meeting dated the 21st February, 1929 and to carry out the object of this donation.

## NOW THIS INDENTURE WITNESSETH

1. On or before the execution of these presents the Donor places the sum of Rs. 1500/- (Rupees Fifteen Hundred only) in the hands of the Board who doth acknowledge receipt of the same.
2. The Board will decide and keep the said sum in safe interest bearing investment.
3. The income only of the fund shall be utilised for the Social Gathering every year without fail on the ninth day of September.
4. The Social Gathering shall be held at the Chandrakanta Handique Hall and its compound at Jorhat.
5. As to the manner and form of the gathering the decision of the Board shall be final but it is expected that the desire and the purpose of the Donor will be kept in view.
6. The Board shall maintain accounts of the fund and the function and will be entirely controlled by the Board.

7. The Board may invite the Donor and after him the eldest member of his lineal descendants to the meeting convened to decide the manner and form and other particulars of the Social Gathering every year and his views may be taken into consideration in deciding the particulars.
8. The Board shall be competent to form a smaller committee to give effect to the deeds of the smaller committee thus formed.
9. Should at any time the headquarters of the Assam Sahitya Sabha be ever taken away from Jorhat, the Sabha will form a small committee at Jorhat to give effect to the purpose of this donation consistent with the provisions of indenture. And if at any time the Sabha becomes defunct the fund shall devolve upon any literary organisation at Jorhat who agrees to fulfil the conditions herein laid failing which the fund shall devolve upon the Board of Trustees of the Chandrakanta Indrakanta Trust Fund already created by the Donor. The Trustees will then make necessary arrangements for carrying out the desire and the purpose of the Donor in the manner indicated above.

IN WITNESS WHEREOF the parties to these presents have hereunto set and subscribed their respective hands the day, month and year first above mentioned.

*Signed and delivered at Jorhat by Rai Bahadur Radha Kanta Handique in the presence of :—*

WITNESSES : 1. Mukta Nath Baruah.
2. Bishnu Chandra Baruah.

*Signed by the General Secretary of the Assam Sahitya Sabha in the presence of :—*

WITNESSES : 1. Purnananda Sharma.
2. Bishnu Chandra Baruah.

( 8 )

## THE CHANDRAKANTA-INDRAKANTA TRUST BOARD

This Indenture made this 28th day of January, in the year One Thousand Nine Hundred and Twentyfive between Rai Bahadur Radhakanta Handique son of Baparam Handiqui deceased of Jorhat Town hereinafter called the donor of the *First Part* the Board of Trustees consisting of the members (1) The donor himself (2) C. S. Gunning Esqr. President (3) Srijut Hiteswar Borboruah the nominee of the Donor (4) Srijut Sarat Chandra Goswami and Srijut Kuladhar Chaliha, the representatives of the Assam Sahitya Sabha, here-in-after called the Board which term shall include their successors in office or nominees as the case may be here-in-after specified of the *Second Part* and Srijut Sarat Chandra Goswami, the present General Secretary of the Assam Sahitya Sabha, Jorhat, a Society registered under Act. XXI of 1860 acting on behalf of the said Sabha of the *Third Part.*

WHEREAS the Donor is desirous of perpetuating the memory of his two beloved deceased sons Chandrakanta Handiqui and Indrakanta Handiqui and for that purpose is willing to create a trust fund by making a donation of Rs. 30,000/- to be called *"The Chandrakanta Indrakanta Memorial Endowment*

